# বিশ্বনাথ-দীপিকা



## স্মৃতিগ্ৰন্থ



অসম সাহিত্য সভাৰ ষষ্ট পঞ্চাশত্তম অধিৱেশন

কমলাকান্ত ক্ষেত্ৰ: বিশ্বনাথ চাৰিআলি

২৭,২৮,২৯ মাঘ, ১৯১১ শক ঃঃ ১০,১১,১২ ফেব্ৰুৱাৰী, ১৯৯০ চন

সম্পাদনা: শ্ৰীধৰ বৰুৱা

# বিশ্বনাথ-দীপিকা




স্মৃতিগ্ৰন্থ

অসম সাহিত্য সভাৰ ষট্‌ পঞ্চাশত্তম অধিৱেশন




২৭, ২৮ আৰু ২৯ মাঘ ঃ ১৯১১ শক
১০, ১১ আৰু ১২ ফেব্ৰুৱাৰী ঃ ইং ১৯৯০ চন

কমলাকান্ত ক্ষেত্ৰ ঃ বিশ্বনাথ চাৰিআলি

সম্পাদক
ক্ষীৰধৰ বৰুৱা



অসম সাহিত্য সভাৰ ষট্ পঞ্চাশত্তম অধিৱেশনৰ স্মৃতিগ্ৰন্থ
আদৰণী সমিতিৰ হৈ সাধাৰণ সম্পাদক শ্ৰীজগৎ বড়াৰ দ্বাৰা প্ৰকাশিত

সম্পাদনা সমিতি

শ্ৰীজীৱন বৰুৱা, উপদেষ্টা
শ্ৰীসদানন্দ চলিহা, সভাপতি
শ্ৰীস্ফটিক হাজৰিকা, উপ-সভাপতি
শ্ৰীশিৱনাথ বৰঠাকুৰ, উপ-সভাপতি
শ্ৰীক্ষীৰধৰ বৰুৱা, সম্পাদক
শ্ৰীশৈলেন্দ্ৰ বৰা, সহকাৰী সম্পাদক
শ্ৰীদিলীপ কুমাৰ বৰুৱা, সহকাৰী সম্পাদক
শ্ৰীকৃষ্ণ কুমাৰ দাস, সহকাৰী সম্পাদক
শ্ৰীনাৰায়ণ শইকীয়া, সহকাৰী সম্পাদক
শ্ৰীপ্ৰফুল্ল শৰ্মা, সদস্য
শ্ৰীনিত্যানন্দ গগৈ, সদস্য


○ বেটুপাত আৰু অলংকৰণ ঃ ক্ষীৰধৰ বৰুৱা আৰু সুমন্ত বৰুৱা। বেটুপাত / 'যুগে যুগে বিশ্বনাথ' অলংকৰণ / বিশ্বনাথৰ মন্দিৰ, শিল, আদিত খোদিত চিত্ৰ-ভাস্কৰ্য।
○ আলোকচিত্ৰ ঃ ফটো হাউচ, চাৰিআলি ; ফটোচেন্টাৰ, জামুগুৰিহাট।
○ অনুলেখন ঃ অজন্তা ওজা, বিনীতা বৰুৱা, শৈলেন্দ্ৰ বৰা।
○ ছপা ঃ জনতা প্ৰেছ, তেজপুৰ।

অৰিহণা ঃ ২৫.০০ টকা মাথোন।

BISWANATH DEEPIKA : A Souvenir edited by Sri K. D. Baruah, published by Sri J. Bora, General Secretary, Reception Committee of the 56th Session of Asom Sahitya Sabha held at Kamalakanta Khetra, Biswanath Chariali, Sonitpur and printed at Janata Press, Tezpur. Price Rs. 25·00 only.





অসমৰ সাহিত্য-সংস্কৃতিৰ সৰ্ববৃহৎ জাতীয় অনুষ্ঠান
অসম সাহিত্য সভাৰ ষট্ পঞ্চাশত্তম অধিৱেশনৰ
এই শুভ ক্ষণত, অসম সাহিত্য সভাৰ প্ৰাক্তন
সভাপতি অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্য দেৱৰ নামত
উছৰ্গিত ঐতিহ্যমণ্ডিত বিশ্বনাথ
চাৰিআলিৰ পবিত্ৰ
কমলাকান্ত ক্ষেত্ৰত সমবেত
হোৱা অসমৰ বিভিন্ন
প্ৰান্তৰ পৰা অহা প্ৰতিনিধি,
দৰ্শক প্ৰতিনিধি আৰু
ৰাইজক আদৰিবলৈ পাই
আমি নিজকে পৰম ধন্য মানিছোঁ।
সদৌ ৰাইজলৈ আমি হিয়াভৰা ওলগ আৰু
কৃতজ্ঞতা জনাইছোঁ আৰু আমাৰ অনিচ্ছাকৃত
ত্ৰুটি-বিচ্যুতিৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

আদৰণী সমিতি
অসম সাহিত্য সভাৰ ৫৬ তম অধিৱেশন
কমলাকান্ত ক্ষেত্ৰ ঃ বিশ্বনাথ চাৰিআলি

# শ্ৰদ্ধাঞ্জলি

অসমৰ ভাষা-সংস্কৃতি,
ঐক্য-সংহতি আৰু যুগমীয়া সম্প্ৰীতি ৰক্ষাৰ
দুৰ্বাৰ সংগ্ৰামত
অকাতৰে প্ৰাণাহুতি দি—
সোণালী ভৱিষ্যত গঢ়াৰ সঁচাব-কাঠী
অৰ্পণ কৰি উদীয়মানৰ হাতত,
চিৰদিনৰ বাবে আঁতৰি গৈও,
উছৰ্গিত হেজাৰ হিয়াত
প্ৰেৰণাৰ উৎস হৈ জিলিকি থকা
শত-সহস্ৰ তিয়াগী পুৰুষ-মহিলা আৰু
শ্বহীদৰ পুণ্য স্মৃতিত
আমি আগবঢ়াইছোঁ—
আজিৰ এই মহামিলনৰ পবিত্ৰ ক্ষণত
অশ্ৰুসিক্ত শ্ৰদ্ধাঞ্জলি ॥

০০০



## হাস্য-ব্যংগ সাহিত্যিক সাংবাদিক
## মহেশ চন্দ্ৰ দেৱগোস্বামী
(জন্ম ঃ ৪ ফেব্ৰুৱাৰী, ১৯১৭ ঃঃ মৃত্যু ঃ ৩০ মে', ১৯৮৯)

অসমীয়া হাস্য-ব্যংগ সাহিত্যৰ ওজাস্বৰূপ, সাংবাদিক, শিক্ষাবিদ মহেশচন্দ্ৰ দেৱগোস্বামীৰ জন্ম হৈছিল নগাঁও জিলাৰ বালিসত্ৰত। তেওঁ সুদীৰ্ঘ কাল নগাঁও কলেজত অধ্যাপনা কৰাৰ উপৰিও নগাঁও ছোৱালী কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ ৰূপে স্ত্ৰীশিক্ষাৰ সম্প্ৰসাৰণত অৰিহণা যোগাইছিল। তেওঁ ছাত্ৰাৱস্থাৰ পৰাই সাহিত্য চৰ্চা কৰিছিল আৰু ১০ম শ্ৰেণীত থাকোতেই আৱাহনত প্ৰবন্ধ লেখিছিল। তেওঁ জয়ন্তী আৰু সুৰভিৰ লগত জড়িত আছিল আৰু বাঁহীৰ সহকাৰী সম্পাদক আছিল।

গোস্বামীদেৱৰ প্ৰকাশিত গ্ৰন্থসমূহ হল ঃ ছয়াময়া, স্মৃতি (দুয়োখন কবিতাৰ পুথি), অময়া (গীতৰ সংকলন), ব'হাগী মেলা (ৰচনা সংগ্ৰহ); সম্পাদিত গ্ৰন্থসমূহ—সাহিত্য আৰু সমালোচনা, গুৰু-সেৱা আৰু ভক্তি, নিৰন্ধমালা, বেজবৰুৱা প্ৰতিভা, ন-ঘোষা, আদৰ্শ জীৱন (জীৱনী সংকলন); অনুবাদ গ্ৰন্থ— জীৱনৰ আদৰ্শবাদ, ৰাধাকৃষ্ণনৰ দৃষ্টিত নেহৰু।

কুমাৰ শ্ৰীমধুসূদন ছদ্ম নামেৰেও তেওঁ সাহিত্য চৰ্চা কৰিছিল। এই ছদ্ম নামত লেখা হাস্য-ব্যংগ ৰচনা সংকলন কেইখন হ'ল কিমাশ্চৰ্যম, মই যে কৰাম বিয়া আৰু কৈফিয়ৎ। তেওঁ অসম বাতৰি কাকতত 'দুৰ্মুখ' ছদ্ম নামেৰে 'এক কলম' আৰু 'এক কলমৰ বেছি' শিতান লেখিছিল। তেওঁ ১৯৫৩ চনৰ পৰা 'বিহলঙনি' কাকতখন উলিয়াইছিল। আকাশবাণী যোগে তেওঁৰ বহু কথিকা আৰু নাটক প্ৰচাৰ হৈছিল। তেওঁ কেইবাখনো সৰ্বভাৰতীয় পৰ্যায়ৰ বাতৰি কাকতলৈ সংবাদ সেৱা আগবঢ়াইছিল। তেওঁ অসম সাহিত্য সভাৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল।

এনে এগৰাকী মহান সাহিত্যিকৰ স্মৃতিত আমি শ্ৰদ্ধা-তৰ্পণ আগবঢ়াইছোঁ।



# সাহিত্য অকাডেমী বঁটা-বিজয়ী
# কবি পুষ্পলাল উপাধ্যায়

(জন্ম : ১৯০৬ চন :: মৃত্যু : ২৯ ডিচেম্বৰ, ১৯৮৯ চন)

সাহিত্য অকাডেমী বঁটাবিজয়ী অসমৰ প্ৰথিতযশা নেপালী কবি পুষ্পলাল উপাধ্যায়ৰ জন্ম হৈছিল ১৯০৬ চনত লক্ষীমপুৰৰ লাইমেকুৰী নামৰ ঠাইত। তেওঁ গমিৰিৰ ৰাকাচন্দ্ৰ সংস্কৃত পাঠশালাত সংস্কৃত ব্যাকৰণ আৰু কাব্যশাস্ত্ৰ অধ্যয়ন কৰাৰ পাছত বাৰানসী আৰু নেপালৰ জনকপুৰতো সংস্কৃত শিক্ষা লাভ কৰিছিল। তেওঁ ১৯৪২ চনত ভাৰতৰ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল আৰু অখিল ভাৰতীয় গোৰ্খা লীগৰ সন্মিলনতো কেইবাবাৰো অসমৰ প্ৰতিনিধিত্ব কৰিছিল। কবিছিল আৰু অখিল ভাৰতীয় গোৰ্খা লীগৰ সন্মিলনতো কেইবাবাৰো অসমৰ প্ৰতিনিধিত্ব কৰিছিল। কৰিছিল আৰু অখিল ভাৰতীয়

১৯৪২ চনতেই সাহিত্য সাধনাত ব্ৰতী হোৱা কবি গৰাকীৰ কবিতাসমূহ বিভিন্ন পত্ৰিকাত প্ৰকাশ হৈছিল আৰু আকাশবাণীৰ যোগেদিও প্ৰচাৰিত হৈছিল। তেওঁ 'প্ৰভাত' আৰু 'ব্ৰহ্মপুত্ৰ' নামৰ দুখন আলোচনী সম্পাদনা কৰিছিল। কবিজনাৰ কবিতাসমূহ ১৯৬৮ চনত প্ৰথমবাৰৰ বাবে 'পুষ্পাঞ্জলি' নামৰ পুথিৰ আকাৰত প্ৰকাশিত হয়। দ্বিতীয় কবিতা সংকলন 'উষা মঞ্জৰী' প্ৰকাশ হয় ১৯৮৭ চনত আৰু এই পুথিৰ বাবে তেওঁ ১৯৮৮ চনৰ সাহিত্য অকাডেমীৰ বঁটা লাভ কৰে।

'পুষ্পাঞ্জলি' পুথিৰ 'ৰমাইনো তেজপুৰ' (ৰমনীয় তেজপুৰ) নামৰ কবিতাত তেওঁ উষানগৰী তেজপুৰৰ অপূৰ্ব বৰ্ণনা দাঙি ধৰিছে। আঠত্ৰিছটা কবিতাৰে সমৃদ্ধ 'উষামঞ্জৰী'ৰ কবিতাসমহৰ ঘাই বিষয়বস্তু হৈছে কবিৰ নিভাঁজ স্বদেশ প্ৰেম, মনোৰম প্ৰাকৃতিক বৰ্ণনা, জন-সংঘৰ্ষ, শোষিত-নিপীড়িতৰ মৰ্ম-বেদনা, মহৎ ব্যক্তিসকলৰ প্ৰশস্তি। তেওঁৰ কবিতা অসম, চিক্কিম, মেঘালয় আদিৰ স্কুল-কলেজৰ পাঠ্যক্ৰমতো অন্তৰ্ভুক্ত হৈছে। তেওঁ অসমীয়াতো কবিতা লেখিছিল।

এই মহান কবিগৰাকীৰ স্মৃতিত আমি শ্ৰদ্ধা নিবেদন কৰিছোঁ।

# শিল্পী-সাহিত্যিক
# যুগল দাস

জন্ম : ৩ মে', ১৯১০ চন
মৃত্যু : ১৬ অক্টোবৰ, ১৯৮৯ চন



অসমৰ সাহিত্য-সংস্কৃতিৰ একনিষ্ঠ সাধক, প্ৰসিদ্ধ ভাস্কৰ, চিত্ৰশিল্পী, সাহিত্যিক, নাট্যকাৰ, অভিনেতা আৰু কৃতী খেলুৱৈ যুগল দাস আছিল এটি বিৰল প্ৰতিভা। তেওঁ ওৰেতো জীৱন গভীৰ নিষ্ঠাৰে কাম কৰি অসমৰ সাহিত্য-সংস্কৃতিক সমৃদ্ধ কৰি থৈ গৈছে। অসমৰ লোককলাক তেওঁ এক বৈশিষ্ট্যপূৰ্ণ দৰ্শন আৰু চৰিত্ৰ দান কৰিছিল। আৱাহনযুগৰ পৰা তেওঁ গল্প-কবিতা লেখি শেষত নাট্যকাৰ ৰূপে প্ৰতিষ্ঠা লাভ কৰে। অসমীয়া সাহিত্যলৈ যুগল দাসৰ অৱদান হ'ল, মঞ্চনাট '১৮৫৭', বায়নৰ খোল, মীৰাবাঈ আৰু পিয়লি ফুকন (যুটীয়া ৰচক); কলা বিষয়ক গ্ৰন্থ — অসমৰ লোককলা, চৌষষ্ঠি কলা, কেইবাখনো অনাতাঁৰ নাটক, আৰু বিভিন্ন আলোচনী-কাকতত সিচঁৰতি হৈ থকা ভালেমান চিন্তাগধুৰ প্ৰবন্ধ। 'ৰণথলী' নামৰ গ্ৰন্থত তেওঁ লেখা কথাবোৰে বিগত সমাজ জীৱনৰ ওপৰত পোহৰ পেলাইছে।

ভাল অভিনয় কৰাৰ উপৰিও তেওঁ কথাছবি আৰু নাটকৰ কলা-নিৰ্দেশক হিচাপেও কৃতিত্ব দেখুৱাইছিল। চিত্ৰশিল্পী আৰু ভাস্কৰ হিচাপেও তেওঁ প্ৰতিভাৰ পৰিচয় দিছিল। তেওঁৰ দ্বাৰা পৰিকল্পিত অসমৰ প্ৰতীকপট 'কাজিৰঙা'ই ভাৰতৰ ভিতৰতে প্ৰথমস্থান লাভ কৰিছিল।

এনে এগৰাকী বহুমুখী প্ৰতিভাৰ অধিকাৰী মহান সাধকৰ স্মৃতিত আমি শ্ৰদ্ধা-তৰ্পণ নিবেদিছোঁ।

# কবি পৰেশমল্ল বৰুৱা

( জন্ম ঃ ১৯৩৫ চন ঃঃ মৃত্যু ঃ ২৫ ছেপ্টেম্বৰ, ১৯৮৯ )



অসমৰ এগৰাকী প্ৰগতিবাদী কবি, সু-সাহিত্যিক, নাট্যকাৰ, গীতিকাৰ, শিক্ষাবিদ পৰেশমল্ল বৰুৱাই
১৯৩৫ চনত কামৰূপৰ চান্দকুছিত জন্ম গ্ৰহণ কৰিছিল। স্কুলীয়া জীৱনৰ পৰাই তেওঁ কবিতা সৃষ্টিত
আত্মনিয়োগ কৰিছিল। পাছৰ জীৱনত চৰকাৰী চাকৰিৰ ব্যস্ততাৰ মাজতো তেওঁ অক্লান্তভাৱে সাহিত্য
সেৱা কৰিছিল। অসমৰ বিভিন্ন কাকত-আলোচনীত তেওঁৰ শতাধিক কবিতা সিচঁৰতি হৈ আছে।
তেওঁৰ প্ৰকাশিত প্ৰথম কবিতাৰ পুথি ‘সান্ধ্য আৰতি’। অন্যান্য কাব্য গ্ৰন্থ সমূহ হ’ল যন্ত্ৰণাৰ জুই,
আৰণ্যক, কুৰিশতিকাৰ ছোভিয়েট কবিতা, সোণালী সংগম আৰু চৈতন্য মানস। বাৰুন গৰাকী
বিখ্যাত ৰুছ কবিৰ ১১০ টা কবিতা অসমীয়া ভাষাত অনুবাদ কবি ‘কুৰি শতিকাৰ ছোভিয়েট কবিতা’
নামৰ কবিতা-গ্ৰন্থখনৰ উপৰিও ৰুছ-ভাৰত সম্প্ৰীতিৰ স্বাক্ষৰ হিচাপে ‘সোণালী সংগম’ নামৰ কবিতা
পুথি লেখাৰ বাবে ১৯৭১ চনত ‘ছোভিয়েট দেশ নেহৰু বঁটা’ লাভ কৰিছিল। ১৯৭২ চনত তেওঁ বঙালী
কবিতা পুথি ‘পথেৰ আলোছায়া’ৰ বাবে সৰ্বভাৰতীয় পুৰস্কাৰ লাভ কৰিছিল। ইংৰাজী কবিতা সংকলন
‘পেইন উইডিন্ হাৰ্ট’ তেওঁৰ কৃতিত্বৰ অন্যতম স্বাক্ষৰ।
তেওঁ কবি শ্ৰীনৱকান্ত বৰুৱাৰ সৈতে ১৯৬৫-৬৬ চনত অসমীয়া কবিতাৰ সংকলন এটি সম্পাদনা
কৰিছিল। ১৯৬৮ চনত কলিকতাত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় কবি-সন্মিলনীত অসমীয়া সাহিত্যৰ
প্ৰতিনিধিত্ব কৰিছিল। ১৯৭২-৭৩ চনত অসম সাহিত্য সভাৰ পত্ৰিকা সম্পাদনা কৰিছিল। তেওঁৰ
উল্লেখযোগ্য নাটকসমূহ হ’ল পাথৰৰ সিংহ, কেঁচা তেজৰ স্বাক্ষৰ, অভাৰ ৱীজ, অস্তিত্বৰ ধূলাকীৰ্ণ
সিড়ি (বঙালী) আৰু লেনিন। তেওঁৰ গীতসমূহ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰ যোগে প্ৰচাৰিত হৈছে।
কবি পৰেশমল্ল বৰুৱাৰ সোঁৱৰণত আমি শ্ৰদ্ধাঞ্জলি জনাইছোঁ।

## যিসকল ত্যাগী কৰ্মযোগীৰ স্মৃতি আজিও কৰ্ম-প্ৰেৰণাৰ অফুৰন্ত উৎস হৈ আছে





মহৰ্ষি অগ্নিকবি ঁকমলাকান্ত ভট্টাচাৰ্য



দেশপ্ৰাণ ঁলক্ষ্মীধৰ শৰ্মা



সু-সাহিত্যিক ঁদীননাথ শৰ্মা



সমাজকৰ্মী, মুক্তিযুঁজাৰু
৺নবীন চন্দ্ৰ ভট্টাচাৰ্য



সমাজকৰ্মী, মুক্তিযুঁজাৰু
৺চেনিৰাম দাস



মুক্তিযুঁজাৰু ৺বগীৰাম শইকীয়া



কৰ্মযোগী ৺তুলসী চন্দ্ৰ হাতীবৰুৱা



সমাজ সেৱক ৺হেম হাজৰিকা



মুক্তিযুঁজাৰু ৺ছবিলাল উপাধ্যায়



শোণিতকোঁৱৰ ৺গজেন বৰুৱা



বিশ্বনাথ চাৰিআলিৰ গড়েহাগি গাঁৱত
শোণিতপুৰ কুশলী সাহিত্য পৰিষদৰ সৌজন্যত নিৰ্মিত
মহৰ্ষি কমলাকান্ত ভট্টাচাৰ্যৰ মূৰ্তি

# শুভেচ্ছা-বাণী






মুখ্যমন্ত্ৰী, অসম

অসমৰ সমাজ, সংস্কৃতি আৰু সাহিত্যমূলক সৰ্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ ৫৬ তম্ বাৰ্ষিক অধিবেশনখন এইবেলি বিশ্বনাথ চাৰিআলিত অহা ১৯৯০ চনৰ ১০, ১১ আৰু ১২ ফেব্ৰুৱাৰী তাৰিখে অনুষ্ঠিত কৰিবলৈ আয়োজন কৰাত মই অতি আনন্দিত হৈছোঁ। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বিকাশৰ লগতে অসমৰ সকলো থলুৱা ভাষা-সাহিত্য-সংস্কৃতিৰ সমন্বিত বিকাশ সাধন কৰাৰ উদ্দেশ্য আগত ৰাখি এই মহান অনুষ্ঠানটিয়ে প্ৰায় ছয় দশক ধৰি অহোপুৰুষাৰ্থ কৰি আহিছে। অসমৰ সমাজ, সংস্কৃতি সমন্বয়ৰ আধাৰতহে গঢ় লৈ উঠিছে। সমন্বয়ৰ এই মহান আদৰ্শ সমুখত ৰাখি অসমৰ ভাষা-সাহিত্য, সংস্কৃতিৰ বিকাশ ত্বৰান্বিত কৰাৰ প্ৰচেষ্টাৰ লগতে বিভিন্ন জাতি, ধৰ্ম, ভাষা, সম্প্ৰদায়ৰ লোকৰ মাজত সামাজিক ঐক্য, শান্তি, সম্প্ৰীতি সুদৃঢ় কৰাৰ বাবেও অসম সাহিত্য সভাই নিৰলস প্ৰচেষ্টা অব্যাহত ৰাখিব বুলি আমাৰ পৰম বিশ্বাস।

আশা কৰো, আগন্তুক বিশ্বনাথ চাৰিআলি অধিবেশনখনে অসম সাহিত্য সভাৰ ঐতিহ্যপূৰ্ণ ভূমিকাক আকৌ এবাৰ গৌৰৱমণ্ডিত ৰূপত দাঙি ধৰি নতুন গতিশীলতা প্ৰদান কৰিব পাৰিব।

সভাৰ আগন্তুক বিশ্বনাথ চাৰিআলি অধিবেশনৰ সকলো কাৰ্যসূচীৰ সফলতা অন্তৰেৰে কামনা কৰিছোঁ।

দিশপুৰ
৫-১২-৮৯

স্বাক্ষৰ ঃ (প্ৰফুল্ল কুমাৰ মহন্ত)

শ্ৰীক্ষীৰধৰ বৰুৱা
সম্পাদক, স্মৃতিগ্ৰন্থ
অসম সাহিত্য সভাৰ ৫৬ তম অধিবেশন
বিশ্বনাথ চাৰিআলি।

শ্ৰীবৃন্দাবন গোস্বামী
মন্ত্ৰী
শিক্ষা, বিজ্ঞান, প্ৰযুক্তিবিদ্যা আৰু পৰিবেশ
অসম চৰকাৰ



দিশপুৰ, গুৱাহাটী-৭৮১০০৬

তাৰিখ ঃ ৩-২-৯০

অসম সাহিত্য সভা অসমৰ এটি জাতীয় অনুষ্ঠান। ভাষা-সাহিত্য-সংস্কৃতিৰ সমৃদ্ধি সাধনৰ লগতে আমাৰ জাতীয় জীৱনৰ বিভিন্ন দিশত এই মহান সংগঠনে স্বকীয় ভূমিকা গ্ৰহণ কৰি আহিছে। চিৰ চেনেহী ভাষা জননীৰ সেৱাৰ মাধ্যমেৰে জনমানসত এক বিশিষ্ট স্থান লাভ কৰাৰ লগতে ৰাইজৰ আস্থাভাজনৰ সংগঠন হিচাপে জনগণৰ বিপুল সমৰ্থনেৰে অসম সাহিত্য সভা আজি এক বৃহৎ গণ-অনুষ্ঠানত পৰিণত হৈছে। সেয়েহে অসমৰ ভাষা-সংস্কৃতিৰ সংকটৰ সকলো মুহূৰ্ততে এই অনুষ্ঠানে এক সাহসী ভূমিকা পালন কৰি আহিব পাৰিছে। ৰাজনৈতিক নেতৃত্বই যেতিয়াই জনসাধাৰণৰ আশা-আকাংক্ষা প্ৰতিফলিত কৰিবলৈ অসমৰ্থ হৈছে, এই সুজলা-সুফলা মাতৃভূমিৰ ঐতিহ্য আৰু সংস্কৃতিক ৰক্ষণাবেক্ষণ দিয়াত বিফল হৈছে, তেনে জাতীয় দুৰ্যোগৰ ক্ষণত অসম সাহিত্য সভাই ৰাইজৰ স্বাৰ্থানুকূলদৃষ্টিভংগী আৰু পদক্ষেপেৰে ৰাইজৰ লগতে থিয় দি ইয়াক ৰাইজৰ সংগঠন বুলি বাৰে বাৰে প্ৰমাণ কৰি আহিছে। সাহিত্য সভাৰ গৌৰৱময় ইতিহাস প্ৰেৰণাৰ স্থল। এই প্ৰেৰণাই অসমবাসীৰ প্ৰত্যয় আৰু আত্মবিশ্বাস আৰু ঐশ্বৰ্যশালী অসম গঢ়াৰ বাবে এই প্ৰেৰণাই আমাৰ সমল। অসমবাসীৰ অকুণ্ঠ পৃষ্ঠপোষকতাই এই সংগঠনক এক স্বকীয় ব্যক্তিত্ব দান কৰাৰ উপৰিও, সকলো প্ৰকাৰ দুৰ্যোগৰ পৰত যে সঠিক সিদ্ধান্ত লোৱাৰ বিবেক আৰু চিন্তাও দিব- সেই বিষয়ে মোৰ বিশ্বাস আছে।

আজি অসমত এক নতুন জাগৰণ আহিছে- জাতি হিচাপে আমাৰ প্ৰত্যয়ৰ জাগৰণ। আজি অসমত বিভিন্ন জনগোষ্ঠীৰ ভাষা-সংস্কৃতিৰ বিকাশৰ বাবে এক শিহৰণ উঠিছে। বাৰেবৰণীয়া সংস্কৃতিৰ লীলাভূমি এই অসমে বৈচিত্ৰৰ মাজত ঐক্যৰ প্ৰতীক হিচাপে সমন্বয়ৰ সেতু ৰচনাত ব্ৰতী হৈছে। সাম্প্ৰতিক অসমৰ জাগৰণে ৰাজনৈতিক, অৰ্থনৈতিক, সাংস্কৃতিক, সামাজিক- সকলো দিশতে ন-দিগন্তৰ উন্মেষ ঘটাইছে। ইতিহাসে আনি দিয়া এই সুযোগ অসমৰ পুৰ্ণনিৰ্মাণত ব্যৱহাৰ কৰিব নোৱাৰিলে ভাবীকালৰ ইতিহাসে আমাক নিষ্ঠুৰভাৱে বিদ্ৰুপ কৰিব। এই ইতিহাস নিৰ্মাণৰ অংশীদাৰ সমগ্ৰ অসমৰ ৰাইজ, লগতে অসম সাহিত্য সভাও। গতিকে ক্ৰান্তিকালৰ এই ক্ষণত এই ঐতিহাসিক দায়িত্ব পালন সাহিত্য সভাই কৰিব লাগিব।

বিশ্বনাথ চাৰিআলিৰ অসম সাহিত্য সভাৰ এই অধিবেশনে এনে এক উদ্দেশ্যৰে আগবাঢ়ি যাব বুলি আশা কৰিলোঁ। বিশ্বনাথ চাৰিআলিৰ ভাষা-জননীৰ সেৱাৰ বেদীত মিলিত হোৱা ৰাইজলৈ মোৰ শ্ৰদ্ধা নিবেদিছোঁ। অধিবেশন সাৰ্থক হওঁক। আৰু অধিবেশন উপলক্ষে প্ৰকাশ কৰিবলৈ লোৱা স্মৃতিগ্ৰন্থখনিত ন ন চিন্তাৰ উন্মেষ হওঁক। শুভ কামনাৰে--

ভৱদীয়,
স্বাক্ষৰ ঃ (বৃন্দাবন গোস্বামী)
শিক্ষামন্ত্ৰী, অসম।




साहित्य अकादेमी
रवीन्द्र भवन, 35, फीरोज़शाह मार्ग, नई दिल्ली 110 001
तार : साहित्यकार दूरभाष : 38 66 26
Sahitya Akademi
(National Academy of Letters)
Rabindra Bhavan, 35, Ferozeshah Road, New Delhi 110 001
gram : Sahityakar 'phone : 38 66 26

Dr. Birendra Kumar Bhattacharyya
President

অসম সাহিত্য সভাৰ ৫৬ তম (বিশ্বনাথ চাৰিআলি) অধিবেশন আৰু তদুপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থৰ সৰ্বাঙ্গীন সফলতা কামনা কৰিছোঁ। আশা কৰো অধিবেশনখনত সাহিত্যৰ দৰ্শন সম্পৰ্কে লাগতিয়াল আলোচনা হ'ব আৰু স্মৃতিগ্ৰন্থখনেও এই সমস্যাৰ বিষয়ে পুৰঠ মনৰ ৰচনা প্ৰকাশ কৰিব।

অসমীয়া সমাজখনত চিন্তাৰ বিভ্ৰাট ঘটিছে। জাতীয়তাবাদ আৰু জাতীয়তাবাদত বিশ্বাসী বহুত ডেকা-গাভৰুৱে সন্ত্ৰাসবাদৰ পথ গ্ৰহণ কৰাৰ পৰাই এই চিন্তাবিভ্ৰাটৰ স্বৰূপ পৰিস্কাৰ হৈ গৈছে। আজিৰ পৃথিৱীত ন্যায় যুদ্ধও এবিধ ৰাষ্ট্ৰীয় সন্ত্ৰাসবাদ সন্ত্ৰাসবাদৰ তেতিয়াই জন্ম হয়, যেতিয়া মানুহৰ দৰ্শনত বিভ্ৰাট ঘটে। অসমত চিন্তাশীল দাৰ্শনিকৰ অভাৱ। এই অভাৱ পূৰণ কৰিবৰ বাবে ৰাইজে বুদ্ধিজীৱি, সাহিত্যিক আৰু শিল্পীসকলৰ মুখলৈ চাই আছে। কিন্তু অসমীয়াৰ সাহিত্য আৰু শিল্প চিন্তাত একদেশদৰ্শিতাৰ প্ৰভাৱ বাঢ়ি অহাত তেওঁলোকে নিজেও একো দৰ্শন গ্ৰহণ কৰিব পৰা নাই আৰু ৰাইজকো একো নতুন জীৱনৰ আভাস দিব পৰা নাই। এনে অৱস্থা চলি থাকিলে অতি সোনকালে ৰাইজে আমাক সম্পূৰ্ণ নেওচা দিব আৰু তেওঁলোক সন্ত্ৰাসবাদীসকলৰ কবলত পৰিব। চাপৰিলে মেঘ নেৰায়। কাজেই আজি সাহিত্যিক আৰু শিল্পীসকলৰ কৰ্তব্য হৈছে আত্ম সমালোচনা কৰি দেশ-কাল আৰু মানুহৰ প্ৰতি দায়বদ্ধ হৈ সাৰ্বজনীন আৰু অন্তৰস্পৰ্শী কলা-সাহিত্যৰ সৃষ্টিৰ যোগেদি মানুহক সৎ আৰু সুন্দৰ পথেদি সভ্যতাৰ পথত আগবাঢ়িবৰ বাবে সংকেত দিয়া।

অসম সাহিত্য সভাৰ বিশ্বনাথ চাৰিআলি অধিবেশনখন যুগান্তকাৰী নহ'লে অসমৰ ভৱিষ্যৎ গঢ়া চিন্তাত নতুন গতি অনা অসম্ভৱ। কোন সভাপতি বা কোন সম্পাদক হয়- এই প্ৰশ্নই সাহিত্য সভাৰ ঘাই প্ৰশ্ন নহয়, যদিও প্ৰশ্নটোৰ গুৰুত্ব মই নুই কৰিব নোখোজো। কিন্তু ডাঙৰ প্ৰশ্ন হৈছে অসম সাহিত্য সভাৰ ভাষিক আৰু সাংস্কৃতিক জাতীয়তাবাদৰ দৰ্শনে জাতিটোক ওপৰলৈ নিবলৈ সক্ষম হৈছে নে? আজি আন্তৰ্জাতিক আৰু সাৰ্বজনীন মানবতাবাদৰ দৰ্শনৰ ৰূপ বহুত বহল হৈছে। মহাত্মা

গান্ধী আৰু ভাৰতীয় দৰ্শনৰ অহিংসাৰ আদৰ্শই বিশ্বৰ বহুত মানুহক আকৰ্ষিত কৰিছে বিশ্বশান্তি, মানৱ প্ৰগতি, জাতীয় উন্নতি, বিবাদ-মীমাংসা, সাহিত্য-সংস্কৃতিৰ বিকাশ, প্ৰকৃত গণতন্ত্ৰ আৰু সমাজবাদ-- আজি অহিংসাৰ অবিহনে সম্ভৱ নহয়। এই কালত আমি অতীতত বাস কৰি প্ৰাক্তন আদৰ্শত আত্মসন্তুষ্টি লাভ কৰি থাকিলে আমাৰ যে অসমীয়া অস্তিত্ব ৰক্ষা নপাৰিব এই কথা ধ্ৰুৱ। জাতীয় জীৱন হ্ৰদ নহয়, বেগী নদীহে। সন্মুখলৈহে ইয়াৰ গতি। গতিকে আজি অসমীয়াৰ এই জাতীয় সন্মিলনত প্ৰথম চেষ্টা হওঁক এটা যুগোপযোগী দৰ্শন গ্ৰহণ কৰিবৰ বাবে। দৰ্শনৰ অবিহনে আমি আগবাঢ়িলে আমি পদে পদে উজুটি খোৱাৰ ভয়।

এইখিনি কথাৰেই মই অসম সাহিত্য সভালৈ মোৰ আন্তৰিক শুভেচ্ছা জনালোঁ।

শ্ৰীক্ষীৰধৰ বৰুৱা

মৰমৰ বৰুৱা,

আপুনি বিচৰা মতে অসম সাহিত্য সভাৰ বিশ্বনাথ চাৰিআলি অধিবেশনৰ স্মৃতিগ্ৰন্থৰ কাৰণে ওপৰোক্ত শুভেচ্ছা বাণী পঠালো। শ্ৰদ্ধাৰে—

ইতি—

আপোনাৰ

ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য

২০-৯-৮৯

Residence : Kharghuli. Guwahati – 781004, Phone : 34362



## জ্ঞানপীঠ বঁটা বিজয়ী তেলেগু কবি-সাহিত্যিক চি নাৰায়ণ ৰেড্ডী

I am much delighted to learn that the 56th Annual Conference of Asom Sahitya Sabha will be held in February, 1990. With a standing of over seven decades, the Sabha has been rendering remarkable service to the cause of promotion of Assamese literature. The land of Assam finds a place of honour in classical Sanskrit literature. The poet Kalidasa called it 'Pragjyo thisha'. Assamese literature also is equally ancient and work right from the 7th century have been enriching it. The poetry of stalwarts in 19th & 20th centuries augured a new era in the Assamese language. A number of gifted and dynamic poets and writers have complemented with their works indifferent forms.

I hope that the Association will bestow particular attention in providing translations of masterpieces of Assamese literature in English so that people of other parts of the country would get the benefit of reading the outstanding literary works of this language.

I convey my best wishes for the successful conduct of the Annual Conference of Sabha.

Sd- ( C. NARAYAN REDDY )

Sri K. D, Baruah
Editor
Souvenir, Receptiou Committee
56th Annual Session of Asom Sahitya Sabha, Biswanath Chariali
P.O. CHARIALI – 784176
Distt. Sonitpur, Assam.

# শংকৰদেৱ বঁটা বিজয়ী প্ৰথিতযশা সাহিত্যিক
# ড° মহেশ্বৰ নেওগ

অসম সাহিত্য-সভাৰ ষট্‌পঞ্চাশত্তম বাৰ্ষিক সন্মিলন শোণিতপুৰৰ বিশ্বনাথ চাৰিআলিত মহাসমাৰোহেৰে পাতিবৰ আয়োজন কৰা হৈছে জানি পৰম আনন্দিত হৈছোঁ। এই মহৎ জাতীয় অনুষ্ঠানটিৰ গৰিমাময় পৰম্পৰা ৰক্ষা কৰি আজিৰ এই বহুধা সঙ্কটাপন্ন অসমক স্বাস্থ্যৱন্ত ৰূপ দিয়াত এই অধিৱেশন কৃতকাৰ্য হওক, ইয়াকেহে সৰ্বান্তঃকৰণে কামনা কৰিছোঁ।

স্বাক্ষৰ : ( মহেশ্বৰ নেওগ )

গুৱাহাটী
২৮ নবেম্বৰ ১৯৮৯

# অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি
# শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

অসম সাহিত্য সভাৰ আগন্তুক ষষ্ঠ পঞ্চাশতম অধিবেশন উপলক্ষে এখনি স্মৃতিগ্ৰন্থ প্ৰকাশৰ যো-জা কৰা বুলি জানি আনন্দ পাইছোঁ। উক্ত গ্ৰন্থখনিত চাৰিআলিৰ ঐতিহ্যৰ উপৰি সমসাময়িক অসমীয়া সাহিত্যৰ পৰিচয় পোৱা যাব বুলি মোৰ বিশ্বাস। সাম্প্ৰতিক কালত আমাৰ সাহিত্যৰ বিভিন্ন দিশত যি বিকাশ হৈছে, তাৰ লগে লগে সেই সাহিত্য গুণগত বৈশিষ্ট্যেৰে কিমান সমৃদ্ধ হৈছে, সেই বিষয়ে নিৰপেক্ষ বিচাৰৰ প্ৰয়োজন হৈছে।

অসমত বিভেদকামী শক্তিসমূহে গা কৰি উঠিছে। এই সময়ত অসম সাহিত্য সভাৰ ভূমিকা গুৰুত্বপূৰ্ণ। সভাই সেই ভাঙোনমুখী শক্তিসমূহক নিৰস্ত কৰি অসমৰ ঐক্য আৰু সংহতি বজাই ৰাখিব লাগিব।

মই অসম সাহিত্য সভাৰ ষষ্ঠ পঞ্চাশতম চাৰিআলি অধিবেশনৰ কৃতকাৰ্যতা কামনা কৰিলোঁ।

ইতি
স্বাক্ষৰ ঃ ( শ্ৰীযতীন্দ্ৰনাথ গোস্বামী)
প্ৰাক্তন সভাপতি,
অসম সাহিত্য সভা,
যোৰহাট।

৬-১১-৮৯
যোৰহাট- ১

# অসম সাহিত্য সভাৰ বিদায়ী সভাপতি
# শ্ৰীমহিম বৰা

অসম সাহিত্য সভাৰ ৫৬ তম বিশ্বনাথ চাৰিআলি অধিবেশনৰ সোঁৱৰণীত বিশ্বনাথ চাৰিআলিৰপৰা যি স্মৃতিগ্ৰন্থ উলিয়াব খুজিছে সেইখন আমাৰ সাহিত্য-সংস্কৃতিৰ জগতত অন্যতম স্মৃতিগ্ৰন্থ হ'ব বুলি মোৰ বিশ্বাস। বিশ্বনাথ চাৰিআলিৰ বাণেশ্বৰ শিৱমন্দিৰত আহোম স্বৰ্গদেউ আৰু কছাৰী ৰজাই চিৰকলীয়া ভাতৃত্বৰ বন্ধনত আবদ্ধ হ'বলৈ প্ৰতিজ্ঞা কৰিছিল আৰু সেই ঐতিহাসিক ঘটনাৰ শুভফল স্বৰূপে পাৰস্পৰিক সন্মান-সম্প্ৰীতিৰ ভেটিত আমাৰ অসমীয়া জাতি গঢ়ি উঠিল। বড়ো-কছাৰীকে মুখ্য কৰি, নেপালী, চাহ জনগোষ্ঠী আদি ভিন্ ভিন্ জনগোষ্ঠীৰ লোক একত্ৰিত হৈ বিশ্বনাথ চাৰিআলিক আদৰ্শ মিলনভূমি কৰি গঢ়ি তুলিছে। সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰতো বিশ্বনাথ চাৰিআলিক কেন্দ্ৰ কৰি সমগ্ৰ শোণিতপুৰ অঞ্চলৰ ৰাইজৰ অৰিহণা যথেষ্ট। বিশ্বনাথ চাৰিআলিয়ে সমবায়ৰ ক্ষেত্ৰতো আদৰ্শ হিচাপে সমগ্ৰ দেশতে আগশাৰী ল'ব পাৰিছে। আপোনালোকৰ স্মৃতিগ্ৰন্থত বিশ্বনাথৰ এই ছবি প্ৰতিফলিত হওঁক, এই কামনাৰে, ইতি--

স্বাক্ষৰঃ (শ্ৰীমহিম বৰা)
সভাপতি, অসম সাহিত্য সভা
৩ জানুৱাৰী, ১৯৯০

প্ৰতি-
শ্ৰীক্ষীৰধৰ বৰুৱা,
স্মৃতিগ্ৰন্থ উপসমিতি
৫৬ তম বিশ্বনাথ চাৰিআলি অধিবেশন
অসম সাহিত্য সভা
বিশ্বনাথ চাৰিআলি
জিলা- শোণিতপুৰ (অসম)



বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰেপৰা ৰবলুইতৰ দুয়ো পাৰে বসবাস কৰি অহা বিভিন্ন জনগোষ্ঠীৰ মাজত মধুৰ সমন্বয় ঘটিছে। সেই সকলৰ বাৰেৰহণীয়া মাত-কথা আৰু কলা-কৃষ্টিৰ সংমিশ্ৰণতেই গঢ় লৈ উঠিছে বৃহত্তৰ অসমীয়া ভাষা-সাহিত্য, সংস্কৃতিৰ সোণালী সৌধ। ভিন্ ভিন্ সময়ত আৱিৰ্ভাব হোৱা শংকৰ-মাধৱ, লক্ষ্মীনাথ বেজবৰুৱা, জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা প্ৰমুখ্যে মহান ব্যক্তিসকলৰ সোণ-সেৰীয়া সাহিত্য-সম্ভাৰে এই সৌধৰ জেউতি চৰাইছে। সাহিত্য-সংস্কৃতিৰ এই সৌধতেই জিলিকি আছে জাতীয় ঐক্য-সংহতি-সম্প্ৰীতিৰ গৌৰৱবাহী ধ্বজা।

অসমৰ ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সেৱাত ব্ৰতী অসম সাহিত্য সভা অসমৰ বৃহত্তম জাতীয় অনুষ্ঠান। জন্মলগ্নৰপৰাই এই অনুষ্ঠানে অসমৰ ভাষা-সাহিত্যৰ বিকাশৰ জৰিয়তে সাংস্কৃতিক ঐক্যৰ ধাৰা প্ৰবহমান কৰি ৰাখিবলৈ অহোপুৰুষাৰ্থ কৰি আছে। মাজে সময়ে স্বাৰ্থান্বেষী, কু-চক্ৰান্তকাৰীসকলে ৰাজনৈতিক স্বাৰ্থ লাভৰ উদ্দেশ্যে বিভ্ৰান্তিৰ বিষবাষ্প ছটিয়াই অসমৰ ঐক্য-সংহতিৰ যাউ ত-যুগীয়া পৰিবেশ প্ৰদূষিত কৰিব খোজা দেখা যায়। অৰাজনৈতিক অনুষ্ঠান অসম সাহিত্য সভাই যেতিয়াই অসমৰ ভাষা-সংস্কৃতি-সম্প্ৰীতিৰ বাতাৱৰণত অদৃশ্য শত্ৰুৱে বিষবাষ্প মেলি দিয়াৰ উমান পাইছে, তেতিয়াই তাৰ বিৰুদ্ধে মাত মাতি আহিছে।

বছৰৰ লেখেৰে তিনিকুৰি বাৰ বছৰৰ দেওনা পাৰ হোৱা অসম সাহিত্য সভাই বিগত বছৰবোৰত জাতীয় স্বাৰ্থৰ হকে যিখিনি কাৰ্য সম্পাদন কৰিলে তাতোকৈ অধিক কৰিবলগীয়া আছে বুলি সকলোৱে অনুভৱ কৰে। বিশেষকৈ, বৰ্তমান অসমত অবিশ্বাস আৰু অপ্ৰীতিয়ে যুগমীয়া সম্প্ৰীতি বিনষ্ট কৰিব খোজা পৰিস্থিতিত সাহিত্য সভাই দূৰদৃষ্টিৰে বলিষ্ঠ ভূমিকা লোৱাৰ প্ৰয়োজনীয়তাৰ কথা দকৈ চিন্তা কৰিবৰ হ'ল। জোৰ পুৰি হাত পোৱাৰ পিছত অনুশোচনা কৰিলে একো লাভ নহ'ব। সাংগঠনিক দিশতো উদীয়মান সাহিত্য-সংস্কৃতি সচেতন লোকসকলৰ মনৰ লগত খাপ খুৱাই সাহিত্য সভাৰ ভূমিকাত নতুনত্ব অনাৰ প্ৰয়োজনীয়তাৰ কথাও চিন্তা কৰিবৰ হ'ল।

অসম সাহিত্য সভাৰ ওপৰত অসমবাসীৰ ভৰসা অনেক। হয়তো ৰাইজে বিচাৰে এখন নিখুঁত-পূৰ্ণাঙ্গ অভিধান, অসমৰ জাতি-উপজাতিৰ জীৱন-ধাৰাৰ সকলো কথা সামৰা এখন বিস্তৃত বুৰঞ্জী, অসমৰ সাহিত্য-সংস্কৃতিৰ বিষয়ে অনাঅসমীয়াই বুজিবপৰাকৈ লেখা ইংৰাজী আৰু হিন্দী ভাষাৰ বাহুল্য বৰ্ণনামূলক গ্ৰন্থ, আৰু হয়তো বহুত। অসম সাহিত্য সভাৰ সীমিত পুঁজি সত্বেও এইবোৰ বিষয়ত খোজ পেলোৱাৰ সময় কিন্তু হ'ল। অসমৰ বিভিন্ন জাতি-গোষ্ঠী আৰু ভাষা-ভাষী লোকৰ মাজত দিয়া আৰু লোৱাৰ মাজেদি ভাতৃত্ববোধৰ বান্ধোন নিকপকপীয়া কৰাৰ কথাও বৰ্তমান সময়ৰ আটাইতকৈ প্ৰয়োজনীয় বিষয় হৈ পৰিছে। অসম সাহিত্য সভাৰ বিভিন্ন আঁচনিৰ প্ৰস্তুতি আৰু ৰূপায়ণৰ দায়িত্বত থকা ব্যক্তিসকলে

যেন ত্যাগ, নিষ্ঠা আৰু ঐকান্তিকতাৰে জাতীয় ভাষা-সাহিত্যৰ বিকাশ সাধনৰ লগতে এই দিশবোৰকো গুৰুত্ব সহকাৰে অগ্ৰাধিকাৰ দিয়ে। ৰাইজেও যেন আবেগ-অনুভূতিতকৈ সময়োপযোগী বাস্তৱসন্মত দৃষ্টিভংগী গ্ৰহণ কৰি অসম সাহিত্য সভাৰ কাম-কাজৰ গতিধাৰাৰ প্ৰতি সজাগ দৃষ্টি ৰাখে। বিশ্বনাথ চাৰিআলি অধিৱেশনৰ শুভ মুহূৰ্তত এয়ে আমাৰ একান্ত কামনা।

০০০ ০০০ ০০০

অসম সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনৰ কাৰ্যক্ৰমণিকাৰ অন্যতম অংগ হ'ল এখনি সৰ্বাংগ-সুন্দৰ স্মৃতিগ্ৰন্থ। বিশ্বনাথ চাৰিআলি অধিৱেশনৰ আদৰণী সমিতিয়েও এনে এখন স্মৃতিগ্ৰন্থ প্ৰকাশৰ সিদ্ধান্ত লৈ এখন উপসমিতিৰ হাতত দায়িত্ব অৰ্পণ কৰে। উপ-সমিতিখনেও স্মৃতিগ্ৰন্থখন যথাসম্ভৱ সুন্দৰ-ভাৱে প্ৰকাশ কৰাৰ প্ৰচেষ্টা হাতত লয়। এই প্ৰচেষ্টাত স্মৃতিগ্ৰন্থখনত যাইকৈ অন্তৰ্ভুক্ত কৰা হৈছে অসমৰ বিজ্ঞজনৰ সুনিৰ্বাচিত নিবন্ধ, বিশ্বনাথ চাৰিআলি অঞ্চলৰ অতীত আৰু বৰ্তমানৰ বিষয়ে থূলমূল বিৱৰণ, অঞ্চলটোৰ বিভিন্ন জনগোষ্ঠী সম্পৰ্কীয় প্ৰবন্ধ আৰু বৃহৎ অঞ্চলটোৰ ঐতিহ্যৰ স্বাক্ষৰ বহনকাৰী কিছুমান কীৰ্তিচিহ্নৰ আলোকচিত্ৰ।

০০০ ০০০ ০০০

এই স্মৃতিগ্ৰন্থখন যুগুতাওতে আমি সম্পাদনা সমিতিৰ উপৰিও আন ভালেমান ব্যক্তিৰ সহায়-সহযোগ পাইছোঁ। অসমৰ বিভিন্ন ঠাইৰ যিসকল লেখকৰপৰা প্ৰবন্ধ-পাতি বিচৰা হৈছিল, তেওঁলোকে আমাৰ অনুৰোধৰ প্ৰতি সঁহাৰি জনোৱাৰ বাবে তেওঁলোকৰ প্ৰতি আমি কৃতজ্ঞ। স্থানীয় যিসকল লেখকে যতন কৰি ন-পুৰণি কথাৰ সম্ভাৰ যুগুতাই প্ৰবন্ধাকাৰে দিলে তেওঁলোকলৈও ধন্যবাদ জনালো। স্থানীয় বিষয়ৰ প্ৰবন্ধ কেইটি কৰ্ণধাৰ সমিতিয়ে চাই-চিতি প্ৰকাশৰ বাবে অনুমোদন জনোৱাৰ বাবে সমিতিলৈ আমি কৃত-জ্ঞতা জনাইছোঁ। সম্পাদনা সমিতিৰ উপদেষ্টা, সভাপতি, উপ-সভাপতি প্ৰমুখ্যে সদস্যসকলৰ সহায়ৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। স্থানীয় বিষয়ৰ প্ৰবন্ধসমূহৰ সম্পাদনাত অতি সক্ৰিয়ভাৱে সহায় কৰাৰ উপৰিও সকলো দিশতে নিৰন্তৰ দিহা-পৰামৰ্শ দি কামত আগবঢ়াত প্ৰেৰণা যোগোৱাৰ বাবে শ্ৰীফটিক হাজৰিকাদেৱৰ ওচৰত মই বিশেষভাৱে কৃতজ্ঞ। শ্ৰীশৈলেন বৰাই নিষ্ঠাৰে প্ৰতিটো দৰকাৰী কামতে সহায় আগবঢ়োৱাৰ বাবে তেওঁক ধন্যবাদ জনাইছোঁ। সম্পাদনা কাৰ্যৰ উপৰিও কেইখনমান দুষ্প্ৰাপ্য আলোকচিত্ৰৰ যোগান ধৰি সহায় কৰাৰ বাবে শ্ৰীনিত্যানন্দ গগৈৰ শলাগ লৈছোঁ। এই সংকলনটি অতি নিষ্ঠা আৰু যত্নেৰে ছপা কৰি উলিওৱাৰ বাবে জনতা প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীবদন লহকৰ, পৰিচালক শ্ৰীআদ্য লহকৰ আৰু সমূহ কৰ্মীলৈ হিয়াভৰা ধন্যবাদ জনাইছোঁ।

০০০ ০০০ ০০০

'বিশ্বনাথ-দীপিকা' সংকলনটি আমি লোৱা আঁচনি অনুযায়ী পূৰ্ণাংগ ৰূপত প্ৰস্তুত কৰি উলিয়াব পৰা নাই। ইয়াত হয়তো অজানিতে বহুতো ভুল-ভ্ৰান্তি ৰৈ গৈছে। তাৰ বাবে আমি ক্ষমা বিচাৰিছোঁ।







অসম সাহিত্য সভাৰ ষষ্ঠ পঞ্চাশত্তম অধিবেশনৰ সভাপতি
শ্ৰীনৱকান্ত বৰুৱা

অসম সাহিত্য সভাৰ ষট পঞ্চাশত্তম অধিবেশনৰ মুকলি সভাৰ উদ্বোধক



ডঃ হৰভজন সিং

সু-প্ৰসিদ্ধ ৰাষ্ট্ৰীয় কবি ডঃ হৰভজন সিং এগৰাকী পঞ্জাবী
সাহিত্যিক আৰু পণ্ডিত। এখেত গুৰু নানক বিশ্ববিদ্যালয়,
পঞ্জাবী বিশ্ববিদ্যালয় আৰু দিল্লী বিশ্ববিদ্যালয়ৰ
প্ৰাক্তন অধ্যাপক। এখেতে ১২ খন কবিতাৰ
পুথিৰ উপৰিও সাহিত্য আলোচনাৰ
৩৮ খন পুথিকে ধৰি প্ৰায় এশখন
গ্ৰন্থ ৰচনা কৰিছে। এই
গৰাকী সু-সাহিত্যি-
কলৈ আমি
হিয়াভৰা
আদৰণি জনাইছো।



অসম সাহিত্য সভাৰ বিদায়ী সভাপতি
শ্ৰীমহিম বৰা



অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী



আদৰণী সমিতিৰ সভাপতি
ডাং কোযেশ্বৰ বৰা



আদৰণী সমিতিৰ কাৰ্যকৰী সভাপতি
শ্ৰীঅপৰ্বকুমাৰ দাস



আদৰণী সমিতিৰ সাধাৰণ সম্পাদক
শ্ৰীজগৎ বড়া

# বিশ্বনাথৰ পুৰণি কীৰ্তি

॥ নিত্যানন্দ গগৈ ॥

পুবে ববগাং, পশ্চিমে ঘিলাধাৰী, উত্তৰে হিমালয়, দক্ষিণে ব্ৰহ্মপুত্ৰৰ মধ্যৱৰ্তী বিশ্বনাথ অঞ্চল বুৰঞ্জীয়ে চুকি নোগোৱাৰ দিন ধৰি বিভিন্ন যুগৰ ঐতিহ্য তথা পুৰাকীৰ্তিৰে সমৃদ্ধ। যুগৰ বন্যাই অজ্ঞাতে কত কীৰ্তি উটাই নিলে, কত অলক্ষিতে আছে, কত কীৰ্তি ধৰিত্ৰীৰ গৰ্ভত এতিয়াও লুকাই আছে তাৰ সম্ভেদ পোৱাটো সাধ্যাতীত। আমি এই প্ৰবন্ধত বিশ্বনাথ অঞ্চলৰ প্ৰাচীন দ'ল-দেৱালয়, থান-সত্ৰ, গড়-প্ৰাচীৰ আদিৰ বিষয়ে এটি আভাস দাঙি ধৰাৰ প্ৰয়াস কৰিছোঁ।

## (ক) বিশ্বনাথৰ দ'ল-দেৱালয় ঃ

বিশ্বনাথ ক্ষেত্ৰ ঃ বুঢ়ীগাং-ব্ৰহ্মপুত্ৰৰ সঙ্গমত প্ৰকৃতিৰ এক ৰম্যস্থানত, সাম্প্ৰতিক বিশ্বনাথ চাৰিআলি নগৰৰপৰা প্ৰায় ৯ কিঃ মিঃ দক্ষিণৰ বিশ্বনাথক্ষেত্ৰ ভাৰতৰ পূৰ্বাঞ্চলৰ এখন প্ৰাচীনতম পবিত্ৰ স্থান। ইয়াৰ ইতিহাস লৌহিত্যৰ পাৰত মানুহৰ প্ৰথম বসতি কৰাৰে পৰা আৰম্ভ হৈছে। বিশ্বনাথত আৱিষ্কৃত নৱ প্ৰস্তৰ যুগৰ শিলৰ কোৰ, কুঠাৰ, হাতুৰি আৰু জোঙা অস্ত্ৰাদি বহুসংখ্যক আহিলা-পাতি,[1] আৰু বিশ্বনাথ ক্ষেত্ৰত থকা বিভিন্ন শৈলগৰ্তবিলাকে প্ৰমাণ কৰিছে যে আদিম কালতে ই আছিল অষ্ট্ৰিক সকলৰ বাসস্থান। খুব সম্ভৱ এই নৃগোষ্ঠীৰে মন্-খেমৰ ভাষা-ভাষী খাছী-চিন্টেংসকলেই বিশ্বনাথস্থ শৈলগৰ্তবোৰ খনন কৰি তেওঁলোকৰ মৃতকসকলৰ পবিত্ৰ অৱশেষ এইবিলাকত সংৰক্ষণ কৰি তাত যথানিয়মে পূজা-সেৱা চলাইছিল। বহু কাল ব্যাপি চলা প্ৰাকৃতিক শক্তিৰ আঘাতত বৰ্তমান গৰ্তবিলাকে নিশ্চয় বহু পৰিমাণে পূৰ্বৰূপ হেৰুৱাইছে।

যুগে বাগৰ সলালে, মঙ্গোলীয়সকল আহিল লুইতৰ পাৰলৈ। তেওঁলোকৰ প্ৰবল হেঁচাত খাছী-সকল আঁতৰিল আজিৰ মেঘালয়ৰ পাৰ্বত্য অঞ্চললৈ। তথাপি অষ্ট্ৰিকসকলৰ পবিত্ৰ স্থান বিশ্বনাথক মঙ্গোলীয়সকলেও বাছি ল'লে সেৱা-সৎকাৰৰ



বিশ্বনাথ অঞ্চলত আৱিষ্কৃত নৱপ্ৰস্তৰ যুগৰ শিলৰ আহিলা
A.H. Dani ৰ Pre-History and Proto-History
of Eastern India ৰ পৰা পুনৰ অংকিত

এক বিশেষ স্থান হিচাপে। এইবিলাক প্ৰাগ্ ঐতি-হাসিক যুগৰ অলিখিত দীঘলীয়া ইতিহাস। ইয়াৰ পাছত জগতপতি গৰুড়ধ্বজ নামৰ কোনো এক আৰ্যপুত্ৰই পশ্চিম ফালৰপৰা আহি বিশ্বনাথত হয়গ্ৰীৱ নামৰ এক অসুৰৰ লগত যুদ্ধ কৰি, যুদ্ধত হয়গ্ৰীৱক বধি এই তীৰ্থত আৰ্য সংস্কৃতি ৰোপণ কৰি মণিকূটলৈ (হাজো) গমন কৰিলে।[2]

এছিয়াৰ দুই প্ৰাচীন সুসভ্য দেশ চীন-ভাৰত সংযোগকাৰী লৌহিত্য আৰু ইয়াৰ তীৰৱৰ্তী বিশ্ব-নাথ খ্ৰীঃপূঃ ৩য় শতিকাৰ মৌৰ্য সম্ৰাট অশোকৰ দ্বাৰা প্ৰচাৰিত বৌদ্ধধৰ্ম পৰিক্ৰমাৰ অন্তৰ্ভুক্ত এক জনস্থান হিচাপে নিৰ্বাচিত হোৱা প্ৰতীত হয়। সাৰনাথত প্ৰাপ্ত অশোকৰ দিনৰ চতুঃসিংহৰ প্ৰতিমূৰ্তি সদৃশ এক চতুঃসিংহৰ মূতি বিশ্বনাথত থকাৰ্লৈ চাই আমাৰ অনুমান হৈছে যে অশোকে এই ঠাইতো বুদ্ধদেৱৰ পবিত্ৰ মহাশ্ম সহ এটা বৌদ্ধ মঠ স্থাপন কৰিছিল। এক মিটাৰ উচ্চতাৰ পৰস্পৰ পিঠিয়া-পিঠিকৈ থকা চাৰিটা সিংহৰ প্ৰতিমূতিটোৰ মধ্য শীৰ্ষাংশ স্তূপাকৃতিৰ আৰু ই সাৰনাথৰ প্ৰতিমূতিটোৰ দৰে কোনো শৈলস্তম্ভৰ শীৰ্ষাংশ আছিল নে নাছিল তোক কোৱা টান। সাৰনাথৰ মূতিৰ দৰে ইয়াত ধৰ্মচক্ৰ, কিম্বা অন্য জন্তুৰ চিত্ৰ নাই আৰু শিল্পকলাও বহু নিম্ন পৰ্যায়ৰ। তথাপিতো বিশ্বনাথৰ এই মূতি অশোকৰ দিনৰ অন্যান্য প্ৰতিমূতিবিলাকৰ দৰে পাৰ্চো-হেলেনিক (পাৰস্য আৰু গ্ৰীক) শিল্পকলাৰে মহিমা মণ্ডিত। কিন্তু মন কৰিবলগা কথা এই যে বিশ্বনাথত এই মূতি "ভালুক গোঁসাই" বুলিহে পৰিচিত।

দশম শতিকামানত ৰচিত কালিকাপুৰাণত বিশ্বনাথ হিন্দু ধৰ্মৰ এখন প্ৰধান তীৰ্থক্ষেত্ৰ হিচাপে প্ৰতিষ্ঠিত হোৱা দেখা যায়। ইয়াৰপৰা বুজা যায়, ১০ম শতিকাৰো কেইশ বছৰমান আগতেই গংগাৰ তীৰৱৰ্তী ভাৰতবিখ্যাত তীৰ্থক্ষেত্ৰ কাশীৰপৰা অহা কোনো ঋষি-সন্ন্যাসীয়ে কাশীৰ প্ৰধান মন্দিৰ বিশ্বনাথ (বিশ্বেশ্বৰ) মন্দিৰৰ আহিঁৰে ব্ৰহ্মপুত্ৰৰ পাৰৰ এই ঠাইৰ প্ৰতি আকৃষ্ট হৈ ইয়াত বিশ্বনাথ শিৱদেৱতাৰ অৰ্থে দ্বিতীয়খন পীঠস্থান প্ৰতিষ্ঠা কৰে। কালিকা পুৰাণত বিশ্বনাথৰ অৱস্থিতি, ইয়াত থকা দেৱ-দেবীৰ মন্দিৰ আৰু এই দেৱ-দেবী বিলাকক কি মন্ত্ৰেৰে পূজা কৰা নিয়ম, তাৰ বিষয়ে স্পষ্ট উল্লেখ পোৱা যায়। এই পুৰাণত আছে ঃ

বৃদ্ধ গংগা জলস্যান্তস্তীৰে ব্ৰহ্ম সুতস্যবৈ ॥২২॥
বিশ্বনাথহৰয়ো দেৱঃ শিৱলিঙ্গ সমন্বিতঃ।
বিশ্বদেৱী মহাদেৱী যোনিমণ্ডল ৰূপিনী ॥২৩॥
হয়গ্ৰীৱেন যুযুধে তত্ৰদেৱো জগত পতি ঃ।
হয়গ্ৰীব যত্ৰ হত্বা মণিকৃটং পুৰাগতম্ ॥২৪॥
তত্ৰয়ঃ পূজয়েদ্দুৰ্গাং শাৰদাং তন্দ্ৰমন্ত্ৰকৈঃ।
হয়গ্ৰীৱস্য মন্ত্ৰেন তন্ত্ৰেন গৰুড়ধ্বজম্ ॥২৫॥
কামেশ্বৰস্য তন্ত্ৰেন মন্ত্ৰেনাপি চ শঙ্কৰম।[৩]

অৰ্থাৎ, বৃদ্ধ গংগাৰ (বুঢ়ীগাং) পানীৰ মাজত ব্ৰহ্মপুত্ৰৰ পাৰত বিশ্বনাথ নামে শিৱলিঙ্গ আৰু যোনি-ৰূপা মহাদেবীৰ বিশ্বদেবী আছে। পূৰ্বকালত জগত পতি বিষ্ণুৱে তাতে হয়গ্ৰীৱে সৈতে যুদ্ধ কৰে আৰু হয়গ্ৰীৱক বধ কৰি মণিকূটলৈ যায়। তাত শাৰদা মন্ত্ৰে দুৰ্গাক হয়গ্ৰীৱ মন্ত্ৰানুসাৰে গৰুড়ধ্বজক আৰু কামেশ্বৰৰ মন্ত্ৰ-তন্ত্ৰানুসাৰে শঙ্কৰক পৰম ভক্তিৰে পূজা কৰা হয়। কালিকাপুৰাণৰ উপৰোক্ত বৰ্ণনা বিশ্বনাথত থকা প্ৰাচীন শৈলমন্দিৰৰ ভগ্নাৱশেষ, সিঁচৰতি হৈ থকা কেইটামান শিলৰ মূতি আৰু ভাস্কৰ্য খচিত শিলবিলাকৰ পৰা ক'ব পাৰি যে খ্ৰীষ্টীয় অষ্টম-দশম শতিকাৰ ভিতৰত বিশ্বনাথত বিশ্বনাথ শঙ্কৰ, বিশ্বদেবী-মহাদেবী আৰু জগতপতি গৰুড়ধ্বজকে ধৰি তিনি-চাৰিটামান মন্দিৰ আছিল।

ষোড়শ শতিকামানত ৰচিত যোগিনীতন্ত্ৰত কামৰূপান্তক কাশী বিশ্বেশ্বৰ, অৰ্থাৎ অসমৰ কাশী বিশ্বনাথ মন্দিৰত বলী পুত্ৰ বাণে দ্বাৰপাল হিচাপে থকা আৰু তেওঁৰ লগত এক বাহ্লিক ৰমণী কীৰ্মিৰ মিলন কাহিনী এটা বৰ্ণিত আছে।[৪] কিন্তু সেয়া ঐতিহাসিক সত্য ঘটনা আছিল বুলি আমাৰ বিশ্বাস নহয়। আহোম ৰাজত্বত বিশ্বনাথ ক্ষেত্ৰত কেইবাটাও দ'ল-দেৱালয় নিমিত হৈছিল। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে বিশ্বনাথত ৩০খন দেৱালয় দৰ্শন কৰিছিল বুলি জনা যায় যদিও ইয়াৰ নামবিলাক জনা নাযায়। ঠিক সেইদৰে ১৮৪২ চনত কমিছনাৰ জেনকিন্সে লিখা এক ফয়চলা পত্ৰত বিশ্বনাথত ২৭ খন দেৱালয়ৰ কথা উল্লেখ কৰিছে। 'পবিত্ৰ অসম' পুথিত সৰ্বানন্দ ৰাজকুমাৰদেৱে বিশ্বনাথৰ ৩০ খন দেৱালয়ৰ নাম এইদৰে লিখিছে ঃ উমা, চক্ৰেশ্বৰ, হৰিহৰ-কৰ্দমেশ্বৰ, বাসুদেৱ, নাঙ্গলেশ্বৰ, ভৈৰৱেশ্বৰ, বাঘেশ্বৰী, সিদ্ধেশ্বৰ, বিশ্বনাথ, চণ্ডী, কমলেশ্বৰ, শিৱনাথ, মুক্তিনাথ, বানেশ্বৰ (বৰদ'ল), জাগ্ৰা, বুঢ়ামাধৱ, কালভৈৰৱ, বীৰভদ্ৰ (বৰলাশিল), জোঙাশিল, পূৰ্বশঙ্কৰ, সূৰ্যমাধৱ, অন্নপূৰ্ণা, গণেশ, বৃষধ্বজ, কাশীনাথ, উদ্ৰেশ্বৰ, গৌৰীবল্লভ, বিষ্ণু, দুৰ্গাশক্তি আৰু মঙ্গল চণ্ডিকা।[৫] এইবিলাক দেৱালয়ৰ ভিতৰত প্ৰতাপগড়ত থকা বুঢ়ামাধৱ দেৱালয়কো ধৰা হৈছে।



শেষ দেৱালয়, ইয়াত বিজড়িত তাম্ৰপত্ৰ তথা অন্যান্য স্মৃতিচিহ্নবিলাকৰপৰা ইয়াত সৰ্বমুঠ এঘাৰটা মন্দিৰ আহোম যুগত নিৰ্মিত হৈছিল বুলি নিঃসন্দেহে ক'ব পাৰি। অসমৰ স্বৰ্গদেৱসকলে হিন্দু-ধৰ্ম গ্ৰহণ কৰাৰ পাছৰপৰা তেওঁলোকৰ ৰাজত্বৰ অন্তিম সময় পৰ্যন্ত, বিশ্বনাথক হিন্দু আহোম ৰাজ্যৰ সৰ্বশ্ৰেষ্ঠ তীৰ্থক্ষেত্ৰ জ্ঞান কৰি ইয়াত নানা ধৰ্মীয় কাৰ্য অনুষ্ঠিত কৰাৰ উপৰিও নিজাকৈ একোটা কীৰ্তিচিহ্ন ৰাখি থৈ যোৱাৰ চেষ্টা কৰিছিল। এই ক্ষেত্ৰস্থ বিভিন্ন দেৱালয়বিলাকৰ নামত স্বৰ্গদেৱসকলে পূবে বুৰৈৰপৰা পশ্চিমে ভৰলী পৰ্যন্ত বিভিন্ন ঠাইত ভূমিদান কৰিছিল।




বিশ্বনাথৰ পুৰোহিত আৰু আন মানুহৰ মুখতো বিশ্বনাথত ২৭ খন দেৱালয় আছে বুলি কোৱা শুনা যায়। বৰ্তমান বিশ্বনাথ ক্ষেত্ৰস্থ অৱ-

বিশ্বনাথ মন্দিৰ ঃ আজিৰ তেজপুৰ বা পুৰণি দিনৰ হাৰূপেশ্বৰত ৰাজধানী পাতি শাসন কৰা শালস্তম্ভ বংশৰ ৰজাসকলৰ দিনতে (৬৫০-৯৯০ খ্ৰীঃ)

পোন প্ৰথম বিশ্বনাথৰ নামত শৈলমন্দিৰ নিৰ্মিত হোৱা সম্ভৱ। পুৰণি অসম শাসন কৰা পাল বংশী ৰজাসকলৰ (৯৯০-১১৩৮ খ্ৰীঃ) পৃষ্ঠ-পোষকতাৰ পৰাও এই মন্দিৰ নিশ্চয় বঞ্চিত নহৈ-ছিল। আহোম ৰাজ্য মধ্য অসমলৈকে সম্প্ৰসাৰিত হোৱাৰ পাছৰপৰা বিশ্বনাথৰ লগতে এই অঞ্চলটোৰ ইতিহাস পোহৰলৈ আহে। তথাপি প্ৰতাপসিংহ স্বৰ্গদেৱৰ প্ৰাক্‌কালত এই মন্দিৰে কিবা প্ৰকাৰৰ পৃষ্ঠপোষকতা পাইছিল বুলি বুৰঞ্জীৰ পৰা জানিব পৰা নাযায়। ১৬১৫ চনত মোগল সেনাপতি সত্ৰাজিতে যেতিয়া এই অঞ্চল আক্ৰমণ কৰি মন্দিৰৰ সোণ-ৰূপৰ অনেক আহিলা লুট কৰাৰ লগতে দুগৰাকী (কোনো বুৰঞ্জীৰ মতে তিনিগৰাকী) দেৱদাসীও ধৰি লৈ যায়, তেতিয়াৰপৰাহে স্বৰ্গ-দেৱসকলৰ বিশেষ দৃষ্টি বিশ্বনাথৰ প্ৰতি আকৰ্ষণ হয়। ১৬১৫ চনৰপৰা ১৬২০ চনৰ ভিতৰত প্ৰাচীন শৈলমন্দিৰটো ভাগি পৰাত ১৬২১ চনত প্ৰতাপসিংহ স্বৰ্গদেৱে মোমাই তামুলী বৰবৰুৱাৰ হতুৱাই বিশ্বনাথ মন্দিৰ নিৰ্মাণ কৰায়।[৬] আজি-কালি ব্ৰহ্মপুত্ৰৰ গৰ্ভৰ যি ঠাইত প্ৰাচীন বিশ্বনাথ মন্দিৰৰ ভগ্নাৱশেষ দেখা যায়, তেতিয়া সেই ঠাই যথেষ্ট ওখ আৰু শিলাময় আছিল আৰু তাতে এই মন্দিৰ সজা হৈছিল।

কামৰূপৰ পৰা মোগলক খেদি অসমৰ সীমা পশ্চিমে কৰতোৱা পৰ্যন্ত বিস্তাৰ কৰাৰ পাছত মোগল প্ৰত্যাক্ৰমণ আশংকা কৰি দেশৰ নিৰাপত্তা আৰু মঙ্গল কামনাৰ্থে বিশ্বনাথ শিৱৰ আশীৰ্বাদ বিচাৰি ১৬৫৭ চনত জয়ধ্বজ সিংহ স্বৰ্গদেৱে বিশ্ব-নাথত এটা বৃহৎ যজ্ঞ পাতি বহুসংখ্যক গৰু আৰু আন দান-দক্ষিণা কৰাৰ উপৰিও বিশ্বনাথ গোসাঁইৰ উদ্দেশ্যে এটা হাতীও উৎসৰ্গা কৰিছিল। লাচিত বৰফুকনৰ সেনাপতিত্বত মোগলৰ কবলৰপৰা কামৰূপ পুনৰুদ্ধাৰ কৰাৰ আনন্দত স্বৰ্গদেৱ চক্ৰ-ধ্বজ সিংহই ১৬৬৭ চনত বিশ্বনাথলৈ আহি অসমৰ ৰজা আৰু সমূহ প্ৰজাৰ মঙ্গলৰ বাবে এটা বিৰাট যজ্ঞ অনুষ্ঠিত কৰে আৰু সেই যজ্ঞত প্ৰধান পুৰো-হিত আছিল গাভৰুগিৰি বাপু।[৭]

বিশ্বনাথৰ প্ৰতি গদাধৰ সিংহ স্বৰ্গদেৱৰ আছিল এক বিশেষ আস্থা। তেওঁ এই মন্দিৰত নৈমিত্তিক পূজা-সেৱা নিয়াৰিকৈ চলি থাকিবলৈ ১৬৮৩ চনত দুখন তাম্ৰপত্ৰ প্ৰদান কৰিছিল। ইয়াৰে এখনৰ যোগেদি পূজনকৰ্ম (পৰিচালনা) কৰিবলৈ গোবিন্দ চক্ৰৱৰ্তীক নিয়োগ কৰি ব্ৰহ্মো-ত্তৰ হিচাবে তিনিজন গড়িয়া (মুছলমান) মানুহ, কৈৱৰ্ত এজন আৰু ভেৰভেৰি নামৰ বিল এখনৰ সৈতে 'সয়বৰ' পথাৰত ৮০ পুৰা মাটি দান কৰি-ছিল। আনখন শাসনৰ দ্বাৰা বেজবৰুৱাৰ নাতি বৰকাকতিৰ হতুৱাই বিশ্বনাথৰ সমস্ত পূজাৰ আহিলা-পাতি নতুনকৈ গঢ়াই, পূজাৰ্থে নাৰায়ণ আৰু কমলা নামৰ দুই ব্যক্তিক ঠাকুৰ হিচাপে নিয়োগ কৰাৰ লগতে আন চাৰিজন ব্ৰাহ্মণ, চল্লিছ জন অব্ৰাহ্মণ পাইক, আঠজনী নাচনী আৰু ঠাকুৰৰ নামত ২৬ পুৰা মাটি নিৰ্বন্ধ কৰি দিয়া হৈছিল।[৮] ১৬৮৯ চনত গদাধৰ সিংহৰ এটা বৰ শকত নৰিয়া হয়। সেই নৰিয়াৰপৰা নিষ্কৃতি পাবলৈ বিশ্বনাথত এটা যজ্ঞ কৰাম বুলি অংগীকাৰ কৰি সুফল পোৱাত ১৬৯০ চনত ১০৮ জন ব্ৰাহ্মণৰ দ্বাৰা কাত্যায়ন ভট্টাচাৰ্য আৰু মকলিমৰীয়া গোসাঁ-ইৰ পৰিচালনাত এটা ডাঙৰ যজ্ঞ পাতে।

১৭০৮ চনৰ (১৬৩০ শক) ১ বহাগৰপৰা ৩ বহাগলৈকে বিশ্বনাথৰ বালিত তামিঘৰ সাজি স্বৰ্গদেৱ ৰুদ্ৰসিংহই এক বিৰাট ৰাজ দৰবাৰ পাতি বন্দী কৰি অনা কছাৰী আৰু জয়ন্তীয়া ৰজাক সাক্ষাৎ কৰিছিল। কছাৰী ৰজা তাম্ৰধ্বজে হাতত তিল-কুশ লৈ বিশ্বনাথ ক্ষেত্ৰৰ পানীত হাত জুৰু-বিয়াই স্বৰ্গদেৱৰ কৰতলীয়া হৈ থাকিবলৈ অঙ্গী-কাৰ কৰি কৈছিল: "লাও তল যাব শিল ওপঙিব, কোৱা বগা হ'ব, বগ ক'লা হ'ব আৰু ব্ৰহ্মপুত্ৰ উভতি গতি কৰিব তেবে কি মোৰ কবুল ছাৰিবে।"

বিশ্বনাথ ক্ষেত্ৰতে ৰুদ্ৰসিংহই নিজৰ বৰপুত্ৰ শিৱসিংহক দক্ষিণ উৰুত আৰু তাম্ৰধ্বজক বাম উৰুত বহুৱাই দুয়োৰে শিৰত হাত দি দুয়োজনকে একে সমান পুত্ৰ বুলি স্থাপন কৰিছিল। সেই কালৰ পৰা কছাৰী ৰজা স্বৰ্গদেৱৰ পুত্ৰৱৎ বিবেচিত হয়।

প্ৰতাপসিংহৰ দিনৰ বিশ্বনাথ মন্দিৰটো সম্ভৱ ভাগি পৰাত প্ৰমত্ত সিংহ স্বৰ্গদেৱ ১৭৫০ চনত বিশ্ব-নাথত দুমাহ থাকি লৈ থাপনা দ'ল নামেৰে বুৰঞ্জীত পৰিচিত বিশ্বনাথ মন্দিৰটো পুনৰ সজাই দিয়ে। চাওকুও ফুকনৰ বুৰঞ্জীত সেই দ'লটোৰ বৰ্ণনা এইদৰে লিপিবদ্ধ আছে: "১৬৭২ শকত বিশ্বনাথৰ দ'ল বান্ধে। দ'ল মেৰে ৮৪ হাত, ওখকে ৪৫ হাত, বাৰ ডাঠ ৯ হাত, গহ্বৰ বহলে ১৫ হাত, ওখকে খুৰাপাতৰপৰা মুধলৈ ১৩ হাত, তাৰেপৰা ঘটৰ মেখেলালৈ ২২ হাত, তাৰেপৰা চুলাৰ ওপৰলৈ ৯ হাত, মুঠত ৪৫ হাত। ওখকৈ শূন্য ২৮ হাত জগমোহন ঘৰটি দীঘে ১৭ হাত, মুধে বাৰ ডাঠে ৩ হাত, পথালি ১৪ হাত, বাৰ ডাঠ ২ হাত ১ বেগেতকৈ। ভিতৰ শূন্য দীঘে ১৪ হাত, পথালি শূন্য ৯ হাত।"[১০] প্ৰমত্ত সিংহই নিৰ্মাণ কৰা নাট গৃহেৰে মণ্ডিত ৪৫ হাত ওখ, ৮৪ হাত ঘেৰৰ আৰু ৯ হাত ডাঠ বেৰৰ এই সুউচ্চ তথা মজবুত বিশ্ব-নাথ মন্দিৰটো সাম্প্ৰতিক যুগত দেখিবলৈ পোৱা নাযায়।

বিশ্বনাথ দৰ্শনাৰ্থে এবাৰ স্বৰ্গদেৱ শিৱসিংহ আহিছিল। ঠিক তেনে উদ্দেশ্যেৰে ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱো আহি ইয়াৰ ওঠৰখন পবিত্ৰ স্থান দৰ্শন কৰি বিশ্বনাথৰ প্ৰজাবৃন্দক ২০০০ ৰূপ, ১০০ তোলা সোণ, ৬ পেৰা কাপোৰ উপহাৰ দিছিল।[১১] আমাৰ অনুমান, ৰাজেশ্বৰ সিংহৰ দিনত হোৱা ব্ৰহ্মপুত্ৰৰ প্ৰবল বানত পুৰণি দেৱগাঁৱৰ শিৱ মন্দিৰৰ দৰে একে সময়তে প্ৰমত্ত সিংহৰ নিৰ্মিত বিশ্বনাথ মন্দিৰো ধ্বংসপ্ৰাপ্ত হয়। ইয়াৰ ফলত প্ৰাচীন পীঠ স্থান ব্ৰহ্মপুত্ৰৰ গৰ্ভত সোমাই পৰাত সেই ঠাইত পুনৰ মন্দিৰ নিৰ্মাণ অসম্ভৱ হয় আৰু সেই বাবেই



পুৰণি পীঠৰপৰা ২০০ মিটাৰমান পশ্চিমৰ বৰ্ত-মানৰ ঠাইত লক্ষ্মীসিংহ স্বৰ্গদেৱে ১৭৭৪ চনত ধ্বংসপ্ৰাপ্ত মন্দিৰৰপৰা বহুতো শিল-ইটা অনাই নতুনকৈ সামান্য ৰূপত বিশ্বনাথ মন্দিৰ সজাই দিয়ে। বৰ্তমান দেৱালয়ৰ কাষতে জৰাজীৰ্ণভাৱে পৰি থকা এই দ'লটোক কোনোৱে শিৱ মঠ বুলিও পৰিচয় দিয়ে। স্থানান্তৰিত মন্দিৰত পূৰ্বৰ পুৰোহিত পৰিয়ালৰ সভ্ৰাতৃক দুৰ্গাৰাম ব্ৰাহ্মণক ১৭৭৪ চনত দুটা লিক্‌চৌ দি ঠাকুৰ পাতে আৰু লগতে বাজ-মাও (বগী) শ্ৰাদ্ধত উছগি কাঠকটীয়া আৰু পানী-ভঁৰাল পথাৰত মুঠ ২২ পুৰা মাটি দিয়াৰ উপৰিও কেইজনমান ব্ৰাহ্মণ-অব্ৰাহ্মণ পাইকক দেৱালয়ৰ বিভিন্ন কৰ্ম কৰিবলৈ নিয়োগ কৰি লক্ষ্মী সিংহই এখন তাম্ৰপত্ৰ প্ৰদান কৰিছিল।[১২] শুনা যায়, মানবিলাকে এই মন্দিৰৰ সোণৰ কলচি ভাঙি নি অপবিত্ৰ কৰাত ই পৰিত্যক্ত হয় আৰু সেয়েহে পুনৰ ইয়াৰ কাষতে ইংৰাজৰ দিনত আধুনিক বিশ্বনাথ দেৱালয় প্ৰতিষ্ঠিত হয়। তত্ৰাচ, প্ৰাচীন তথা মূল পীঠ স্থানৰ ঐতিহ্য স্মৰি অদ্যাপি বিশ্ব-নাথৰ দেৱলীয়া লোকসকলে খৰালি হ'লেই সেই ঠাইত-পূজা সেৱা চলোৱাৰ নিয়ম প্ৰচলিত আছে।

শিৱনাথ মঠ নামেৰে পৰিচিত বৰ্তমান জহিখহি যোৱা শিল-ইটাৰে সজোৱা ১০ মিটাৰ মান ওখ এই মন্দিৰটো চাৰিপিতীয়া। মন্দিৰটো সৰু হ'লেও এসময়ত ই যে বিবিধ চিত্ৰেৰে সুমণ্ডিত আছিল সেই কথা আজিও অৱশেষ হিচাপে ইয়াৰ গাত থকা পোৰা মাটিৰে নিৰ্মিত কেইবিধমান ফুল আৰু আহোম ৰাজৰ চীন-মোহৰ উৰণীয়াসিংহৰ কেইটামান নক্সাই প্ৰমাণ কৰে। আজি চাৰি বছৰ মানৰ আগলৈকে বিশ্বনাথ দেৱালয়ত ৬৩ চেঃমিঃ ওখ এটি দেৱতাৰ মূৰ্তি আৰু ৯১ চেঃ মিঃ উচ্চতাৰ এটি পঞ্চানন দশভুজা শিৱৰ মূৰ্তি আছিল। সম্প্ৰতি এই দুয়োটা আহোম যুগীয় মূৰ্তি তেজপুৰ জিলা সংগ্ৰহালয়ত ৰখা হৈছে।

আগৰ কালত বিশ্বনাথ দেৱালয় অসমৰ

কেৱল এখন অন্যতম প্ৰধান মহাপীঠেই নাছিল, ই অসমীয়াৰ এখন বিচিত্ৰ কলা-সংস্কৃতিৰ বহুকলীয়া নাটঘৰ হিচাপেও প্ৰসিদ্ধি লাভ কৰিছিল। ইয়াত বিজড়িত নট-নৰ্তকী আৰু ওজাপালি নৃত্য আজি বিলুপ্ত। শিৱৰাত্ৰি আৰু 'গোসাঁই ফুৰোঁৱা' উৎসৱে মাথোন ইয়াৰ কিছু পৰম্পৰাগত কৃষ্টি জীয়াই ৰাখিছে। তাহানিৰ গোবিন্দ চক্ৰৱৰ্তীৰ বংশধৰসকলেই আজিও ইয়াত পূজা-সেৱা চলাই থকা দেখা যায়।

চণ্ডী দেৱালয় ঃ প্ৰাচীন বিশ্বনাথ পীঠৰপৰা তিনিশ মিটাৰমান দক্ষিণ-পশ্চিমে ব্ৰহ্মপুত্ৰৰ পৰাৰ এক প্ৰকাণ্ড শিলাখণ্ডৰ ওপৰত এই দেৱালয় আছে। ইয়াৰ মূল বিগ্ৰহ দুটা ওচৰা-উচৰি শৈলগৰ্ত। এই দেৱালয়ৰ প্ৰাচীনতা বিশ্বনাথ মন্দিৰৰ সমসাময়িক। কালিকাপুৰাণে চণ্ডীকেই বিশ্বদেৱী মহাদেৱী বুলি কোৱাটো ধৰিব পাৰি। প্ৰতাপসিংহৰ দিনত এই দেৱালয়ক চণ্ডীদেওঘৰ নামেৰে জনা গৈছিল। সম্ভৱতঃ সেই দেৱালয় ভাগি যোৱাত ১৬৮৫ চনত গদাধৰ সিংহই ইয়াক পুনৰ সজাই দিছিল।[13] গদাধৰ সিংহৰ চণ্ডীৰ তাম্ৰপত্ৰ উদ্ধাৰ হোৱা নাই। গদাধৰ সিংহৰ নিৰ্মিত দেৱালয় ইটাৰ আছিল। কোনো প্ৰাকৃতিক দুৰ্যোগত সেই দেৱগৃহ ধ্বংস হয়। ইয়াৰ পুৰণি মণিকূটটো বৰ্গক্ষেত্ৰাকাৰ আছিল। প্ৰৱেশদ্বাৰৰ পৰা বিগ্ৰহ স্থানৰ দূৰত্ব ১২·৫০ মিটাৰ আছিল বুলি মাটিৰ তলত থকা পকী ভেটিৰ অৱশেষৰ পৰা জানিব পাৰি। পুৰণি স্মৃতি চিহ্নৰ ভিতৰত আছে দেৱালয়ৰপৰা দক্ষিণফালে ব্ৰহ্মপুত্ৰৰ পানীলৈ উঠা-নমা কৰিবপৰা এখন পকী থটথটী আৰু কাষত থকা দুখন ইটাৰ দেৱাল।

১৮৪৪ চন মানত ব্ৰহ্মচাৰী ফকীৰ নামেৰে এজন ধৰ্মপ্ৰাণ সন্ন্যাসীৰ উদ্যোগত ৰাইজৰ দান-বৰঙণিৰে, ভাগিপৰা চণ্ডীদেৱালয়খন পুনৰ পকীকৈ সজা হয়।[14] বৰ্তমান ইয়াত থকা আলিঙ্গনৰত হৰগৌৰীৰ যুগল মূৰ্তিটো ১৯৬৮ চনত দেৱালয়ৰ কাষতে ব্ৰহ্মপুত্ৰৰ তলিত উদ্ধাৰ কৰা হৈছিল। এই মূৰ্তিটো প্ৰাক্ আহোম যুগত চণ্ডী নতুবা বিশ্বনাথ মন্দিৰত উপাস্য মূৰ্তি হিচাপে ৰখা হৈছিল বুলি বিশ্বাস হয়। ইয়াৰ শিল্পকলা অষ্টম-দশম শতিকাৰ ভিতৰৰ। মূৰ্তিটোৰ কীৰ্তি মুখাংশকে ধৰি আন দুটামান অংশ ভাগি যোৱাত ইয়াৰ আগৰ সৌন্দৰ্য বহুখিনি বিনষ্ট হৈছে। কীৰ্তি মুখাংশ ধৰি এই মূৰ্তিৰ উচ্চতা ১·৮৪ মিটাৰ। চণ্ডীত এই মূৰ্তিৰ বাহিৰেও শিলেৰে বনোৱা চালি ধৰি থকা এটা ধুনীয়া ময়ুৰ পক্ষীৰ মূৰ্তি আৰু এটা আহোম যুগৰ চতুৰ্ভুজ বিষ্ণুমূৰ্তি ৰক্ষিত আছে।

সূৰ্যমাধৱ দেৱালয় ঃ চণ্ডীদেৱালয়ৰপৰা মাত্ৰ ১৩ মিটাৰ পশ্চিমত থকা এই দেৱালয়খনকে বৰ্তমান কোনো লোকে সূৰ্যমাধৱ আৰু কোনোৱে গণেশ দেৱালয় বুলি অভিহিত কৰা দেখা যায়। গণেশৰ মূৰ্তিয়ে মূল বিগ্ৰহ হিচাপে স্থান পোৱা এই দেৱগৃহ আহোম যুগৰ নহয়। আজি এশমান বছৰৰ আগতে পদ্মেশ্বৰ শৰ্মা ঠাকুৰ নামৰ এজন লোকে বৰদ'লৰপৰা গণেশ মূৰ্তিটো আনি এই ঠাইত সামান্য ঘৰ এটি সাজি পূজা-সেৱাৰ ব্যৱস্থা কৰিছিল। আমাৰ অনুসন্ধান মতে কালিকাপুৰাণৰ কালৰ জগতপতি গৰুড়ধ্বজ বিষ্ণু আৰু আহোম যুগৰ সূৰ্যমাধৱ মন্দিৰ একেটাই আছিল। সেই কালত এই মন্দিৰটো আছিল বিশ্বনাথ মন্দিৰ ক্ষেত্ৰৰ পশ্চিম দিশত আৰু কমলেশ্বৰ দেৱালয়ৰ পৰা ৬০ মিটাৰমান দক্ষিণ-পশ্চিমত আৰু বৰ্তমান বিশ্বনাথ ঘাটৰ ডাকঘৰৰ ঠিক দক্ষিণত। নব্বৈ বছৰ মানৰ পূৰ্বে যেতিয়া ব্ৰহ্মপুত্ৰই সূৰ্যমাধৱ মন্দিৰ খহাই নিয়ে তেতিয়া তাৰ ঠাকুৰে সেই মন্দিৰৰ পৰা সূৰ্যমাধৱ আদিৰ মূৰ্তি আনি গণেশ নামৰ দেৱালয়ত ৰখাৰ দিহা কৰে। দৰং গেজেটিয়াৰৰ মতে গদাধৰ সিংহই ১৬৮৫ চনত সূৰ্যমাধৱ দেৱালয় সজাইছিল। সেই দেৱালয় কেতিয়া ভাগিল ক'বপৰা নাযায়। ব্ৰহ্মপুত্ৰই খহোৱাৰ সময়ত



প্ৰাচীন পীঠ স্থানত সূৰ্যমাধৱৰ এটা খেৰী ঘৰ আছিল বুলি জনা যায়। সম্প্ৰতি গণেশ দেৱালয়ত ৰক্ষিত বিতোপন চতুৰ্ভুজ গণেশৰ মূৰ্তিটো অষ্টম-দশম শতিকাৰ ভিতৰৰ হ'ব। ৭১ চেঃ মিঃ ওখ এই মূৰ্তিৰ বাহিৰেও আহোমযুগীয় চতুৰ্ভুজ সূৰ্যৰ মূৰ্তিটো কৰন্দমুকুট পৰিহিত আৰু হাতত অগ্নিদণ্ড, ৰুদ্ৰাক্ষৰ মালা, বজ্ৰ আদি থকা পৰিলক্ষিত হয়। ইয়াৰ উপৰি এটা পিতলৰ লাৰুৱা গোপালৰ মূৰ্তি আৰু ৪৬ চেঃ মিঃ ওখ স্থানক ভঙ্গিমাৰ এটি বিষ্ণু মূৰ্তিও আছে। ইয়াকে কোনোৱে 'বুদ্ধৰ মূৰ্তি' বুলিও পৰিচয় দিয়ে।

উমাদেৱালয় ঃ বিশ্বনাথ ক্ষেত্ৰৰ অন্তৰ্গত উমাটুমনি দ্বীপৰ দক্ষিণ-পশ্চিম কোণৰ উচ্চতম স্থানৰ এটা প্ৰকাণ্ড শিলাখণ্ডৰ ওপৰত এই দেৱালয়। ইয়াৰ প্ৰাচীনতা চণ্ডী আৰু বিশ্বনাথৰ সমসাময়িক। এই তিনিখন পীঠস্থানৰ অৱস্থিতি ত্ৰিভুজৰ দৰে। ইয়াৰ মূল বিগ্ৰহ দুটা শৈলকুণ্ড। প্ৰাক্ আহোম যুগৰ যোনিপীঠৰ অংশবিশেষ, ভগ্ন গজসিংহৰ মূৰ্তি আদি থকা কেইটুকুৰামান শিল ইয়াত পৰি আছে। স্বৰ্গদেৱ শিৱসিংহই ১৭৪১ চনত উমাদেৱালয় নিৰ্মাণ কৰাৰ পাছত কৃষ্ণমিশ্ৰ প্ৰমুখ্যে সাতজন ব্ৰাহ্মণক উমাদেৱীৰ পূজাৰ বাবে বিবিধ কৰ্মত নিয়োজিত কৰি কলংপুৰত থকা পৈহক মাটি ১৬ পুৰাৰ উপৰি গোনাচক এডাখাতত ৰোৱতি মাটি ১৬ পুৰা উৎসৰ্গা কৰি তাম্ৰপত্ৰ দিছিল।[15] কোনো এটা সময়ত শিৱসিংহৰ দিনৰ মন্দিৰ ধ্বংস হোৱাত বৰ্তমান ইয়াত টিনেৰে পকীকৈ দেৱালয় সজা হৈছে।

পূৰ্ব শঙ্কৰ দেৱালয় ঃ প্ৰাচীন বিশ্বনাথ মন্দিৰৰ পীঠৰ পৰা মাত্ৰ ৫ মিটাৰ উত্তৰ-পূৱত এই দেৱালয়ৰ বিগ্ৰহকুণ্ডৰ অৱস্থিতি চাই ই বিশ্বনাথ মন্দিৰৰ গাতে লগ লাগি থকা এটা অঙ্গদ'ল আছিল বুলি বুজিব পাৰি। বৰ্তমান ইয়াত একমাত্ৰ বিগ্ৰহকুণ্ডটিৰ বাহিৰে কোনো স্মৃতি-চিহ্ন নাই। ১৭৪২ চনত শিৱসিংহই পূৰ্বশঙ্কৰ দেৱালয় নিৰ্মাণ কৰি সূৰ্যদ্বিজক ইয়াত ঠাকুৰ পাতি প্ৰৱৰ্তিবৰ বাবে গোগামৰা খাতৰ ১৬ পুৰা মাটি দিয়ে আৰু পূজা কাৰ্যত তেওঁক সহায় কৰিবলৈ ১১ জন দেৱলীয়া পাইক নিয়োগ কৰি তামৰ ফলি কৰি দিছিল।[16] ব্ৰহ্মপুত্ৰই বিশ্বনাথ মন্দিৰ ধ্বংস কৰাৰ সময়তে এই দেৱালয়ো ধ্বংসৰ গৰাহত পৰি নিশ্চিহ্ন হৈ যায়।

বাসুদেৱ দ'ল ঃ উমাটুমনিত উমাদেৱালয়ৰপৰা ২৩ মিটাৰ উত্তৰত এই দ'ল অৱস্থিত আছিল। পুৰণি দ'লৰ বৰ্তমান স্মৃতি হিচাপে ইয়াত ৩ মিটাৰ দীঘ-প্ৰস্থৰ এটা ইটাৰ ভেটি আৰু তাত অনাদৃতভাৱে পৰি থকা বংশীবাদন কৃষ্ণৰ মূৰ্তি এটাৰ বাহিৰে একো নাই। পুৰণি দৰং গেজেটিয়াৰৰ (১৯০৫ চন) মতে ১৭৫৮ চনত ৰাজেশ্বৰ সিংহই বাসুদেৱ দ'ল নিৰ্মাণ কৰিছিল। এই দ'লৰ তামৰ ফলি উদ্ধাৰ হোৱা নাই।

যজ্ঞেশ্বৰ সদাশিৱ মন্দিৰ ঃ ১৭৫৯ চনত ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে বিশ্বনাথ ক্ষেত্ৰত যজ্ঞেশ্বৰ সদাশিৱৰ পূজাৰ বাবে এটা মন্দিৰ নিৰ্মাণ কৰি দি ৰামনাথ কাকতিক মুখ্য কৰি এঘৰ ব্ৰাহ্মণক আৰু ১৬ জন আন লোকক ইয়াত পূজন কৰ্মত নিয়োজিত কৰি গাং বিহালীত ৬০ পুৰা মাটি ব্ৰহ্মোত্তৰ হিচাপে তামৰ ফলি কৰি দিয়ে। এই মন্দিৰত পূজাৰ বাবে স্বৰ্গদেৱে বিভিন্ন মূৰ্তি আৰু এটি ছত্ৰও একেলগে আগবঢ়ায়।[17] সাম্প্ৰতিক বিশ্বনাথ ক্ষেত্ৰত পূৰ্ণাঙ্গ ৰূপত থকা একমাত্ৰ বানেশ্বৰ বৰদ'লটোকেই যজ্ঞেশ্বৰ সদাশিৱ মন্দিৰ বুলি চিনাক্ত কৰা হৈছে। কাৰণ, বানেশ্বৰ-বৰদ'ল নামটো স্থানীয়ভাৱে দিয়া এটা উপৰুৱা নামহে।

বৰ্তমান বানেশ্বৰ বৰদ'ল নামেৰে পৰিচিত এই মন্দিৰৰ স্থপতি ৰীতি অসমীয়াৰ নিজা বুলিব পাৰি। ইয়াৰ শিখৰ নাগৰ ৰীতিৰ, আমলক আৰু

কলহ প্ৰতিষ্ঠা কৰা আছে। ইয়াৰ উচ্চতা প্ৰায় ১৮ মিটাৰ, বিমান অংশত ঘূৰীয়াকৈ চতুৰ্দিশত আঠোটা চাৰিচুকীয়া সঙ্গশিখৰ নাইবা উৰ মঞ্জৰী আছে। গৰ্ভগৃহৰ ব্যাস ৫.৫০ মিটাৰ; দক্ষিণ কাষত সংলগ্ন নাটগৃহৰ উচ্চতা ৪ মিটাৰ, ইয়াৰ দৈৰ্ঘ ৯.৭৬ মিটাৰ, প্ৰস্থে ৬.৭১ মিটাৰ; ইয়াৰ ভিতৰ ভাগ দীঘে ৮.৫০ মিটাৰ আৰু প্ৰস্থে ৫.৪৯ মিটাৰ। ইটা বেৰৰ ডাঠ ১.২২ মিটাৰ। মণ্ডপ-গৃহৰ প্ৰধান দ্বাৰ দক্ষিণ মুখে যদিও পূবৰ বেৰত দুখন উপদুৱাৰ আছে।

এই মন্দিৰৰ প্ৰধান বিগ্ৰহ হ'ল এটি বিতো-পন বাণলিঙ্গ। ইয়াৰ বাহিৰে এটি মস্তকহীন শিৱ মূৰ্তি, এটি নৃত্যৰত গণেশৰ প্ৰতিকৃতি ইয়াত ৰক্ষিত আছে। সম্প্ৰতি ইয়াত বিশ্বনাথ মন্দিৰৰ পূৰ্বৰ ঠাকুৰ নাৰায়ণৰ বংশধৰসকলে পূজা-সেৱা চলাই আছে।

কমলেশ্বৰ শিৱ মন্দিৰ ঃ বিশ্বনাথ ক্ষেত্ৰৰ ভিতৰত সুউচ্চ এক টিলাসদৃশ ঠাইত ১৮০০ চনত স্বৰ্গ-দেৱ কমলেশ্বৰ সিংহই ইটাৰে কমলেশ্বৰ শিৱ মন্দিৰটো সজাইছিল।[18] জনাৰ্দন কবিৰত্ন সভা-পণ্ডিতক ইয়াত ঠাকুৰ নিয়োগ কৰাৰ লগতে কেই-জনমান দেৱলীয়া পাইক সহ ৩৬ পুৰা মাটি টেঙ্গা-ৰৰি গাঁৱত ব্ৰহ্মোত্তৰ কৰি এখন তামৰ ফলি দিছিল। স্বৰ্গদেৱৰ নিৰ্মিত সেই দ'ল কোনো প্ৰাকৃতিক দুৰ্যোগত ভাগি যায় আৰু তামৰ ফলিও হেৰায়। বৃটিছৰ আগমনৰ সময়তে পূৰ্বস্থানত এটি টিনৰ ঘৰ সাজি পূজাৰ ব্যৱস্থা কৰা হয়। ইয়াৰ প্ৰধান বিগ্ৰহটিও শিলাকুণ্ড। এই দেৱগৃহ ব্ৰহ্মপুত্ৰৰ দাঁতিত আৰু বৰদ'লৰপৰা ২০০ মিটাৰ মান পশ্চিমে অৱস্থিত। ইয়াত নৈমিত্তিক পূজা-সেৱা নচলে যদিও উক্ত জনাৰ্দনৰ বংশধৰসকলেই সময় সাপেক্ষে চাকি-বন্তি জ্বলাই থাকে।

মুক্তিনাথ শিৱমন্দিৰ ঃ কমলেশ্বৰ মন্দিৰৰপৰা ১২০ মিঃ পূবে ব্ৰহ্মপুত্ৰৰ দাঁতিতে এই মন্দিৰ আছিল। বৰ্তমান সেই ঠাইত পুৰণি বিগ্ৰহ কুণ্ডৰ ওপৰত ইটাৰে সামান্য ঘৰ এটি তৰা হৈছে। এই মন্দিৰ জড়িত তাম্ৰপত্ৰৰপৰা দেখা যায় যে বিশ্বনাথ ক্ষেত্ৰত ইয়েই আছিল আহোম যুগৰ সৰ্বশেষ কীৰ্তি চিহ্ন। ১৮১৫ চনত ৰঙাচিলা বংশৰ শ্ৰীনাথ বৰবৰুৱাৰ প্ৰাৰ্থনা মতে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে বিশ্বনাথ ক্ষেত্ৰৰ লৌহিত্যৰ তীৰত মুক্তিনাথ শিৱমন্দিৰ নিৰ্মাণ কৰি ইয়াত শিৱলিংগ প্ৰতিষ্ঠা কৰি পূজা চলাবলৈ নভিঞাৰি ঘৰৰ গদাধৰক ঠাকুৰ পাতি লগত কেইজনমান দেৱলীয়া পাইককো নিৰ্বন্ধ কৰি ম'হমৰা আৰু সৰুভগীয়াত ২৪ পুৰা মাটি প্ৰৱৃত্তিৰলৈ দি তাম্ৰপত্ৰ কৰি দিছিল।

বুঢ়া মাধৱ দেৱালয় ঃ প্ৰতাপগড় বাগিচাৰ কাষত বিশ্বনাথ চাৰিআলিৰপৰা প্ৰায় ৭ কিঃমিঃ উত্তৰ-পশ্চিমত থকা বুঢ়াগোঁসাই থান নামেৰেও পৰিচিত এই দেৱালয়ত পৰি থকা প্ৰাচীন শৈল মন্দিৰৰ কলচি, শৈলদ্বাৰপট্টিৰ অৱশেষ, বিশ্বপদ্ম, লতা ফুলৰ ভাস্কৰ্য আৰু ইয়াৰ সমীপত ইতিপূৰ্বে উদ্ধাৰ হোৱা দুটামান দেৱ-দেৱীৰ মূৰ্তিৰ শিল্পকলাৰ ওপৰত নিৰ্ভৰ কৰি এই ঠাইত অন্ততঃ ৯ম-১১শ শতিকাৰ ভিতৰত এটা শৈলমন্দিৰ নিৰ্মাণ হৈছিল বুলি জানিব পাৰি। আৰু ঠিক একে সময়তে ইয়াৰ দক্ষিণ কাষত থকা ৩ বিঘামান মাটিৰ গোঁসাই পুখুৰীটোও খন্দোৱা হৈছিল। পৰৱৰ্তী কালত জিতাৰি বংশী ৰজাসকলে এই মন্দিৰক কেন্দ্ৰ কৰিয়েই প্ৰতাপপুৰ নামৰ ৰাজধানী পাতি-ছিল। কোনো এসময়ত সেই মন্দিৰ ধ্বংস হোৱাত স্বৰ্গদেৱ শিৱসিংহই ১৭৩০ চনত সেই সময়ৰ সলাল গোহাঁইৰ যোগেদি মন্দিৰটো ইটাৰে নিৰ্মাণ কৰাই দিয়ে।[21]

শিৱসিংহৰ দিনৰ মন্দিৰো কোনো সময়ত ধ্বংস হয়। মন্দিৰৰ অৱশেষবিলাকৰ পৰা জনা গৈছে যে মন্দিৰটোৰ চাৰিওফালে এখন ইটাৰ দেৱাল আছিল। সন্তৱ মন্দিৰৰ লগতে ইও নিশ্চিহ্ন হয়। মাটিৰ লগত সমান হৈ থকা অংশৰপৰা এই পকী চৌহদটো ৩৬ মিঃ দীঘল আৰু ১৮ মিঃ বহল আছিল বুলি জানিব পৰা গৈছে। বৃটিছৰ দিনত বহু বছৰ ব্যাপি এই থান অৰণ্যেৰে আবৃত হৈ আছিল। ১৯৬৪ চনত সমীপৰ বাগিচাৰ কৰ্মচাৰীসকলৰ প্ৰচেষ্টাত ই পুনৰ আক-ৰ্ষণীয় দেৱক্ষেত্ৰ হিচাপে পৰিগণিত হৈছে। ইয়াৰ মূল বিগ্ৰহটি বিষ্ণুৰ।

আজি চাৰি বছৰমানৰ আগলৈকে এই দেৱালয়ৰ কাষত থকা এজোপা বৃহৎ চাম গছৰ গুৰিত ৩০ চেঃ মিঃ ওখ এটা কলীয়া শিলেৰে নিৰ্মিত তাৰাদেৱীৰ মূৰ্তি আছিল। এই মূৰ্তিটো দেৱালয়ৰ পশ্চিমফালে থকা এটা পুখুৰীত মাটি খান্দোতে পোৱা গৈছিল। বৰ্তমান এই দুষ্প্ৰাপ্য মূৰ্তিটো তেজপুৰ জিলা সংগ্ৰহালয়ত ৰক্ষিত হৈছে। এই মূৰ্তিটো উদ্ধাৰ হোৱালৈ চাই এসময়ত বুঢ়ামাধৱ দেৱালয়খন তান্ত্ৰিক বৌদ্ধ মন্দিৰ আছিল বুলিও বিশ্বাস হয়। ইয়াৰ অন্যথা হ'লেও বিশ্বনাথ অঞ্চ-লত এসময়ত তান্ত্ৰিক বৌদ্ধ ধৰ্মী লোকৰ যে বস-বাস হৈছিল সি সুনিশ্চিত কথা।

মহাযান বৌদ্ধ ধৰ্মৰ তাৰা দেৱীৰ মূৰ্তিৰ উপৰিও ১৯০৯ চনত প্ৰতাপগড় বাগিচাত এটা নলা খান্দোতে এটা শিলৰ চতুৰ্ভুজ বিষ্ণু মূৰ্তি পোৱা হৈছিল। সমপাদ অৱস্থাৰ বিষ্ণুৰ দুকাষে লক্ষ্মী আৰু সৰস্বতী, চতুৰ্ভুজত শংখ, চক্ৰ, গদা, পদ্ম ধাৰণকাৰী, কৌস্তভ আৰু বনমালাৰে মণ্ডিত এই বিষ্ণু মূৰ্তিটোৰ উচ্চতা ৪৮ চেঃ মিঃ আৰু বহলে ২৫ চেঃ মিঃ। ইয়াৰ শিল্পৰীতি চাই এঘাৰ শতিকামানৰ হ'ব বুলি ভবা হৈছে।

## (খ) থান আৰু সত্ৰসমূহ ঃ

চাৰিকৃষ্ণ থান ঃ বিশ্বনাথ চাৰিআলি নগৰৰ ওচৰৰ দগাঁৱত এই থান। ১৫শ শতিকাতে এই ঠাইক পতি-গণ্ড, পোতাগণ্ডকী বা বসুন্ধৰা গ্ৰাম বোলা হৈছিল আৰু ইয়াতে জন্ম হৈছিল চৰিত আৰু বুৰঞ্জী উভয়তে প্ৰসিদ্ধ সতানন্দ ওৰফে পেনগেনী কাথ ওৰফে দেৱীদাস ওৰফে বৰভকত। এওঁ কমতাৰ ৰজাই অনা সাত ঘৰ কায়স্থৰ অন্যতম সদানন্দৰ বংশ-ধৰ আছিল। সদানন্দৰ নাতি সৰ্বানন্দ প্ৰতাপ-পুৰীয়া ৰজাৰ কাকতী আছিল। আৰু তেওঁক ৰজাই পতিগণ্ড গাঁৱত মাটি-বৃত্তি দি প্ৰতিষ্ঠা কৰি-ছিল।[22] সৰ্বানন্দৰ পুত্ৰ জগতানন্দ আৰু তেওঁৰ পুত্ৰ সতানন্দ। বৰদোৱা চৰিত মতে শঙ্কৰদেৱ গাংমৌত থকা সময়ত সতানন্দই শিঙৰীত কিছু-দিন বিষয় কৰি থাকি বিশ্বনাথ ক্ষেত্ৰত দেৱীভক্ত হৈ পূজা কৰি আছিল। দেৱী পূজাত তেওঁ কোনো সাৰ্থকতা নেদেখি শঙ্কৰদেৱৰ গুণানুকীৰ্তন শুনি এদিন গাংমৌ ওলালগৈ আৰু তাতে শঙ্কৰদেৱৰ ওচৰত নাম ধৰ্ম গ্ৰহণ কৰি গাঁৱলৈ উভতি আহি এটা নামঘৰ পাতি নামধৰ্ম প্ৰচাৰ কৰে। তেওঁৰ পুত্ৰ চাৰিজন-- জয়কৃষ্ণ, শ্ৰীকৃষ্ণ, ত্ৰাহিকৃষ্ণ আৰু মহাকৃষ্ণ। ১৫৫৪ চনত বৰভকতৰ মৃত্যু হয়। পিতৃৰ মৃত্যুৰ ভালেমান বছৰৰ পাছত শ্ৰীকৃষ্ণই শঙ্কৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ (১৫৬১--১৬১৯ খ্ৰীঃ) সত্ৰ, বৰপেটাৰ জনিয়াত গৈ ধৰ্মো-পদেশ ল'লেগৈ।[23] শ্ৰীকৃষ্ণ জনিয়াৰপৰা ঘূৰি অহাৰ পাছত চাৰিও ভাই একেলগে থাকি ধৰ্ম প্ৰচাৰ কৰিবলৈ ধৰে। পিছলৈ চাৰিকৃষ্ণই সত্ৰ পাতি থকা স্থানেই 'চাৰিকৃষ্ণ থান' নামেৰে জনাজাত হয়। এই সত্ৰত বংশীগোপালদেৱেও স্বৰ্গদেৱ প্ৰতাপ সিংহৰ ৰোষত পৰি কিছু দিন আশ্ৰয় ল'ব লগা হৈছিল। চাৰিকৃষ্ণই পতা সত্ৰখনৰ বৰ্ণনা সন্তমুক্তাৱলী পুথিত এনেদৰে পোৱা যায় ঃ

বহল কৰিয়া তাতে মেৰ কৰিলন্ত।
উত্তৰফালে আপোনাৰ ঘৰ কৰিলন্ত ॥
পশ্চিমৰ ফালে ভেটিক বান্ধিলে ।
তিনি ভায়ে আসি তাত ঘৰক সাজিলে ॥
দক্ষিণত বাৰ মেধি ঘৰ সাজিলন্ত ।
পূবে বংশীগোপালেও ঘৰ কৰিলন্ত ॥
উত্তৰফালে এক পুখুৰী খানিলে ।
প্ৰীতি অনুৰাগে সবে আনন্দে আছিল ॥[24]

এইদৰে কিছুবছৰ নামধৰ্ম প্ৰচাৰ কৰি থকা সময়তে সন্তমুক্তাৱলী মতে দফলাৰ উপদ্ৰৱত উত্তৰাঞ্চলৰ লোক ভাগিবলৈ ধৰাত চাৰিকৃষ্ণয়ো সত্ৰ ত্যাগ কৰি কলিয়াবৰলৈ যায় আৰু আটায়ে বেলেগ বেলেগ ঠাইত সত্ৰ পাতি থাকেগৈ। অন্য এখন পুথি মতে ৰাজউপদ্ৰৱতহে তেওঁলোক এই ঠাইৰপৰা ভাগিছিল।

ৰাজউপদ্ৰৱ পায়া তিনিজন
তেত আৰ নৰহিলা।
ভাৰ্য্যা পুত্ৰসমে সৰ্বস্ব সহিতে
কলিয়াবৰক গৈলা ॥[২৫]

আমাৰ অনুমান, বংশীগোপালদেৱৰ বাবেই এই সত্ৰখনো প্ৰতাপসিংহৰ দিনত উলুৰ লগত বগ-ৰীৰ দৰে পোৱা থাইছিল। শ্ৰীকৃষ্ণই গৈ এলেঙ্গী-বিলৰ পাৰত পতা সত্ৰখন এলেঙ্গী সত্ৰ নামে প্ৰখ্যাত হয় আৰু পৰৱৰ্তী কালত এই সত্ৰৰ পৰাই অনেক শাখা-প্ৰশাখা বৃদ্ধি হয়। মণিৰাম দেৱানৰ মতে ৰজাঘৰীয়া হিচাপত কেৱল এলেঙ্গীৰে ৫৬ খন সত্ৰ হৈছিল।

চাৰিকৃষ্ণই পৰিত্যাগ কৰাৰ পাছত এই থানত পুনৰবাৰ সত্ৰ প্ৰতিষ্ঠিত নহ'ল যদিও মাজুলিৰ কাকৰিকটাৰ সত্ৰাধিকাৰে কেইজনমান ভকতৰ যোগেদি থানখন পৰিচালনা কৰি থাকে। বৰ্তমান এই থানৰ নামঘৰেই দগঞা ৰাইজৰো নামঘৰ। অসমত নৱ-বৈষ্ণৱ ধৰ্মৰ বিস্তাৰৰ ক্ষেত্ৰত চাৰিকৃষ্ণ থানৰ এক বিশিষ্ট ভূমিকা আছে।

জঁজিয়া সত্ৰ ঃ বৰ্তমান এই ঠাইকে জিঞ্জিয়া বোলা হয়। ই বিশ্বনাথ চাৰিআলিৰ পৰা ২১ কিঃ মিঃ উত্তৰ-পূবত। সন্তমুক্তাৱলী পুথি মতে বৰভকতৰ পুত্ৰ মহাকৃষ্ণ, তেওঁৰ পুত্ৰ ৰামচৰণ, তেওঁৰ তিনি পুত্ৰৰ ভিতৰত কনিষ্ঠ দামোদৰৰ প্ৰথম পুত্ৰ হৰিনাথে জঁজিয়া সত্ৰ পাতিছিল। সত্ৰ-খনৰ প্ৰতিষ্ঠাৰ সময় ১৮ শতিকাৰ মাজ ভাগ। জঁজিয়া সত্ৰৰ পৰৱৰ্তী কালৰ বিষয়ে ক'তো একো শুনিবলৈ পোৱা নাযায়।

টেঙাবৰিয়া সত্ৰ ঃ সতানন্দৰ পুত্ৰ ত্ৰাহিকৃষ্ণ, তেওঁৰ তৃতীয় পুত্ৰ গোপালচৰণে বৰ্তমান চাৰিআলিৰপৰা ৩ কিঃ মিঃ উত্তৰ-পূবৰ টেঙা-বৰি গাঁৱত এখন সত্ৰ পাতিছিল। এই সত্ৰ স্থাপনৰ সময় ১৭ শতিকাৰ আগভাগ। গোপালচৰণৰ নাতি কমলদেৱে সত্ৰ ভটিয়াই নি ঢেকীয়াজুলিৰ পশ্চিমে চিৰাজুলিত সত্ৰ পাতে। তেওঁৰ পুত্ৰ নিত্যানন্দই সেই সত্ৰ ভৰলীৰ পূব পাৰলৈ তুলি আনে। চাৰি-পুৰুষমান তাতে সত্ৰ থকাৰ পাছত ভৰলীৰ উপ-দ্ৰৱত থাকিব নোৱাৰি জামুগুৰিৰ মূঢ়াদ'ল গাঁৱলৈ টেঙাবৰিয়া সত্ৰ স্থানান্তৰ কৰা হয়।[২৬]

মাধতাৰি সত্ৰ ঃ ইয়াকে মাধৱ আতা সত্ৰও বোলা হয়। সতানন্দৰ পুত্ৰ জয়কৃষ্ণ, তেওঁৰ পুত্ৰ পুনাই বা পূৰ্ণানন্দ, তেওঁৰ প্ৰথম পুত্ৰ মাধৱ-নাৰায়ণে জয়ধ্বজ সিংহৰ দিনত কলিয়া-বৰত নিজৰ নামত সত্ৰ পাতে। তেওঁৰ এক পুত্ৰ যাদুৰাম। যাদুৰামৰে পৰিনাতিসকলে বিশ্ব-নাথ চাৰিআলিৰ লেহগাঁৱত থকা শিষ্যসকলৰ মাজত এই সত্ৰ পাতে।[২৭]

দিহিং সত্ৰ ঃ বিশ্বনাথ চাৰিআলি নগৰৰ নিচেই কাষতে থকা পুৰণা কমাৰগাঁৱত এই সত্ৰ প্ৰতিষ্ঠা হয় ১৮৪৫ চনত। বুৰঞ্জীবিখ্যাত দিহিং সত্ৰৰে ই এখন শাখা সত্ৰ। ইয়াৰ স্থাপন-কৰ্তা বিষ্ণুদেৱ আৰু তেওঁৰ ভায়েক ৰবিচন্দ্ৰ। হেঙুলীয়া ৰৰযদুমণিৰ ৰৰপুত্ৰ সনাতন, সনাতনৰ পুত্ৰ জগবন্দন (এওঁক গদাধৰ সিংহই মৃত্যুদণ্ড দিছিল), তেওঁৰ পুত্ৰ প্ৰেমভূষণৰ পাঁচ পুত্ৰৰ জ্যেষ্ঠ কৈৱল্যানন্দন ওৰফে চিকণ গোঁসাই আছিল ৰাজে-শ্বৰ সিংহ স্বৰ্গদেৱৰ সমসাময়িক। চিকণ গোঁসাইৰ পুত্ৰ কমলানন্দন, তেওঁৰ পুত্ৰ দ্বাৰকাৰঞ্জন, তেওঁৰ পুত্ৰ গোপিকাৰঞ্জন, তেওঁৰ চাৰিপুত্ৰৰ ভিতৰত জ্যেষ্ঠ বিষ্ণুদেৱ আৰু কনিষ্ঠ ৰবিচন্দ্ৰই ১৮৪৫ চনত কমাৰগাঁৱত থকা শিষ্যসকলৰ আমন্ত্ৰণক্ৰমে মহৰামুখ হাঁহচৰাৰপৰা উঠি আহি সত্ৰ পাতেহি।[২৮] বিষ্ণুদেৱৰ বংশধৰ নাই যদিও ৰবিচন্দ্ৰৰ বংশধৰ-সকলে এই সত্ৰ অতি সামান্যৰূপে চলাই আছে।

কাত্যায়ন সত্ৰ ঃ ৰামগাঁৱৰ নামঘৰৰ পশ্চিমে থকা এই সত্ৰ কাৰ আজ্ঞাপৰ আছিল আৰু কোনে কেতিয়া সৰ্বপ্ৰথম পাতিছিল সেই বিষয়ে ক'তো পোৱা নাযায়। কাত্যায়ন সত্ৰৰ বংশাৱলীতো তাৰ কোনো উল্লেখ নাই। বংশাৱলী মতে সত্ৰাধিকাৰসকলৰ আদিজনাৰ নাম আছিল বনমালীদেৱ। তেওঁৰ পুত্ৰ কাত্যায়ন, তেওঁৰ পুত্ৰ কৃষ্ণদেৱ, কৃষ্ণদেৱৰ পুত্ৰ বলোদেৱ, বলোদেৱৰ পুত্ৰ বিকাৰামদেৱ মাজুলিত আছিল। মাজুলিতে তেওঁৰ মৃত্যু হোৱাৰ পাছত তেওঁৰ তিনি পুত্ৰ কৃষ্ণদেৱ, ৰামকৃষ্ণদেৱ আৰু জয়দেৱে মাজুলিৰপৰা ভটিয়াই আহি বিশ্বনাথ ঘাটত ১৮৪০ চনমানত এটা সৰু জুপুৰি সাজি দুখীয়া অৱস্থাৰে কিছুদিন থকাৰ সময়ত গড়েহাগি গাঁৱৰ কেইজন-মান লোকে তেওঁলোকক নিজ গাঁৱলৈ লৈ আনে। তাতে তিনিও ভায়ে পূৰ্বপুৰুষ কাত্যায়নৰ নামেৰে কাত্যায়ন সত্ৰ পাতে। ইয়াতে অনেক লোকে তেওঁলোকৰ শৰণ লয়। কিছু বছৰৰ পাছত সত্ৰখন ৰামগাঁৱলৈ তুলি আনে। উক্ত বিকাৰাম-দেৱৰ তিনিপুত্ৰৰ কনিষ্ঠ জয়দেৱৰ দুই পুত্ৰ লোক-নাথ আৰু উমাকান্ত, উমাকান্তৰ পুত্ৰ ছজনৰ ভিত-ৰত জ্যেষ্ঠ তাৰিণীকান্তই আছিল কাত্যায়ন সত্ৰৰ শেষ সত্ৰাধিকাৰ।[২৯] তেওঁৰ দিনলৈকে বিশ্বনাথ চাৰিআলি অঞ্চলৰ কেইবাখন গাঁৱৰ লোক এই সত্ৰৰ শিষ্য হৈছিল।

(গ) গড় পাঞ্চী ঃ

একমাত্ৰ উত্তৰ গুৱাহাটীৰ বাহিৰে উত্তৰ অসমৰ আন কোনো ঠাইতে বিশ্বনাথৰ দৰে অধিক সংখ্যক গড়প্ৰাঞ্চী দেখা নাযায়। এইবিলাকে এসময়ত ইয়াৰ সামৰিক তথা ৰাজনৈতিক গুৰুত্ব থকা কথাকে সূচায়। অসমৰ কেইজনমান বুৰঞ্জীবিদে বিশ্বনাথৰ গড়-বিলাক প্ৰতাপপুৰৰ ৰজা ৰামচন্দ্ৰ অথবা আঁৰি-মত্তই নিৰ্মাণ কৰা বুলি লিখিছে।[৩০] কিন্তু প্ৰকৃততে সেই কথা সত্য নহয় বুলি আমি পুৰণি বুৰঞ্জী



পুথিবোৰৰপৰা আৰু ইয়াত থকা বিভিন্ন গড়বিলাকৰ অৱস্থিতি চাই জানিব পাৰিছোঁ। আহোম যুগত বিশ্বনাথ তীৰ্থক্ষেত্ৰক কেন্দ্ৰ কৰি যিখন নগৰ গঢ়ি উঠিছিল তাৰ নাম আছিল 'সলা নগৰ' বা 'সলা-বাহৰ'। ইয়াকে আহোম ভাষাত 'চাওলা' আৰু চৰিত পুথিত 'সৌলা নগৰ' বুলিও উল্লেখ পোৱা যায়। এই ঠাইৰ বিশেষ ভৌগোলিক বৈশিষ্ট্য থকা বাবে তৎকালত বিশ্বনাথ অসমৰ এখন অন্য-তম প্ৰধান সামৰিক গুৰুত্বপূৰ্ণ স্থানত পৰিণত হৈছিল। ইয়াৰ প্ৰায়বিলাক গড়-প্ৰাঞ্চীয়েই চুহুংমুং স্বৰ্গদেৱৰপৰা আৰম্ভ কৰি জয়ধ্বজ সিংহ স্বৰ্গ-দেৱৰ ৰাজত্বকালৰ ভিতৰত নিৰ্মাণ কৰা। ইয়াৰে কোনো কোনোটো গড় নিৰ্মাণত একাধিক স্বৰ্গদেৱৰ হাত আছে। সলা বা বিশ্বনাথ নগৰৰ দৈৰ্ঘ আছিল উত্তৰা-দক্ষিণাকৈ ৪ কিঃ মিঃ আৰু প্ৰস্থে পূবা-পশ্চিমাকৈ ২ কিঃ মিঃ। নগৰখনৰ ভিতৰে-বাহিৰে থকা গড়-প্ৰাঞ্চীবিলাকৰো সুকীয়া নাম আছে; যেনে, সলাল গড়, ছাগলী চকী গড়, ভিতৰ গড় আৰু উমাটুমনিৰ কোঠ।

ব্ৰহ্মপুত্ৰৰ মাজত থকা সলাটুমনি বা উমা-টুমনিৰ কোঠটো বিশ্বনাথ নগৰৰে দ্বিতীয়টো অংশ। এই দ্বীপটো ত্ৰিভুজৰ দৰে, পূব মূৰটো জোঙা; ইয়াত প্ৰায় ২০০ বিঘা মাটি আছে। পশ্চিমৰ কিছু অংশ বাদ দি গোটেই দ্বীপটোকে সামৰি এটা ট্ৰেপে-জিয়াম আকৃতিৰ কোঠ আছে। ইয়াৰ অভ্যন্তৰত 'দ' আখৰটোৰ দৰে আন এটা গড় গভীৰ পৰিখা সহ উত্তৰা-দক্ষিণাকৈ আছে। গড়বিলাকৰ বৰ্তমান উচ্চতা দুই-আঢ়ৈ মিটাৰৰ ভিতৰত। ১৫৩১ চনত মুছলমানৰ আক্ৰমণ প্ৰতিহত কৰিবলৈ কন্‌চেং বৰপাত্ৰৰ হতুৱাই চুহুংমুং স্বৰ্গদেৱে এই কোঠ বন্ধাইছিল।[৩১] এই কোঠতে ১৫৩২ চনত একে-ৰাহে তিনিদিন তিনিৰাতি মুছলমান সৈন্যই অসমীয়া সৈন্যক বেৰি ধৰি আক্ৰমণ কৰিছিল। অসমীয়া সৈন্যই পানী আনিব নোৱাৰি ভাত নোখোৱাকৈয়ে প্ৰাণটাকি যুঁজি মুছলমানৰ আক্ৰমণ ওফৰাই খেদি পঠাইছিল।

উমাটুমনিত থকা অংশটোৰ উপৰিও কনচেং বৰপাত্ৰ গোহাঁয়ে একে সময়তে বিশ্বনাথৰ মূল ভূ-খণ্ডত, বুঢ়ীগাং নৈৰ পৰা অজলা সুঁতি (ব্ৰহ্মপুত্ৰৰ এটা পুৰণা সুঁতি) লৈকে ধেনুখনা পুখুৰী থকা ঠাইখন ভিতৰ কৰি মূল সলা কোঠটো নিৰ্মাণ কৰিছিল। ১৫৩৩ চনত ইয়াতো তুৰ্বকৰ লগত অসমীয়া সৈন্যৰ যুদ্ধ হৈছিল।




১৫৪৬ চনত ইয়াত কোঁচ-আহোমৰ মাজতো এখন যুদ্ধ হৈছিল আৰু এই যুদ্ধত আহোমসকল হাবি উজাই গৈ গিচলা নৈৰ পাৰত খোপনি পোতেগৈ। কোঁচসকলে বাৰে বাৰে নিজ ৰাজ্য আক্ৰমণ কৰি থকাত চুখামফা স্বৰ্গদেৱে ১৫৬১ চনত ৰাজপুত্ৰ মনথামৰ নেতৃত্বত কেইবাজনো বিষয়া আৰু অনেক লোক জন দি সলাত গড় বান্ধি ৰাখে।[৩২] কিন্তু ১৫৬৩ চনত কোঁচ ৰজা নৰনাৰায়ণ আৰু তেওঁৰ ভায়েক চিলাৰাইৰ অধীনত অহা বিশাল কোঁচ-বাহিনীক ইয়াত বাধা দি ৰাখিবপৰা নাছিল। উল্লেখযোগ্য কথা এই যে চুহুংমুং স্বৰ্গদেৱৰ দিনৰ পৰা কলিয়াবৰৰ পূব অংশতো সলা নামেৰে এটা কোঠ আছিল। আৰু তাতো উত্তৰ পাৰৰ দৰে বহু সময়ত অসম আক্ৰমণকাৰীৰ বিৰুদ্ধে যুদ্ধ হৈছিল।

সলাল গড় ঃ প্ৰতাপসিংহ স্বৰ্গদেৱে মোগল আক্ৰমণৰ অগ্ৰগতিক বাধা দিয়াৰ উদ্দেশ্যে বিশ্বনাথক কেন্দ্ৰ কৰি সলা বা সলাল গড় নিৰ্মাণ কৰিবলৈ ১৬২০ চনত দায়িত্বভাৰ দিছিল পাঁচজন ৰাজখোৱাক আৰু তেওঁলোকৰ লগত দিছিল সলাল অঞ্চলৰ মানুহ। কিন্তু স্বৰ্গদেৱে আশা কৰা মতে গড়টো সম্পূৰ্ণ হৈ নুঠাত বৰ ৰুষ্ট হয় আৰু আটাইকেইজন ৰাজখোৱাক ওচৰলৈ মাতি আনি দিহিঙ্গীয়া ফৈদৰ তিনিজন ৰাজখোৱাক নিজ হাতে নাকে দাৰে গদিয়াই মাৰে; পিকচাই ৰাজখোৱা আৰু বুঢ়াগোহাঁই পৰীয়া জৰকীয়াল ৰাজখোৱাক গদিয়াই এৰি প্ৰাণ নামাৰি ঘৰলৈ খেদে। ইয়াৰ পিছৰ বছৰত (১৬২১ চনত) স্বৰ্গদেৱ স্বয়ং বিশ্বনাথত উপস্থিত থাকি মোমাই তামুলী বৰবৰুৱাৰ দ্বাৰা চণ্ডীদেওঘৰৰপৰা উত্তৰে কপালিকাটিলৈকে সলাল গড়টো বন্ধাই সম্পূৰ্ণ কৰে।[৩৪] একে সময়তে দক্ষিণ পাৰতো এই গড়ৰ দ্বিতীয় অংশটো লুইতৰপৰা আৰম্ভ কৰি দক্ষিণে পাকৰিগুৰি পৰ্বতত লগাই বন্ধোৱা হৈছিল। কলিয়াবৰৰ পূব অংশত থকা সেই গড়কো সলা বা সলাল গড় বোলে।

বিশ্বনাথত সলাল গড়টো চণ্ডী দেৱালয়ৰপৰা আধা কিঃ মিঃ বৰ্তমান নাই। ই বিশ্বনাথ উপত্যকাৰ ওখ গড়াইদি কিছু পশ্চিম মুখেদি গৈ ধেনুভিৰীয়াকৈ উত্তৰাভিমুখী হৈ ন বজাৰ, পানীভঁড়াল, গড়েহাগি (গৰাহাবি), কদমনি, সাধাৰু, প্ৰতাপগড় বাগিচাৰ দক্ষিণত পশ্চিম মুখী হৈ কিছুদূৰ গৈ পুনৰ উত্তৰাভিমুখে গৈ মাজুলিগড় বাগিচাৰ মাজেদি সৰকি দিৰিং নৈৰ পশ্চিম পাৰেদি সমান্তৰাল হিচাপে গৈ বিশ্বনাথ সংৰক্ষিত বনাঞ্চলত সোমাই হিমালয়ৰ পাদদেশ পাইছেগৈ। ব্ৰহ্মপুত্ৰৰ পাৰৱৰ্তী ৩ কিঃ মিঃ আৰু দিৰিং নৈৰ ওচৰৰ ৮ কিঃ মিঃ মানত প্ৰতি ১৫০ মিঃ সমদূৰত্বত এই গড়ৰৰ বাহিৰফালে একোটাকৈ বুৰুজ (আগবঢ়া অংশ) দেখা যায়, যিবিলাকত হিলৈ-বৰতোপ ৰখা হৈছিল। এই গড়টোৰ মুঠ দৈৰ্ঘ ৩৩ কিঃ মিঃ মান হ'ব। এই গড়ৰে উত্তৰৰ একাংশ বৰ্তমান অৰুণাচললৈ যোৱা আলি হিচাপে ব্যৱহাৰ কৰা হৈছে যদিও দিৰিং নৈয়ে এই ছোৱাত গড়টোৰ বহু অংশ ভাঙি পেলাইছিল। প্ৰতাপগড় বাগিচাত এই গড়টোকে মুখৰ গড় আৰু মাজুলিগড় বাগিচাত মাজুলিগড় বুলি বৰ্তমান পৰিচিত হ'লেও আচলতে এই গড়টোৰ নাম অসম বুৰঞ্জীখ্যাত সলাল গড়হে। গড়েহাগি গাঁৱৰ ৰাইজে কিন্তু ইয়াক অদ্যাপি প্ৰতাপ নাৰায়ণ গড় বুলিয়েই পৰিচয় দিয়ে।

ছাগলীচকী গড় ঃ এই গড়টোৱেই আছিল সলা নগৰৰ উত্তৰ সীমা। ই পানীভঁৰাল পথাৰত পূবে বুঢ়ীগাঙৰ পৰা পশ্চিমে সলাল গড়ত লগ লাগি আছে। ই দীঘলে ২ কিঃ মিঃ। বুঢ়ীগাঙৰ দাঁতিত এই গড়ত এটা বুৰুজ আছিল। কিন্তু তাক বৰ্তমান খহাই নষ্ট কৰি পেলোৱা হৈছে। বুৰঞ্জীত এই গড়ৰ উল্লেখ সুকীয়াকৈ পোৱা নাযায়। ই বৃহৎ সলাল গড়ৰে এক অংশ আৰু প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনতে নিৰ্মিত। আহোম যুগত সলা নগৰলৈ উত্তৰফালৰ পৰা অহা লোকসকলৰ কাৰণে এই গড়ত এটা প্ৰবেশ দ্বাৰ বা চকী আছিল।

ভিতৰ গড় আৰু বিশ্বনাথৰ দুৰ্গ ঃ ছাগলী চকীগড়ৰ পৰা দক্ষিণত ধেনুখনা পুখুৰীৰ ওচৰত যিটো গড় আছে তাকে ভিতৰ গড় বোলা হয়। ১৬৫৯ চনত মোগল প্ৰত্যাক্ৰমণ আশংকা কৰি জয়ধ্বজ সিংহ স্বৰ্গদেৱে সলাল নগৰৰ ভিতৰত এই গড় বন্ধাই এখন ফাট দিয়াইছিল।[৩৫,৩৬] ভিতৰ গড়টোৰ আকৃতি ইংৰাজী 'Z' আখৰটোৰ দৰে। ইয়াৰ পূবৰ মূৰটো বৰ্তমান বিশ্বনাথ দেৱালয়ৰ উত্তৰ পৰত বুঢ়ীগাঙৰ

পাবত আৰম্ভ হৈ ২০০ মিঃ মান পশ্চিমলৈ অহাৰ পিছত উত্তৰ মুখে ১·৫০ কিঃ মিঃ গৈ পুনৰ পশ্চিম মুখে ধেনুখনা পুখুৰীৰ উত্তৰ কাষেদি ১·৫০ কিঃ মিঃ গৈ সলাল গড়টোত মিলিছে। দেৱালয়ৰ উত্তৰ অংশত এই গড়ৰ ঠাইত বৰ্তমান দেৱালয়লৈ যোৱা আলি হৈছে। এই গড়টোৰ অৱস্থিতি চাই বুজিব পাবি যে খাচ সলা কোঠ বা বিশ্বনাথ নগৰত প্ৰবেশ কৰিবলৈ হ'লে বিশ্বনাথ দেৱালয়ৰ পৰা চণ্ডী দেৱালয়লৈকে মাত্ৰ ১০০ মিঃ মান ব্ৰহ্মপুত্ৰৰ পাৰ-টোহে খোলা ৰখা হৈছিল।

বিশ্বনাথৰ ধেনুখনা আখ্যাপ্ৰাপ্ত পুখুৰীটো আমাৰ অনুসন্ধানত মূলতঃ পুখুৰী নাছিল, ই আছিল আহোম যুগৰ সলা নগৰৰ মধ্য ভাগত সুপৰিকল্পিতভাৱে নিৰ্মাণ কৰা এটা দুৰ্গহে। ১৯৮২ চনত অসম চৰকাৰে গ্ৰাম্য উন্নয়ন আঁচনিৰ নামত দুৰ্গটোৰ ভিতৰভাগ বিকৃত কৰাৰ পূৰ্বে ইয়াৰ আকৃতি দেখাত বৰ সুন্দৰ আছিল; প্ৰায় বৰ্গাক্ষেত্ৰ-কাৰ দুৰ্গটোৰ দীঘলে উত্তৰা-দক্ষিণাকৈ ২৬৫ মিঃ, আৰু পূৱা-পশ্চিমাকৈ ২৫৭ মিঃ, মাটিৰ প্ৰাচীৰবিলাকৰ উচ্চতা ৫ মিঃ। ইয়াৰ সোঁমাজত ৯ বিঘা ৩ কঠা মাটিৰ আয়তক্ষেত্ৰাকাৰ পানীৰে পৰিপূৰ্ণ এটা পুখুৰী। পুখুৰীটো খন্দা মাটিৰেই ৮৫ মিঃ সমদূৰত্বত উক্ত প্ৰাচীৰবিলাক বন্ধোৱা হৈছিল। পুখুৰীটোৰ চাৰিওফালে দুৰ্গটোৰ ভিতৰত আছিল এক প্ৰশস্ত আৰু সমতল ভূমি, য'ত যুদ্ধৰ সময়ত কেইবা হাজাৰো সৈন্য ছাউনি পাতি থকাৰ সুবিধা আছিল। ই এটা দুৰ্গ আছিল কাৰণেই ইয়াত গড় বিলাকৰ ওপৰত আজিও ঘৰ সাজি থকাৰ সুবিধা নাই। কামৰ ধেনুখনা গাঁৱৰ বুঢ়া লোকেও ই এটা সৈন্যৰ ঘাটি আছিল বুলি কয়।

এই দুৰ্গটোৰ পৰা আৰম্ভ কৰি দক্ষিণে ব্ৰহ্মপুত্ৰলৈকে এটা প্ৰকাণ্ড নলাৰ অৱশেষ আছে। ইয়াক স্থানীয় লোকে 'হাতীখাল' বোলে। খুব সম্ভৱ আহোম যুগত, বিশেষকৈ যুদ্ধকালীন অৱস্থাত এই খালেদি যুদ্ধৰ নাও বা হাতী ব্ৰহ্মপুত্ৰৰ ফালৰপৰা সলা নগৰৰ ভিতৰত প্ৰবেশ কৰোৱা হৈছিল।

সামগ্ৰিকভাৱে সলা নগৰৰ গড়-প্ৰাচীৰবিলাক লক্ষ্য কৰিলে দেখা যায় যে ইয়াৰ দক্ষিণ, পশ্চিম আৰু উত্তৰ তিনিওটা দিশতে গড় মাৰি সুৰক্ষিত কৰা হৈছিল আৰু পূৱফালে ভিতৰ গড়ে আধা মান বেৰিছে যদিও বাকী অংশ বুঢ়ীগাং নৈৰফালে উন্মুক্ত ৰখা হৈছিল। সম্ভৱ উজনিৰ ৰাজধানীৰ ফালৰপৰা ইয়াত নাৱেৰে প্ৰবেশ কিম্বা পৰিস্থিতি সাপেক্ষে প্ৰস্থান কৰিবলৈকে সুবিধা ৰাখিয়েই এনে দৰে খোলা ৰখা হৈছিল।

ৰাজগড়ঃ পশ্চিমে ভৰলীৰপৰা হিমালয়ৰ দাঁতি-য়েদি যিটো গড় পূৱে শদিয়া পৰ্যন্ত দেখা যায় তাকে ৰাজগড় আৰু ঠাই বিশেষে ই দফলা গড় নামেৰে জনাজাত। এই গড় নিৰ্মাণত মুঠ তিনিজন স্বৰ্গদেৱৰ হাত আছিল; ইয়াৰে বিশ্বনাথৰ অন্তৰ্গত উত্তৰাংশত থকা অংশটো ১৭৫৮ চনত ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে নদুৱাৰ অঞ্চলত দফলাৰ উপদ্ৰৱ নিবাৰিবৰ অৰ্থে বন্ধাইছিল।[৩৭] এই গড়টো বৰ্তমান পাভৈ বাগিচা আৰু মিকিৰ বস্তিৰ মাজত দেখা যায়।

প্ৰতাপপুৰৰ (প্ৰতাপগড়) কীৰ্তিচিহ্ন ঃ

পুৰণি প্ৰতাপপুৰেই বৰ্তমান প্ৰতাপগড় নামেৰে জনাজাত। এসময়ত ই পুৰণি অসমৰ এটা বিস্তৃত অঞ্চলৰ ৰাজধানী আছিল। ইয়াৰ বিষয়ে একমাত্ৰ বিশ্বনাথত থকা চক্ৰেশ্বৰ শিলালেখৰ বাহিৰে কোনো সমসাময়িক তথ্যপাতি পোৱা নাযায়। পৰৱৰ্তী কালত ৰচিত কামৰূপৰ বুৰঞ্জী, ৰতিকান্তৰ ৰাজবংশাৱলী, বাৰভূঞাৰ বুৰঞ্জী আৰু জে, পি, ৱেড চাহাবৰ 'এন একাউন্ট অব আছাম' আদি পুথিৰপৰা এই নগৰৰ কিছু কথা জানিব পাৰি। তথাপিতো প্ৰতাপপুৰৰ বুৰঞ্জী অদ্যাপি নানা কাহিনী-কিংবদন্তীৰে ভৰা আৰু অন্ধ-কাৰে আচ্ছাদিত। উপৰুক্ত সমলাদিৰ পৰা জনা যায় যে ইয়াত ধৰ্মপাল ওৰফে জিতাৰি ৰাজবংশী ৰামচন্দ্ৰ ওৰফে প্ৰতাপসিংহ, আৰিমত্ত, সুতৰাংক আৰু মৃগাংকৰ বাহিৰেও তাৰ পাছত বাৰভূঞা-বিলাকে আনুমানিক ১৪ শতিকাৰ মাজভাগৰপৰা ১৫০৫ চনলৈকে শাসন কৰিছিল। উল্লিখিত প্ৰতাপ সিংহ ৰজাই পোন প্ৰথম ইয়াত গড় মাৰি ৰাজ-ধানী পাতিছিল যদিও তেওঁৰ পৰৱৰ্তী শাসক-সকলৰো ইয়াৰ অনেক কীৰ্তি-চিহ্ন নিৰ্মাণত নিশ্চয় বৰঙণি আছিল।

প্ৰতাপপুৰৰ অৱশিষ্ট কীৰ্তিবোৰ বুঢ়ামাধৱ দেৱালয়ক কেন্দ্ৰ কৰি বৰ্তমান পূৱে বিশ্বনাথ চাৰি-আলি নগৰৰ পৰা পশ্চিমে ঘিলাধাৰীলৈ, উত্তৰে বৰপুখুৰী বাগিচাৰপৰা দক্ষিণে কদমনি বিল বা অজলা সুঁতি পৰ্যন্ত বিশেষকৈ দেখা যায় যদিও এই পৰিসীমাৰ বাহিৰতো দুই-এটা চিহ্ন বিস্তৃত হৈ নথকা নহয়। এইবোৰ স্মৃতিৰ ভিতৰত আছে গড়-প্ৰাচী, আলি-পুখুৰী ইত্যাদি। প্ৰতাপপুৰ নগৰ হোৱাৰ পূৰ্বে এই ঠাইৰ নাম কন্যকাগ্ৰাম আছিল।

গড় পৰিখাৰ বিৱৰণ ঃ

নগৰখনক পৰিবেষ্টিত কৰি থকা মূল আৰু প্ৰধান চৌহদ গড়টো আয়তক্ষেত্ৰাকাৰ। ই পূৱা-পশ্চি-মাকৈ ৪ কি মিঃ আৰু উত্তৰা-দক্ষিণাকৈ ২ কিঃ মিঃ। সাধাৰু নৈখন ইয়াৰ পূৰ্বাংশত উত্তৰৰপৰা দক্ষিণলৈ সৰকি অজলা সুঁতিত পৰিছেগৈ। উত্তৰ-পূৱ সীমান্ত ৰেলপথটো এই চৌহদৰ সোঁমাজেদি পশ্চিমৰ পৰা পূৱলৈ গৈছে। চৌহদৰ গড়টো পূৰ্বে এক পৰিখাৰে এক যুৰীয়া গড় আছিল যাৰ মাজৰ ব্যৱধান প্ৰায় ২০ মিঃ। এই কথা উত্তৰ দিশৰ এক অংশৰপৰা ধৰিব পাৰি।

নগৰখনৰ প্ৰধান প্ৰবেশদ্বাৰ আছিল পূৱ-প্ৰাচীৰ মধ্যাংশত, ইয়াৰ বৰ্তমান প্ৰস্থ ১৩ মিঃ আৰু উচ্চতা ৪ মিঃ। মূল দ্বাৰৰপৰা দক্ষিণফালে তিনিটা আৰু উত্তৰফালে দুটা প্ৰায় সমান্তৰাল গড় প্ৰতাপপুৰৰ পূৰ্বাংশত দেখা যায়। এইবোৰৰ অৱ-স্থিতিৰপৰা ক'ব পাৰি যে, সাধাৰু নৈয়ে নগৰখনৰ এই অংশত ক্ষতি সাধন কৰি থকা বাবে ইয়াৰ শাসকসকলে দুই তিনিবাৰকৈ এইছোৱাত গড় নিৰ্মাণ কৰিবলগা হৈছিল।

প্ৰতাপপুৰৰ প্ৰধান গড় চৌহদৰপৰা সম্প্ৰ-সাৰিত হৈ ইয়াৰ চতুৰ্দিশত কেইবাটাও শাখা গড় পৰিখা আছে। এইবোৰৰ দৈৰ্ঘ ০·৩০ কিঃ মিঃৰ পৰা ৮ কিঃ মিঃ পৰ্যন্ত। ইয়াৰে দীৰ্ঘতম গড়-খাৱৈটো চৌহদৰ দক্ষিণ-পূৱ চুকত (সাধাৰু বাগিচাৰ সোণাপুৰ ডিভিজনত) আৰম্ভ হৈ বিশ্বনাথ উপত্যকাৰ সোঁমাজেদি কিছু দক্ষিণ-পূৱ মুখী হৈ কাঁড় এপাতৰ দৰে গৈ পানীভঁৰাল পথাৰৰ পূৱত থকা শ্যাম নাৰায়ণ পুখুৰীৰ লগত সংযোগ হৈ থকা দেখা যায়। আমাৰ অনুমান, মূলতে ই বুঢ়ীগাং নৈৰ লগত সংযুক্ত আছিল আৰু ইয়ে প্ৰতাপপুৰ আৰু বিশ্বনাথ তীৰ্থক্ষেত্ৰৰ মাজত এস-ময়ত প্ৰধান সংযোগী পথ হিচাপেও ব্যৱহাৰ হৈছিল। ইয়াৰ খাৱৈটোক বৰ্তমান 'ভৰালী খাৱৈ' নামেৰে জনা যায়। ইয়াৰ অৱশেষ চিহ্ন বিশ্বনাথ কৃষি মহাবিদ্যালয়ৰ চৌহদ, গড়েহাগি গাঁৱৰ পূৱ অংশত আৰু শ্যামনাৰায়ণ পুখুৰীৰ ওচৰত দেখি। এই খাৱৈক লৈ একাধিক জনশ্ৰুতি স্থানীয় লোকৰ মাজত প্ৰচলিত আছে। সি যি কি নহওক, প্ৰতাপ-পুৰৰ গড়-পৰিখাবোৰ দেখি বিশ্বাস হয় যে, আগৰ দিনত পৰিস্থিতি লৈ এই নগৰৰ প্ৰতিৰক্ষাৰ এক বিশেষ ব্যৱস্থা হিচাপে সাধাৰু নৈত বান্ধ দি ইয়াৰ চতুৰ্দিশৰ পৰিখাবোৰ পানীৰে ওপচাই দি শত্ৰুৰ আক্ৰমণত বাধা দিয়া হৈছিল। সাম্প্ৰতিক কালত প্ৰতাপপুৰৰ চৌহদৰ ভিতৰত আছে, প্ৰতাপগড় বাগিচাৰ একাংশ, বুঢ়ামাধৱ দেৱালয়, জংঘল বস্তি, বলোডোঙা গাঁও আৰু কালধোমা গাঁও।

প্ৰতাপপুৰৰ দুৰ্গ ঃ প্ৰতাপপুৰৰ মাজভাগত আৰু বুঢ়ামাধৱ দেৱালয়ৰ দক্ষিণত এটা পুৰণি দুৰ্গৰ অৱশেষ আছে। ইয়াত আহোম যুগীয় ইটা য'তে ত'তে পোৱা যায় কাৰণে ওচৰৰ মানুহে ইয়াক 'ইটা পুখুৰী' বুলিহে চিনাকি দিয়ে। মূল দুৰ্গটো বৰ্গক্ষেত্ৰাকাৰ, মাটি কালি ১২ বিঘা-মান, প্ৰাচীৰবোৰৰ উচ্চতা ৬ মিঃ। অভ্যন্তৰ

ভাগৰ মধ্যত এবিঘা মাটিৰ এটা গোলাকাৰ পুখুৰী আৰু ইয়াৰ চাৰিওফালে আছে প্ৰশস্ত সমতল। তদুপৰি প্ৰতিটো প্ৰাচীৰ চূড়ালৈ উঠা-নমা কৰিবলৈ




অভ্যন্তৰত মূলতে তিনিটাকৈ এচলীয়া আলি আছিল যদিও সম্প্ৰতি দক্ষিণ প্ৰাচীৰত তিনিটা, পশ্চিমত দুটা, উত্তৰত এটা আৰু পৰ প্ৰাচীৰত দুটাৰহে অৱশেষ আছে। এইবোৰ আলি যুদ্ধৰ সময়ত সৈনিকবিলাকে দুৰ্গ প্ৰতিৰক্ষাৰ্থে উঠা-নমা কৰিবলৈ ব্যৱহাৰ কৰিছিল।

মূল দুৰ্গক আগুৰি চতুৰ্দিশে আন এটা অপেক্ষাকৃতভাৱে সৰু আৰু চাগৰ গড় খাৱৈ আছে। ইয়াৰো আকৃতি বৰ্গক্ষেত্ৰাকাৰ আৰু একোটা দিশৰ দৈৰ্ঘ প্ৰায় ৪০০ মিঃ। ই পূব আৰু উত্তৰ দিশত মূল দুৰ্গটোৰ পৰা ২০ মিঃ আৰু দক্ষিণ-



'ভালুক গোসাঁই'



যজ্ঞেশ্বৰ শিৱ মন্দিৰ
( বাণেশ্বৰ শিৱদ'ল )



←— পৰিত্যক্ত বিশ্বনাথ মন্দিৰ



বৰ্তমানৰ বিশ্বনাথ দেৱালয় ( বাম বিশ্বনাথ )



চণ্ডীমন্দিৰত থকা হৰ-গৌৰীৰ যুগল মূৰ্তি



বিশ্বনাথ মন্দিৰত স্বৰ্গদেৱ গদাধৰসিংহই দিয়া অসমীয়া আৰু টাই ভাষাত লিখা তামৰ ফলি



চণ্ডী দেৱালয়



উমা দেৱালয়



প্ৰতাপগড়ত উদ্ধাৰ হোৱা বিষ্ণুমূৰ্তি



গণেশ মন্দিৰ ( সূৰ্যমাধৱ )



শ্যামনাৰায়ণ পুখুৰী



কুৰি শতিকাৰ প্ৰথম দশকত নিৰ্মিত
চাবিকৃষ্ণ থানৰ কাঠৰ বিষ্ণুমূৰ্তি



প্ৰতাপগড়ৰ বুঢ়ামাধৱ দেৱালয়



প্ৰতাপগড়ৰ বুঢ়ামাধৱ দেৱালয়ৰ কাষত আৱিষ্কাৰ হোৱা তাৰাদেৱীৰ মূৰ্তি
(খ্ৰীঃ ১০ ম-১১ শ শতিকা )



সভ্যতাৰ নিষ্ঠুৰ আঘাতত নিশ্চিহ্ন হ'ব ধৰা বুৰঞ্জী প্ৰসিদ্ধ প্ৰতাপগড়



শ্ৰীমন্ত শংকৰদেৱৰ প্ৰতিষ্ঠিত বাঁহবাৰীৰ ( বিহালী ) গাংমৌথান



উমাটুমনিৰ চক্ৰেশ্বৰত থকা শিলত কটা নক্সা
আৰু শিলালেখ



প্ৰতাপগড়ৰ বুঢ়ামাধৱ দেৱালয়ৰ কাষত আৱিষ্কাৰ হোৱা তাৰাদেৱীৰ মূৰ্তি
(খ্ৰীঃ ১০ম-১১শ শতিকা)



সভ্যতাৰ নিষ্ঠুৰ আঘাতত নিচ্ছিন্ন হ'ব ধৰা বুৰঞ্জী প্ৰসিদ্ধ প্ৰতাপগড়



শ্ৰীমন্ত শংকৰদেৱ প্ৰতিষ্ঠিত বাঁহবাৰীৰ (বিহালী) গাংমৌথান



উমাটুমনিৰ চক্ৰেশ্বৰত থকা শিলত কটা নক্সা
আৰু শিলালেখ



ধন্দি দ'লৰ মন্দিৰৰ চূড়া(পঞ্চশূল)
এই দ'ল স্বৰ্গদেৱ ৰুদ্ৰসিংহই
সজাইছিল আৰু ই ১৮৯৭ চনৰ
বৰ ভূঁইকঁপত ধ্বংসপ্ৰাপ্ত হয়।



কলাবাৰীৰ বৰকালিকা থানৰ বৰকালিকা (মনসা) আৰু বৰুণ দেৱতাৰ মূৰ্তি। আহোম যুগত এই বিগ্ৰহ লক্ষীমপুৰ জিলাৰ মাঘনোৱা দ'লত আছিল।



ধন্দি দ'লৰ ৰুদ্ৰসিংহৰ দিনৰ বৰকাঁহ আৰু ঘণ্টা



ধন্দি দ'লৰ অগ্নি দেৱতাৰ মূৰ্তি



ধন্দিদ'লৰ চক্ৰেশ্বৰ সদাশিৱৰ মূৰ্তি



কলাবাৰীৰ বাসুদেৱ দ'ল। এই দ'ল স্বৰ্গদেৱ ৰাজেশ্বৰ সিংহই সজাইছিল।



ললিতাসনত উপৱিষ্ট মনসাৰ মূৰ্তি (কল্যানী দেৱালয়, বৰভাৰাৰী, ১০ ম শতিকা)



কল্যানী দেৱালয়ৰ সোণৰ কালীমূৰ্তি (১৭ শ শতিকা)



গহপুৰৰ কামৰ মাগনিত (গলচেপা) থকা সূৰ্য্যদেৱতাৰ মূৰ্তি




বৰগাং নৈৰ উজনিত অৰুণাচলৰ নক্সা পাহাৰৰ শিলত অংকিত ধনুকাঁড়, মুদ্‌গড় আদিৰ চিত্ৰ



বিহালীৰ বনাঞ্চলত সিঁচৰতি হৈ থকা প্ৰাচীন হিন্দু মন্দিৰৰ ধ্বংসাৱশেষ (খ্ৰীঃ ১৩-১৪ শ শতিকা)



নক্সা পাহাৰত উদ্ধাৰ হোৱা প্ৰাচীন বড়ো বৰাহী ভাস্কৰ্যৰ নিদৰ্শন (১৪-১৬ শ শতিকা)



যোগিনীতন্ত্ৰ প্ৰসিদ্ধ নাগশংকৰ দেৱালয়



স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ দিনত নিৰ্মিত জামুগুৰিহাটৰ
নন্দিকেশ্বৰ দ'ল



জামুগুৰিহাটৰ ঐতিহাসিক বাৰেচহৰীয়া ভাওনাৰ মণ্ডপ
( শোণিতকোঁৱৰ গজেন বৰুৱা অংকিত )



গহপুৰত থকা '৪২ ৰ বীৰাংগনা
শ্বহীদ কনকলতাৰ মূৰ্তি




এচিয়াৰ সৰ্ববৃহৎ মোনাবাৰী চাহবাগিচা



অসমৰ সংস্কৃতিৰ অন্যতম অংগ ঝুমুৰ



জামুগুৰি-চতিয়া অঞ্চলৰ একালৰ সু-প্ৰসিদ্ধ 'বাঘভেটা'ৰ দৃশ্য ( শোণিতকোঁৱৰ গজেন বৰুৱা অংকিত )



বিশ্বনাথ চাৰিআলিৰ সাংস্কৃতিক প্ৰাণকেন্দ্ৰ
বীণাপাণি নাট্য সমাজৰ প্ৰেক্ষাগৃহ আৰু ৰংগমঞ্চ



বৰলুইতৰ বুকুত উমাটুমনি
ফটো ঃ পৰমানন্দ দাস



পশ্চিম দিশে ৮০ মিঃ দৰত্বত অৱস্থিত। দুৰ্গ সংযোগী আলিটো আছিল দক্ষিণফালে। পুৰণি প্ৰতাপপুৰৰ চৌহদৰ ভিতৰত এই দুৰ্গ অৱস্থিত হেতুকে ইয়াক এই নগৰৰে অৱশেষ পুৰাকীৰ্তি বুলি ধাৰণা জন্মিলেও আগতে উল্লেখ কৰা ধেনু-খনা পুখুৰী আৰু কাষৰ সলাল গড়ৰ অৱস্থিতি লক্ষ্য কৰি আহোম যুগৰো হ'ব পাৰে বুলি সন্দেহ হয়। বুঢ়ামাধৱ মন্দিৰ নিৰ্মাণ কৰিবলৈ ইয়াৰ উত্তৰ কাষত আহোম যুগত ইটাৰ ভোটা মৰা হৈছিল; সেয়েহে সেই ঠাইত অনেক গলিত আৰু টুকুৰা ইটা পৰি থকা দেখিবলৈ পোৱা যায়। যিহওক, এই দুৰ্গটো বৰ্তমান অসমৰ ভিতৰতে বহলাংশে মৌলিকতা ৰক্ষা কৰি থকা এক অনন্য পুৰাতাত্বিক সম্পদ হিচাপে আমি স্বীকাৰ কৰিব পাৰো। বৰ্তমান ইয়াৰ অভ্যন্তৰ ভাগত কেইবা-ঘৰো মানুহৰ বসতি হৈছে। ০০০

সহায় লোৱা গ্ৰন্থাৱলী আৰু অন্যান্য উৎস ঃ

১। A. H. Dani, Pre-History and Proto-History of Eastern India, Calcutta, 1960, Page 46
২। কালিকা পুৰাণ, বাৰানসী, ১৯৭২, পৃঃ ৫৯৫।
৩। কালিকা পুৰাণ, ঐ ।
৪। যোগিনীতন্ত্ৰম, গুৱাহাটী, পৃঃ ১৮৭ ।
৫। পবিত্ৰ অসম, যোৰহাট, ১৯৬৯, পৃঃ ১৮৮ ।
৬। অসম বুৰঞ্জী (সুকুমাৰ মহন্তৰ ঘৰত প্ৰাপ্ত), গুৱাহাটী, ১৯৪৫, পৃঃ ৫৪; কাশীনাথ তামুলীফুকন, অসম বুৰঞ্জী সাৰ, পৃঃ ২৬।
৭। অসম বুৰঞ্জী (সম্পাদনা ঃ শৰৎ কুমাৰ দত্ত), গুৱাহাটী, ১৯৩৮, পৃঃ ১১, ১২, ২৯ ।
৮। নিত্যানন্দ গগৈ, বিশ্বনাথ ক্ষেত্ৰৰ তামৰ ফলি, প্ৰকাশ, ১০ম বছৰ, ৭ম সংখ্যা, ১৯৮৫ (এপ্ৰিল), পৃঃ ৬১, ৬২।
৯। সাতসৰী অসম বুৰঞ্জী, গুৱাহাটী বিশ্ববিদ্যালয়, ১৯৬৯, পৃঃ ১১৬; তুংখুঙ্গিয়া বুৰঞ্জী, গুৱাহাটী, ১৯৬৪, পৃঃ ২৩।
১০। লীলা গগৈ, টাই সংস্কৃতিৰ ৰূপৰেখা, ডিব্ৰুগড় বিশ্ববিদ্যালয়, ১৯৭১, পৃঃ ১৫৪; পবিত্ৰ অসম, পৃঃ ১৮৭।
১১। J. P. Wade, An Account of Assam, 2nd Ed, Gauhati, 1972, Page 161.
১২। মহেশ্বৰ নেওগ, প্ৰাচ্য শাসনাৱলী, গুৱাহাটী, ১৯৭৪, পৃঃ ১২৬।
১৩। পবিত্ৰ অসম, পৃঃ ১৮৭।
১৪। W. N. Edward, 'On Some Archaeological Remains in Bishnath', Journal of the Asiatic Society of Bengal, Extra No. 1904, Page 16.
১৫। নিত্যানন্দ গগৈ, ঐ, পৃঃ ৬৩, ৬৪।
১৬। ঐ, পৃঃ ৬৪ ।
১৭। সৰ্বানন্দ ৰাজকুমাৰ, 'ইতিহাসে সোঁৱৰা ছশটা বছৰ', যোৰহাট, ১৯৮০, পৃঃ ৩৩২।
১৮। পবিত্ৰ অসম, পৃঃ ১৮৬।
১৯। বিশ্বনাথ চাৰিআলিৰ বামগাঁৱৰ শ্ৰীজ্যোতি ফুকনৰপৰা পোৱা বংশাৱলী।
২০। নিত্যানন্দ গগৈ, ঐ পৃঃ ৬৬, ৬৭।
২১। পবিত্ৰ অসম, পৃঃ ১৮৭ ।
২২। লক্ষীমপুৰৰ বিহপুৰীয়াৰ বৰ এলেঙী সত্ৰৰপৰা অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে সংগ্ৰহ কৰা পুথি।

২৩। হৰিনাৰায়ণ দ্বিজ বিৰচিত ঠাকুৰ চৰিত্ৰ, পদ ৩৩৫, ৩৩৬।

২৪। পণ্ডিত হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, যোৰহাট, ১৯৭২, পৃঃ ৩৫৭।

২৫। জামুগুৰিৰ মূঢ়াদ'লৰ টেঙাবৰিয়া সত্ৰৰ শ্ৰীযোগেন্দ্ৰ নাৰায়ণ গোস্বামীৰ সংগৃহীত পুথি।

২৬। পবিত্ৰ অসম, পৃঃ ২০৪।

২৭। লীলাধৰ বৰা, ঐতিহ্যমণ্ডিত কলিয়াবৰ, কলিয়াবৰ, ১৯৭৯, পৃঃ ৭৭।

২৮। দিহিং সত্ৰৰ শ্ৰীবৃন্দাবন চন্দ্ৰ গোস্বামী।

২৯। বিশ্বনাথ চাৰিআলিৰ মধুপুৰৰ শ্ৰীমহেশ গোস্বামী।

৩০। আনন্দ চন্দ্ৰ আগৰৱালা গ্ৰন্থাৱলী, যোৰহাট, ১৯৭৪, পৃঃ ৩৯৬; P. C. Choudhury, The History of the Civilisation of the People of Assam, Page 475 , N. N. Acharyya, The History of Medieval Assam, Gauhati, 1966, Page 182.

৩১। Ahom Buranji, Gauhati, 1985, Page 69 ; সাতসৰী অসম বুৰঞ্জী, পৃঃ ১৩৫; দেওধাই অসম বুৰঞ্জী, গুৱাহাটী, ১৯৬২, পৃঃ ৩০।

৩২। Ahom Buranji, Page 80; দেওধাই অসম বুৰঞ্জী, পৃঃ ৪১।

৩৩। ibid, Page 108

৩৪। অসম বুৰঞ্জী (সুকুমাৰ মহন্তৰ ঘৰত প্ৰাপ্ত), পৃঃ ৫৪।

৩৫। Ahom Buranji, Page 155

৩৬। অসম বুৰঞ্জী (শৰৎ কুমাৰ দত্ত সম্পাদিত), পৃঃ ১১।

৩৭। সৰ্বানন্দ ৰাজকুমাৰ, ঐ, পৃঃ ৫৩৯।

৩৮। নিত্যানন্দ গগৈ, লক্ষীমপুৰ, শোণিতপুৰ– জিলাৰ পুৰণি গড়-প্ৰাঞ্চী, স্মৰণিকা, পুৰ্বাঞ্চল আহোম টাই সাহিত্য সভা, ৰঙতি, ১৯৮৮, পৃঃ ২৬-২৭।

৩৯। বিশ্বনাথ চাৰিআলিৰ কেঁাচগাঁৱৰ স্বৰ্গীয় মোহন বৰা।




# স্বৰ্গদেৱ ৰুদ্ৰসিংহ আৰু অসমীয়া সাহিত্য /

যতীন্দ্ৰ নাথ গোস্বামী
॥ প্ৰাক্তন সভাপতি, অসম সাহিত্য সভা ॥

আহোম ৰজাসকলৰ ভিতৰত স্বৰ্গদেৱ ৰুদ্ৰসিংহ (১৬৯৫-১৭১৪ খ্ৰীঃ) আটাইতকৈ ডাঙৰ ৰজা আছিল। গুণাভিৰাম বৰুৱাই তেওঁৰ বিষয়ে কৈছেঃ "এইজনা ৰজা প্ৰকৃততে বড় প্ৰধান আছিল। চুকাফা ৰজাদেৱে যি দেশ ল'লে সি দেশ ৰুদ্ৰসিংহ স্বৰ্গদেৱেহে পাতিলে। এওঁৰ স্বভাৱ ৰাজযোগ্য আছিল। বুদ্ধি ও বিবেচনাতো বড় পকা আছিল।" (আসাম বুৰঞ্জী পৃঃ ৯৭)। হেমচন্দ্ৰ গোস্বামীয়ে তেওঁক আহোম ৰজাবিলাকৰ ভিতৰত 'প্ৰধান' বুলিছে। "তেওঁৰ কামবিলাক চাই আমি পদে পদে দেখিম, তেওঁ বৰ বুদ্ধিমান, বিবেচক, মৰমিয়াল, ৰঙিয়াল, ধাৰ্মিক আৰু প্ৰজাৰঞ্জক আছিল।" (হেমচন্দ্ৰ গোস্বামীঃ মহাৰাজ ৰুদ্ৰসিংহৰ দিনত অসম)।

গৌৰীনাথে সংকলন কৰা বাঁহবাৰী সত্ৰৰ যদুমণিৰ নাতিয়েক 'উদিতৰামৰ চৰিত্ৰ' পুথিৰপৰা ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ সংগীত আৰু পাণ্ডিত্যলিপ্সাৰ কথা জানিব পাৰি। তেওঁ বিদ্যোৎসাহী, ৰসিক আৰু ক্ষমতাশালী নৃপতি আছিল। তেওঁ বিদেশৰ পৰা পাখোৱাজ আদি নতুন বাদ্য-যন্ত্ৰ অনাই অসমত প্ৰচলন কৰে। "ই দেশৰো এজন লোক দিল্লীলৈ গই পাখোৱাজ প্ৰভৃতি বজাবলৈ আৰু গীত গাবলৈ শিকি আহে।" (গুণাভিৰাম বৰুৱা)। তেওঁ আন ঠাইৰপৰা গুণী-গায়ন অনাই দেশত থাপে। তেওঁ বিদেশী গান-বাজনাৰ 'চাল-চলন আৰু সাজ-পাৰ শিকিবৰ কাৰণে থাউন্দ আৰু বৈৰাগীৰ দল' সৃষ্টি কৰি বিদেশত ভ্ৰমিবলৈ পঠিয়ায়।

তেওঁ ১৬৩৩ শকত "পণ্ডিতৰ দ্বাৰা যোগিনী তন্ত্ৰ, কালিকা পুৰাণ আদি পুথিত উল্লেখ থকা ক্ষেত্ৰ পৰ্বত নিৰ্ণয় কৰায় আৰু সেই পৰ্বতসমূহৰ এখন তালিকাও যুগুত কৰায়। গদাধৰ সিংহ স্বৰ্গদেৱৰ দিনতে যি পিয়ল আৰম্ভ হয় সেই পিয়ল এইজনা স্বৰ্গদেৱৰ দিনত প্ৰায় সমাপ্ত হয়। ইয়াৰ দ্বাৰাই দেশৰ আয় উৎপন্ন আৰু সকলো কথা স্বৰ্গদেৱৰ হাতৰ তলুৱাত হ'ল।" (গুণাভিৰাম বৰুৱা-- আসাম বুৰঞ্জী)। মহাৰাজ ৰুদ্ৰসিংহই কবিৰাজ চক্ৰৱৰ্তীৰপৰা শাস্ত্ৰ জ্ঞান লাভ কৰে। এই প্ৰসংগত তেওঁৰ সভাকবি কবিৰাজ চক্ৰৱৰ্তীয়ে লিখিছে ঃ

"যাত হন্তে শাস্ত্ৰ পঢ়ি ৰুদ্ৰসিংহ ৰাই।
পণ্ডিত হৈলন্ত নানা শাস্ত্ৰ তত্ত্ব পাই ॥
(শকুন্তলা কাব্য)

স্বৰ্গদেৱ ৰুদ্ৰসিংহই জয়দেৱৰ ছন্দৰ অনুকৰণত কেইটামান গীত ৰচনা কৰে, আৰু এই গীতত ৰাধা-কৃষ্ণৰ কাহিনীৰ পৰশ পৰিছে। তেওঁ ৰচনা কৰা আন এটা গীতৰ চানেকি তলত দিয়া হ'ল ঃ

ৰাগ-- গান্ধাৰ

আইল ৰে গৌৰী প্ৰসন্ন মন।
পূৰ্ণিমাৰ শশী সম জ্বলয় বদন ॥
শিৰত কিৰীটি গাৱে অমূল্য বসন।
কৰ্ণে কুণ্ডল শোভে কণ্ঠে কণ্ঠাভৰণ ॥

দশভুজে দশ অস্ত্ৰ ধৰিছা সঘনে।
কটিত কিঙ্কিনী বাজে নেপুৰ চৰণে ॥
ৰূপৰ উগমা দিব পাৰে কোন জনে।
নমি গৌৰী পাৱে ৰুদ্ৰসিংহ নৃপ ভণে ॥

তেওঁ 'শিৱপুৰাণ' (ড° নবীন চন্দ্ৰ শৰ্মা সম্পাদিত, ১৯৮৬) নামৰ এখন পুথি ৰচনা কৰে। এইখন সংস্কৃত 'শিৱপুৰাণ'ৰ অনুবাদ নহয়। তেওঁ সেই পুৰাণৰ আঠোটা শ্লোকৰ আধাৰত শিৱ-ৰুদ্ৰৰ পৌৰাণিক ৰূপটো প্ৰকট কৰিছে। সেই-কালৰপৰা পুথিখনক শিৱপুৰাণ নুবুলি শিৱাষ্টক বুলিলেহে ৰজিতা খায়; কিন্তু কবিয়ে 'শিৱপুৰাণ' বুলিছে। ড° নবীন শৰ্মাই এই প্ৰসংগত অনুমান কৰিছে ঃ "ৰুদ্ৰসিংহই স্বৰচিত অষ্ট শ্লোকক কেন্দ্ৰ কৰি, 'শিৱ-পুৰাণ'ক আশ্ৰয় কৰি শিৱ-ৰুদ্ৰৰ শক্তি-সামৰ্থ, ঐশ্বৰ্য-বিভূতি, গৌৰৱ-গৰিমা আৰু মহত্ব-মহিমাদি বৰ্ণনা কৰা হেতু পুথিখনিক 'শিৱ-পুৰাণ' বুলিব পাৰি।"

'শিৱপুৰাণ'ৰ ৰচয়িতা যেন শিৱানুৰক্ত বা শিৱ-হৰি অভেদ।

"সিৱে পিতা-মাতা সিৱে ধাতা-কৰ্তা
সিৱক ভজিবো মনে।
ৰুদ্ৰসিংহ বোলে সুনিয়ো সকলে
সিৱ সিৱ বোলা ঘনে ॥"১৪

এই পুৰাণৰ বিষয়বস্তু কাব্য বা পুৰাণৰ নিচিনাকৈ শিৱ আৰু বাগেশ্বৰী দেৱীৰ বন্দনাৰে আৰম্ভ হৈছে; অৱশ্যে আৰম্ভণিতে এটা সংস্কৃত শ্লোক আছে। কবিয়ে পুথিখনক 'ব্ৰহ্ম-গীত' বুলিছে ঃ

"এই ব্ৰহ্ম-গীত জিতো সুনে নিত
সদায়ে জিতো পঢ়য়। ১৩৯
ৰুদ্ৰলোকে তাৰ বাস হোৱে সাৰ
কহিলো মঞি নিশ্চয় ॥"

এই 'শিৱপুৰাণ'খন প্ৰকৃতাৰ্থত পুৰাণৰ লক্ষণাক্ৰান্ত নহয়। কেৱল শিৱৰ মহিমা কীৰ্তন কৰা হৈছে। পুথিৰ প্ৰতি অধ্যায়ৰ আৰম্ভণিৰ শ্লোককেইটা 'কাব্যিক সৌন্দৰ্যৰে মহিমান্বিত'। শিৱপুৰাণে 'হৰি-হৰৰ অভেদত্ব আৰু একত্ব প্ৰতিপন্ন' কৰিছে। যেনে ঃ

"ৰুদ্ৰসিংহ নৃপে বোলে শুনা সৰ্বজন।
সদায়ে ঘুষিয়ো হৰি-হৰ তুলোচন ॥"১১৬

"ৰুদ্ৰসিংহ নৃপতিৰ আজ্ঞা শিৰে ধৰি" এজন দ্বিজই শ্ৰীমদ্ভাগৱতৰ পঞ্চম স্কন্ধ দুইখণ্ডত অনুবাদ কৰে। এই বিষয়ে পিছত আলোচনা কৰা হ'ব।

এই সময়ৰ লেখকসকল ঃ ৰামানন্দ সৰস্বতীৰ পুত্ৰ কবিৰাজ চক্ৰৱৰ্তী মহাৰাজ ৰুদ্ৰসিংহ আৰু তেওঁৰ পুত্ৰ শিৱসিংহ ৰজাৰ সভাকবি আছিল। তেওঁৰ প্ৰকৃত নাম ৰামনাৰায়ণ। কবিৰাজ চক্ৰৱৰ্তীয়ে কিছুমান গীত ৰচনা কৰে। তেওঁ সংস্কৃতত ৰচনা কৰা বিহু উৎসৱৰ বৰ্ণনাটি তলত দিয়া হ'ল ঃ

"ৰতিপতি মদনং জলৰুহ বদনং
তনুজিত কনকাবিকাৰম্।
ঘনকুচকলসং পৰিলসদলসং
চলদনুপম (পাদভাৰম্) ॥
নৃত্যাতি ললিতং হৰিগুণ বলিতং
গায়তি বিহুবিলাসম্।
কলিত যুৱানং মুখৰিত ৰমনং
নটিপটলমৃদুহাসম্ ॥
০ ০ ০ ০
শ্ৰীৰুদ্ৰসিংহ ধৰণীপতিসিংহ
নিৰূপম বচন সমাজে।
ইদমপি গানং হৰিগুণ ভানং
শৃণুত ভণিত কবিৰাজে ॥"

আউনিআটী সত্ৰত থকা 'গীতৰ পুথি' নামৰ পাণ্ডুলিপিত ৰামনাৰায়ণে ৰচা ৬৬ টা গীত আছে।



পৃষ্ঠপোষক ৰজা ৰুদ্ৰসিংহৰ আদেশত কবিৰাজ চক্ৰৱৰ্তীয়ে জয়দেৱৰ গীত-গোবিন্দৰ (সচিত্ৰ) পদ-ভাঙনি কৰে। অনুবাদ মূলানুগ। পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ মতে এই পুথি ১৬৯৬-১৭১৪ খ্ৰীষ্টাব্দৰ ভিতৰত ৰচিত।

তেওঁ ভাস্বতী (১৬৯৫ খ্ৰীঃ) নামৰ জ্যোতিষ বিষয়ৰ পুথিৰ কথা-ভাঙনি কৰে। এই পুথি সংস্কৃত সূৰ্য-সিদ্ধান্তৰ সংক্ষিপ্ত তাঙৰণ। পুথিখন বেলি, জোন, তৰা আদিৰ স্থান নিৰূপণতে আৰম্ভ কৰি সূৰ্য-গ্ৰহণ, চন্দ্ৰ-গ্ৰহণ আদিত শেষ কৰিছে। কবিৰাজ চক্ৰৱৰ্তীয়ে শিৱসিংহ ৰজাৰ দিনত ৰচনা কৰা পুথিসমূহ আমাৰ আলোচনাৰ বিষয় নহয়।

ৰুদ্ৰসিংহৰ ৰাজত্বকালত কোনো এজন দ্বিজই 'ৰাজ আজ্ঞা শিৰে ধৰি' ভাগৱত অষ্টম স্কন্ধৰ পদ ভাঙনি কৰে দুটা খণ্ডত। সম্প্ৰতি দ্বিতীয় খণ্ডৰ পাণ্ডুলিপি (সাঁচিপতীয়া পুথি) পোৱা গৈছে। আমি অষ্টম স্কন্ধৰ এই খণ্ডটিকে অষ্টম স্কন্ধ বুলি উল্লেখ কৰিম।

অনুবাদকে ভণিতাত কেৱল 'দ্বিজ' বুলিহে উল্লেখ কৰিছে। ক'তো নিজৰ চিনাকি নাই। সম্ভৱ প্ৰথম খণ্ডটো (অষ্টম স্কন্ধৰ অনুবাদ) পালে ৰচয়িতাৰ পৰিচয় পোৱা যাব পাৰে। প্ৰাপ্ত পুথি মূলৰ হুবহু অনুবাদ নহয়। কোনো ঠাইত শ্লোকৰ হুবহু অনুবাদ কোনো ঠাইত ভাবানুবাদ এইদৰে ভাগৱতখন অনুবাদ কৰিছে। পুথি অনুবাদ প্ৰসংগত কোৱা হৈছে ঃ

"ভাগৱত পদ পূৰ্ব কৱি নিবন্ধিল।
তভো ৰুদ্ৰসিংহ নৃপে আদেশ কৰিল ॥
পঞ্চম স্কন্ধক দুই খণ্ড কৰি লই।
ভিন্ন মুখবন্ধে পদ কৰিতে লাগই ॥ ৪
হেন নৃপতিৰ আজ্ঞা কৰিয়া আদৰ।
বিৰচিবো পদ আবে পঞ্চম স্কন্ধৰ ॥
জয় ৰুদ্ৰসিংহ নৃপ প্ৰতাপে আদিত্য।
চন্দ্ৰ যেন যাৰ যশ প্ৰকাশয় নিত্য ॥ ৫
পৰম বৈষ্ণৱ ৰাজা গুণৰ আলয়।
ঈশ্বৰৰ পদ সেৱি কালক নিয়য় ॥" (দ্বিজ)

ৰাজ আদেশত পঞ্চম স্কন্ধৰ ভাঙনি দুটা খণ্ডত কৰা হৈছে। মূল ভাগৱতৰ অধ্যায় হ'ল ২৬ টা (ষড়বিংশ অধ্যায়)। প্ৰথম অধ্যায়ৰপৰা পঞ্চদশ অধ্যায়লৈকে প্ৰতিটো অধ্যায় আখ্যানমূলক। যেনে, প্ৰিয়ব্ৰত চৰিত্ৰ, আগ্নীধ্ৰ চৰিত্ৰ, নাভিৰ চৰিত্ৰ, ঋষভদেৱৰ জ্ঞানোপদেশ ইত্যাদি। দ্বিতীয়াৰ্ধৰ বিষয় হৈছে ভূগোল বৰ্ণন (পৰ্বত, নদী, দ্বীপ আদি) ইলাবৃত বৰ্ষ, কিম্পুৰুষ আৰু ভাৰতবৰ্ষৰ বৰ্ণনা, প্লক্ষাদি দ্বীপ, বিভিন্ন বৰ্ষ, খগোলক বিৱৰণ, চন্দ্ৰাদি গ্ৰহণৰ স্থিতি আৰু গতি বৰ্ণন, বিষ্ণুপদ আৰু শিশুমাৰ চক্ৰৰ বৰ্ণন, ৰাহু আদিৰ স্থিতি, সংকৰ্ষণ-দেৱৰ সংস্থিতি, বিভিন্ন নৰকৰ বৰ্ণনা ইত্যাদি।

অষ্টম স্কন্ধৰ অনুবাদত দ্বিজই তেওঁৰ পৃষ্ঠপোষক ৰজা ৰুদ্ৰসিংহৰ বিষয়ে কৈছে ঃ

(১)

"ৰুদ্ৰসিংহ ঠান নৃপতি প্ৰধান
কোন হইবে পৃথিবীত।
গুণগ্ৰাম যাৰ জুড়িল সংসাৰ
একান্ত চিত্ত হৰিত ॥
তান আজ্ঞা বাণী ধৰি বহু মানি
ভণিলা দ্বিজ-নন্দন।
চাড়ি আন কাম বোলা ৰাম ৰাম
যত সভাসদ জন ॥ ২৪২

(২)

ৰুদ্ৰসিংহ নৃপবৰ ঈশ্বৰৰ সেৱাপৰ
ব্ৰাহ্মণ বৈষ্ণৱৰ হিতকাৰি।
এৰ্কেক ধৰ্মক তান দেখি লোকে বিদ্যমান
বিস্ময়ে চাহাৱে সাৰি সাৰি ॥৩৫৭
ইটো অদভুত কাম লভিয়া নৃপতি নাম
কৰিছে কৰিবে কোনে আৰ।
অন্যোঅন্যে লোকচয় এহিমতে বিতৰ্কয়
মনেয়ো নপাৱে তাৰ পাৰ ॥

হেন নৃপ আজ্ঞা পাই         নিবন্ধিলো ভাষ্য চাই
ইটো    পদচয় যত্ন কৰি ।
কৃষ্ণ পদ ধৰি মনে         ভণে দ্বিজে সৰ্বজনে
ডাক চাড়ি বোলা হৰি হৰি ॥"৩৬০

ওপৰৰ উদ্ধৃতিৰপৰা মহাৰাজ ৰুদ্ৰসিংহৰ শৌৰ্য-বীৰ্যৰ আভাস পাব পাৰি। তেওঁ "ব্ৰাহ্মণ-বৈষ্ণৱৰ হিতকাৰী"। কবিয়ে তেওঁক পৰম ভক্ত বুলিছে ঃ "পৰম-পুৰুষ যিটো জগত ঈশ্বৰ। তানে সেৱাপৰ ৰুদ্ৰসিংহ নৃপবৰ ॥"

দ্বিজ অনুদিত পঞ্চম স্কন্ধত ৪৪৭ টা চৰণ আছে। পুথিত পদ, দুলড়ী আৰু ছবিছন্দ ব্যৱহাৰ কৰা হৈছে। লেখকে সংস্কৃত গ্ৰন্থখনি (পঞ্চম স্কন্ধ) প্ৰাঞ্জল ভাষাৰে অনুবাদ কৰিছে। উদাহৰণ স্বৰূপে, তলত মূল আৰু অনুবাদৰ এটি উদ্ধৃতি দিয়া হ'ল ঃ

"ধ্যায়মান ঃ সুৰাসুৰোৰগসিদ্ধ-- গন্ধৰ্ব্ববিদ্যাধৰ-মুনিগনৈৰনৱৰতমদ-মুদিতবিকৃত -বিহ্বল -লোচনঃ সুললিত মুখৰিকামৃতেনাপ্যায়মানঃ স্বপাৰ্ষদবিবুধ-যূথপতীন পৰিম্লানৰাগনৱনৱ- তুলসিকামোদ-মধ্বাসবেন মাদ্যন্মধুকৰব্ৰাত মধুৰ গীতশ্ৰিয়ং বৈজয়ন্তীং স্বাং বনমালাং নীলবাসা এককুণ্ডলো হলককুদি কৃতসুভগসুন্দৰভুজো ভগৱান্মহেন্দ্ৰবাৰণেন্দ্ৰ ইব কাঞ্চনীং কক্ষ্যামুদাৰলীলো বিভৰ্ত্তি।" পঞ্চবিংশ অধ্যায়, সপ্তম শ্লোক (অষ্টম স্কন্ধ)।

"সুৰাসুৰ সৰ্প সিদ্ধ মুনি বিদ্যাধৰ।
চিন্তে তাঙ্ক ক্ৰোধবেগ চাড়িছা ঈশ্বৰ ॥ ৩৬৯
সদায়ে মুদিত মদে বিহ্বল লোচন।
সুললিত বচন অমৃত্যে ভৃত্যগণ ॥
দেৱসকলকো কৰি আছা আনন্দিত।
দুই নীলবস্ত্ৰে এক কুণ্ডলে শোভিত ॥ ৩৭০
সুন্দৰ নবীন তুলসীৰ ৰস পাই।
তাতে মত্ত ভ্ৰমাৰ মধুৰ গীত গাই ॥
তাৰ শ্ৰীয়ে সুশোভিত বৈজয়ন্তী নাম।
নিজ বনমালাক ধৰিছা অনুপাম ॥ ৩৭১
মহেন্দ্ৰৰ ঐৰাৱত গজেন্দ্ৰ যেমন।
ধৰিছে সুবৰ্ণময় ৰজ্জু বিতোপন ॥
সেহিমতে বনমালা ধৰি চাৰুচিৰ।
যাহাৰ উদৰে লীলা পৰম গম্ভীৰ ॥ ৩৭২
থাপিছা সুন্দৰ ভুজ লাঙ্গল পৃষ্ঠত।
তাহান লীলাক কোনে জানিতে শকত ॥
হেন ভগৱন্তক চিন্তয় যিটো জন।
মোক্ষক ইচ্ছায়ে কৰে শ্ৰৱণ কীৰ্তন ॥ ৩৭৩

শ্ৰীমদ্ভাগৱত অষ্টম স্কন্ধৰ দ্বিজ কৃত অসমীয়া পদানুবাদ নিঃসন্দেহে অসমীয়া বৈষ্ণৱ সাহিত্যৰ এক উল্লেখযোগ্য সংযোজন।

মহাৰাজ ৰুদ্ৰসিংহৰ জীৱনৰ শেষৰফালে শাক্তধৰ্মৰ প্ৰতি অনুৰাগ জন্মে। তথাপি আলোচ্য অষ্টম স্কন্ধ আৰু শিৱপুৰাণ গ্ৰন্থ দুখনিয়ে তেওঁৰ ধৰ্মীয় ধাৰণাৰ সম্যক পৰিচয় দাঙি ধৰে। সেই সময়লৈকে ব্ৰহ্মবৈৱৰ্ত পুৰাণে ৰাজকাৰেঙত প্ৰৱেশ লাভ কৰা নাছিল।

০০০



# বিশ্বনাথ মহকুমাৰ ভৌগোলিক পৰিচয়

সদানন্দ দাহাল

ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰত অৱস্থিত বিশ্বনাথ এটি বিস্তৃত অঞ্চলৰ নাম। প্ৰশাসনিক সুবিধা আৰু ক্ষিপ্ৰ সামাজিক আৰু অৰ্থনৈতিক উন্নয়নৰ বাবে যোৱা ১৯৮৩ চনৰ ১৫ আগষ্টৰ দিনা অসম চৰকাৰে পূৰ্বৰ তেজপুৰ মহকুমাক দুভাগত বিভক্ত কৰি তেজপুৰ আৰু বিশ্বনাথ নামেৰে দুটা প্ৰথক মহকুমা গঠন কৰে। বৰ্তমান শোণিতপুৰ জিলাৰ পূব অংশত থকা এই মহকুমাৰ সদৰ স্থান হ'ল বিশ্বনাথ চাৰিআলি। এই মহকুমা ৯৩°১৫´ পূব দ্ৰাঘিমাৰপৰা ৯৩°৪৫´ পূব দ্ৰাঘিমাংশলৈ আৰু ২৬°৪৩´ উত্তৰ অক্ষাংশৰ পৰা প্ৰায় ২৭° উত্তৰ অক্ষাংশলৈকে বিয়পি আছে। পূৱা-পশ্চিমাকৈ গড় দৈৰ্ঘ প্ৰায় ৮৩ কিঃ মিঃ আৰু উত্তৰা-দক্ষিণাকৈ গড় প্ৰস্থ প্ৰায় ৩২ কিঃমিঃ। মুঠ মাটিকালিৰ পৰিমাণ প্ৰায় ২৬৫৬ বৰ্গ কিঃমিঃ। মহকুমাটোৰ উত্তৰে অৰুণাচল প্ৰদেশ, পূবে লক্ষীমপুৰ জিলা, দক্ষিণে নগাঁও আৰু গোলাঘাট জিলা আৰু পশ্চিমে তেজপুৰ মহকুমা। ব্ৰহ্মপুত্ৰ নদী ঠিক দক্ষিণেদি পূবৰপৰা পশ্চিমলৈ বৈ গৈছে।

উন্নয়নমূলক আঁচনিৰ বাবে এই মহকুমাক বিশ্বনাথ, বিহালী আৰু ছয়দুৱাৰ নামে তিনিটা উন্নয়ন খণ্ডত আৰু প্ৰশাসনিক সুবিধাৰ বাবে বিশ্বনাথ, হেলেম আৰু গহপুৰ এই তিনিটা চক্ৰত ভাগ কৰা হৈছে।

প্ৰাকৃতিক গঠন ঃ এই মহকুমাৰ ভূ-তাত্বিক গঠন ব্ৰহ্মপুত্ৰ উপত্যকাৰ লগত একে; অৰ্থাৎ টাৰ্ছিয়াৰি যুগত (Tertiary Period) সৃষ্টি হোৱা হিমালয় পৰ্বতৰ অংশ বিশেষ কামেং-সোৱণশিৰি পাহাৰীয়া জিলা দুখন আৰু ব্ৰহ্মপুত্ৰ নদীৰ মাজত অৱস্থিত এই গোটেই অঞ্চলটো ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈসমূহে সঞ্চয় কৰা পলসুৱা মাটিৰে গঠিত সমতল ভূমি। এই অঞ্চল উত্তৰৰপৰা দক্ষিণলৈ ক্ৰমাৎ এচলীয়া। পূবৰ খণ্ড আৰু ব্ৰহ্মপুত্ৰৰ ওচৰৰ বন্যাপ্লাৱিত অঞ্চল বহুতো বিল আৰু জলাশয়েৰে ভৰা। তাৰে উল্লেখযোগ্য কেইখনমান হ'ল, খাবৈ, গলচেপা, দীঘলী, আঁৰিভঙ্গা, কদমনি ইত্যাদি। পশ্চিমে ঘিলাধাৰী নৈৰ পৰা পূবে পিছলাগুৰি-লোহিতমুখলৈকে সুদীৰ্ঘ এই অঞ্চলত কোনো পৰ্বত-পাহাৰ নাই।

নদ-নদী ঃ মহকুমাৰ দক্ষিণেদি সৰ্পিল গতিত বৈ যোৱা মহাবাহু ব্ৰহ্মপুত্ৰই ইয়াৰ প্ৰধান নদী। উত্তৰফালৰ উচ্চ পাহাৰীয়া অঞ্চলৰ পৰা ওলাই আহি মাটিৰ ঢাল অনুসৰি বৈ গৈ ব্ৰহ্মপুত্ৰত মিলি যোৱা উপনৈবোৰৰ ভিতৰত ক্ৰমে থাবৈ, চত্ৰং, বালিজান, ব্ৰহ্মজান, বুৰৈ, বিহালী, বৰগাং, বুঢ়ীগাং আৰু ঘিলাধাৰীয়েই প্ৰধান।

জলবায়ু ঃ মৌচুমী বায়ুৰ পৰশ পোৱা গংগা-ব্ৰহ্মপুত্ৰ উপত্যকাৰ মজলীয়াবিধৰ সেমেকা জলবায়ু ইয়াত বিদ্যমান। বিশেষকৈ জহকালি দক্ষিণ-পশ্চিম মৌচুমীৰ প্ৰভাৱত অধিক বৰষুণ হোৱাৰ ফলত ইয়াত গৰমৰ মাত্ৰা নামনি






অসমতকৈ কিছু কম ; কিন্তু আৰ্দ্ৰতা অধিক। শীতকালিও জাৰৰ মাত্ৰা তীব্ৰ নহয়। নবেম্বৰৰ শেষতহে জাৰ পৰিবলৈ ধৰে। এই সময়ত দৈনিক সৰ্বোচ্চ উষ্ণতা গড়ে ২৬ ডিগ্ৰী ছেলছাছৰপৰা ২৭·৫° ছেল.ৰ ভিতৰত থাকে। নিশাৰ সৰ্বনিম্ন উষ্ণতা ১৫· ছেল.লৈ নামি আহে। ডিচেম্বৰ আৰু জানুৱাৰীতেই আটাইতকৈ বেছি জাৰ পৰে। ফেব্ৰুৱাৰীৰপৰা মাৰ্চ মাহলৈ ক্ৰমাৎ উত্তাপ বাঢ়িবলৈ ধৰে। এই অঞ্চলত মে' মাহতহে উষ্ণতা আটাইতকৈ বেছি। দৈনিক গড়ে উষ্ণতা এই সময়ত ৩৫° ছেল.লৈ উঠে। মে' আৰু অক্টোবৰ মাহৰ মাজত অতিপাত বৰষুণ হয় আৰু আকাশ প্ৰায়েই মেঘাচ্ছন্ন হৈয়ে থাকে। অত্যধিক বৃষ্টিপাত আৰু উষ্ণতাৰ বাবে বৰ্ষাকালৰ সেমেকা বতৰ বৰ অস্বস্তিকৰ হয়। জুলাই-আগষ্ট মাহত সৰ্বাধিক বৰষুণ হয়। আৰু এই সময়ৰ গড় বৃষ্টিপাতৰ পৰিমাণ ১১৫০ মিলিমিটাৰ।

উদ্ভিদ আৰু জীৱ-জন্তু ঃ অসমৰ হাবিবোৰক দুভাগত ভগোৱা হৈছে ঃ সংৰক্ষিত বনাঞ্চল আৰু অশ্ৰেণীভুক্ত চৰকাৰী বনাঞ্চল। ৰাজ্যিক আইন অনুসৰি প্ৰথম শ্ৰেণীত সৰ্বসাধাৰণ মানুহে কোনোধৰণৰ বননি ব্যৱহাৰ কৰিব নোৱাৰে নাইবা মাটি দখল কৰিবও নোৱাৰে। কিন্তু চৰকাৰী বনাঞ্চলত খেতিয়কে সুবিধা বুজি খেতি কৰাৰ অনুমতি পাব পাৰে। বিশ্বনাথ মহকুমাৰ হাবি-বননিবোৰ প্ৰথম শ্ৰেণীভুক্ত বনাঞ্চল। পূব ভৰলী বন সংমণ্ডল প্ৰাধিকাৰীৰ কাৰ্যালয়ৰ পৰা সংগ্ৰহ কৰা তথ্য মতে মহকুমাটোত থকা বনাঞ্চল আৰু মাটিকালিৰ পৰিমাণ এনেধৰণৰ ঃ

| | | | |
|---|---|---|---|
| (ক) বিশ্বনাথ | সংৰক্ষিত | বনাঞ্চল | ঃ ১০৫৬১ হেক্টৰ |
| (খ) পাণপুৰ | ,, | ,, | ঃ ৬৯৫·৫ ,, |
| (গ) বিহালী | ,, | ,, | ঃ ১৪০১৬ ,, |
| (ঘ) গহপুৰ | ,, | ,, | ঃ ১৩৩১০ ,, |
| (ঙ) চেঙেলিজান | ,, | ,, | ঃ ১৪০০ ,, |

সংৰক্ষিত বনাঞ্চলত থকা মুঠ মাটিৰ পৰিমাণ ৩৯৯৮২·৫ হেক্টৰ। মুঠ আয়তনৰ ৩৭·০৪% অনুকূল জলবায়ুৰ বাবে ইয়াৰ হাবিবোৰত কৰ্কটক্ৰান্তীয় চিৰ সেউজীয়া অৰণ্যৰ প্ৰাধান্য বেছি যদিও উত্তাপ, বৰষুণ আৰু মাটিৰ তাৰতম্য অনুসৰি মহকুমাটোৰ উত্তৰ অংশত চিৰ সেউজীয়া, মাজ ভাগত পৰ্ণপাতী আৰু দক্ষিণ ভাগত নদী কাষৰীয়া অৰণ্য দেখিবলৈ পোৱা যায়। অন্যান্য বনাঞ্চলৰ দৰে ইয়াৰ হাবিবোৰতো মূল্যবান গছ-গছনি পোৱা যায়। যেনে, বনচোম, তিতাচপা, নাহৰ, বোলা, শলখ, খকন, চেগুন, গমাৰি, কৰৈ, কদম আৰু নদী কাষৰীয়া গছৰ ভিতৰত শিমলু আৰু শিশুৱেই প্ৰধান। ইয়াৰ উপৰিও পৰ্যাপ্ত পৰিমাণৰ নানান শ্ৰেণীৰ বাঁহ-বেত আৰু নল-খাগৰি গজে। বনৰীয়া জীৱ-জন্তুৰ ভিতৰত হাতী, বাঘ, ভালুক, বনৰীয়া ম'হ, বান্দৰ, নানাধৰণৰ পহ আৰু চৰাই-চিৰিকতিৰ ভিতৰত ধনেশ পক্ষী, বাজহাঁহ আৰু বনৰীয়া কুকুৰাই প্ৰধান।

কৃষি ঃ বিশ্বনাথ মহকুমা ঘাইকৈ এটি কৃষি প্ৰধান অঞ্চল। ব্ৰহ্মপুত্ৰ আৰু ইয়াৰ উপনৈবোৰৰ পলসুৱা মাটি অতি উৰ্বৰা। অনুকূল জলবায়ু, অৰ্থাৎ প্ৰচুৰ বৃষ্টিপাত আৰু অধিক উত্তাপৰ বাবে বাৰিষা ধান, গম, মাকৈজোৱা আদি খাদ্যশস্য প্ৰচুৰ পৰিমাণে উৎপন্ন হয়। অৰ্থকৰী শস্যৰ ভিতৰত চাহ, মৰাপাট, কুঁহিয়াৰ, সৰিয়হ, তিল, তামোল-পাণ আৰু নানা প্ৰকাৰৰ শাক-পাচলিয়েই প্ৰধান। কৃষি কাৰ্যৰপৰা হোৱা আয় মুঠ আয়ৰ প্ৰায় ৫৪·৯%। ভিন ভিন সময়ত বিভিন্ন ধৰণৰ খেতি কৰা হয় যদিও ইয়াত অন্যান্য ঠাইৰ তুলনাত প্ৰতি হেক্টৰত উৎপাদনৰ হাৰ সন্তোষজনক নহয়। পুৰণিকলীয়া কৃষি পদ্ধতি, জলসিঞ্চনৰ অভাৱ, উচ্চ উৎপাদনক্ষম বীজ আৰু সাৰৰ অভাৱ আৰু প্ৰাকৃতিক দুৰ্যোগেই ইয়াৰ বাবে দায়ী বুলিব পাৰি।

জনসংখ্যা ঃ ১৯৭১ চনৰ লোকপিয়ল মতে তেতিয়াৰ দৰং জিলাৰ মুঠ জনসংখ্যা ১৭,৩৬,১৮৮ জনৰ শোণিতপুৰ জিলাত আছিল-- ৯,০১,৬১৪ জন। সেই সময়ত বৰ্তমানৰ বিশ্বনাথ মহকুমাটোত মুঠ জনসংখ্যা আছিল ৩,৩৫,৩৪৫ জন। যোৱা ১৯৮১ চনত অসমত লোকপিয়ল নহ'ল বাবে বৰ্তমানৰ সঠিক সংখ্যা জনা নাযায় যদিও বিভিন্ন পৰিকল্পনা আৰু আঁচনিৰ বাবে মহকুমাধিপতিয়ে প্ৰস্তুত কৰা তথ্য মতে যোৱা ১৯৮১ চনত বিশ্বনাথ মহকুমাৰ মুঠ জনসংখ্যা আছিল (Projected Population) ৩,৯৬,৩৪০ জন। তাৰে গহপুৰ উন্নয়ন খণ্ডত ১৭,৯,৪৮৩ জন, বিহালী উন্নয়ন খণ্ডত ১২,৮,৮৭৬ জন আৰু বিশ্বনাথ উন্নয়ন খণ্ডত ৮,৭,৯৮১ জন।

প্ৰতি বৰ্গ কিঃ মিঃত জনবসতি ১৪৯·৩ জন। ১৯৭১ চনৰ পিয়ল মতে মহকুমাটোত কৰ্মৰত লোকৰ সংখ্যা শতকৰা ২৭·৬ জন। কৰ্মৰত লোকৰ ভিতৰত অকল কৃষিকাৰ্যতেই ৫৪·৯ % লোক নিয়োজিত। গোটেই অসমৰ ক্ষেত্ৰত এই দুই সংখ্যা যথাক্ৰমে ২৮·৬ % আৰু ৬৫·৬ %।

মহকুমাটোত পূৰ্বে সৰহভাগ মানুহে খোৱা-পানী, যাতায়ত, কৃষি আদিৰ সুবিধাৰ বাবে ব্ৰহ্মপুত্ৰৰ কাষৰীয়া অঞ্চলত বসবাস কৰিছিল যদিও সম্প্ৰতি গৰাখহনীয়া, বানপানী আদি প্ৰাকৃতিক দুৰ্যোগ আৰু ব্ৰহ্মপুত্ৰইদি জাহাজ চলাচল উঠি যোৱাৰ কাৰণে ৰাষ্ট্ৰীয় ঘাই পথৰ কাষৰ গাঁওবোৰলৈ জন প্ৰব্ৰজন ঘটিছে। গাঁৱৰো আকৌ যিবোৰ অঞ্চলত মাটিৰ উৎপাদিকা শক্তি বেছি, সেইবোৰত মানুহৰ বসতি ঘন। উদাহৰণস্বৰূপে, কলাবাৰী অঞ্চলৰ গাঁওবোৰছ জনবসতি ঘন। মহকুমাটোত মুঠতে ৬৮৬ খন গাঁও আছে। অসমৰ আন অংশৰ দৰেই বড়ো, কছাৰী, মিচিং আদি জনজাতি, নেপালী, চৰবাসী মুছলমান, চাহ বাগিচাৰ বনুৱা, বঙলাভাষী আদি বিভিন্ন জনগোষ্ঠীয়ে বিশ্বনাথ মহকুমাতো বৃহত্তৰ অসমীয়া জাতিৰ অংগ হিচাবে বসবাস কৰি আছে।

শিল্প-উদ্যোগ ঃ এই মহকুমাত বৰ্তমানলৈকে কোনো খনিজ সম্পদ আৱিষ্কৃত হোৱা নাই যদিও ঔদ্যোগীকৰণৰ বাবে দৰকাৰী প্ৰচুৰ বনজ, কৃষিজ আৰু মৎস্য সম্পদ আছে। প্ৰাপ্ত তথ্য মতে ইয়াত থকা বিভিন্ন পঞ্জীভুক্ত উদ্যোগৰ সংখ্যা এনেধৰণৰ ঃ ধানকল- ৩২, তেলৰ ঘানী ১৭, কাঠ ফলা কল ৭, বয়ন শিল্প ৪, ছপাশাল-- ৫, লোহা শিল্প ৫, টায়াৰ ৰিট্ৰেডিং ৩, বেকাৰী ৩, বুক বাইণ্ডিং ২, টি-ভি আৰু ৰেডি'অ' চাৰ্ভিছিং ৫, ফটোষ্টেট ৩, মমবাতি উদ্যোগ ১, গাখীৰ শীতলীকৰণ ১।

এই অঞ্চলৰ হাবিবোৰত পোৱা মূল্যবান গছ-গছনি, বাঁহ-বেত আৰু নল-খাগৰিবোৰ প্লাই-উড, চাহৰ বাকচ, ৰেলৰ শ্লিপাৰ, গৃহ নিৰ্মাণৰ সঁজুলি আদিৰ বাহিৰেও কাগজৰ মণ্ড, ৰেয়নৰ মণ্ড, পেপাৰ ব'ৰ্ড নিৰ্মাণ আদি শিল্পৰ বাবে অতি মূল্যবান সম্পদ। এই সম্পদবোৰৰ ভিত্তিত ভৱিষ্যতলৈ প্ৰচুৰ ঔদ্যোগীকৰণৰ সম্ভাৱনা আছে।

দক্ষিণ কাষেদি বৈ যোৱা বিশাল ব্ৰহ্মপুত্ৰ, ইয়াৰ অসংখ্য উপনৈবোৰ আৰু পুব খণ্ডত থকা জলাশয় আৰু খাল-বিলত অজস্ৰ মাছ পোৱা যায়। উন্নত বৈজ্ঞানিক প্ৰণালীৰে মৎস-শিল্প গঢ়ি তুলিব পাৰিলে ইয়াৰ মৎস্যজীৱী ৰাইজৰ বহু পৰিমাণৰ আৰ্থিক উন্নতি হ'ব। ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰিবোৰত আগেয়ে খুটিয়ালসকলে অসংখ্য গৰু-ম'হৰ খুটি ৰাখি কৃষিৰ বাবে হালৰ গৰু আৰু গাখীৰৰ যোগান দি আহিছিল। কিন্তু ১৯৭৫ চনত ব্ৰহ্মপুত্ৰৰ চৰ-চাপৰিবোৰ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ অন্তৰ্ভুক্ত হোৱাত পশুপালকসকলৰ যথেষ্ট অসুবিধা হৈছে। উন্নত জাতৰ গৰু-ম'হৰ যোগান দি আধুনিক বৈজ্ঞানিক পদ্ধতিৰে পশুপালনৰ প্ৰশিক্ষণ দিব পাৰিলে এই মহকুমাত দুগ্ধ শিল্পৰ প্ৰচুৰ সম্ভাৱনা আছে।



মহকুমাটোত একমাত্ৰ প্ৰধান উদ্যোগ হ'ল চাহ উদ্যোগ। মুঠ ১৯,৮২৭·৯ হেক্টৰ মাটিত ২৩ খন চাহ বাগিচা আছে। বিশ্বনাথ চাৰিআলিত থকা চাহ শ্ৰমিক স্বাস্থ্য পৰিদৰ্শকৰ কাৰ্যালয়ৰপৰা পোৱা তথ্য মতে উক্ত ২৩ খন চাহ বাগিচাৰ মুঠ স্থায়ী শ্ৰমিকৰ সংখ্যা এনেধৰণৰ ঃ পুৰুষ--- ১১,৬৯৭, মহিলা-- ৯,৮৫১ আৰু শিশু শ্ৰমিক-- ৭৫০। মুঠ শ্ৰমিকৰ সংখ্যা ১৯৮৯ চনৰ আগষ্ট মাহলৈকে ২২,২৯৪ জন। ১৯৮৮ চনত মুঠ চাহ উৎপাদনৰ পৰিমাণ আছিল ১৯৮·৬ লাখ কেজি। প্ৰতি হেক্টৰ চাহ উৎপাদনৰ পৰিমাণ হ'ল ১০০১·৬ কেজি। চাহ বাগিচাত থকা মুঠ জনসংখ্যাৰ পৰিমাণ ১,৩৩,৯৮৮ জন। শিক্ষিতৰ হাৰ ১·৩ %। চাহ বাগিচাৰ বাহিৰেও মহকুমাটোত বহুতো প্ৰাক্তন চাহ শ্ৰমিকে কৃষি কৰ্ম কৰি নিজৰ জীৱিকা চলায়। দৈনন্দিন গতানুগতিক জীৱনৰ অৱসাদ, শিক্ষা-দীক্ষাৰ অভাৱ, অস্বাস্থ্যকৰ পৰিবেশ আৰু আৰ্থিক অনাটনৰ বাবে চাহ শ্ৰমিকৰ জীৱন ধাৰণৰ মানদণ্ড সৰ্বনিম্ন বুলিব পাৰি।

বিশ্ববিখ্যাত কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান এই অঞ্চলৰ পোনে পোনে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত অৱস্থিত। প্ৰতি বছৰে অসংখ্য বিদেশী পৰ্যটক ইয়ালৈ আহে। বিশ্বনাথ ঘাটৰ উমা-টুমনিত পৰ্যটন নিবাস নিৰ্মাণ কৰি দুয়োপাৰ ওলোমা দলঙৰ দ্বাৰা সংযুক্ত কৰি আৰু উদ্যান আদি স্থাপন কৰি ঠাইখন পৰ্যটকৰ কাৰণে আকৰ্ষণীয় কৰি গঢ়ি তুলিব পাৰি।

পৰিবহণ ব্যৱস্থা ঃ যিকোনো অঞ্চলৰ ঔদ্যোগীকৰণ আৰু আৰ্থিক উন্নতিৰ বাবে প্ৰথম আৰু প্ৰধান প্ৰয়োজনীয় কথা হ'ল যাতায়াত আৰু পৰিবহণৰ সু-ব্যৱস্থা। অঞ্চলটোৰ যোগাযোগ ব্যৱস্থা একেবাৰে অনুন্নত বুলিব পাৰি। ১৯৬২ চনৰ চীনা আক্ৰমণৰ পাছত প্ৰতিৰক্ষাৰ খাতিৰত ৰঙাপাৰাৰপৰা মুৰ্কংচেলেকলৈকে উত্তৰ-পূব সীমান্ত ৰেলৰেৰ শাখা সম্প্ৰসাৰণ কৰা হ'ল যদিও জনবসতিপূৰ্ণ অঞ্চলবোৰ এই ৰেলপথেৰে সংযোগ কৰা নহ'ল। ফলত ইয়াৰ যাত্ৰীসকলৰ বাবে এই ৰেল পৰিবহণ ব্যৱস্থা বিশেষ সহায়কাৰী হৈ উঠা নাই। তেজপুৰৰ পৰা উত্তৰ-লক্ষীমপুৰলৈ যোৱা ৫২ নং ৰাষ্ট্ৰীয় পথেই মহকুমাটোৰ প্ৰধান পথ। উত্তৰ কাষেদি দলংগুৰি-পাভৈ-জিন্‌জিয়া পথ আৰু জনবহুল অঞ্চল সংলগ্ন কৰা মোনাবাৰী-বিহালী-বৰঙাবাৰী পথো আন এটি প্ৰধান ৰাজ্যিক গড়কাপ্তানি পথ। এই দুটি ৰাষ্ট্ৰীয় আৰু ৰাজ্যিক পথৰপৰা উত্তৰ আৰু দক্ষিণলৈ বহুতো সৰু ডাঙৰ ৰাস্তা বেলেগ বেলেগ ঠাইলৈ ফাটি গৈছে। মহকুমাটোত মুঠ ৰাষ্ট্ৰীয় পথৰ দৈৰ্ঘ্য ৭৬ কিঃ মিঃ। ৰাজ্যিক গড়কাপ্তানি পকী ৰাস্তাৰ দৈৰ্ঘ ৫৬·২৭ কিঃ মিঃ আৰু বাকী গোটেইখিনি শিল দিয়া কেঁচা পথ।

জল পৰিবহণৰ ব্যৱস্থা নামমাত্ৰ আছে। সেয়া হ'ল গমিৰি ঘাটৰপৰা ধনশিৰী মুখলৈ আৰু বিশ্বনাথঘাটৰপৰা শিলঘাটলৈ আন্তঃ ৰাজ্যিক জল পৰিবহণৰ ফেৰি চলাচল। বুৰৈ, বৰগাং নৈৰ নামনিত পাবনাও চলাচলৰ ব্যৱস্থা আছে। পূৰ্বৰ জাহাজঘাট গমিৰি, বিহালীমুখ, কাঠনিবাৰী আৰু বিশ্বনাথঘাটৰ প্ৰাধান্য জাহাজ চলাচল উঠি যোৱাৰ লগে লগে কমি আহিল। মহকুমাটোৰ উত্তৰাঞ্চলত (বিশেষকৈ গহপুৰ, বিহালী, পাভৈৰ উত্তৰে) একেবাৰে অৰুণাচল প্ৰদেশৰ সীমান্তলৈকে বড়ো, কছাৰী, মিচিং আদি জনজাতিৰ বসতিপ্ৰধান ঠাইবোৰত এতিয়াও যাতায়াত ব্যৱস্থা একেবাৰে অৱহেলিত হৈ আছে।

নগৰীকৰণ ঃ নগৰীকৰণৰ ক্ষেত্ৰত এই অঞ্চল অতি পিছপৰা। সৰ্বমুঠ জনসংখ্যাৰ মাত্ৰ ৪·১ % হে নগৰত বাস কৰে ; গোটেই অসমৰ ক্ষেত্ৰত এই সংখ্যা হৈছে ৮·৯ % আৰু সৰ্বভাৰতীয় স্তৰ ১৯·৯ %। ঔদ্যোগীকৰণৰ অভাৱতেই বেছি সংখ্যক লোকেই গাঁও অঞ্চলত খেতি-বাতি কৰি জীৱিকা

নিৰ্বাহ কৰাৰ ফলত নগৰীকৰণ সম্ভৱ হৈ উঠা নাই। ১৯৭০ চনৰ ২৩ জুলাইত 'নগৰ' বুলি ঘোষিত বিশ্বনাথ চাৰিআলিৰ বাহিৰে ইয়াত আন কোনো নগৰ বা চহৰ নাই। ১৯৭৪ চনত বিশ্বনাথ চাৰিআলি নগৰ এলেকাৰ মুঠ জনসংখ্যা আছিল ১২,০৭৬ জন। যোৱা ১৯৮৩ চনৰ ১৫ আগষ্টত বিশ্বনাথ মহকুমাৰ সদৰ ঠাই হিচাপে ঘোষণা কৰাৰ পাছৰেপৰা চাৰিআলিৰ দ্ৰুত গতিত উন্নতি হৈছে আৰু জনসংখ্যাও যথেষ্ট বৃদ্ধি পাইছে। বৰ্তমান ৬·০২ বৰ্গ কিঃ মিঃ আয়তনৰ এই সৰু নগৰখনৰ জনসংখ্যা ১৭,৩৫০ জন। ১৯৮৮ চনত এই সংখ্যা আছিল ১৬,৪৩০ জন।

প্ৰশাসনিক, বাণিজ্যিক, সাংস্কৃতিক আৰু শিক্ষাৰ প্ৰাণকেন্দ্ৰ হিচাপে বিশ্বনাথ চাৰিআলিৰ গুৰুত্ব দিনক দিনে বাঢ়ি আহিছে। শিক্ষাৰ কেন্দ্ৰ হিচাপে কৃষি, বাণিজ্য আৰু বিশ্বনাথ (কলা আৰু বিজ্ঞান শাখা) এই তিনিখন মহাবিদ্যালয়ৰ বাহিৰেও জিলা শিক্ষা প্ৰশিক্ষণ কেন্দ্ৰ, এখন উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয় আৰু কেইবাখনো উচ্চ মাধ্যমিক বিদ্যালয় আছে।

বিশ্বনাথ চাৰিআলি নগৰখন তেজপুৰৰপৰা প্ৰায় ৭৪ কিঃ মিঃ পূবত, ব্ৰহ্মপুত্ৰৰপৰা ১০ কিঃ মিঃ উত্তৰত ঠিক ৫২ নং ৰাষ্ট্ৰীয় পথৰ ওপৰতে অৱস্থিত। সমুদ্ৰপৃষ্ঠৰপৰা ইয়াৰ উচ্চতা ৮৬·৬ মিঃ। গড় বাৰ্ষিক বৃষ্টিপাতৰ পৰিমাণ ১০৯·৬ চেঃ মিঃ, গড় উষ্ণতা সৰ্বোচ্চ ১৮·০৭ ডিগ্ৰী ছেল. আৰু সৰ্বনিম্ন উষ্ণতা ১৮·৩৫ ডিগ্ৰী ছেল. আৰু গড় আপেক্ষিক আৰ্দ্ৰতা সৰ্বোচ্চ ৯৫%, সৰ্বনিম্ন ৫৬·৬%। বিশ্বনাথ চাৰিআলিৰ উপৰিও হাৱাজান, গহপুৰ, ঘাঁহিগাঁও, হেলেম, বৰগাং আৰু জিন্‌জিয়া আন উল্লেখযোগ উন্নত ঠাই।

অৰ্থনৈতিক অৱস্থা ঃ অসমৰ ভৈয়ামৰ অন্যান্য ঠাইৰ দৰেই বিশ্বনাথ মহকুমাও অৰ্থনৈতিকভাবে বৰ পিছপৰা। চাহ শিল্পৰ বাদে ইয়াত আন কোনো উল্লেখযোগ্য উদ্যোগ নাই। ১৯৮১-৮২ চনত স্থিৰ মূল্যৰ ভিত্তিত অসমৰ ৰাজ্যিক আয় আছিল ১১০৭·২ কোটি টকা আৰু জনমূৰি আয় আছিল ৫৪৬·০০ টকা। সেই একে সময়তে অবিভক্ত দৰং জিলাৰ জাতীয় আয় আছিল ৬৬·০২ কোটি টকা আৰু জনমূৰি আয় ৫২৩·০০ টকা মাত্ৰ। দুৰ্ভাগ্যজনক কথা যে আজি কিছু বছৰ আগতে কেন্দ্ৰীয় চৰকাৰে কিছু তথ্যৰ আধাৰত অসমৰ ছয়খন জিলাক অনুন্নত জিলা ঘূলি ঘোষণা কৰা জিলাৰ ভিতৰত দৰং তথা শোণিতপুৰ নপৰিল। কেৱল চাহ বাগিচা কেইখনমান থকাৰ বাবে দৰং জিলাৰ জনমূৰি আয় অনুন্নত বুলি ঘোষিত জিলাতকৈ মাত্ৰ কেইটকামানহে বেছি।

১৯৬১ চনৰ লোক পিয়লৰ ওপৰত ভিত্তি কৰি কামৰূপ আৰু গোৱালপাৰা জিলাক অনুন্নত বুলি ঘোষণা কৰা হয়। কামৰূপতকৈ জনমূৰি আয় মাত্ৰ ১০ টকা বেছি হোৱাৰ বাবে দৰং অনুন্নত জিলাৰ তালিকাত নপৰিল। ফলত বিশেষ কিছুমান সা-সুবিধাৰপৰা দৰঙীয়া তথা শোণিতপুৰীয়া ৰাইজ বঞ্চিত হৈ ৰ'ল। লক্ষীমপুৰ আৰু শিৱসাগৰ জিলাৰ চাহ শিল্প আৰু তেল শিল্পৰ বাদে অসমৰ আটাইকেইখন জিলাৰ অৰ্থনৈতিক বৈষম্য তেনেই নগণ্য। ভাৰতৰ অন্যান্য ৰাজ্যৰ তুলনাত আমাৰ জনমূৰি আয় তেনেই কম। এই অৰ্থনৈতিক অৱনতিৰ প্ৰধান কাৰণ হৈছে ঔদ্যোগিক বিকাশৰ অভাৱ। ঔদ্যোগীকৰণৰ অবিহনে ইয়াৰ অৰ্থনৈতিক উন্নতি অসম্ভৱ। গতিকে স্থানীয় কেঁচা সামগ্ৰীৰ ভিত্তিত বিভিন্ন উদ্যোগ গঢ়ি তুলি মহকুমাটোৰ অৰ্থনৈতিক অৱস্থা টনকিয়াল কৰাটো উচিত। ০০০

(এই প্ৰৱন্ধত উল্লিখিত তথ্যপাতি চেঞ্চাছ অব ইণ্ডিয়া, ষ্টেটিষ্টিকেল হেণ্ডবুক অব আছাম আৰু অসমৰ অৰ্থনৈতিক সমীক্ষা, ১৯৮১ ৰ পৰা লোৱা হৈছে। তদুপৰি তথ্যপাতিৰ যোগান ধৰি সহায় কৰাৰ বাবে স্থানীয় বিভিন্ন চৰকাৰী বিভাগীয় কাৰ্যালয়ৰ বিষয়া আৰু কৰ্মচাৰীৰ ওচৰত লেখক কৃতজ্ঞ।)

# কবিতা, আধুনিক কবিতা আৰু কবিতাৰ সংজ্ঞা

।। ড° নিৰ্মলপ্ৰভা বৰদলৈ ।।

কবিতা মানুহে কিয় কয়? বা কিয় লিখে? কবিজনে তেওঁৰ উপলব্ধিৰ প্ৰকাশ তেনেকৈয়ে দিব খোজে। আদিম স্তৰৰ মানুহে নিজে দেখা, আনৰপৰা জনা বা শুনা কাহিনী এটা বা নিজেই myth একোটা সৃষ্টি কৰি (Myth making সাধাৰণ মানুহৰ ধৰ্ম) কবিতা কৰি গাইছিল, সুৰেৰে বা সুৰ আৰু কথাৰে জনসাধাৰণে শুনাকৈ পৰিবেশন কৰিছিল। এজনৰপৰা দহজনলৈ, শত-সহস্ৰজনলৈ একোটা ভাব, অনুভূতি এনেকৈয়ে সম্প্ৰসাৰিত হৈছিল, কবিতাই নতুন কথাৰ শিহৰণ শ্ৰোতাক দিছিল, সংযোগৰ এক বিশেষ ভূমিকা কবিতাই তেনেকৈয়ে গ্ৰহণ কৰিছিল, আপোনা-আপুনিয়ে এক সামাজিক ভূমিকা কবি আৰু কবিতাই পালন কৰিছিল।

কবিতা মানুহে কিয় পঢ়ে বা শুনে? প্ৰকৃততে অন্তৰৰ একোটা প্ৰবৃত্তিগত আকাংক্ষা (urge) পূৰণ কৰিবৰ কাৰণেই পঢ়ে বা শুনে। নিৰ্বাচিত শব্দৰ ধ্বনি, ছন্দেৰে এনে একোটা বিষয় পৰিবেশিত হয়, যিটো স্বাদ অন্যাই দিব নোৱাৰে। ইটো কলা সিটো কলাৰ ঠিক পৰিপূৰক নহয়। পৰিসমাপ্তিত আনন্দ লাভ হয়তো একেই তথাপি নৃত্য বা চিত্ৰ দেখাৰ পৰিপূৰক হিচাপে কবিতা শুনা বা পঢ়া নহয়, প্ৰতিটোৰে স্বাদ সুকীয়া।

জীৱন যেনেকৈ সত্য, জীৱনৰ প্ৰকাশবোৰো সত্য। জীৱনৰ আগ্ৰহবোৰো সত্য। কিন্তু সকলো সত্যই কলা নহয়। সত্যৰ লগত সৌন্দৰ্য য'ত একাত্ম হৈ থাকে সেয়াহে কলাৰ কাৰণে সত্য। কেৱল জীৱন ধাৰণৰ লগত জড়িত দৈনন্দিন তুচ্ছতা, প্ৰাকৃতিক কৰ্মবোৰো সত্য। কিন্তু তাৰ অন্তৰ্নিহিত সৌন্দৰ্য বিশ্বজনীন ৰূপত নাথাকিলে সি কলাৰ পৰ্যায়লৈ উঠিব নোৱাৰে।

জীৱন গতিশীল। ইয়াক বিশুদ্ধতাৰ (Perfection) পিনে গতি কৰাব পাৰি। তাৰ কাৰণে লাগে নিৰন্তৰ কৰ্ষণ। জীৱনে জ্ঞাতে বা অজ্ঞাতে নজনা কথাবোৰৰ, ৰহস্যৰ অনুসন্ধান কৰি থাকে। এই অনুসন্ধানটোৰেই যাত্ৰা। বিচাৰি লোৱাটোতকৈও বিচাৰি যাব জনাটোৰেই, বিচাৰি যোৱাটোতেই জীৱনৰ সাৰ্থকতা। কাৰণ পশুৰ জীৱনে দেখুৱালেও চাব নেজানে, অনুভৱ কৰিব নেজানে, গভীৰ অৰ্থত বিচাৰিবও নাজানে।

মানুহবো স্তৰভেদ থাকে। কবিতা শুনা, কবিতা পঢ়া, কবিতা কোৱা বা লেখাৰ আগ্ৰহ নথকাকৈও সুখ-সন্তোষৰ জীৱন পাৰ হয়। যি বিচাৰে তেওঁৰ কাৰণেই কবিতা। অৰ্থাৎ কবিতা নিজে নিলিখিলেও কবিতাৰ ৰসগ্ৰাহী একশ্ৰেণী পাঠকৰ কাৰণে তেওঁ লিখে। প্ৰথম পাঠকজন অৱশ্যেই কবি নিজে।

কবিয়ে কি লিখিব? কবিতাত কি কথা ক'ব? এইটো নিশ্চয় নিৰ্ণয় কৰিব কবিৰ অন্তৰ্নিহিত চেতনাই। চেতনা জাগি উঠিব দায়বদ্ধতাৰ পৰা। কবি একে সময়তে এজন স্পৰ্শকাতৰ ব্যক্তি, একেসময়তে এজন সচেতন সামাজিক জীৱ। তেওঁৰ দায়বদ্ধতা নিজৰ বিবেকৰ প্ৰতি ক'ব লগা তেওঁৰ কিবা আছেনে? তেওঁৰ

ব্যক্তিমনে, সমাজমনে পাৰ্থিব, অপাৰ্থিব, বৈষয়িক, আধ্যাত্মিক চেতনাই কিবা ক'বৰ কাৰণে তেওঁক প্ৰৰোচিত কৰিছেনে? বিশ্বজনীন কোনো অনুভূতিৰ প্ৰকাশ দিবলৈ তেওঁ উগুল-থুগুল মনৰ অৱস্থা লাভ কৰিছেনে? তাৰ যথাৰ্থ প্ৰকাশৰ কাৰণে শব্দ বিচাৰি তেওঁ আকুল হৈছেনে? কোনো স্মৃতি, কোনো নৈসৰ্গিক দৃশ্য, কোনো মানবীয় অনুভূতি, কোনো পৰমাৰ্থিক চিন্তা, কোনো সামাজিক সংস্কাৰৰ চিন্তা ইত্যাদিৰ কোনো পীড়নত তেওঁৰ হৃদয় মথিত হৈছেনে? অপ্ৰকাশৰ যন্ত্ৰণাত তেওঁ আকুল হৈছেনে? স্বৰূপতে কবিক লিখিবলৈ কোনেও ক'ব নেলাগে। তেওঁ নিজেই তেনে মানসিক স্তৰ লাভ কৰিব লাগিব আৰু দায়বদ্ধতা স্বপ্ৰণোদিত হ'ব লাগিব। তেওঁৰ সমাজৰ প্ৰতি যেনে দায়বদ্ধতা, তেওঁৰ কলাৰ প্ৰতিও তেনে দায়বদ্ধতা, তেওঁৰ ব্যক্তিগত বিবেকৰ প্ৰতিও তেনে দায়বদ্ধতা।

নিজা ৰক্তত বৈ থকা ঐতিহ্য, অধ্যয়ন, পটভূমি, ঘৰুৱা শিক্ষা ইত্যাদিয়ে একোজন মানুহক যেনেকৈ বিশিষ্ট সংস্কৃতিৰ অধিকাৰী কৰি তোলে, তেনেকৈ এইবোৰৰ লগতে কৰ্ষণেও এজন কবিক সূক্ষ্ম চিন্তা, অভিনৱ কল্পনাৰ অধিকাৰী কৰি তোলে। বেদৰ শ্লোকবোৰো কবিতা। সেয়ে কবিসকলক বোলা হৈছিল দ্ৰষ্টা। তেওঁবিলাকে অদৃশ্যক দৰ্শন কৰিছিল। সত্য আৰু সৌন্দৰ্যৰ সমাহাৰ স্বৰূপ সেই অদৃশ্যক আনবো দৃষ্টিগোচৰ কৰাই জীৱনক শিহৰিত কৰিছিল, সত্য-সুন্দৰ দৰ্শন কৰিবলৈ অনুসন্ধিৎসু কৰিছিল, প্ৰেৰণা দিছিল, জীৱনক নতুন নতুন দৃষ্টিভংগী আৰু কল্পনা দিছিল, গোহৰেৰে জীৱন উদ্ভাসিত কৰিছিল, পৰম তৃষ্ণাৰে জীৱনক তৃষিত কৰিছিল। জীৱন যে অৰ্থময় তাক শিকাইছিল। এইবোৰ একে সময়তে ব্যক্তিমন, একে সময়তে সামূহিক মনৰেই প্ৰকাশ। কবিতাবোৰো একে সময়তে মানবধৰ্মী, একে সময়তে বস্তুধৰ্মী প্ৰকাশ বুলি ক'ব পাৰি।

একোটা কথাক কলাৰ স্তৰলৈ তুলিবলৈ হ'লে কবিতাৰ ক্ষেত্ৰত কিছুমান আঙ্গিকবো প্ৰয়োজন হয়। ভাবৰ লগত ৰজিতা খোৱাকৈ ছন্দ, অলংকাৰ, উপমা, চিত্ৰকল্প, প্ৰতীক আৰু বিশেষকৈ কবিতাৰ কাৰণে প্ৰয়োজনীয় ভাষাৰ ব্যৱহাৰৰ কৌশল কবিসকলে আয়ত্ত কৰিবলগা হয়। এই কথাটোও কোনেও শিকোৱা কথা নহয়। গভীৰতম অনুভৱেই একো একোটা বিশেষ মুহূৰ্তত, কবিৰ ক্ষমতা অনুপাতে স্বপ্ৰকাশ হৈ, কবিতা হৈ উঠে। কবিতাক ব্যঞ্জনাক্ষম কৰিবলৈ কবিৰ সামগ্ৰিক (হৃদয়, মগজু, উভয়ৰে) তীক্ষ্ণতাবো প্ৰয়োজন। যি শব্দেৰে ভাৱক মূৰ্ত কৰা যায় সেই শব্দ যথাৰ্থভাবে কবিয়ে নিৰ্বাচন কৰিব লগা হয়। শব্দৰ ওজন সম্বন্ধেও কবি সচেতন হ'ব লাগিব। এনেবোৰ কথা সম্বন্ধে বিশেষ সচেতনতা আধুনিক যুগতহে আহিল।

আধুনিক কবিতা ঃ

সাহিত্য এক সৃষ্টি। এই সৃষ্টিৰ প্ৰক্ৰিয়াত তৰপে তৰপে থাকে সামাজিক পটভূমি আৰু ব্যক্তিগত চেতন-অৱচেতনৰ প্ৰতিক্ৰিয়া তথা এটা জাতিৰ, এটা সময়ৰ বৰ্ণাঢ্য মানসিকতা।

বিশ্লেষণ কৰি চালে দেখা যাব যে, সাহিত্যৰ ইতিহাসে নিজৰ নিজৰ গতি সদায় অনুসৰণ কৰে। এই গতি নিৰ্ধাৰণ কৰে সময়ৰ সোঁতে। ই যেতিয়া গতি সলায় সেই গতিয়েই ইয়াৰ স্থান আৰু আধুনিকতা নিৰ্ণয় কৰে। এই গতিটোৰ অন্তৰালত ক্ৰিয়া কৰে বিভিন্ন সাহিত্য-সংস্কৃতিৰ সংযোগে, কিছুমান বাধা-নিষেধ বা অনুসন্ধানে, কিছু সন্দেহ বা অনিশ্চয়তা বা সেই সেই সময়ৰ কিছু নতুন প্ৰশ্ন আৰু সমস্যাই।

কুৰি শতিকাৰ তথা বৰ্তমানৰ সাহিত্যত আমি এনে কিছুমান ছন্দ, সন্দেহ, নৈৰাশ্য, ক্লান্তি, উৎকণ্ঠা, প্ৰশ্ন, প্ৰতিবাদৰ ভগ্নস্বৰ, আৰ্তস্বৰ আৰু সমস্বৰ শুনিছোঁ যে, বৰ্তমানৰ সাহিত্যৰ মূল সুৰটোৱেই উনৈশ শতিকাৰ সুৰৰপৰা স্বভাবতেই পৃথক সুৰ ৰূপে পৰিগণিত হৈছে। বহুত দিশৰপৰা অৰ্থবহ "আধুনিক" এই শব্দটো নতুন "কালচেতনা" প্ৰকাশক সাহিত্য বুজাবলৈ আন্তৰ্জাতিক ক্ষেত্ৰত ব্যৱহৃত হ'ল আৰু অসমীয়া সমালোচকেও "আধুনিক" শব্দটো গ্ৰহণ কৰিলে।

আধুনিক শব্দটো সাহিত্যৰ যুগ বুজোৱা এনে এটা অৰ্থত ব্যৱহাৰ হৈছে যে, যিটো যুগে উনৈশ শতিকাৰ ৰোমাণ্টিক আদৰ্শত আস্থা হেৰুৱাই এক নতুন অন্বেষণত ব্ৰতী হৈছে, অভিজ্ঞতাৰ নতুন স্তৰক প্ৰতিবিম্বিত কৰিছে।

লক্ষ্য কৰিলে দেখা যাব যে, উনৈশ শতিকাৰ ৰোমাণ্টিক কবিতাত জীৱন, ঈশ্বৰ, প্ৰেম আৰু প্ৰকৃতিৰ সৌন্দৰ্যৰ মাজত বিচাৰি পোৱা নিৰুদ্বেগ, শান্তি, আত্মতৃপ্তিৰ বিপৰীতে দ্বিতীয় মহাযুদ্ধৰ পাছত নতুন কবিতাত, উদ্বেগ, দ্বিধা, অবিশ্বাস, নৈৰাশ্য আৰু তিক্ততাৰ সুৰ মূৰ্ত, পাৰিপাৰ্শ্বিকতাৰ বিশ্বজোৰা পৰিবৰ্তনেই ইয়াৰ মূল কাৰণ। দ্বিতীয় মহাযুদ্ধই সমগ্ৰ বিশ্বৰে নৈতিক আৰু সামাজিক শৃংখলাত নিষ্ঠুৰ আঘাত হানিলে। ৰাষ্ট্ৰীয়, সামাজিক, মানবীয় আদি সকলো ক্ষেত্ৰতে সন্দেহ, অবিশ্বাস আৰু বিদ্বেষৰ বীজ প্ৰথম মহাযুদ্ধয়েই সিঁচিছিল। দ্বিতীয় মহাযুদ্ধৰ বিশ্বব্যাপী চলা ভয়ংকৰ ৰূপৰ ফলস্বৰূপে প্ৰচলিত মূল্যবোধ, প্ৰাচীন ধ্যান-ধাৰণাৰ সলনি হ'ল, শিল্প যুগৰ ক্ষিপ্ৰ প্ৰগতিয়ে আনিলে যান্ত্ৰিক যুগৰ যন্ত্ৰণা আৰু সংকোচন, স্বপ্নভঙ্গতা, উদ্বেগ আৰু অস্থিৰতা, ক্লান্তি আৰু নৈৰাশ্যবোধ, সংকট, সংশয়, অনিকেতু তাসঞ্জীৱিত অৱস্থা ঃ

1. A heap of broken images/where the sun bears
And the dead tree gives no shelter, the
Cricket no relief,
And the dry stone, no sound of water
......... ......... ......... .........
Here is, no water, but only rock
Rock and no water and the Sunday rock.



২। (ক) ইতিহাস জুৰি পৰি ৰ'ল মাথো
শুকান হাড়ৰ, সিজু কাঁইটৰ দেশ
মৰা পৃথিবীৰ দেহ,
(খ) নদীক নিজৰা কৰি, জুৰিক শিলনি কৰি
বালিৰ দ'লেৰে গঢ়ে, গছ-লতা-ফুলৰ সমাধি
... মৰুভূমি এইদৰে আহে লাহে লাহে
মাহে মাহে বছৰে বছৰে ॥

স্থিৰ কৃষিকেন্দ্ৰী সমাজলৈ ভাঙন আহিল। জীৱন হ'ল বিক্ষিপ্ত, গতানুগতিক, ক্লান্তিকৰ। জীৱনৰ সহজ প্ৰাণময়তা নিঃশেষ হৈ আহিল। ৰাজনৈতিক চিন্তা আৰু পন্থাৰ পৰস্পৰ বিৰোধী সংঘৰ্ষই, অৰ্থনৈতিক সংকটে কুৰি শতিকাৰ তৃতীয়-চতুৰ্থ দশক কঁপাই তুলিলে, জীৱনৰ অসুন্দৰ, ভীতিপ্ৰদ দিশৰ লগত জীৱনক পৰিচয় কৰালে। পদাৰ্থবিদ্যা, গ্ৰহতত্ত্ব, নৃতত্ত্ব, মনস্তত্ত্ব আদি বিজ্ঞানলৈ অহা যুগান্তকাৰী নতুন আৱিষ্কাৰ সমূহেও চিন্তাত বৈপ্লৱিক পৰিবৰ্তন আনি আদৰ্শক সংশয়বাদেৰে জোকাৰি গ'লালে। পুৰণি চিন্তাধাৰাৰ নিষ্ফল ৰোমন্থনত মানুহে তৃপ্তি নোপোৱা হ'ল। ৰোমাণ্টিক যুগৰ অস্পষ্টতা আৰু কল্পনা প্ৰৱণতাৰ ঠাই ল'লে বাস্তৱবাদে। দ্বিতীয় মহাযুদ্ধৰ পাছতে ভাৰত স্বাধীন হ'ল যদিও লগে লগে ভাৰত বিভাজনো হ'ল। স্বাধীনতাৰ পৰম সুন্দৰ আৰম্ভণি সাম্প্ৰদায়িক সংঘৰ্ষৰ দ্বাৰা ভাতৃৰ ৰক্তেৰে ৰঞ্জিত হ'ল। উদ্বাস্তু সমস্যা, অৰ্থনৈতিক অসমতা আৰু মহৎ আদৰ্শৰ স্খলন আৰু পতনে ভাৰতীয় মনৰ স্বপ্ন ভঙ্গ কৰি গভীৰ নৈৰাশ্য আনিলে। ৰুগ্ন, ভণ্ড সভ্যতাৰ প্ৰতি বিদেশী চিন্তাবিদসকলৰ ৰচনাত ফুটি উঠা বিদ্বেষেও ভাৰতীয় নতুন কবিৰ মনলৈ অৱসাদ আনিলে, আনিলে হতাশা।

নতুন কবিতাৰ ভাৰতীয় আৰু আন্তৰ্জাতিক পটভূমি বিচাৰ কৰি চালেও দেখা যায় যে, ৰোমাণ্টিক যুগৰ কল্পনা প্ৰৱণতা অস্বাভাৱিকৰূপে বাঢ়ি অহাত ই একপ্ৰকাৰ "ৰুগ্নতা" (sickness)ত

পৰিণত হ'ল আৰু এনেধৰণৰ প্ৰতিক্ৰিয়া স্বৰূপেই ইউৰোপীয় সাহিত্যিকসকলে বস্তুবাদ আৰু প্ৰগতি-বাদৰ পক্ষ লৈ মূৰ দাঙি উঠিল। বিজ্ঞানে অনা বাস্তৱবাদক ভেটি কৰি বস্তুবাদীসকলে জীৱনক চিত্ৰায়িত কৰিব খুজিলে সাহিত্যত। সামাজিক আৰু অৰ্থনৈতিক পৰিস্থিতিৰ দ্বাৰাহে মানৱ জীৱনে গঢ় লয়-- এই দৃষ্টিভংগীৰে তেওঁবিলাকে জীৱনক নিৰীক্ষণ কৰিব খুজিলে।

আজিকালি ভাবাদৰ্শৰ সহজ সম্প্ৰসাৰণৰ সুবিধা হৈছে। মানসিক ভাবেৰে আৰু বৌদ্ধিক ভাবেৰে আমি আন্তৰ্জাতিক ক্ষেত্ৰত ক্ৰমান্বয়ে নিবিড় হৈ আহিছোঁ। কোনো কবিয়েই বৰ্তমানৰ সাংস্কৃতিক পটভূমিত বিচ্ছিন্ন হৈ থাকিব নোৱাৰে। এনে অনুভৱৰ ফল স্বৰূপেই এখন দেশৰ সাহিত্যিক আন্দোলন বা ক্ৰমোন্নতিয়ে অন্য এখন দেশত প্ৰতিধ্বনি তুলিবলৈ সক্ষম হৈছে। সাহিত্যিক মূল্য আৰু মডেলৰ সালসলনিও ঘটিছে। কবিয়ে বিশ্বৰ সকলো উৎসৰ পৰাই তেওঁৰ প্ৰতীক আৰু চিত্ৰকল্প গ্ৰহণ কৰিছে। আন্তৰ্জাতিক, বৌদ্ধিক, বৈপ্লৱিক প্ৰেৰণাসমূহৰ কেবাতৰপীয়া আবেদনে আধুনিক কবিৰ মানসিকতা গঠন কৰিছে।

চল্লিছৰ দশকৰ দ্বিতীয় মহাসমৰৰ পটভূমিত অসমত এটা অনিশ্চিত বাতাবৰণৰ সৃষ্টি হয়। এপিনে এচাম গাবত গজা ধনী ঠিকাদাৰৰ আবিৰ্ভাৱ, আনপিনে সাধাৰণ মানুহৰ জীৱনৰ যুদ্ধকালীন অৰ্থনীতিৰ অনিশ্চয়তাৰ হেঁচা-- মুঠতে অৰ্থনৈতিক ভাৰসাম্য এই সময়ত হেৰাই যায়। এটা অস্থিৰতাৰ বাতাবৰণত, পৰম্পৰাগত মূল্যবোধৰ ক্ষেত্ৰত সংকটৰ সৃষ্টি হয়। ইফালে বিয়াল্লিছৰ গণ-আন্দোলনৰ বিফলতা, মাৰ্ক্সবাদী চিন্তাধাৰাৰ লগত বাস্তৱবাদী দৃষ্টিভঙ্গীৰ বিস্তাৰ, ফ্ৰয়েডৰ মনস্তাত্ত্বিক বিশ্লেষণৰ পৰিচয়-- ইত্যাদিৰ প্ৰভাৱত কবি-সাহিত্যিকৰ দৃষ্টিভংগীত লক্ষণীয় পৰিবৰ্তনৰ আৰু ত্বৰান্বিত হয়। এই সময়তে ভবানন্দ দত্ত, অমূল্য বৰুৱা আদি কবিয়ে আগৰ স্বপ্নবিলাসী কাব্যধাৰাৰ বিৰোধিতা কৰি প্ৰগতিশীল কাব্য. সাহিত্যৰ পাতনি মেলিছিল। টি, এচ, এলিয়ট, এজৰা পাউণ্ড, হুইটমেন, অডেন, ডাইলান টমাচ আদি কবিৰ প্ৰভাৱ সমাজতান্ত্ৰিক বাস্তৱবাদৰ লগত চা-চিনাকি, চীনা-জাপানী কবিতাৰ লগত সম্যক পৰিচয় ইত্যাদিয়ে অসমীয়া কবিতাৰ আন্তৰ্জাতিক প্ৰভাৱৰ সূচনা কৰিছিল আৰু সচেতনভাৱে ৰোমাণ্টিক শিথিল কবিতাৰ আদৰ্শৰ বিৰোধিতা কৰিছিল। চল্লিছৰ দশকৰ পৰা পঞ্চাছৰ দশকলৈকে অসমীয়া কবিতাক বাস্তৱমুখী কৰিবলৈ যি প্ৰচেষ্টা আৰম্ভ হৈছিল তাৰ পৰিচয় নৱকান্ত বৰুৱাৰ 'হে অৰণ্য, হে মহানগৰ' কাব্য পুথিত বিদ্যমান।

চমুকৈ ক'ব পাৰি যে, আধুনিক কবিৰ মানসিক বিস্তৃতিয়ে প্ৰকাশৰ মাধ্যমৰ ক্ষেত্ৰত এক জটিলতাৰ সৃষ্টি কৰিলে। এটা সাধাৰণ অভিযোগ সদায় শুনা যায় যে আধুনিক কবিতা দুৰূহ। দুৰূহতা বা অস্পষ্টতাৰ যি অভিযোগ তাৰ উত্তৰ আধুনিক কবিয়ে দিবলগা হয় এই বুলিয়েই যে, আধুনিক সভ্যতাৰ চৰিত্ৰই যেতিয়া জটিল, আধুনিক কবিতা জটিল নহৈ উপায় নাই। বিভিন্ন চেতনা স্ৰোতৰ সংমিশ্ৰণ ঘটা এক আন্তৰ্জাতিক সংস্কৃতিৰ অধিকাৰী কবিয়ে নিজৰ অভিজ্ঞতা স্বৰূপাৰ্থত তীৰ্যক গতিৰে প্ৰকাশ কৰিবৰ কাৰণে বিশেষভাৱে সৃষ্টি কৰা ভাষা আৰু কৌশল ব্যৱহাৰ কৰিব লাগিব। বুদ্ধি প্ৰসূত, সংহত আঙ্গিকৰ প্ৰয়োগ পুৰণি জীৰ্ণ শিল্পায়নৰ বিৰুদ্ধেই বিদ্ৰোহ। আধুনিক কাব্যৰ ভাষা বুজিবৰ কাৰণে পাঠকেও অনুশীলনেৰে নিজক যোগ্য কৰিব লাগিব। এটা মূল কথা এইখিনিতে ক'বই লাগিব যে আধুনিক কবিতা আগবঢ়োৱা হয় পাঠকৰ অখণ্ডিত গ্ৰহণ ক্ষমতাৰ উদ্দেশ্যেহে-- কাণেৰে, চকুৰে, হৃদয়েৰে, মগজুৰে তথা সকলো মাধ্যমেৰেই আধুনিক কবিতা বুজিব পাৰিলেহে বুজা সম্পূৰ্ণ হয়। সেইদৰে আধুনিক কবিজনেও ৰোমাণ্টিক কবিৰ দৰে হৃদয়েৰে কেৱল কবিতা নিলিখে-- তেওঁৰ মগজু আৰু সামগ্ৰিক



ব্যক্তিত্বকে সাহিত্য সৃষ্টিত নিয়োগ কৰা হয়।

বৰ্তমানৰ দ্ৰুতগতিৰ জীৱনৰ স্থিৰ প্ৰমূল্যৰ অভাৱে আধুনিক কবিৰ সত্তা খণ্ডিত সত্তাত পৰিণত কৰিছে। তেওঁৰ বিশ্বাস নাই পৰম্পৰাগত ধৰ্মীয় বিশ্বাসত, বিশ্বাস নাই মানুহৰ বিশুদ্ধতাত (The perfectibility of Man), বিশ্বাস নাই 'প্ৰগতিৰ আদৰ্শতো।' আধুনিক কবি নিজেই তেওঁৰ কবিতাৰ নায়ক-- He is the hero and he is also the surgeon performing an autopsy upon himself. তেওঁ নিজেই ৰোগী, নিজেই চিকিৎসক। চৌপাশৰ পৃথিবীৰ প্ৰতি তেওঁৰ দৃষ্টি সমালোচকৰ। তেওঁ নিজেও আত্মসমালোচক। আধুনিক কবিৰ দৃষ্টিভংগী সদায় দ্ব্যৰ্থক। সামগ্ৰিক এই আলোচনাৰপৰা এটা কথা স্পষ্ট হ'ল যে, জীৱনৰ লগত, পাৰিপাৰ্শ্বিকতাৰ লগত কবিতা অবিচ্ছিন্ন। প্ৰতিটো কবিতাৰ আঁৰত থাকে কবি-সত্তাটো আৰু সেই কবিসত্তা গঠন কৰে আঞ্চলিক দেশীয় আৰু আন্তৰ্জাতিক পটভূমিয়ে। ওপৰা-ওপৰি চেতনাস্ৰোতৰ উপৰিও কবি সত্তাত লীন গৈ থাকে তেওঁৰ বিশিষ্ট ঘৰুৱা পৰম্পৰা, তেওঁৰ তেজত থকা সংস্কাৰ, তেওঁৰ হৃদয়ে গ্ৰহণ কৰিব পৰা ক্ষমতা, মানসিক স্তৰৰ উচ্চতা। বহল অৰ্থত সেয়ে কবিতা অভিজ্ঞতাৰ ৰসস্পৰ্শিত নিৰ্যাস।

কবিতাৰ সংজ্ঞা ঃ

কবিতাৰ সংজ্ঞা দিব পাৰিনে? কবিতাৰ সংজ্ঞা প্ৰকৃত অৰ্থত দিব নোৱাৰি। কেৱল পাৰি উপলব্ধি কৰিব। যদি ই মৰ্মস্পৰ্শী হয়, যদি ই নিৰ্যাস হয় সূক্ষ্মতম অভিজ্ঞতাৰ।

ভাল কবিতাই বিদ্যুতৰ দৰে বাৰ্তা আনে। বাৰ্তা আনে অনন্য শিহৰণৰ, অনন্য আনন্দৰ, অপূৰ্ব অভিজ্ঞতাৰ।

ভাল কবিতাই মুহূৰ্তত লৈ যাব পাৰে এখন জগতৰ পৰা আন এখন জগতলৈ। এটা সময়ৰ পৰা আন এটা সময়লৈ তীৰ্যক গতিৰে। ভাল কবিতাই মুহূৰ্তত লৈ যাব পাৰে বাস্তৱৰপৰা অতি বাস্তৱলৈ, পাৰম্পৰ্যহীন, দৃশ্য-অদৃশ্য, একে সময়তে স্থিতি থকা, একে সময়তে স্থিতিহীন চেতন-অৱচেতনৰ আশ্চৰ্য জগতখনলৈ।

ভাল কবিতাই সত্যক তুলি ধৰে পতাকাৰ দৰে। ভাল কবিতাই ৰহস্যক শব্দ দিয়ে, গন্ধ দিয়ে, বৰ্ণ দিয়ে, আয়তন দিয়ে যাদুকৰী দক্ষতাৰে।

ভাল কবিতাৰ ব্যঞ্জনাময়তা থাকে। ই তৰপে তৰপে অৰ্থ প্ৰকাশ কৰে। এক মুহূৰ্তক ই অনন্ত কৰে। ভাল কবিতাই একে সময়তে দিব পাৰে চমক, মগজুক আৰু হৃদয়ক। ভাল কবিতাই দিয়ে অনন্য এক আস্বাদ, অনন্য এক আবেগ, যাক একোৰেই প্ৰকাশ কৰিব নোৱাৰি। ০০০



# সাহিত্য চৰ্চাত বিশ্বনাথ চাৰিআলি

ৰহিত চন্দ্ৰ মালাকৰ

ঐতিহ্যমণ্ডিত বিশ্বনাথ চাৰিআলিৰ অসমৰ সাহিত্য জগতত অৰিহণা কোনোগুণে কম নহয়। এই সাহিত্য চৰ্চাৰ ধাৰা অতীজৰপৰা অদ্যাৱধি অবিচ্ছিন্নভাৱে চলি আছে। এই অঞ্চলৰ সাহিত্য চৰ্চাৰ ইতিহাস বিচৰাৰ আগতে আমি অঞ্চলটোৰ আশে-পাশে থকা কেইবা গৰাকী বৰেণ্য সাহিত্যিকৰ নাম স্মৰণ কৰিবই লাগিব। সেইসকলৰ ভিতৰত নিধি লেভি ফাৰোৱেল, লম্বোদৰ বৰা, আনন্দ চন্দ্ৰ আগৰৱালা, চন্দ্ৰ কুমাৰ আগৰৱালা, সত্যনাথ বৰা, ডাঃ হেম বৰুৱা, জ্যোতিপ্ৰসাদ আগৰৱালা, তুলসীচন্দ্ৰ হাতীবৰুৱাৰ নাম ল'ব লাগিব। এই প্ৰবন্ধত আমি বিশ্বনাথ চাৰিআলি অঞ্চলৰ ন-পুৰণি সাহিত্যিকসকলৰ সাহিত্যকৃতিৰ চমু বিৱৰণ এটি দাঙি ধৰাৰ প্ৰয়াস কৰিছোঁ।

অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্যৰ জন্ম স্থান বিশ্বনাথ চাৰিআলিৰ গঁড়েহাগি গাঁও। বিখ্যাত শিৰোমণি বংশত তেওঁ ১৮৫৫ চনত জন্মগ্ৰহণ কৰে। অৰুণোদই, আসাম নিউজ, আসাম বন্ধু, জোনাকী, বাঁহী, ঊষা আৰু আৱাহনত তেওঁ গদ্য আৰু পদ্য উভয়তে সাহিত্য চৰ্চা কৰে। কমলাকান্তৰ প্ৰকাশিত পুথিসমূহ হৈছে ঃ চিন্তানল (আগছোৱা ১৮৯০ খ্ৰীঃ; শেষছোৱা ১৯২২ খ্ৰীঃ), চিন্তাতৰঙ্গ (১৯৩৩), গুটিদিয়েক চিন্তাৰ ঢৌ, আৰু কঃপন্থা (১৯৩৪)। প্ৰথম দুখন তেওঁৰ কবিতা পুথি। বিভিন্ন বাতৰি কাকত আৰু আলোচনীত প্ৰকাশ পোৱা কবিতাসমূহ উক্ত কবিতা পুথি দুখনত সন্নিবিষ্ট কৰা হৈছে। টুপীৰ দোকান, অষ্টাবক্ৰৰ আত্মজীৱনী, হিমালয়ৰ প্ৰতি সম্বোধন, কছাৰী জাতিৰ বুৰঞ্জী, মোৰ মনত পৰা কথা আদি কেইবাখনো তেওঁৰ অপ্ৰকাশিত পুথি। তেওঁ কুমাৰ দেৱ মুখোপাধ্যায়ৰ লগত লগ লাগি 'আসাম হিতৈষী' নামৰ গদ্যকীয়া কাকতখন ১৯২৫ চনৰপৰা ১৯২৯ চনলৈ চলাইছিল। ভাব আৰু ভাষাৰ নিপুণতা, চিন্তাৰ গভীৰতা আৰু স্বকীয় দৃষ্টিভংগীয়ে তেওঁৰ ৰচনাৰাজিক অধিক চমকপ্ৰদ কৰি তুলিছে। আধুনিক কবিতাৰ যোগেদি দেশপ্ৰেমৰ গুটি সিঁচা কমলাকান্তৰ কবিতাবোৰ জুইৰ ফিৰিঙতিৰ নিচিনা।

পদ্মনাথ শৰ্মা পঞ্চানন চাৰিআলি গঁড়েহাগি গাঁৱৰ আন এগৰাকী সাহিত্যিক। প্ৰায় ১৮৮৭ চনত জন্ম গ্ৰহণ কৰি ১৯০৬ চন মানত বসন্ত ৰোগত মৃত্যুবৰণ কৰা এই গৰাকী ব্যক্তিয়ে নিজৰ চমু জীৱন কালতে অসাধাৰণ মেধা আৰু প্ৰতিভাৰ পৰিচয় দি গৈছে। মৃত্যুৰ পাছত তেওঁৰ 'তুমি' নামৰ কবিতা এটা বেজবৰুৱাদেৱে প্ৰকাশ কৰিছিল। সেই কবিতাটো পিছত বিশ্ববিদ্যালয়ৰ 'সঞ্চয়ন'তো সন্নিবিষ্ট কৰা হৈছে। তেওঁৰ প্ৰকাশিত নাটক 'ন-ঘৈণী'। নবীনা যোগিনী নামৰ আধাডুখৰীয়া উপন্যাস, বীৰ আৰিমত্তক লৈ লিখা এখন নাটক, তেজপুৰৰ হজৰা পুখুৰীক লৈ লিখা কাব্য, জ্ঞানোদয় নামৰ প্ৰবন্ধাৱলী, উপকথা, কবিতা অপ্ৰকাশিত হৈ ৰৈ যোৱা তেওঁৰ সাহিত্য সম্ভাৰ।

দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাৰ জন্ম হয় ১৮৯৭ চনৰ ১০ অক্টোবৰত বিশ্বনাথ চাৰিআলিৰ ভীৰ গাঁৱত। তেওঁ সুখ্যাতিৰে পঢ়াশলীয়া জীৱন অন্ত কৰাৰ পাছত ১৯১৬ চনত কটন কলেজত উচ্চ শিক্ষাৰ পাতনি মেলাৰ লগে লগে ছাত্ৰনেতা হিচাপেও খ্যাত হৈছিল। ইয়াৰ লগে লগে তেওঁ সাহিত্য চৰ্চাৰো পাতনি মেলে আৰু ১৯৩৪ চনৰ ৩ মে'ত তেওঁৰ মৃত্যু হোৱাৰ সময়লৈকে সাহিত্য চৰ্চাত ব্ৰতী হৈ আছিল। লক্ষ্মীধৰৰ লিখনিৰ মূল উদ্দেশ্য আছিল সমাজ সংস্কাৰ আৰু সমাজৰ পিছপৰা লোকৰ মনত সাহস আৰু প্ৰেৰণাৰ উদ্ৰেক কৰা। তেওঁৰ সেই দৃষ্টিভংগী সাহিত্য কৰ্মৰ বিচিত্ৰ ধাৰাত স্পষ্টকৈ ফুটি উঠিছিল। তেওঁৰ গল্পবোৰে সমাজৰ বাস্তৱ চিত্ৰ অংকন কৰি এখন উন্নতিশীল সমাজ গঢ়াৰ প্ৰতি অসমীয়া ৰাইজক উদগনি দিছে। চমু পৰিসৰৰ ভিতৰতে একোটা ডাঙৰ সমস্যা বা মনস্তত্ত্বৰ জটিল প্ৰতিক্ৰিয়াৰ কথা তেওঁ গল্পৰ মাজেৰে প্ৰকাশ কৰিছে। চৰিত্ৰ সৃষ্টি, কথোপকথন, পৰিবেশ সৃষ্টি, ৰচনাশৈলী, শিল্প চাতুৰ্য আৰু প্ৰতীতিৰ সংহতিৰ ওপৰত তেওঁৰ গল্প নিৰ্ভৰশীল। ডাঃ দীননাথ শৰ্মাৰ সম্পাদনাত প্ৰকাশিত 'আৱাহন'ত তেওঁৰ গল্প-প্ৰবন্ধ আদি প্ৰকাশিত হয়। তেওঁৰ গল্পসমূহ হ'ল চিৰাজ, বিদ্ৰোহিনী, ঊষা, পথিলী, মুন্না, বিধবাৰ ল'ৰা, গৌৰী, গল্পৰ প্ৰয়াস আদি। বিদ্ৰোহিনী আৰু চিৰাজ তেওঁৰ অতি উচ্চ স্তৰৰ গল্প।

লক্ষ্মীধৰ শৰ্মাৰ ভাতৃ গুণাভিৰাম শৰ্মাও এজন উল্লেখযোগ্য লেখক। তেওঁৰ সাহিত্য কৃতিৰ স্বাক্ষৰ হ'ল 'আৰব্যোপন্যাস', 'ৰবিন্সন ক্ৰুছ' আৰু 'ৰহস্য কাহিনী'।

দীননাথ শৰ্মা অসমৰ এগৰাকী আগশাৰীৰ ঔপন্যাসিক। তেওঁ ১৯১৪ চনত গঁড়েহাগি গাঁৱত জন্ম গ্ৰহণ কৰে। তেওঁৰ উপন্যাসসমূহ হ'ল সংগ্ৰাম, নদাই, ঊষা, মাটি আৰু মানুহ, শান্তি, ভৰলী পাৰৰ কাহিনী আৰু নবাৰুণ। তেওঁ দুখন জীৱনী গ্ৰন্থও অসমৰ সাহিত্য প্ৰেমীলৈ এৰি থৈ যায়। 'দেশপ্ৰাণ লক্ষ্মীধৰ' নামৰ গ্ৰন্থত লক্ষ্মীধৰ শৰ্মাৰ জীৱনৰ আটাইকেইটা দিশকেই আলোচনা কৰিছে। 'সত্যনাথ বৰা'ৰ জীৱনীৰ বাবে শৰ্মা ডাঙৰীয়াই ১৯৪০ চনত অসম সাহিত্য সভাৰ পৰা স্বৰ্গীয়া কমলাদেৱী বঁটা পাইছিল। সময়ৰ সুযোগ লৈ তেওঁ অসমীয়া সাহিত্য জগতত ভালেমান চুটি গল্পৰো যোগান ধৰিছিল। অকলশৰীয়া, কোৱাভাতুৰীয়া ওঁঠৰ তলত ফেটিগোম, দুলাল, পোহৰ আদি তেওঁৰ উৎকৃষ্ট চুটিগল্পৰ নিদৰ্শন। তেওঁৰ কোঁৱৰ আৰু অভিযোগ নামৰ দুখন নাটক আৱাহনত প্ৰকাশ পাইছিল। তেওঁ এজন সাংবাদিকো আছিল। তেওঁ পূব ভৰলী অঞ্চলৰ প্ৰথম সাহিত্যিক পেঞ্চনাৰ। ১৯৮৮ চনৰ ৭ আগষ্টৰ দিনা তেওঁ স্বৰ্গী হয়।

শ্ৰীজীৱন বৰুৱা অসমীয়া সাহিত্যৰ এগৰাকী নিষ্ঠাবান সেৱক। তেওঁৰ ভালেমান চিন্তাগধূৰ প্ৰবন্ধ প্ৰকাশিত হৈছে। তেওঁ ৰচনা কৰা গ্ৰন্থসমূহ হ'ল ঃ মই নমৰো, বিদূৰ (শিশু সাহিত্য), লম্বোদৰ বৰা (জীৱনী)। শেষোক্ত গ্ৰন্থখনিৰ বাবে তেওঁ ১৯৪০ চনত অসম সাহিত্য সভাৰ স্বৰ্গীয়া কমলা দেৱী বঁটা লাভ কৰিছিল। এইজন লেখকৰ অপ্ৰকাশিত গ্ৰন্থসমূহ হ'ল ঃ পুৰণি কালৰ সাধু (সাধু কথাৰ পুথি), চৰাইৰ কথা (চৰাইৰ জীৱনক লৈ লেখা পুথি), ঘৰৰ কাজিৰঙা (বিভিন্ন জন্তুৰ জীৱনক লৈ লেখা), জমাখৰচ (নাটিকা), সমাজ আৰু সংঘাত (উপন্যাস), অৱসান (নাটক), বেঙুনবাৰী (উপন্যাস), এচপৰা কলা শিল (উপন্যাস), ছাত্ৰ আৰু সমাজ (উপন্যাস) আৰু মোৰ শিক্ষকতা (ডিনালেভিলৰ অভিজ্ঞতা)।

শ্ৰীসদানন্দ চলিহা (প্ৰাক্তন অধ্যক্ষ, বিশ্বনাথ কলেজ) এগৰাকী বিশিষ্ট বুৰঞ্জীবিদ আৰু তত্ত্বগধূৰ প্ৰবন্ধ লেখক। তেওঁ অসম সাহিত্য সভাৰ মঙলদৈ অধিবেশনৰ (১৯৭৪) বুৰঞ্জী সন্মিলনৰ সভাপতি আছিল। তেওঁ বুৰঞ্জী বীথিকা, বিশ্ববুৰঞ্জীত এভুমুকি আদি বুৰঞ্জীৰ পাঠ্যপুথি প্ৰণয়ন কৰাৰ উপৰিও অসমৰ বিভিন্ন আলোচনী আৰু

বাতৰি কাকতত তেওঁৰ ঐতিহাসিক, সামাজিক, ৰাজনৈতিক আদি বিভিন্ন দিশত চিন্তাগধুৰ প্ৰবন্ধ প্ৰকাশিত হৈছে। তেওঁ অসমীয়া ভাষাৰ উপৰিও ইংৰাজী ভাষাতো বিভিন্ন প্ৰবন্ধ লিখিছে।

অধ্যাপক শ্ৰীফটিক হাজৰিকা এগৰাকী আগশাৰীৰ সাহিত্যিক। তেওঁ ১৯৫৪ চনৰপৰাই সাহিত্য চৰ্চা কৰি আহিছে। তেওঁৰ সাহিত্য ৰচনাৰ তিনিটা ধাৰা হ'ল ঃ ভাবগধুৰ প্ৰবন্ধ, হাস্য-ব্যংগাত্মক ৰচনা আৰু শিশু সাহিত্য। নতুন অসমীয়া, ৰামধেনু, জ্যোতি, অসমবাণী, দৈনিক অসম, সঁফুৰা, দীপক, জোনবাই আদি আলোচনী আৰু বাতৰি কাকতত তেওঁ ভালেমান প্ৰবন্ধ লিখিছে। তেওঁৰ প্ৰকাশিত গ্ৰন্থসমূহ হ'লঃ বিজুলীৰ হাঁহি (শিশু কবিতা), সোণালী কিৰণ (চেমনীয়াৰ সাধু), নিজান বনৰ ফুল (শিশুৰ সাধু), নিৰ্বাচনৰ ৰস আৰু জলপান (হাস্য ব্যংগাত্মক পুথি)। শ্ৰীহাজৰিকাৰ অলপতে প্ৰকাশ হ'বলগীয়া গ্ৰন্থ দুখন হ'ল বিশ্বনাথৰ গৰিমা আৰু বাছকবনীয়া সাধু। তেওঁ তেজপুৰ জিলা সাহিত্য পৰিষদৰ প্ৰথম স্মৃতি-গ্ৰন্থখনি সম্পাদনা কৰিছিল।

শ্ৰীতুলসী ফুকন বিশ্বনাথ চাৰিআলিৰ আন এগৰাকী বিশিষ্ট প্ৰবীণ সাহিত্যিক। তেওঁ অসমীয়া সাহিত্য-সংস্কৃতি সম্পৰ্কীয় চিন্তাগধুৰ প্ৰবন্ধ লেখাৰ উপৰিও কবিতা আৰু নাটক ৰচনা কৰিছে। ঐক্যতান আৰু তেজ ধুলে উটে মঙহ ধুলে নুটে তেওঁৰ উল্লেখযোগ্য নাটক।

শ্ৰীগোলোক হাজৰিকা বিশ্বনাথ চাৰিআলিৰ ৰামগাঁও নিবাসী এগৰাকী প্ৰবীণ কবি। তেওঁৰ প্ৰকাশিত দুখন কবিতাপুথি হ'ল আবেগৰ সুৰ আৰু চিন্তাৰ জোৱাৰ। তেওঁৰ কেইবাখনো গ্ৰন্থ এতিয়াও অপ্ৰকাশিত হৈ আছে। সেই কেইখন হ'ল মনৰ আবেগ (কবিতা পুথি) আৰু গোবিন্দৰ জীৱন (উপন্যাস)।

ডঃ পবিত্ৰ কুমাৰ শৰ্মা (মূৰব্বী অধ্যাপক, ৰসায়ন বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়) এগৰাকী লব্ধপ্ৰতিষ্ঠ চিন্তাশীল লেখক। বিভিন্ন আলোচনী আৰু বাতৰি কাকতত তেওঁৰ বিজ্ঞান আৰু শিক্ষা সম্পৰ্কীয় ভালেমান চিন্তাগধুৰ প্ৰবন্ধ প্ৰকাশিত হৈছে। অধুনালুপ্ত লহৰ নামৰ বিজ্ঞান-ভিত্তিক আলোচনী এখন তেওঁ সম্পাদনা কৰিছিল। তেওঁ ৰসায়ন বিজ্ঞানৰ একাধিক পাঠ্যপুথি ৰচনা কৰাৰ উপৰিও ৰসায়নৰ অৱদান নামৰ এখন জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশ পাইছে।

শ্ৰীথুলেশ্বৰ শইকীয়া এগৰাকী নাট্যকাৰ। তেওঁ লিখা পূৰ্ণাংগ নাটক অন্ধ ১৯৫৩ চনতে প্ৰকাশিত হৈছিল। তেওঁৰ অনাতাঁৰ যোগে প্ৰচাৰিত নাটক হ'ল মেৰপাক। তদুপৰি তেওঁৰ দুখন অনুদিত নাটক সমুদ্ৰগুপ্ত আৰু চাহজাহান অপ্ৰকাশিত হৈ আছে।

শ্ৰীতৰুণ শইকীয়া এজন প্ৰতিষ্ঠিত নাট্যকাৰ। তেওঁ কেইবাখনো একাংকিকা নাটক লিখিছে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল গোৱৰ্ধন চৰিত, মইনা সংবাদ, ঘিনাই সাতোলা, বিশ্বাসে মিলয় হৰি। এই নাটকবোৰ অসমৰ বিভিন্ন মঞ্চত মঞ্চস্থ কৰাৰ উপৰিও আকাশবাণী যোগে প্ৰচাৰিত হৈছে। তেওঁৰ নাটক ইতিমধ্যে দূৰদৰ্শনতো প্ৰচাৰিত হৈছে। তেওঁৰ গোবৰ্ধন চৰিত নাটকখন ছপা হৈ ওলাইছে। শ্ৰীশইকীয়াৰ মইনা সংবাদ নাটকখনিয়ে সৰ্বভাৰতীয় পুৰস্কাৰ অৰ্জন কৰিবলৈ সক্ষম হোৱাটো এই অঞ্চলৰ বাবে গৌৰৱৰ কথা। তেওঁৰ বিশ্বাসে মিলয় হৰি নাটকখনি সাহিত্য অকাডেমীৰ নাট সংকলন এটাতো অন্তৰ্ভুক্ত হৈছে।

ডঃ সুশীল গোস্বামী এজন সুদক্ষ অভিনেতা আৰু নাট্যকাৰ। তেওঁ এটি পইচা, বাঘ আদি ভালেমান নাটক ৰচনা কৰি সফলতাৰে মঞ্চস্থ কৰিছে আৰু তেওঁ ভালেমান অনাতাঁৰ নাটকো ৰচনা কৰিছে।

শ্ৰীযোগেশ্বৰ বৰা এজন উদীয়মান ঔপন্যাসিক। তেওঁ ইতিমধ্যে অসমৰ ছবছৰীয়া অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ ভিত্তিত লিখা নৱতম শৰাইঘাট নামৰ গ্ৰন্থৰ বাবে বাণী মন্দিৰ নামৰ প্ৰকাশন প্ৰতিষ্ঠানে আগবঢ়োৱা বঁটা লাভ কৰিছে। ইয়াৰ উপৰিও বিভিন্ন কাকত-আলোচনীত তেওঁৰ সময়োপযোগী ৰচনা প্ৰকাশ পাই আছে।

শ্ৰীসভাষ সাহা এজন সুপৰিচিত কবি। তেওঁ কবিতা চৰ্চাতেই ঘাইকৈ মনোনিবেশ কৰিলেও সমাজ সচেতনমূলক প্ৰবন্ধ লেখিও অসমীয়া সাহিত্যলৈ বৰঙণি যোগাই আছে। তেওঁৰ প্ৰকাশিত কবিতা পুথি হ'ল ভালপোৱাৰ শিপা।

শ্ৰীতৰুণ দাস ঘাইকৈ এজন সাংবাদিক হ'লেও তেওঁৰ প্ৰত্নতত্ত্বৰ প্ৰতি অসীম হাবিয়াস। তেওঁৰ তেজপুৰ অঞ্চলৰ ভালেমান প্ৰত্নতাত্ত্বিক তথ্য সম্বলিত 'শোণিতপুৰ জিলাৰ ইতিহাসত এভুমুকি' (১ম খণ্ড) এখন লেখত ল'বলগীয়া গ্ৰন্থ। বিভিন্ন কাকত-আলোচনীত তেওঁৰ ভালেমান প্ৰবন্ধ প্ৰকাশ পাইছে। এসময়ত তেওঁ বিশ্বনাথ চাৰিআলিৰ পৰা প্ৰকাশিত সাহিত্য-সংস্কৃতিমূলক আলোচনী সৌমাৰ সম্পাদনা কৰিছিল।

অধ্যাপক শ্ৰীক্ষীৰধৰ বৰুৱা অসমীয়া বিজ্ঞান সাহিত্যৰ এজন সৰবৰহী লেখক। অসমীয়া ভাষাৰ বিজ্ঞান জেউতি, দৈনিক অসম, অসমবাণী, নতুন অসমীয়া, নতুন দৈনিক, প্ৰান্তিক, মৌচাক, সঁফুৰা, বিজ্ঞান সঁফুৰা, দৃষ্টি আদি বিভিন্ন আলোচনী আৰু বাতৰি কাকতত তেওঁৰ প্ৰবন্ধ প্ৰকাশ হৈছে। তেওঁ অসমবাণী, সাদিন, মৌচাক আৰু বিজ্ঞান সঁফুৰাৰ নিয়মীয়া বিজ্ঞান স্তম্ভ লেখক। বিজ্ঞান বিচিত্ৰা আৰু ঘৰে ঘৰে বিজ্ঞান তেওঁৰ জনপ্ৰিয় শিতান। তেওঁৰ প্ৰকাশিত জনপ্ৰিয় বিজ্ঞানৰ গ্ৰন্থসমূহ হ'ল ঃ আকাশীযানৰ কথা, সাগৰৰ কথা আৰু বিশ্ববিখ্যাত মহিলা বিজ্ঞানী। তদুপৰি তেওঁ ৰসায়ন বিজ্ঞানৰ একাধিক পাঠ্যপুথি ৰচনা কৰিছে। তেওঁৰ অলপতে প্ৰকাশ হ'ব লগা গ্ৰন্থ হ'ল বিজ্ঞানৰ বেঙণি।

শ্ৰীৰঞ্জু হাজৰিকা অসমীয়া ৰহস্য সাহিত্যৰ এজন প্ৰতিষ্ঠিত লেখক। তেওঁ বিভিন্ন আলোচনীত কেইবা লানিও ৰহস্য কাহিনী লেখাৰ উপৰিও বহু সংখ্যক ৰহস্য উপন্যাস আৰু শিশুৰ উপযোগী পুথি ৰচনা কৰিছে।

ডাঃ নগেন বৰুৱা এজন সাহিত্যপ্ৰেমী ব্যক্তি। তেওঁ ঘাইকৈ চিকিৎসাৰ লগত জড়িত হ'লেও তাৰ মাজতো সাহিত্য চৰ্চাৰ প্ৰয়াস কৰিছিল। তেওঁৰ প্ৰকাশিত গ্ৰন্থ দুখন উপন্যাস। সেই দুখন হ'ল স্বীকাৰোক্তি আৰু বৰষুণ কেতিয়া আহিল।

বিভিন্ন লেখকৰ ছপাৰ ৰূপত প্ৰকাশ হোৱা সাহিত্য কৃতিৰ লগতে হাতে লিখা পুথি, আলোচনী আদিয়েও ব্যক্তি তথা অঞ্চলটোৰ সাহিত্যিক অৱদানৰ নিৰ্দশন দাঙি ধৰে। বিশ্বনাথ চাৰিআলিলৈ ছপাযন্ত্ৰ অহাৰ আগতে বাণী নামৰ এখন হাতে-লিখা আলোচনীৰ পাতত কেইনাজনো বিশিষ্ট ব্যক্তিয়ে সাহিত্য প্ৰতিভাৰ স্বাক্ষৰ ৰাখি থৈ গৈছে। সেইসকল হ'ল ঃ ত্ৰিলোচন ফুকন (কবিৰত্ন), দীননাথ শৰ্মা, নাহৰ চন্দ্ৰ বৰুৱা, ৺চৈয়দ হামিৰ আলী, ৺যতীন্দ্ৰনাথ বৰঠাকুৰ, ৺সোণাৰাম শইকীয়া, ৺ললিত চন্দ্ৰ ডেকা, ৺মোহন চন্দ্ৰ শৰ্মা, ৺ৰত্নেশ্বৰ হাজৰিকা, ৺অমৃতলাল বৰুৱা, ৺বন্ধুৰাম ভূঞা, ৺অন্তি বৰা, (সৰ্বশ্ৰী) গোলোক চন্দ্ৰ কাকতী, জীৱন চন্দ্ৰ বৰুৱা, ক্ষেত্ৰধৰ হাজৰিকা, চন্দ্ৰলাল মেধি, বিপিন চন্দ্ৰ হাজৰিকা, কুঞ্জনাথ হাজৰিকা, ৰবিৰাম শইকীয়া আদি। ১৯৩৫ চনৰপৰা ১৯৪০ চনলৈকে প্ৰকাশ পোৱা বাণীত বিশ্বনাথ সাহিত্য সভাৰ ২য় অধিবেশনৰ সভাপতি ৺নীলমণি ফুকনৰ ভাষণো প্ৰকাশ হৈছিল।

অসমীয়া সাহিত্যত অন্যান্য বিষয়ৰ তুলনাত ছপাৰ ৰূপত নাটকৰ সংখ্যা কম যেন লাগে। বহু মঞ্চসফল নাটকো ছপা হৈ নোলোৱাৰ কাৰণে এদিন গৈ বিলুপ্ত হয়। চাৰিআলি অঞ্চলতো নাট ৰচনা আৰু মঞ্চস্থ কৰাৰ এটি সুন্দৰ পৰম্পৰা বহুদিনৰপৰাই চলি আহিছে। বহুতো নাটক নাট্য-

কাৰে ৰচনা কৰিছে, কিন্তু সিবোৰে ছপাৰ মুখ দেখা নাই। সংঘবদ্ধ প্ৰচেষ্টাৰে কেইবাজনো নাট্যকাৰৰ নাট সংকলনৰ প্ৰকাশৰ প্ৰচেষ্টায়ো প্ৰকৃত সৃষ্টিৰ ক্ষুদ্ৰ অংশ এটাহে গোহৰলৈ আনিছে।

অধ্যাপক ৰাজেন্দ্ৰনাথ বৰঠাকুৰ এগৰাকী পৰিচিত নাট্যকাৰ আৰু কবি। তেওঁ ৰামধেনুত এসময়ত কবিতা লিখিছিল। তেওঁৰ দুখনি উৎকৃষ্ট নাটক হ'ল নগঞা ভোটাই ডেকা আৰু পাণ্ডুলিপি। তেওঁ শ্ৰীঘন হাজৰিকাৰ উত্তাপ নামৰ উপন্যাসখনিৰ সফল নাট্যৰূপ দিছিল। শ্ৰীবৰঠাকুৰৰ কেইবাখনো নাটকে সদৌ অসম ভিত্তিত নাট প্ৰতিযোগিতাত শ্ৰেষ্ঠ পুৰস্কাৰ লাভ কৰিবলৈ সক্ষম হৈছে। সম্প্ৰতি তেওঁ স্থানীয় উদীয়মান কবিসকলক সংঘবদ্ধ প্ৰচেষ্টাৰে কবিতাৰ নতুন ধাৰাৰ প্ৰতি অনুপ্ৰাণিত কৰি কবিতাক জনমানসলৈ নিয়াত বৰঙণি যোগাইছে।

শ্ৰীকুমুদ শৰ্মা আৰু শ্ৰীবীৰেণ শৰ্মাই কেইবাখনো অনাতাঁৰ নাটক লিখে। শ্ৰীকুমুদ শৰ্মাই অশান্ত উৰ্মি আৰু মূক বেদনা নামৰ অনাতাঁৰ নাটক লেখাৰ উপৰিও কুঁৱলি আঁতৰিল যেতিয়া পূৰ্ণাংগ মঞ্চসফল নাটক লিখি এসময়ত সু-নাট্যকাৰ হিচাপে চিনাকি দিয়ে। শ্ৰীবীৰেণ শৰ্মাৰ অনাতাঁৰ নাটক হ'ল: মৃগতৃষ্ণা, ত্ৰিভুজ কোম্পানী আৰু বকুলনীৰ বিৰিণা। তেওঁ বিষ্ণুজ্যোতি সমবায় চলচিত্ৰ পৰিষদে প্ৰযোজনা কৰা অভিযান কথাছবিৰ কাহিনী লেখক। গীতিকাৰ হিচাপেও এওঁৰ পৰিচয় পোৱা যায় গীতে গীতে গীতালি নামৰ গীতৰ পুথিখনিত। শ্ৰীঅৰুণ শৰ্মাই নিজস্ব প্ৰচেষ্টাৰে আই নামৰ এখনি আলোচনী প্ৰকাশ কৰিছিল। শ্ৰীনগেন শইকীয়াও এজন লেখত ল'বলগীয়া নাট্যকাৰ। তেওঁ কেইবাখনো একাংকিকা নাটক লেখাৰ উপৰিও ভালেকেইখন পূৰ্ণাঙ্গ নাট মঞ্চৰ উপযোগীকৈ লিখে। শ্ৰীসুশীল ভূঞাৰ নাটক মৰম আৰু মৰমৰ কাহিনীৰ আধাৰত অনুতাপ কথাছবি নিৰ্মাণ কৰা হৈছে।

শ্ৰীৰাম শইকীয়া আন এজন জনপ্ৰিয় নাট্যকাৰ। তেওঁৰ নাটকসমূহ মঞ্চস্থ কৰাৰ উপৰিও আকাশবাণী যোগে প্ৰচাৰিত হৈছে। সদৌ অসম ভিত্তিত প্ৰতিযোগিতাতো কেইবাখনো নাটকে পুৰস্কাৰ পাইছে। শ্ৰীশইকীয়াৰ কেইখনমান উল্লেখযোগ্য নাটক হ'ল কুকুৰা বতাহ, সনাতনৰ অনাটন, নিতাই খাটনিয়াৰৰ অনুতাপ, স্বৰ্গ বনাম মৰ্ত্য, এজন ৰজা লাগে।

বিশিষ্ট সংবাদসেৱী শ্ৰীবুধিন্দ্ৰ হাজৰিকাই এসময়ত নাটক লেখিছিল। আকাশবাণী যোগে প্ৰচাৰিত তেওঁৰ নাটক হ'ল উপঢৌকন।

শ্ৰীভবেন শৰ্মা আৰু শ্ৰীদেবেন শইকীয়া দুজন সৰৱৰহী নাট্যকাৰ। শ্ৰীভবেন শৰ্মাৰ কাকনো বুলিম কৰা ব্যঙ্গ আৰু হাস্যৰসেৰে পৰিপূৰ্ণ প্ৰকাশিত নাটক। হাতে লেখা অৱস্থাতো তেওঁৰ কেইবাখনো নাটক আছে। শ্ৰীদেবেন শইকীয়াৰ নেপথ্য আৰু মান্ধাতাৰ ধৰ্ম পৰীক্ষা উল্লেখযোগ্য নাটক। শ্ৰীথুল বৰাই এসময়ত কবিতা আৰু নাটক লেখিছিল। জতুগৃহ তেওঁৰ উল্লেখযোগ্য নাটক।

শ্ৰীদীপক কুমাৰ শইকীয়া এজন উদীয়মান সাহিত্যিক। নাটক আৰু উপন্যাসৰ মাজেৰে তেওঁ সাহিত্য জগতত চিনাকি হৈছে। তেওঁৰ পুলি কঁাইটৰ খোঁচ নামৰ পুথিখনে সদৌ অসম নবীন লেখক-লেখিকা আৰু শিল্পী সমিতিৰ সৌজন্যত পতা প্ৰতিযোগিতাত তৃতীয় পুৰস্কাৰ পাইছে। তেওঁৰ মৰিশালিৰ সংলাপ বোলা একাংকিকা নাটকখনেও ডিফু সাহিত্য সভাৰ প্ৰতিযোগিতামূলক অনুষ্ঠানত তৃতীয় পুৰস্কাৰ পাবলৈ সক্ষম হয়। ৰুদ্ধ দ্বাৰৰ অতিথি শ্ৰীশইকীয়াৰ প্ৰকাশৰ পথত থকা উপন্যাস। কামৰূপ সাহিত্য পৰিষদৰ সৌজন্যত পতা প্ৰতিযোগিতাত এই উপন্যাসৰ পাণ্ডুলিপিয়ে প্ৰথম পুৰস্কাৰ লাভ কৰে। শ্ৰীভবেন গোস্বামী আৰু শ্ৰীৰমণী হাজৰিকায়ো কেইখনমান একাংকিকা নাটক ৰচনা কৰিছিল। আন এগৰাকী উদীয়মান নাট্যকাৰ আৰু সাংবাদিক হ'ল শ্ৰীদীপক মহন্ত। এওঁৰ উলংগ ৰজা আৰু পিন হ'ল কেমেৰা নামৰ নাট দুখন সদৌ অসম ভিত্তিত প্ৰতিযোগিতাত পুৰস্কৃত হৈছে।

চাৰিআলি অঞ্চলৰ এনে কেইগৰাকীমান লেখক আছে যাৰ প্ৰকাশিত পুথি নেথাকিলেও বিভিন্ন কাকত-আলোচনীত ওলোৱা মৌলিক আৰু সাৰগৰ্ভ প্ৰবন্ধই তেওঁলোকৰ সাহিত্য কৰ্মৰ নিদৰ্শন দাঙি ধৰিছে। শ্ৰীশিৱ বৰঠাকুৰ এজন ভাল প্ৰবন্ধ লিখক। তেওঁৰ বিশেষকৈ জ্যোতিপ্ৰসাদৰ বিষয়ে লিখা প্ৰবন্ধই সমাদৰ লাভ কৰিছে। শ্ৰীপ্ৰফুল্ল শৰ্মাৰ বিভিন্ন আলোচনী আৰু বাতৰি কাকতত কেইবাটাও ভাবগধুৰ, তথ্যসমৃদ্ধ প্ৰবন্ধৰ উপৰিও কেইবাটাও কবিতা প্ৰকাশিত হৈছে। শ্ৰীদামোদৰ বৰায়ো শিক্ষকতাৰ মাজতে সময় সাপেক্ষে একাধিক প্ৰবন্ধ ৰচনা কৰিছে। শ্ৰীদুৰ্গা দত্ত আৰু শ্ৰীশেষধৰ হাজৰিকায়ো নাটক লেখিছিল। শ্ৰীনবেন শৰ্মাই শিক্ষা বিষয়ক চিন্তাগধুৰ প্ৰবন্ধ ৰচনা কৰিছে। শ্ৰীনৰেন্দ্ৰনাথ ভট্টাচাৰ্যই ভালেমান উচ্চমানৰ কবিতা আৰু প্ৰবন্ধ ৰচনা কৰিছে।

শ্ৰীদুৰ্গা বৰা এজন কবি আৰু প্ৰবন্ধ লেখক। ১৯৫৮ চনত হাইস্কুলত পঢ়ি থাকোতেই তেওঁৰ গহীন ভাবৰ প্ৰবন্ধ অসমবাণীত প্ৰকাশ পাইছিল। সেই সময়ত সদৌ অসম ভিত্তিত কবিতা প্ৰতিযোগিতাত তেওঁ প্ৰথম স্থান পাইছিল। অলপতে সদৌ অসম কবি সন্মিলনে (গৌৰীসাগৰ শাখা) আয়োজন কৰা প্ৰতিযোগিতাতো তেওঁ বঁটা লাভ কৰিছে। শ্ৰীবৰাৰ হাতেলিখা অৱস্থাত থকা অসমীয়া ফঁকৰা যোজনাৰ সংকলন এটি উল্লেখযোগ্য।

অধ্যাপক শ্ৰীনিত্যানন্দ গগৈয়ে ভালেমান বুৰঞ্জীমূলক প্ৰবন্ধ লিখিছে। এই প্ৰবন্ধবোৰ প্ৰকাশ, প্ৰান্তিক আদি আলোচনীত প্ৰকাশিত হৈছে। তেওঁৰ প্ৰবন্ধৰাজিয়ে বিশ্বনাথৰ ঐতিহাসিক আৰু পুৰাতাত্ত্বিক অনেক নতুন সংবাদ গোহৰলৈ আনিছে।



অধ্যাপক গগন বৰুৱাই বিভিন্ন কাকত-আলোচনীত বিজ্ঞানৰ প্ৰবন্ধ লিখিছে। 'সঁফুৰা' আলোচনীত তেওঁ শিশুৰ উপযোগী বিজ্ঞানৰ প্ৰবন্ধ লিখি আছে। চাৰিআলিৰ এজন সমাজ-সচেতন লেখক হ'ল শ্ৰীললিত বৰমুদৈ। এওঁ বিভিন্ন আলোচনী আৰু বাতৰি কাকতত সময় সাপেক্ষ প্ৰবন্ধ লিখি আছে। অধ্যাপক প্ৰতাপ কুমাৰ বৰাই বিভিন্ন কাকত-আলোচনীত সামাজিক, শৈক্ষিক আৰু বিজ্ঞান বিষয়ৰ প্ৰবন্ধ লিখি আছে। অধ্যাপক ক্ষীৰ কলিতায়ো মাজে-সময়ে কবিতা লিখি আছে। তেওঁ দুবছৰ কাল নিনাদ নামৰ আলোচনীখন সম্পাদনা কৰিছিল। বিস্ময় আৰু ৰংঘৰৰ সম্পাদক শ্ৰীশশী ফুকন এজন ভাল লেখকো। তেওঁৰ দ্বাৰা সম্পাদিত বিস্ময়ৰ জনপ্ৰিয়তা সৰ্বজন বিদিত। অধ্যাপক কেদাৰনাথ ঠাকুৰে অসমীয়া সাহিত্য-সংস্কৃতি সম্পৰ্কে হিন্দী ভাষাত প্ৰবন্ধ লিখি আছে। অধ্যাপক প্ৰদীপ মহন্তও এজন বিজ্ঞানৰ প্ৰবন্ধ লেখক। শ্ৰীমতী মোক্ষদা দেৱীয়ে শ্ৰীময়ী আলোচনীত কেইবাটাও ভাবগধুৰ প্ৰবন্ধ লেখিছে। চাৰিআলিৰ শ্ৰীপৰমানন্দ দাস, শ্ৰীঅতুল দাস, আৰু চিদানন্দ দাসে ভালেমান চিন্তামূলক গীত ৰচনা কৰিছে। চিদানন্দ দাসৰ গীতৰ পুথি অনুৰাগ। শ্ৰীটিকাৰাম উপাধ্যায় নিৰ্ভীক এগৰাকী ভাল কবি আৰু প্ৰবন্ধ লেখক। তেওঁ ১৯৭৮ চনত সদৌ অসম মহৰ্ষি কমলাকান্ত সোঁৱৰণী সমিতিয়ে অনুষ্ঠিত কৰা ১২৫ তম জন্ম-বাৰ্ষিকীত প্ৰকাশিত স্মৃতিগ্ৰন্থখনি সম্পাদনা কৰিছিল। অধ্যাপক চন্দ্ৰ কুমাৰ শৰ্মাৰ নেপালী ভাষাত এখনি ৰম্য-ৰচনা সংকলন প্ৰকাশিত হৈছে।

বিভিন্ন পুৰাণ-উপপুৰাণৰ কাহিনীৰ অৱলম্বনত এই অঞ্চলৰ কেইবাজনো ব্যক্তিয়ে অংকীয়া ভাওনাৰ নাট লিখাৰ প্ৰয়াস কৰাৰ নিদৰ্শন আছে। তাৰ ভিতৰত সৰহ সংখ্যকেই ইহসংসাৰ ত্যাগ কৰিছে। সেইসকলৰ ভিতৰত ভীৰগাঁৱৰ ৺ৰমাকান্ত বৰুৱা আৰু মৰলগাঁৱৰ ৺যজ্ঞেশ্বৰ বৰাৰ

নাম উল্লেখযোগ্য। °ৰমাকান্ত বৰুৱাই বিশ্বামিত্ৰৰ দিগ্‌বিজয়, পৰশুৰামৰ মাতৃহত্যা, ৰাৱণ বধ, হয়গ্ৰীৱ-শংখগ্ৰীৱ বধ, কংস বধ, গ্ৰীবাসুৰ বধ, সুভদ্ৰা হৰণ, দ্ৰৌপদীৰ সয়ম্বৰ আদি ২৭ খনমান নাট লিখিছে বুলি জনা যায়। °ভদ্ৰকান্ত বৰুৱায়ো কেইখনমান নাট লেখিছিল। পৌৰাণিক নাট-ৰচক আন তিনিজন ব্যক্তি হ'ল °আদিৰাম শইকীয়া, °পৰশুৰাম শৰ্মা আৰু °গণেশ দত্ত।

চাৰিআলিৰ আন কেইগৰাকীমান লেখিকা হ'ল শ্ৰীমতী চম্পা কলিতা, কনকলতা নেওগ, ধনদা কলিতা আৰু স্বৰ্ণ হাজৰিকা। শ্ৰীমতী চম্পা কলিতাৰ হেৰোৱা দিনৰ স্মৃতি নামৰ এখন কবিতাৰ পুথি প্ৰকাশ পাইছে। শ্ৰীমতী কনকলতা নেওগ, স্বৰ্ণ হাজৰিকা, ধনদা কলিতা আৰু কমলা বৰুৱাৰ কবিতা সমূহ কবিতাৰ সমদল নামৰ গ্ৰন্থাকাৰে প্ৰকাশিত হৈছে।

চাৰিআলিৰ শ্ৰীসুভাষ সৰকাৰ এজন নাট্যকাৰ আৰু কবি হিচাপে পৰিচিত। তেওঁৰ প্ৰকাশিত নাটক নিমাতী কইনা। আন এগৰাকী সু-পৰিচিত কবি-সাহিত্যিক হ'ল শ্ৰীহৰি গজুৰেল। এওঁ অসমীয়াত কবিতা লেখাৰ উপৰিও নেপালী ভাষাতো কবিতা আৰু প্ৰবন্ধ ৰচনা কৰিছে। শ্ৰীলীলা ভূঞাৰ থুনপাক নামৰ এখন কবিতা পুথি প্ৰকাশিত হৈছে। মঃ আবুল খায়েৰে মাজে-সময়ে বাতৰি কাকতত তথ্য সমৃদ্ধ সময়োপযোগী প্ৰবন্ধ লিখে। শ্ৰীঅতুল বৰঠাকুৰে বিভিন্ন কাকত-আলোচনীত গল্প, কবিতা আদি লেখিছে। তেওঁৰ প্ৰকাশিত দুখন কবিতাৰ পুথি হ'ল মাটিৰ প্ৰেম আৰু জ্যোতিপ্ৰসাদৰ ঠিকনা।

শ্ৰীধ্ৰুৱজ্যোতি দাস এজন প্ৰচুৰ সম্ভাৱনাপূৰ্ণ কবি। আন কেইজনমান উদীয়মান কবি হ'ল কৃষ্ণকমল শইকীয়া, অজন্তা ওজা, সৌমিত্ৰ বৰুৱা, দেৱযানী ভাগৱতী আৰু ডাঃ লুহিত শৰ্মা। শ্ৰীধ্ৰুৱজ্যোতি দাসৰ কবিতা সূত্ৰধাৰ, অধিনায়ক, সাদিন, অসমবাণী আদি কাকত-আলোচনীত প্ৰকাশ পাইছে। সুভাষ সৰকাৰ, ধ্ৰুৱজ্যোতি দাস আৰু লুহিত শৰ্মাৰ উত্তাল আকাশৰ কবিতা নামৰ এটি কবিতা সংকলন প্ৰকাশ পাইছে।

শ্ৰীশৈলেন্দ্ৰ বৰা এজন প্ৰতিশ্ৰুতি সম্পন্ন লেখক। তেওঁ বিভিন্ন কাকত-আলোচনীত যাইকে শিশুৰ উপযোগীকৈ বিজ্ঞানৰ কথা, জীৱনী আদি লেখি আছে।

ইয়াৰ উপৰিও কেইবাগৰাকী ব্যক্তিয়ে ব্যস্ততাৰ মাজতো সময়ৰ সুকুঙা উলিয়াই সুচিন্তিত প্ৰবন্ধ, কবিতা আদি লেখি ভাষা জননীৰ সেৱা কৰি আছে। সেইসকলৰ ভিতৰত সৰ্বশ্ৰী জগৎ বৰা, মিলন ভূঞা, ৰাণা প্ৰসাদ হাজৰিকা, মামণি ভট্টাচাৰ্য, বিমান ৰায় বৰুৱা, ধনেশ্বৰ বৰা, সদা হাজৰিকা আৰু লুকু শৰ্মাৰ নাম উল্লেখযোগ্য। এইসকলৰ বাহিৰেও অঞ্চলটোৰ ভালেমান শিক্ষক-শিক্ষয়িত্ৰী আৰু ছাত্ৰ-ছাত্ৰীয়ে বিদ্যালয়-মহাবিদ্যালয়ৰ বছেৰেকীয়া আলোচনী আৰু বিভিন্ন সময়ত ওলোৱা স্মৃতিগ্ৰন্থাদিত প্ৰবন্ধ, গল্প, কবিতা লেখি ভাষা জননীৰ সেৱা কৰি আছে।

আমি এই প্ৰবন্ধত অসমীয়া সাহিত্যলৈ সেৱা আগবঢ়োৱা বিশ্বনাথ চাৰিআলিৰ ন-পুৰণি ব্যক্তিসকলৰ অৱদান চমুকৈ উল্লেখ কৰিবলৈ যথাসম্ভৱ চেষ্টা কৰিছোঁ। কিন্তু এই প্ৰবন্ধ পূৰ্ণাঙ্গ নহয় আৰু এই সীমিত পৰিসৰৰ মাজত ইয়াক পূৰ্ণাঙ্গ কৰি তোলাটোও সম্ভৱ নহয়। আমাৰ অজ্ঞাতে কোনো লোকৰ নাম বাদ পৰি যোৱাৰো সম্ভাৱনা নথকা নহয়। কিন্তু বিশ্বনাথ চাৰিআলিৰ দৰে এটি সৰু অঞ্চলৰপৰা অসমীয়া সাহিত্যলৈ আগবঢ়োৱা অৱদান সঁচাকৈয়ে লেখত ল'বলগীয়া।

০০০

# নৰকান্ত বৰুৱা: এক কবিৰ প্ৰতিচ্ছবি

(ব্যক্তিনিষ্ঠতাজনিত ত্ৰুটিৰ বাবে ক্ষমাপ্ৰাৰ্থনাৰে) / ড° বীৰেন্দ্ৰ নাথ দত্ত

"সকলোৱেই কবি নহয়, কোনো কোনোহে কবি।"
নৱকান্ত বৰুৱা কবি, সম্পূৰ্ণ অৰ্থত কবি।

আজিকালি নৱকান্ত বৰুৱাই মাজে মাজে ধেমালিৰ ছলেৰে কয়ঃ "মানুহে আগতে মোক অভূতপূৰ্ব কবি বুলি কৈছিল; এতিয়া মই ভূতপূৰ্ব কবি।" তেওঁৰ এই স্বভাৱসুলভ কৌতুকোজ্জ্বল বুদ্ধিদীপ্ত বাক্যটিক খেদোক্তি বুলি ভুল কৰাৰ প্ৰয়োজন নাই-- কাৰণ, নৱকান্ত বৰুৱাৰ সৃষ্টিশীলতাত যতি পৰা নাই, বৰং সি অব্যাহতভাৱে গতি কৰি আছে একাধিক সাৱলীল ধাৰাৰে-- কবিতাৰ উপৰিও উপন্যাস, নাটক, প্ৰবন্ধ আৰু শিশু-ৰচনাৰ মাজেদি।

কবিতা 'গঢ়া'ৰ লেখেৰে ধৰিবলৈ গ'লে নিশ্চয় ক'ব লাগিব, নৱকান্ত বৰুৱা সম্প্ৰতি সিমান সক্ৰিয় নহয়। এসময়ত হোৱাৰ দৰে তেওঁৰ কবিতাৰ চমক আজি আৰু একক নহয়ঃ ইতিমধ্যে তেওঁৰ কাব্য-কৃতিৰ সু-উচ্চ স্তৰলৈ ঘটিছে যোগ্য উত্তৰসুৰীৰ উজ্জ্বল উত্তৰণ। আকৌ, এই মাত্ৰ অসমীয়া কবিতাৰ বুলনিত অনেক নতুন কবিৰ ভীৰ। তথাপি নৱকান্ত বৰুৱা ভীৰৰ মাজৰ এজন হৈ যোৱা নাই। ভীৰৰ মাজত হেৰাই যোৱা কবি নৱকান্ত বৰুৱা নহয়, ভীৰৰ মাজতো সহজে চিনি উলিয়াব পৰা কবিহে। তাৰ কাৰণ মোৰ ধাৰণাৰে কেইবাটাও।

মই অলপ আগতে কবিতা 'গঢ়া'ৰ কথা কৈছিলোঁ। কবিয়ে কবিতা গঢ়ে-- ধ্বনিৰে, শব্দেৰে, ছন্দেৰে, ব্যঞ্জনাৰে। সেই দিশৰপৰা কবিসকল কবিতা গঢ়াৰ কাৰিকৰ। কিন্তু সকলো কবি কবিতাৰ প্ৰতিমা সজা খনিকৰ নহয়। প্ৰতিমাত যিদৰে কাৰিকৰী কৌশলক অতিক্ৰম কৰি নিহিত থাকে এক ৰূপাতীত ৰূপময়তাৰ ইংগিত, প্ৰকৃত কবিৰ কবিতাতো থাকে শিল্পময়তাৰ উৰ্ধৰ কোনো অনিৰ্বচনীয় অৰ্থময়তা। নৱকান্ত বৰুৱাৰ সৃষ্টিৰ মাজতো মই দেখা পাওঁ সেই শিল্পাতীত অৰ্থময়তাক আয়ত্ত কৰাৰ এক নিৰলস প্ৰয়াস। তেওঁৰ কাৰণে যেন কাব্য সৃষ্টি এটা উপলক্ষ্য, এটা মাধ্যম যাৰ মাজেদি প্ৰকাশিত হয় কোনো উচ্চতৰ লক্ষ্যৰ বাবে, কোনো পূৰ্ণতৰ প্ৰাপ্তিৰ বাবে আকুতি। এই যি আকুতি, এই যি অনুসন্ধান, এই যি বিচাৰি ফুৰা-- তাতেইতো প্ৰকৃত কবিসত্তাৰ স্থিতি। নৱকান্ত বৰুৱাই বিচাৰিব জানে। বিচৰাৰ সাৰ্থকতা উপলব্ধি কৰে কাৰণেই নৱকান্ত বৰুৱা কবিঃ

"পালোঁ নে নেপালোঁ নুসুধিবা মোক
বিচাৰি ফুৰিছোঁ সেয়েই বহুত মোৰ।"

প্ৰাচীন সংস্কৃতত কবি শব্দৰ এটা অৰ্থ আছিল দ্ৰষ্টা। মোৰ ভাৱ হয়, যিজনে দৃষ্টি লাভ কৰিছে তেৱেঁই দ্ৰষ্টা নহয়, দ্ৰষ্টা তেৱেঁ। যিজনে দৃষ্টি বিচাৰিছে, যাৰ আছে দৰ্শনেচ্ছা-- চাবৰ, পাবৰ, বিচাৰিবৰ অনিবাৰ ইচ্ছা। প্ৰকৃত কবিৰেই থাকে অবিৰত জিজ্ঞাসা, অফুৰন্ত অনুসন্ধান। ইয়েই হয়তো প্ৰাচীন ভাৰতীয় মনীষাত শ্ৰেয়ৰ অনুসন্ধান বুলি চিহ্নিত হৈছিল।

নৱকান্ত বৰুৱাই শ্ৰেয়ৰ অনুসন্ধান কৰে ক'ত? কেতিয়াবা হয়তো প্ৰকৃতিৰ ঐশ্বৰ্যময় ৰহস্যৰ

মাজত, আকাশ যাৰ প্ৰতীক ঃ

"আকাশ আমাক অকণি আকাশ দিয়া
মাটিৰ বুকুত উচুপে আমাৰ আকাশ
পিয়াসী হিয়া।"

কিন্তু

"তথাপি আকাশ আমাৰ নোহোৱা তুমি
ঢৌ আঘাতত ক্ষুব্ধ আমাৰ জীৱনৰ বেলাভূমি।"

কেতিয়াবা হয়তো এক অমোঘ নিয়ন্তা-শক্তিৰ অদৃশ্য উপস্থিতিত ঃ

"তোমাৰ কাৰণে যাওঁ ফুল তুলিবলে'
তুমি আছা ফুলৰে সাজত
তোমাৰ কাৰণে যাওঁ গান গাবলে'
তুমি আছা গানৰে মাজত।"

আকৌ ঃ

"তোমাৰ কাৰণে মই সোমালো মন্দিৰ
তাত মাথো শুনা পালো বিননি বন্দীৰ,
হিয়াৰ মাজত তুমি আছা বুলি চাওঁতেই
তুমি চোন আছাহি বাজত—
আকাশত, বতাহত উৰণীয়া ধূলিৰ মাজত।"

কোন এই তুমি? ঈশ্বৰ? তেনে যেন লাগিব পাৰে যেতিয়া তেওঁৰ গানত পাওঁ ঃ

"বগলী এ, বগা ফোঁট দি যা
- - - - - - - -
- - - - - - - -
দি যা শুকুলা ফোঁট
গোসাঁইৰে কপালৰ চন্দন পোহৰৰ ফোঁট"

নাইবা

"হে মোৰ সুন্দৰ
বাটৰ ধূলিয়ে ঢাকে তোমাৰ স্বৰূপ আনন্দৰ।"

কিন্তু মই জনাত নৱকান্ত বৰুৱা স্থূল অৰ্থত নিৰ্বিকাৰ ঈশ্বৰবাদী নহয়। গোসাইৰ কপালৰ শুকুলা ফোঁটত নিহিত আছে তেওঁৰ বাবে এক বিশুদ্ধ, উজ্বল আৰু শ্ৰীমন্ত প্ৰমূল্যৰ প্ৰতীক। সি প্ৰত্যক্ষভাৱে ঐশী প্ৰমূল্য নহ'বও পাৰে কিন্তু সি নিশ্চিতভাৱে চিৰন্তন মানবীয় প্ৰমূল্য। আৰু মানবীয় প্ৰমূল্যৰ প্ৰতি আকৰ্ষণৰ বাবেই বোধকৰো নৱকান্ত বৰুৱাই বৌদ্ধ দৰ্শনৰ প্ৰতি আত্মীয়তা বোধ কৰে-- তেওঁ বাৰে বাৰে তেওঁৰ কাব্য সৃষ্টিৰ বাবে সমল বিচাৰি যায় বৌদ্ধ ধৰ্মীয় কাহিনীলৈ য'ত আছে ঈশ্বৰমুখিতাতকৈ মানৱতাক উদ্ভাসিত কৰা আলোকমুখিতাৰ আদৰ্শৰ ওপৰত গুৰুত্ব।

প্ৰেয়ৰ ঠাইত শ্ৰেয়ৰ প্ৰতি অনুৰাগ, বৈষয়িকতকৈ আত্মিক উৎকৰ্ষৰ প্ৰতি নিষ্ঠা-- এইবোৰে নৱকান্ত বৰুৱাৰ মানসিকতাক সংযুক্ত কৰে প্ৰাচ্যৰ আদৰ্শৰ লগত। যদিও নৱকান্ত বৰুৱা যথাৰ্থতে আধুনিক কবি, অসমীয়া কবিতাত আধুনিক ৰীতিৰ প্ৰৱৰ্তনৰ গৰাকী পুৰোধা হিচাপেই তেখেতৰ সৰ্বাধিক খ্যাতি আৰু স্বীকৃতি, আৰু যদিও এই ৰীতিৰ লগত জড়িত আছে সমসাময়িক পাশ্চাত্যৰ নগৰ কেন্দ্ৰিক যান্ত্ৰিক সভ্যতাই সৃষ্টি কৰা সংশয়বাদী দৰ্শন, তথাপি নৱকান্তৰ মানসিক গঠনৰ ভেটি নিৰ্মিত হৈছে প্ৰাচ্য আৰু পাশ্চাত্যৰ সংযোগ-ভূমিত। এক পৰম্পৰা-সচেতন পৰিয়ালৰপৰা লাভ কৰা অসমীয়া সাংস্কৃতিক জীৱনৰ প্ৰতি সহজাত আনুগত্য, যাইকৈ ৰবীন্দ্ৰনাথ, শান্তিনিকেতন আৰু লগতে আলিগড়ৰ মাজেদি বৈচিত্ৰময় ভাৰতীয় ঐতিহ্যৰ লগত সুদৃঢ় সেতু-বন্ধন, পশ্চিমীয়া সাহিত্যৰ অধ্যয়নেৰে নব্য ধাৰাত অৱগাহন, আৰু খলিল জিব্ৰান, জালালুদ্দিন ৰুমি আদি দাৰ্শনিক কবিৰ লগত অনুভৱ কৰা আত্মিক সাযুজ্য— এই সকলোবোৰ একাকাৰ হৈ আছে নৱকান্ত বৰুৱাৰ মনোজগতত। সেয়েহে নৱকান্ত বৰুৱাৰ যিখিনি "মোৰ" তাৰ লগত সহজতে যোগ হয় যিখিনি "পৃথিবীৰ"। (আজিৰ নাগৰিক যান্ত্ৰিক পৰিমণ্ডলত হয়তো মানুহ আটাইবোৰ দ্বীপ নতুন ধৰণে-- তথাপিও)।

আধুনিক মননৰ কবি নৱকান্তৰ আছে এটি যুক্তিনিষ্ঠ তথ্যপিপাসু মন। যি নৱকান্তক আকাশৰ গভীৰ ৰহস্যময়তাই সন্মোহিত কৰে তেৱেঁই জ্যোতিৰ্বিজ্ঞানৰ দৃষ্টিৰে গ্ৰহ-নক্ষত্ৰৰ নিৰীক্ষণত তৃপ্তি লাভ কৰে; যি নৱকান্তই "ফটফটীয়া জুৰিৰ পানীত বালিচন্দাৰ সাঁচ" আৰু "ধকধকীয়া জুৰিৰ বালিত হেজাৰ চন্দা মাছ"ৰ সাঁথৰ দেখা পায়, তেৱেঁই ঘৰৰ একোৱাৰিয়ামত চিনাকি-অচিনাকি বিবিধ মাছ পুহি সেইবোৰৰ বৈজ্ঞানিক নাম-গোত্ৰ জনাত ব্যস্ত থাকে। সেইদৰে নৱকান্ত বৰুৱাৰ দৰে অভিধান, শব্দকোষ আৰু বিশ্বকোষ ইমান উৎসাহ আৰু ব্যগ্ৰতাৰে ব্যৱহাৰ কৰা ব্যক্তিত্ব মই কমেই দেখিছোঁ।

নৱকান্ত বৰুৱাৰ বিভিন্ন সৃষ্টিৰ মাজেদি আৰু ব্যক্তিগত আলাপ-আলোচনাৰ মাজেদি যিখিনি দেখিছোঁ, বুজিছোঁ তাৰপৰা মোৰ এই বিশ্বাস আহিছে যে তেওঁৰ তথ্যসন্ধানী, বিশ্লেষণধৰ্মী প্ৰৱণতা প্ৰচ্ছন্নভাৱে হ'লেও জড়িত হৈ আছে তেওঁৰ সমাজৰ প্ৰতি থকা দৃষ্টিভংগীতো। সমাজৰ অকল বৰ্তমানৰ নহয়, অতীতৰ আৰু ভৱিষ্যতৰো।

আধুনিক কবি হিচাপে যাইকৈ নৱকান্ত বৰুৱা সমসাময়িক সমাজৰ এজন নিৰ্মোহ নিৰীক্ষক, দায়িত্বশীল ভাষ্যকাৰ আৰু নিৰ্দয় সমালোচক। তেওঁ আৱশ্যক বুজি মননশীলতাৰ শাণিত অস্ত্ৰেৰে সমাজ-দেহৰ ব্যৱচ্ছেদ কৰে।

তেওঁৰ কাৰণে সমাজৰ অতীত ইতিহাসো সমানে প্ৰাসংগিক। তেওঁ ইতিহাসবিদ নহয়। কিন্তু তেওঁৰ ইতিহাস-চেতনা প্ৰখৰ যি তেওঁৰ বহু কবিতাতো স্পষ্ট হৈ উঠে। কিন্তু মোৰ ধাৰণা হয় তেওঁ যেন সচেতনভাৱে অতীতত বিচৰণ কৰে তেওঁৰ উপন্যাসবোৰত, সেইবোৰৰ মাজেৰে বিচাৰিবৰ যত্ন কৰে বৰ্তমানৰ স্থিতিৰ শিপা। তেওঁৰ এই অতীত-মন্থন যেন প্ৰকৃততে মূল অন্বেষণ-- নিজৰো, সমাজৰো।

আৰু ভৱিষ্যৎ? মোৰ বোধেৰে, নৱকান্তৰ ভৱিষ্যৎ চেতনা প্ৰতিফলিত হয় তেওঁৰ শিশু-ৰচনাত, শিশুৰ প্ৰতি থকা তেওঁৰ উদগ্ৰ উৎসাহত, তেওঁৰ দৃঢ় দায়বদ্ধতাত ঃ



"খেলক শিশুৰ দলে
পৃথিবীৰ চোতালে চোতালে।
মানুহৰ মন ওপচক
সমাজৰ কৰণি ভৰক
সুঠাম কোমল ফুলে ফুলে।"

ভৱিষ্যৎ সমাজৰ স্থিতিৰ আশ্ৰয় আজিৰ শিশুৰ মাজতেই। সেয়ে আজিৰ শিশুৰ প্ৰতি অনুভৱ কৰা দায়িত্ববোধ ভৱিষ্যতৰ লগত নিজকে যুক্ত কৰাৰ আগ্ৰহৰেই নামান্তৰ। যদিও শিশুৰ ভৱিষ্যৎ নিৰ্মাণ আৰু নিয়ন্ত্ৰণ কৰাৰ ক্ষেত্ৰত বয়স্কসকলৰ ক্ষমতা— আনকি অধিকাৰ কিমান সেই প্ৰশ্নয়ো চিন্তাশীল কবিক বিব্ৰত কৰে। এইটো প্ৰশ্নত তেওঁ প্ৰায়ে উদ্ধৃত কৰা তেওঁৰ অন্যতম প্ৰিয় কবি খলিল জিব্ৰানৰ কবিতাৰ একাংশ হ'ল ঃ

"...Your children are not your children
They are the sons and daughters
of Life's longing for itself
They come through you but not
from you,
And though they are with you yet
they belong not to you.
You may give them your love
but not your thoughts
For they have their own thoughts
You may house their bodies but
not their souls,
For their souls dwell in the house
of tomorrow,
Which you cannot visit, not even
in your dreams..."

কবি, ঔপন্যাসিক, শিশু সাহিত্যিক, ৰম্য-ৰচনা আৰু গহীন গদ্যৰ লেখক নৱকান্ত বৰুৱাৰ মই মাত্ৰ এজন মুগ্ধ পাঠক। নৱকান্ত বৰুৱাৰ

সাহিত্য-কৃতিৰ মূল্যায়ন কৰাৰ যোগ্যতা আৰু অধিকাৰ লাভ কৰিছোঁ বুলি কেতিয়াও মোৰ মনত ধাৰণা উদয় হোৱা নাই। কিন্তু কবি নৱকান্ত বৰুৱাৰ এখন ছবি মোৰ মানসত অংকিত হৈছে ঘাইকৈ গানৰ মাজেদি-- সেইটো ক্ষেত্ৰতে তেওঁৰ লগত মোৰ আত্মিক সংযোগৰ অনুভূতি। এই লেখাটিত ইমানপৰে তেওঁ লিখা-- আৰু মই সুৰ কৰি গোৱা গানৰ টুকুৰা-টুকুৰি উদ্ধৃতিৰে সেই ছবিখনকেই দাঙি ধৰিবৰ চেষ্টা কৰিছোঁ। এতিয়া শেষ কৰিব খুজিছোঁ তেওঁৰ এটি গীতৰ সম্পূৰ্ণ উদ্ধৃতিৰে-- যি গীতত তেওঁ ক'ব খুজিছে, প্ৰজন্মৰ প্ৰবাহমানতা যেন অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ সংযোগ সংবাহী এটি বাট---

"এই বাট মই চিনি পাওঁ---
এই বাটেৰেই আইতা এদিন আহিছিল
ইয়াৰ দাঁতিতে দেউতা এদিন বহিছিল
এই বাটেৰেই পালে নে চিনাকি গাঁও
--নেজানিলোঁ মই নেজানিলোঁ।

এই বাট মই চিনি পাওঁ---
এই বাটেৰেই কাষৰ সেউজী দুববিত
এদিন ল'ৰালি ব'দত নিয়ঁৰ সৰিছিল
লগৰী বকুল বননিত সৰি ফুলিছিল
কোনোবা মালাৰ সূতাত পালে নে ঠাই
--নেজানিলোঁ মই নেজানিলোঁ।

এই বাট মই চিনি পাওঁ---
মই এই বাটেৰেই
এবাৰ আহিছোঁ আকৌ আহিব পাৰো
নতুন চিনাকি আকৌ দিবহি পাৰো
তোমালোকে মোক তেতিয়া পাবা নে চিনি
--নেজানিলোঁ মই নেজানিলোঁ।"

০০০



# বিশ্বনাথ চাৰিআলি নগৰ

## এটি চমু পৰিচয় / শৈলেন্দ্ৰ বৰা, স্বৰমী ভট্টাচাৰ্য

বৰ্তমান শোণিতপুৰ জিলাৰ বিশ্বনাথ মহকুমাৰ সদৰ ঠাই বিশ্বনাথ চাৰিআলি এখন গুৰুত্বপূৰ্ণ নগৰ। জিলাৰ সদৰ তেজপুৰৰপৰা প্ৰায় ৭৬ কিঃ মিঃ পূবে অৱস্থিত এই নগৰৰ 'চাৰিআলি' নামটোৰ কোনো ঐতিহাসিক ভিত্তি নাই; মাথোন দুটা পথ একে ঠাইতে মিলিত হৈ (আগৰ উত্তৰ ট্ৰাংক ৰোড বা এতিয়াৰ ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথ আৰু পাভৈ বিশ্বনাথঘাট পথ) চৌপাশে চাৰিটা আলিৰ সৃষ্টি কৰাৰ বাবেই এই ঠাইৰ নাম 'চাৰিআলি' হৈছে। কিন্তু বিশ্বনাথ অঞ্চলৰ ঐতিহাসিক গুৰুত্বৰ প্ৰতি লক্ষ্য ৰাখি অঞ্চলটোৰ কেন্দ্ৰস্থ নগৰখনৰ নাম 'বিশ্বনাথ চাৰিআলি' ৰখা হৈছে।

বিশ্বনাথ নগৰ-কেন্দ্ৰৰপৰা প্ৰায় ১০ কিঃ মিঃ দক্ষিণত ব্ৰহ্মপুত্ৰৰ পাৰত থকা বিশ্বনাথ এখন বুৰঞ্জী প্ৰসিদ্ধ ঠাই। ই এখন প্ৰাচীন তীৰ্থক্ষেত্ৰ। পুৰণি কালত ই এখন প্ৰশাসনিক তথা সামৰিক গুৰুত্বপূৰ্ণ ঠাই আছিল। একালত বিশ্বনাথতেই স্বৰ্গদেৱ ৰুদ্ৰসিংহই বাহৰ পাতিছিল। অসমত ইংৰাজ শাসনৰ আৰম্ভণিতে উজনি অসম পুৰন্দৰ সিংহক ঘূৰাই দিয়াৰ সময়ত কেই বছৰমানৰ বাবে এই ঠাই বিশ্বনাথ বা নদুৱাৰ জিলাৰ সদৰ ঠাই আছিল বুলি জনা যায়। সেই সময়তে বিশ্বনাথত 'অসম লাইট্ ইন্‌ফেন্ট্ৰি'ৰ সদৰ কাৰ্যালয়ো আছিল। মেজৰ হোৱাইট্ প্ৰমুখ্যে ইংৰাজৰ সামৰিক বিষয়াবৰ্গই বিশ্বনাথক এখন সুপৰিকল্পিত নগৰ হিচাপে গঢ় দিব খুজিছিল। তাৰ চিন স্বৰূপে পল্টনৰ আলি আৰু ন বজাৰ বিশ্বনাথত আজিও আছে।

১৮৩৫ চনত দৰং জিলা গঠন হোৱাত বিশ্বনাথ সেই জিলাৰ অন্তৰ্ভুক্ত হয়। ১৮৬১ চনৰ পাছৰপৰা ব্ৰহ্মপুত্ৰৰ বুকুৰেদি নিয়মীয়াকৈ জাহাজ চলাচল আৰম্ভ হোৱাৰ লগে লগে বিশ্বনাথ অসমৰ এটা উল্লেখযোগ্য জাহাজঘাটত পৰিণত হয় আৰু ই ব্যৱসায়ৰ কেন্দ্ৰস্থল হৈ উঠে। বিশ্বনাথৰ এই গুৰুত্ব কুৰি শতিকাৰ ষাঠিৰ দশক পৰ্যন্ত বৰ্তি আছিল। জাহাজঘাট হৈ থকা অৱস্থাতেই এই ঠায়ে এখন নগৰ হিচাপে স্বীকৃতি লাভ কৰিছিল। জাহাজঘাট উঠি যোৱাৰ লগে লগে বিশ্বনাথ ঘাটৰ বাণিজ্যিক গুৰুত্ব আজিৰ চাৰিআলিলৈ স্থানান্তৰিত হয় আৰু অনুক্ৰমে চাৰিআলিৰ গুৰুত্ব সকলোদিনৰপৰা বাঢ়ি আহিবলৈ ধৰে।

বিভিন্ন জনগোষ্ঠীৰ মিলনভূমি বিশ্বনাথ অঞ্চলত ক্ৰমাৎ জনসংখ্যা বাঢ়ি অহাত অঞ্চলটোৰ বাইজে শিক্ষা, চাকৰি, ব্যৱসায়, চিকিৎসা, যাতায়াত আদি বিভিন্ন ক্ষেত্ৰত বিভিন্ন সমস্যাৰ সন্মুখীন হোৱাত অঞ্চলটোৰ কেন্দ্ৰস্থলত এখন নগৰৰ প্ৰয়োজনীয়তাৰ কথা বাৰুকৈয়ে উপলব্ধি কৰিলে। সেই মৰ্মে ১৯৬৭-৬৮ চনত °চেনিৰাম দাস, °নবীন চন্দ্ৰ ভট্টাচাৰ্য, °চন্দ্ৰকান্ত বৰুৱা, °ডম্বৰু হাজৰিকা, °তৰুণ চন্দ্ৰ ভট্টাচাৰ্য, °ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, শ্ৰীপদম






কান্ত শইকীয়া, শ্ৰীনগেন বৰাকে আদি কৰি সচেতন নাগৰিক বৃন্দৰ প্ৰচেষ্টাত ৺নবীন চন্দ্ৰ ভট্টাচাৰ্যক সভাপতি আৰু শ্ৰীপদ্মকান্ত শইকীয়াক সম্পাদক হিচাপে লৈ এখন ২১ জনীয়া প্ৰস্তুতি সমিতি গঠন কৰা হয়। এই সমিতিয়ে নগৰৰ সীমা নিৰ্ধাৰণ, পৰিকল্পনা আদি প্ৰাথমিক প্ৰস্তুতি কৰি চৰকাৰৰ ওচৰত বিশ্বনাথ চাৰিআলিত নগৰ স্থাপনৰ বাবে দাবী জনায়।

শেষত ৰাইজৰ আশাগুধীয়া চেষ্টাৰ ফলস্বৰূপে চৰকাৰে ১৯৭০ চনৰ ২৩ জুলাই তাৰিখৰ গেজেটৰ জাননী যোগে বিশ্বনাথ চাৰিআলিক নগৰ হিচাপে ঘোষণা কৰিলে। এই নগৰৰ চাৰিসীমা হ'ল ঃ উত্তৰে গলিয়া জানৰ দলং, দক্ষিণে গলিয়া গাঁও, পূবে গলিয়া দলং আৰু পশ্চিমে নীলপুৰ চাহ বাগিচা। ইয়াৰ কালি ৬·০২ বৰ্গ কিঃ মিঃ আৰু ১৯৭১ চনৰ পিয়ল মতে মুঠ জনসংখ্যা ৯,৩০১ জন। ১৯৮৯ চনৰ গণনা মতে নগৰখনৰ জনসংখ্যা ১৭,৩৫০ জন। পৰিচালনাৰ সুবিধাৰ্থে ১৯৭৩ চনৰ ৪ জুলাইত নগৰখনক চাৰিটা ৱাৰ্ডত ভাগ কৰা হৈছে। কৌঁছগাঁও, কমাৰগাঁও, শান্তিপুৰ, মধুপুৰ আৰু নৰপুৰৰ একাংশ নগৰ এলেকাত পৰিছে।

নগৰ ঘোষণা কৰাৰ সময়ত চৰকাৰে পৰিচালনাৰ বাবে এখন ছজনীয়া তদৰ্থ সমিতি গঠন কৰি দিছিল। সেই সমিতিৰ কৰ্মকৰ্তাসকল আছিল ৺চেনিৰাম দাস (সভাপতি), ৺তৰুণ চন্দ্ৰ ভট্টাচাৰ্য (উপ সভাপতি), ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, মহম্মদ হবিবুল্লা, ৺গৌৰীশংকৰ প্ৰসাদ আৰু শ্ৰীসাধুচৰণ পাল (সদস্যবৃন্দ)। নগৰ সমিতিৰ কাম-কাজ প্ৰথমতে বিশ্বনাথ মাৰ্কেটিং ছোচাইটিৰ ভাড়া ঘৰৰ কাৰ্যালয়তেই চলোৱা হৈছিল। বৰ্তমান নগৰ সমিতিৰ কাৰ্যালয় চাৰিআলিৰ প্ৰাথমিক চিকিৎসাকেন্দ্ৰৰ পুৰণি ঘৰত চলাই থকা হৈছে। কাৰ্যালয়ৰ কৰ্মচাৰীৰ সংখ্যা ১৩ জন।

বিভিন্ন সময়ত কাৰ্যনিৰ্বাহ কৰা নগৰ সমিতিৰ সভাপতিসকল হ'ল ঃ ৺চেনিৰাম দাস (২৯।৭।৭০)--১।৯।৭৫), ৺তৰুণ ভট্টাচাৰ্য (১।৯।৭৫-১।৯।৭৮), শ্ৰীজ্যোতিষ চন্দ্ৰ মজুমদাৰ, কাৰ্যবাহী বিষয়া (১।৯।৭৮--১৫।৬।৭৯), শ্ৰীমোহন বৰা (১৫।৬।৭৯-১৯।৬।৮০), শ্ৰীদীননাথ বৰা, কাঃ বিঃ (১৯।৬।৮০—১।৪।৮১), মনোৱাৰ আলি, কাঃ বিঃ (১।৪।৮১—২২।৯।৮২), শ্ৰীৰুদ্ৰেশ্বৰ ডেকা, কাঃ বিঃ (২৩।৯।৮৩--২২।১।৮৪), শ্ৰীঅনুপম কুমাৰ বয়, কাঃ বিঃ (২২।১।৮৪—৭।১২।৮৪), শ্ৰীবিনন্দিৰাম কলিতা (৭।১২।৮৪—৩১।১২।৮৫), শ্ৰীমহানন্দ হাজৰিকা, কাঃ বিঃ (৩১।১২।৮৫—৫।১১।৮৬) আৰু শ্ৰীঅতুল ভূঞা (৫।১১।৮৬ ৰ পৰা বৰ্তমানলৈ)।

প্ৰথম সভাপতি ৺চেনিৰাম দাসে নগৰখনৰ উন্নতিকল্পে ভালেমান আঁচনি গ্ৰহণ কৰিছিল। তেওঁ নগৰৰ মাজ মজিয়াত বিজুলী চাকিৰ ব্যৱস্থা কৰে, বিভিন্ন ঠাইত কেইবাটাও কুঁৱা বহুৱাই সৰ্বসাধাৰণক পানীযোগানৰ ব্যৱস্থা কৰে, ক্ৰেতা-বিক্ৰেতাৰ অসুবিধাৰ প্ৰতি লক্ষ্য ৰাখি পুৰণি হাটখোলাৰ সাপ্তাহিক বজাৰখন বৰ্তমানৰ ঠাইলৈ স্থানান্তৰিত কৰায় আৰু ৰাস্তা-পদূলিৰ উন্নয়নৰ বাবেও আঁচনি লৈ কামত আগবাঢ়ে। তেৱেঁই অসমৰ বিশিষ্ট ব্যক্তিসকলৰ নামেৰে নগৰৰ পথসমূহৰ নামকৰণ কৰে। সেই পথসমূহ হ'ল ঃ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা পথ (৪·৭৮ কিঃ মিঃ), পণ্ডিত হেমচন্দ্ৰ গোস্বামী পথ (০·৬২ কিঃ মিঃ), দণ্ডিনাথ কলিতা পথ (০·৪০ কিঃ মিঃ), হেম বৰুৱা পথ (০·৩৯ কিঃমিঃ), হেম হাজৰিকা পথ (০·৬১ কিঃ মিঃ), কনকলতা পথ (০·৫১ কিঃ মিঃ), কুশলকোঁৱৰ পথ (০·৪৭ কিঃ মিঃ), কমলাকান্ত পথ (০·৭৮ কিঃমিঃ), বিষ্ণুৰাভা পথ, নবীন ভট্টাচাৰ্য পথ, চন্দ্ৰনাথ শৰ্মা পথ (০·৯৮ কিঃ মিঃ)। তেওঁৰ চেষ্টাতেই নগৰৰ বজাৰখন গঢ়ি উঠে। তেওঁ নগৰৰ ঠায়ে ঠায়ে ডাঙৰ গছবোৰৰ গুৰিৰ ঠাই পকী কৰি সৌন্দৰ্য বৰ্ধনৰো চেষ্টা কৰে।

স্বৰ্গীয় তৰুণ চন্দ্ৰ ভট্টাচাৰ্যই বৰ্তমানৰ দৈনিক বজাৰখনৰ ঘৰ নিৰ্মাণ কৰায় আৰু বজাৰৰ মাজে মাজে পানী জমা নহ'বৰ বাবে নলাৰ ব্যৱস্থা কৰে।

শ্ৰীমোহন বৰা আৰু শ্ৰীবিনন্দিৰাম কলিতাই গড়কাপ্তানি বিভাগৰ সহযোগত নগৰত পদপথ নিৰ্মাণ কৰাৰ ব্যৱস্থা কৰে। শ্ৰীকলিতাই বৰ্তমান নগৰ সমিতিৰ কাৰ্যালয়ৰ চৌহদত নিৰ্মিয়মান অৱস্থাত থকা ভৱনটিৰ নিৰ্মাণৰ কাম আৰম্ভ কৰে আৰু নগৰ এলেকাত দুখন শিশু উদ্যান নিৰ্মাণ কৰায়। তেওঁ নগৰ এলেকাত নৰ্দমাৰ আঁচনি যুগুতাই চৰকাৰৰ অনুমোদনৰ বাবে প্ৰেৰণ কৰে। তদুপৰি তেওঁৰ দিনতে প্ৰায় ২ কোটি টকাৰ ব্যয় সাপেক্ষ পানী যোগান আঁচনি এখন জনস্বাস্থ্য কাৰিকৰী বিভাগৰ জৰিয়তে কেন্দ্ৰীয় চৰকাৰলৈ প্ৰেৰণ কৰা হয়।

বৰ্তমানৰ সভাপতি শ্ৰীঅতুল ভূঞা আৰু উপ-সভাপতি শ্ৰীযতীন শৰ্মাৰ দিনত নগৰখনৰ উন্নতি কল্পে বিভিন্ন আঁচনি গ্ৰহণ কৰা হৈছে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল নগৰৰ কোনো কোনো অংশত নতুনকৈ পথ-বস্তি সংযোগ আৰু কিছুমান গুৰুত্বপূৰ্ণ স্থানত ছ'ডিয়াম ভেপাৰ লেম্পৰ ব্যৱস্থা আৰু ৰাজহুৱা প্ৰস্ৰাৱগাৰ নিৰ্মাণ। তদুপৰি বৰ্তমান হাউচিং নিগমৰ (HUDCO) পৰা লোৱা ৫০ লাখ টকাৰ ঋণেৰে নগৰত এখন ছুপাৰ মাৰ্কেট নিৰ্মাণৰ আঁচনি লোৱা হৈছে।

নগৰ সমিতিৰ পৰিচালনা আৰু বিভিন্ন উন্নয়নমূলক কামত খৰছৰ বাবে চৰকাৰী অনুদানৰ উপৰিও নিম্নোল্লিখিত উৎসবোৰৰ পৰা অৰ্থ সংগ্ৰহ কৰা হয়ঃ

(১) গৃহ-কৰঃ বছৰি প্ৰায় ৫০,০০০·০০ টকা;
(২) বজাৰঃ সাপ্তাহিক আৰু দৈনিক বজাৰৰপৰা প্ৰায় ২,৫০,০০০·০০ টকা।
(৩) খোৱাৰঃ প্ৰায় ৬০০·০০ টকা;
(৪) ৰিক্সা, ঠেলা আৰু চাইকেলৰ মাচুলঃ বছৰি প্ৰায় ৬৪,০০০·০০ টকা;
(৫) ব্যৱসায়িক অনুজ্ঞাপত্ৰ, মাচুল আদিঃ বছৰি প্ৰায় ৪০,০০০·০০ টকা।

বিশ্বনাথ চাৰিআলি নগৰত এখন উচ্চতৰ মাধ্যমিক বিদ্যালয়, ৩ খন উচ্চ মাধ্যমিক বিদ্যালয়, কেইবাখনো মধ্য ইংৰাজী আৰু মজলীয়া বিদ্যালয় আৰু প্ৰাথমিক বিদ্যালয় আছে। ইয়াৰ উপৰিও ইংৰাজী, হিন্দী আৰু বঙলা মাধ্যমৰ বিদ্যালয়ো আছে। বিশ্বনাথ মহাবিদ্যালয় আৰু বৰ্তমান স্থাপিত হোৱা আৰবী মহাবিদ্যালয়ো নগৰ এলেকাতেই। বিশ্বনাথ কৃষি মহাবিদ্যালয়খনো দক্ষিণ-পশ্চিম কোণত অৱস্থিত। নগৰত থকা আগৰ বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰটো বৰ্তমান জিলা শিক্ষা প্ৰশিক্ষণ সংস্থালৈ ৰূপান্তৰিত হৈছে।

বিশ্বনাথ চাৰিআলিৰ কলা-সংস্কৃতি চৰ্চাৰ স্নায়ুকেন্দ্ৰ বীণাপাণি নাট্য সমাজ নগৰৰ মাজমজিয়াতে আছে। কাষতে আছে লক্ষ্মীধৰ সৌৰৱণী পুথিভঁড়াল আৰু জিলা মইনা পাৰিজাতৰ কাৰ্যালয়। সদৌ অসম সূৰ্য বৰা সোঁৰৱণী একাংক নাট প্ৰতিযোগিতা সমিতিৰ কাৰ্যালয়ো ইয়াতেই। নগৰত দুটা কথাছবি গৃহ আছে। সমবায়-নগৰী বুলি খ্যাত বিশ্বনাথ চাৰিআলিৰ সমবায় ব্যৱসায়িক প্ৰতিষ্ঠানসমূহ নগৰতেই আছে আৰু এইবোৰৰ দুটামানে ইতিমধ্যে চল্লিছৰ দেওনা পাৰ হৈছে। নগৰত থলুৱা অসমীয়া যুৱকসকলে ব্যৱসায়ৰ দিশত আগবাঢ়ি অহাটো এটা শুভ লক্ষণ।

নগৰৰ ব্যৱসায়ীসকলৰ মাজত 'চাৰিআলি বণিক সন্থা' নামৰ এটি সংগঠন ১৯৭১ চনতেই গঢ়ি উঠে। এই অনুষ্ঠানে বিভিন্ন ৰাজহুৱা কামত দান-বৰঙণি আগবঢ়াই আহিছে।

নগৰ এলেকাত কেইবাটাও নামঘৰ, শ্ৰীমন্ত শংকৰ সেৱাশ্ৰম, সনাতন বিষ্ণু মন্দিৰ, মচজিদ, ঠাকুৰবাৰী, শিখ গুৰুদ্বাৰ আদি ধৰ্মানুষ্ঠান আছে।



নগৰৰ পূব মূৰত থকা দ-গাঁৱত বিখ্যাত চাৰিকৃষ্ণ থান অৱস্থিত।

যোৱা কেই বছৰমানৰপৰা, বিশেষকৈ ১৯৮৩ চনৰ ১৫ আগষ্টত বিশ্বনাথ মহকুমা ঘোষণা কৰাৰ পাছৰেপৰা বিশ্বনাথ চাৰিআলি নগৰৰ গুৰুত্ব আৰু বেছি বাঢ়িছে। বিশ্বনাথ মহকুমাধিপতিৰ কাৰ্যালয়কে আদি কৰি বিভিন্ন বিভাগীয় চৰকাৰী কাৰ্যালয় গঢ়ি উঠাৰ ফলত নগৰখনৰ জনসংখ্যা দ্ৰুত হাৰত বাঢ়িছে। লগে লগে ব্যৱসায়-বাণিজ্য, যাতায়াত আদিৰ সুবিধাও বৃদ্ধি পাইছে। নতুন কাৰ্যালয়, কৃষি মহাবিদ্যালয় (স্থাপিত ১৯৮৮) আদি স্থাপিত হোৱাৰ ফলত কৰ্ম-সংস্থানৰ সুবিধাও ওলাইছে। নগৰখনত এখন ন্যায়িক আদালত, অগ্নিনিৰ্বাপক বাহিনীৰ কেন্দ্ৰ আৰু বিশ্বনাথ মহকুমা পৰিষদৰ কাৰ্যালয় স্থাপিত হোৱাটো উল্লেখযোগ্য।

বিশ্বনাথ চাৰিআলি নগৰখন এতিয়াও চালুকীয়া অৱস্থাতে আছে আৰু ইয়াৰ উন্নয়ন তথা সম্প্ৰসাৰণৰ যথেষ্ট থল আছে। বিশেষকৈ নগৰ অঞ্চলত ৰাজহুৱা পানী যোগান আঁচনি আৰু নৰ্দমাৰ ব্যৱস্থা কাৰ্যকৰী কৰাটো অতি প্ৰয়োজনীয়। মহকুমাৰ সদৰ হিচাপে বাঢ়ি অহা ৰোগীৰ সংখ্যালৈ চাই বৰ্তমান ৩০ খন বিচনাযুক্ত গ্ৰাম্য চিকিৎসালয়খন পূৰ্ণাঙ্গ অসামৰিক চিকিৎসালয়লৈ উন্নীত কৰাটো প্ৰয়োজন। এই অঞ্চলত চাহ উদ্যোগৰ বাহিৰে অন্য উদ্যোগ নথকাটো মন কৰিব লগীয়া। মহকুমাটোৰ একমাত্ৰ ষ্টেডিয়ামখনো সম্পূৰ্ণ হৈ উঠা নাই।

নগৰখনৰ শোভা বৰ্ধন কৰাৰো যথেষ্ট থল আছে। ইয়াৰ ঠায়ে ঠায়ে উদ্যান গঢ়ি তুলি তাত বিশেষকৈ স্থানীয় বিশিষ্ট সমাজকৰ্মী, সাহিত্যিক আদিৰ প্ৰতিমূৰ্তি স্থাপন কৰি ঠাইখন অধিক আকৰ্ষণীয় কৰি তুলিব পাৰি।

বিশ্বনাথ চাৰিআলি নগৰৰ পৰিসীমা এতিয়া কম যদিও ভৱিষ্যতৰ বৃহৎ আঁচনি (Master Plan : 2001) অনুযায়ী ইয়াৰ আয়তন বৰ্তমানৰ প্ৰায় ৬ গুণ (১৭·৭৮ একৰ) হ'বগৈ। এই আঁচনিত উত্তৰে জপৌবাৰী-গেৰুৱাবাৰীৰ পৰা দক্ষিণে পানীভঁড়াল আৰু পূবে বালিপুখুৰীৰপৰা পশ্চিমে গোপ সাধাৰুলৈকে বৃহৎ অঞ্চলটো সামৰা হ'ব। সুপৰিকল্পিতভাৱে উন্নতিৰ পথত আগবঢ়াই নিব পাৰিলে এসময়ত বিশ্বনাথ চাৰিআলি অসমৰ ভিতৰতে এখন আটক ধুনীয়া নগৰত পৰিণত হ'ব পাৰিব। ০০০

সহায়কাৰী গ্ৰন্থ আৰু নথি-পত্ৰ ঃ

(১) Topography of Assam ; Dr. J. N. M'Cosh ; Calcutta ( 1837 )
(২) Assam District Gazetteer ; Darrang District ; N. C. Dutta ; Gauhati (1978)
(৩) বিশ্বনাথ-চাৰিআলি নগৰ সমিতিৰ কাৰ্যালয়ৰ নথি-পত্ৰ।

# গণেশ গগৈৰ নাটক

ড° দিলীপ কুমাৰ দত্ত

গণেশ গগৈ (১৯০৭—১৯৩৮)ৰ নাটক আলোচনা কৰিবলৈ ল'লে পোনেই এই প্ৰশ্ন মনলৈ আহে যে অসমীয়া নাটকক ভাৰতীয় নাটক ৰূপে ভৰত মুনিৰ মাপকাঠিৰে বিচাৰ কৰা উচিত নে পশ্চিমীয়া নাটকৰ সূত্ৰেৰে বিচাৰ কৰা উচিত? কিয়নো অসমৰ নাট্যজগতত গণেশ গগৈৰ আবিৰ্ভাৱৰ আগলৈকে অসমৰ নাট্য-সাহিত্য আৰু নাট্য-প্ৰদৰ্শন দেখাক দেখি গা উঠা ধৰণৰ এক-প্ৰকাৰ উপকৰুৱা সংস্কৃতি ৰূপেই বিৰাজ কৰিছিল। কি কাৰণে কেনেকুৱা নাটক লিখা উচিত বা মঞ্চস্থ কৰা উচিত, এখন নাটকৰ আঙ্গিক উপচাৰবিলাক কি আদি বিষয়ৰ অধ্যয়ন, চিন্তা বা পৰীক্ষা বা সূক্ষ্ম বিচাৰ সেই সময়ৰ সুধী সমাজে কৰাৰ সমিধান পোৱা নাযায়। অসমৰ নাট্যজগতত জ্যোতিপ্ৰসাদ আৰু গণেশ গগৈৰ আবিৰ্ভাৱৰ আগলৈকে সেয়েহে এক বিশেষ বিশৃংখলা দেখা যায়।

উদাহৰণ স্বৰূপে বঙালী যাত্ৰাৰ অনুকৰণতে অসমত যাত্ৰাৰ আৰম্ভ হ'ল। অসমত যাত্ৰাবিলাক বঙালী ভাষাতেই হৈছিল। অসমৰ বহু যাত্ৰাৰ দলে নিজৰ নামটো অপেৰা পাৰ্টি বুলিহে দিছিল (সেইবিলাক কি কাৰণে অপেৰা বুলিছিল বুজা টান কিয়নো পশ্চিমত অপেৰা মানে সংগীতৰ মাধ্যমত প্ৰদৰ্শোৱা নাটক)। ড° ভূপেন হাজৰিকাৰ মতে সেই যাত্ৰাপাৰ্টিবিলাকে ক্লেৰনেট, বিগুল আদি পশ্চিমীয়া যন্ত্ৰ পাতি ব্যৱহাৰ কৰিছিল কাৰণেই হয়তো নিজকে অপেৰা পাৰ্টি বুলিছিল। তাৰ পিছত কলিকতাত থিয়েটাৰ চোৱা অসমীয়া ছাত্ৰসকলে ছেক্সপীয়েৰৰ নাটক 'কমেডি অৱ এৰৰ্‌চ' ভ্ৰমৰঙ্গ নামে অনুবাদ কৰিলে, থিয়েটাৰ পাতিলে আৰু তাৰ পিছত অসমৰ চহৰবিলাকত থিয়েটাৰ হল মূৰ দাঙি উঠিল। ইয়াৰ কাৰণে দুই এখন সৰু-সুৰা সামাজিক নাটক চলিলেও প্ৰথম অৱস্থাত বঙালী নাটক বা ছেক্সপীয়েৰৰ নাটকৰ অনুবাদেই বেছিকৈ চলিল (চন্দ্ৰাৱলী) (এজ ইউ লাইক ইট), মেঘনাদ বধ, তিলোত্তমা সম্ভৱ আদি)। তাৰ পিছত বঙালী বা ইংৰাজী নাটকৰ ঠাঁচতে অসমীয়া ঐতিহাসিক বা পৌৰাণিক নাটক চলিল। (বেজবৰুৱাৰ 'জয়মতী কুঁৱৰী' (১৯১৫), 'চক্ৰধ্বজ সিংহ' (১৯১৫), গোহাঁঞিবৰুৱাৰ 'জয়মতী' (১৯০০), 'গদাধৰ' (১৯০৭), 'বাণৰজা' (১৯৩২), দুৰ্গেশ্বৰ শৰ্মাৰ 'পাৰ্থ-পৰাজয়' (১৯০৯)। কিন্তু, মেদিনীমোহন চৌধুৰীয়ে ক'বৰ দৰে সেই লিখক নাট্যকাৰসকল আছিল, 'বঙালী অভিজাতৰ সতে ফেৰ মৰাত ব্যক্তিগত দুৰ্বলতাৰ হেতু বিফল হৈ 'তোমাৰা যেমন বেঙ্গলে বৰলোক, আমৰাও আসামে তেমন' এনেধৰণৰ এটা মনোভাবেৰে ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিছিল। কিন্তু অসমীয়াত মন নবহিছিল। বহিৰাংগৰ প্ৰতি অদম্য হেঁপাহ গুণে নিজৰ পৰিয়াললৈ অনা-অসমীয়া শিষ্টাচাৰ আমদানি কৰাই আত্মপ্ৰসাদ লাভ কৰিছিল।···গুণাভিৰামে চাহ বাগিচাৰ বনুৱাক শূদিৰ বুলি নিন্দা কৰিছিল; কিন্তু অসমীয়া মানুহক কৰ্মমুখী কৰাৰ বাবে একো কৰা নাছিল। ···লক্ষ্মীনাথে অসমত গাঁৱৰ দুখীয়া বামুণটোক বা কৈৱৰ্ত ল'ৰাটোক নিষ্ঠুৰভাবে ব্যঙ্গ কৰিবলৈ এৰা নাছিল। ···অসমৰ মাটি-পানীৰ প্ৰতি মমতাবোধৰ অভাব।" ('সমলয়', যোৰহাট সাহিত্য সভা, ১৯৭৪, পৃঃ ৩৯-৪০)। তেওঁলোকৰ সেই চিন্তাধাৰা আৰু মনোভাব তেওঁলোকৰ নাটক আৰু আন সাহিত্যত প্ৰকাশ পাইছিল।



নাটকত এনে বিজাতৰীয় আমদানিৰ বিপক্ষে প্ৰথমে ৰণ ভেৰী বজালে ৰাধাকান্ত সন্দিকৈয়ে তেখেতৰ 'মূলাগাভৰু' (অনুমানিক ৰচনা-কাল ঃ ১৯২৬) নাটকৰ পাতনিত-- "আজিকালি আমাৰ দেশৰ সকলো মানুহৰ থিয়েটাৰ চাবলৈ বা কৰিবলৈ বৰ আগ্ৰহ হৈছে। কিন্তু নাটক নহ'লে থিয়েটাৰ নহয়। বেজাৰৰ কথা যে থিয়েটাৰ ভাওনাত পট-পত্ৰ দেখুৱাই কোনো বিষয়ে জনসাধাৰণক শিক্ষা দিলে যিমান শীঘ্ৰে উদ্দেশ্য সাধন হয়, সভা-সমিতি বক্তৃতাৰ দ্বাৰাই সিমান সোনকালে ফল নধৰে। ···তাতেকে লাগে আমাৰ নিজ দেশৰ বুৰঞ্জীমূলক, নিজ সমাজৰ ৰীতি-নীতি বিষয়ক নাটক। এনে নাটক লেখিবলৈ আমাৰ নিজ দেশৰ সঁজুলিও জোখাৰে আছে। কিন্তু ঘৰৰ বস্তুৰ লগত আমাৰ ৰাহি নাহে। যি কথা শুনালে আমাৰ জনসাধাৰণে বেগাই বুজে, যি বস্তু আগত ধৰিলে সতকাই চিনে, যি ভাও আগত মেলিলে সহজে জাতীয় ভাব অন্তৰত জ্বলে, যি আদৰ্শ উপমা দেখুৱালে স্বজাতি-স্বদেশলৈ প্ৰেম-ভক্তি জন্মে, যাৰ কথা কীৰ্তন কৰিলে আমাৰ অতীতৰ গৌৰবলৈ মনত পৰি হৃদয়ত উলাহ জন্মে সেইবোৰলৈ পাছ দি আমি চপাই ধৰোঁ বিদেশৰ বিদেশী ভাষাত লেখা কথাবোৰ-- যাৰ ভাব, মৰ্ম আৰু গুণ আমাৰ মানুহে সহজে বুজিব আৰু ল'ব নোৱাৰে। নিজৰ কল্পনা-শক্তি, চিন্তা-শক্তি, বঢ়াবলৈ চেষ্টা নকৰি আমি কৰো লোকে লোকৰ ভাষাত লেখা উপন্যাস-নাটকবোৰ তৰ্জমা। এইদৰে বিদেশী বস্তু আদৰ কৰা একেবাৰে বেয়া বুলিও নকওঁ। আৱশ্যক মতে বিদেশী বস্তু নকল আৰু ব্যৱহাৰ কৰি আমাৰ ভঁড়াল চহকী কৰা বাঞ্চনীয়। কিন্তু স্বদেশী বস্তুৰ ফালে আওকাণ দিয়াটো অমঙ্গলৰ চিন।" ওপৰৰ কথাখিনি তুলি দি সন্দিকৈৰ কথাখিনি সমৰ্থন কৰি লক্ষ্মীনাথ বেজবৰুৱাইয়ো ঘোষণা কৰিলে, "আমাৰ দেশত আজিকালি ডেকাসকলে বঙ্গ দেশৰ এই থিয়েটাৰী কাৰ্যকলাপবোৰ সোঁশৰীৰে সকলো ৰকমে আমদানি কৰাটো দেখা যায়। বঙ্গ দেশৰ নাটকৰ অনুবাদ, নাচ-গান, অংগী-ভংগী, ভাৱৰীয়াৰ আও-ভাও আদি সোপাকে আমাৰ ডেকাসকলে অসমত সুমুৱাটো চকুত পৰিছে দেখিহে অসমীয়া সাহিত্যৰ ৰাজভগনৰ কথা কৈ থাকোতেই বাদুলিয়ে খোৱা এই বঙালী কলথোকৰ কথা এইখিনিতে ক'লো। (বেজবৰুৱা ৰচনাৱলী, পৃঃ ১৮৭০)।

সন্দিকৈদেৱ আৰু বেজবৰুৱাৰ কথালৈ কেৰেপ নকৰি সেই কালত কোনো কোনোৱে আগৰ নিচিনাকৈ বঙালী আৰু বিদেশী নাটকৰ অনুবাদ লিখি থাকিল কিন্তু আন বহুতে সন্দিকৈ ডাঙৰীয়াই কোৱাৰ দৰে অসমীয়াৰ অতীত গৌৰৱ উজ্জলাবলৈ, অসমীয়াৰ মনত জাতীয় ভাব জন্মাবলৈ নাটক লিখিবলৈ ল'লে। 'জয়মতী', 'লাচিত বৰফুকন', 'অসম গৌৰৱ', 'অসম প্ৰতিভা', 'বামুণী কোঁৱৰ' আদি ঐতিহাসিক নাটক সৃষ্টি হ'ল। আন কোনো কোনোৱে অৱশ্যে অসমীয়া সমাজৰ আধাৰত সামাজিক নাটকও লিখিলে। দুৰ্ভাগ্যবশতঃ, বিষয়-বস্তুত স্বজাতিলৈ চকু দিলেও এই নাট্যকাৰসকলে পশ্চিমীয়া আৰু বঙালী নাটকৰ প্ৰভাব এৰাব নোৱাৰিলে আৰু নাটকৰ পৰিণতিৰ প্ৰতিয়ে লক্ষ্য ৰাখি ট্ৰেজেডি বা কমেডি লিখিলে। অসমীয়া সাহিত্যলৈ পশ্চিমীয়া নাট্য সাহিত্যৰ দৰে ট্ৰেজেডি আৰু কমেডিৰ অৱতাৰণা কৰিলে যদিও সেইবিলাক নাটকত ট্ৰেজেডি বা কমেডিৰ মহিমা ফুটি উঠা দূৰৈত থাওক সেইবিলাকৰ যোগেদি পশ্চিমীয়া নাট্য পৰম্পৰাৰ ট্ৰেজেডি বা কমেডিৰ চৰিত্ৰ বুজি পোৱাও অসম্ভৱ। উদাহৰণ স্বৰূপে জয়মতীৰ নাটিকা কেইখনিত চাও-

দাঙৰ হাতত অশেষ জীয়াতু ভুগি মৃত্যুবৰণ কৰা জয়মতীৰ চৰিত্ৰটো ফুটাই নোতোলাকৈ যেনেদৰে নাটকীয় ৰূপ দিয়া হৈছে তাত শেষ পৰিণতিৰ বাদে ট্ৰেজেডিৰ আন উপাদান দেখা নাযায়।

পশ্চিমীয়া সাহিত্যৰ পৰম্পৰা মতে ট্ৰেজেডিৰ ছটা মূল উপাদান হৈছে ঃ (১) কাহিনী (২) চৰিত্ৰ (৩) ভাষা (৪) ভাব (৫) দৃশ্যপট আৰু (৬) কৰুণ-সুৰ। ট্ৰেজেডিৰ নায়ক বা নায়িকা হ'ব লাগে অডিপাচ বা থিয়েষ্টাৰ দৰে জাকত জিলিকা ব্যক্তি বা তেনে পৰিয়ালৰ লোক যি শোকাবহ পৰিণতিত পৰে নিজৰ দোষ বা পাপৰ কাৰণে নহয় কিন্তু কিবা ভুলৰ কাৰণেহে। সেই ভুল নাট্যকাৰে স্পষ্ট নকৰি দৰ্শককে তাক বিচাৰ কৰিবলৈ এৰি দিয়ে। পৃথিবীৰ শ্ৰেষ্ঠ ট্ৰেজেডি বুলি খ্যাত ছ'ফ'ক্লিচৰ 'অডিপাচ' নাটক ৰচনা কৰাৰ তিনি হেজাৰ বছৰ পিছতো আজি পশ্চিমৰ সুধী সমাজে সেই নাটৰ নায়ক অডিপাচেনো কি ভুল কৰিছিল তাৰ বিচাৰ বাৰে বাৰে কৰিও স্থিৰ সিদ্ধান্তলৈ আহিব পৰা নাই। সেইদৰে, ছেক্সপীয়েৰৰ শ্ৰেষ্ঠ ট্ৰেজেডি 'কিঙ্গ লিয়েৰ'ৰ নায়ক ৰজা লিয়েৰেনো কি ভুলৰ কাৰণে তেনেদৰে জীয়াতু ভুগিলে তাৰ আলোচনা-বিলোচনা আজিকোপতি চলি আছে। কিন্তু জয়মতীৰ দুঃসহ বেদনা তেওঁৰ ভুলৰ কাৰণে ঘটা নাছিল, ঘটিছিল ল'ৰা ৰজা আৰু চাওদাঙৰ নিষ্ঠুৰতাৰ কাৰণেহে-- সেয়েহে জেৰেঙাৰ দৃশ্যপট ট্ৰেজেডি বা কাৰুণ্যৰ নহয় সি এক বীভৎস বৰ্বৰ কাৰ্যৰহে পটভূমি। এইখিনিতে জয়মতী কথাছবিৰ চিত্ৰ গ্ৰহণ কৰোঁতে ঘটা ঘটনা এটা উল্লেখ কৰা যুগুত হ'ব-- 'জেৰেঙা পথাৰত কোটকোৰা গছত বান্ধি শাস্তি দিয়া দেখুওৱা সময়ত ওচৰৰ ভালেমান মুনিহ-তিৰোতা ৰাইজ চাবলৈ আহিছিল। শেষ দিনা লোৰ শলা জুইত পুৰি ৰঙা কৰি জয়মতীৰ শৰীৰত খুচি দিয়া দৃশ্য দেখি সহিব নোৱাৰি এগৰাকী কুঁজী বৃদ্ধাই খঙতে জ্বলি-পকি 'হেৰ জহনীত যোৱাহঁত, মাউৰত মৰাহঁত, গজমূৰীয়াহঁত' বুলি গালি পাৰি হেকেৰ পেক্‌েৰকৈ লৰি আহি হাতৰ টোকোনডালেৰে চাওদাংহঁতক মৰিয়াবলৈ লৈছিল (জগত চেতিয়া, 'অভিনয় শেষ হ'ল', অসম সাহিত্য সভা, ১৯৮৫)। সেই বুঢ়ী গৰাকীৰ তেনে প্ৰতিক্ৰিয়া কৰুণতাৰ কাৰণে নহয় দৃশ্যটোৰ বৰ্বৰতাৰ কাৰণেহে হৈছিল। জয়মতীৰ বিষয়ে লিখা অসমীয়া নাটক কেইখনিত জয়মতীক এক কৰুণ চৰিত্ৰ ৰূপে গঢ় দিয়াৰ প্ৰতি কোনো চেষ্টা দেখা নাযায়।

সেই কালত কোনো কোনোৱে পৌৰাণিক কাহিনীৰ আধাৰতো নাটক লিখিছিল। এইবিলাকত ৰস-সৃষ্টিৰ প্ৰতি কোনো লক্ষ্য দেখা নাযায় বা ভৰত মুনিৰ নাট্য শাস্ত্ৰৰ আধাৰত গঢ়ি উঠা ভাৰতীয় নাট্য পৰম্পৰাক বুজাৰ চেষ্টা দেখা নাযায়। মুঠৰ ওপৰত, ঊনৈশ শতিকাৰ আদি ভাগত অসমীয়া নাটকত পশ্চিমীয়া পৰম্পৰা বা ভাৰতীয় পৰম্পৰাৰ সফল মৌলিক নাটক বিচাৰি পোৱা টান। অকলে সেয়ে নহয়, সেই সময়ৰ নাটকত মৌলিক চিন্তাধাৰা বা অসমীয়া সমাজক সাঙুৰিবৰ প্ৰচেষ্টা খুব কমেইহে দেখা যায়। সেই সময়ৰ অসমীয়া নাটকৰ বিষয়ে সত্যেন্দ্ৰনাথ শৰ্মাৰ তলত দিয়া মন্তব্যবিলাকেও তাকেই সূচায় ঃ

গোহাঁঞিবৰুৱাৰ "বুৰঞ্জীমূলক নাটককেইখনত বিষয়বস্তুৰ বিকাশত মৌলিকতা দেখা নাযায়। ঐতিহাসিক ঘটনাবে নাটকীয় ৰূপান্তৰ বুলিব পাৰি। 'সাধনী' আৰু 'জয়মতী' ট্ৰেজেডি, বাকী দুখন কমেডি। নাটক হিচাপে 'জয়মতী'য়েই বোধকৰোঁ তেওঁৰ শ্ৰেষ্ঠ নাটক। সংলাপৰ অস্বাভাৱিকতা আৰু কৃত্ৰিমতাই 'বাণৰজা' নাটকক নিম্ন শ্ৰেণীৰ নাটকৰ স্তৰলৈ নমাই নিছে।" (অসমীয়া সাহিত্যৰ ইতিবৃত্ত, বাণী প্ৰকাশ মন্দিৰ, ১৯৬১, পৃঃ ২৩৬)।

"বেজবৰুৱাৰ প্ৰহসন কেইখনৰ প্লট বা কাহিনী বৰ দুৰ্বল; হাস্যজনক পৰিস্থিতি কিছুমান শিথিলভাবে একে সন্নতে গাঁথি থোৱা হৈছে। পৰিস্থিতিসমূহ বহুত ক্ষেত্ৰত উদ্ভট আৰু অতিৰঞ্জিত। ···গহীন নাটৰ ৰচনা কৌশলত বেজবৰুৱাই ছেক্সপীয়েৰৰ নাট্যকলাক কিছুদূৰ অনুসৰণ কৰিছে আৰু দুই চাৰিটা চৰিত্ৰ উক্ত ইংৰাজ নাট্যকাৰৰ চৰিত্ৰৰ আদৰ্শত সৃষ্টি কৰিছে। ···সংলাপনৰ অনাটকীয় ৰীতিয়ে আৰু চৰিত্ৰসংখ্যাৰ বাহুল্যই নাট কেইখন যথাৰূপত ৰঙ্গমঞ্চৰ অনুপযোগী কৰিছে।" (ঐ, পৃঃ ২৩৬)।

"স্বৰ্গীয় ৰাজখোৱাৰ এই গহীন নাটবোৰৰ সংলাপন অতি দুৰ্বল আৰু চৰিত্ৰ সৃষ্টিতো দক্ষতা দেখা নাযায়।" (ঐ, পৃঃ ২৩৭)।

নকুল ভূঞাৰ "তিনিখন নাটেই দুখান্তক; কিন্তু ট্ৰেজিক নাটকৰ মহিমা আৰু গাম্ভীৰ্য ভালকৈ অনুভব কৰা নাযায়।" (ঐ, পৃঃ ২৪১)।

এইবিলাকৰ বিপৰীতে গগৈৰ নাটকৰ বিষয়ে শৰ্মাদেৱে লিখিছে-- "নাট্য প্ৰতিভাই পূৰ্ণ বিকাশ লাভ কৰিবলৈ নৌপাওঁতেই ৺গণেশ গগৈ কালৰ কৰাল গ্ৰাসত পৰে। তেওঁৰ প্ৰকাশিত দুখন নাটকে যথেষ্ট নাটকীয় প্ৰতিভাৰ সম্ভাৱনা দাঙি ধৰিছে। 'শকুনিৰ প্ৰতিশোধ' আৰু 'কাশ্মীৰ-কুমাৰী' এই দুখন ৺গগৈৰ নাটকত বলিষ্ঠ সংলাপ আৰু চৰিত্ৰ সৃষ্টিৰ মৌলিক প্ৰচেষ্টা আছে।" (ঐ, পৃঃ ২৪৫)।

গণেশ গগৈয়ে পুৰণা কাহিনীৰ আধাৰতে ৰস-প্ৰধান নাটক লিখিছিল। তেওঁ নাট প্ৰদৰ্শনৰ কাৰণে অসমলৈ আহিপৰা পশ্চিমীয়া থিয়েটাৰৰ কলা-কৌশলকে অৱলম্বন কৰিছিল যদিও তেওঁৰ নাটকত আমি ভাৰতীয় পৰম্পৰাৰে প্ৰভাৱ বেছিকৈ দেখিবলৈ পাওঁ। সেয়েহে, ভাৰতীয় পৰম্পৰাৰ বিষয়ে দুআষাৰ সঁকিয়াই থোৱা যুগুত হ'ব।

## ভৰত মুনিৰ নাট্য শাস্ত্ৰ আৰু ভাৰতীয় পৰম্পৰা

নাটক আৰু নাটকৰ বিশ্লেষণৰ কাৰণে ভৰত মুনিয়ে নাট্যশাস্ত্ৰত অতি বিজ্ঞানসন্মতভাবে যিবিলাক বিচাৰ আৰু গুণ বৰ্ণাই থৈ গৈছে আধুনিক যুগতো সেইবিলাক অৱহেলা কৰাটো কেৱল বুদ্ধিহীনতাই নহয় একপ্ৰকাৰ দুখলগাও হ'ব।



আনকি পশ্চিমীয়া নাট্যকাৰ আৰু নাট সমালোচকসকলেও সততে ভৰতমুনিৰ নাট্যশাস্ত্ৰৰ বিচাৰকে উল্লেখ কৰে (ভৰত মুনিৰ নাট্যশাস্ত্ৰৰ কিছুমান অতি প্ৰয়োজনীয় কথা আমাৰ শংকৰদেৱৰ কালিয় দমন নাট, বাণী মন্দিৰ, ১৯৮৬-ত উল্লেখ কৰিছোঁ)। আন নালাগে ভৰত মুনিৰ সূত্ৰ আজিৰ কথাছবি, থিয়েটাৰ আদিৰ বিশ্লেষণতো থটোৱাটো বাঞ্ছনীয়।

ভৰত মুনিৰ মতে এখন নাটকৰ ঘাই উদ্দেশ্য হৈছে ৰস-সৃষ্টি। ভৰত মুনিয়ে উল্লেখ কৰা আঠ বিধ ৰসৰ সংখ্যা পিছলৈ দহ বিধলৈ বঢ়োৱা হয় (এই বিষয়ে শংকৰদেৱৰ কালিয় দমন নাট চাওক)। এই ৰস সৃষ্টিৰ প্ৰধান আহিলা হৈছে-- (১) কাহিনী (২) সংলাপ (৩) ভাব-অনুভাব-বিভাব (৪) নাটকীয় পৰিস্থিতি আদি।

নাটকত কি কি ৰস থাকিব বা অভিনেতাসকলে দৰ্শকলৈ কি কি ৰস কঢ়িয়াই নিব সেইটো নাট্যকাৰে নিৰ্ণয় কৰে আৰু তাৰ কাৰণে তেওঁ এটা উপযুক্ত কাহিনী বাছি লয়। কাহিনীটোৱেই ৰসৰ মূল আধাৰ। নাটকৰ কাহিনীত অৱশ্যে নাটকীয় পৰিস্থিতি বা ঘটনা থাকিব লাগিব। ভৰত মুনিৰ মতে নাটকীয় পৰিস্থিতি উদ্ভাৱন কৰাৰ প্ৰধান কৌশল হৈছে অদ্ভুত ৰস অৰ্থাৎ যিটো আশা কৰা যায় তাৰ বিপৰীতে আন কিবা এটা ঘটা বা সচৰাচৰ নোহোৱা পৰিস্থিতিৰ সৃষ্টি কৰা (আধুনিক যুগত বাৰ্ণাৰ্ড শ্ব এনে নাটকীয় পৰিস্থিতি সৃষ্টি কৰাৰ অদ্বিতীয় নাট্যকাৰ)। আমাৰ পুৰণা নাট্যকাৰসকলে এনে পৰিস্থিতিৰ উদ্ভাৱন কৰিবলৈ অৱতাৰবাদ, ঋষি-মুনিৰ শাপ, সতীৰ শক্তি, তপ-যজ্ঞৰ বল, দৈব-দুৰ্বিপাক আদি নাটকত বহুলভাবে ব্যৱহাৰ কৰিছিল। এইবিলাক প্ৰয়োগ কৰাৰ প্ৰধান কাৰণ হয়তো এয়েই যে হিন্দু ধৰ্ম আৰু আৰ্য সংস্কৃতিয়ে মানৱ জীৱনৰ কাৰণে যিবিলাক পথ আৰু কৰ্তব্য নিৰ্দেশ দিছিল

তাৰ ব্যতিক্ৰমী পথ যেন নাটকত প্ৰদৰ্শোৱা নহয়। সেয়েহে হত্যা, চুম্বন, যৌন সঙ্গম, গাৰ্হস্থ্য আশ্ৰমত প্ৰতাৰণা আদি ভৰত মুনিয়ে হয় স্পষ্টভাবে নহয় ঠাৰে চিয়ঁাৰে বাৰণ কৰিছিল।

অৱশ্যে, ব্যতিক্ৰমী পথক নাটকীয় ৰূপ দিয়াটো বা সেইবিলাকেৰে দৰ্শকক মনোৰঞ্জন কৰাটো অতি সহজ (যিটো আজিকালিৰ চিনেমাত সততে কৰা হয়)। জীৱনৰ ব্যতিক্ৰমী পথৰ ঘটনাৰে নাটকীয় পৰিস্থিতি সৃষ্টি কৰাটো সহজ যদিও সেইবিলাকেই ৰস-সৃষ্টিৰ মূল উপাদান হ'লে সেই ব্যতিক্ৰমী পথটোকে দৰ্শক বা পাঠকে গৃহীত পথ বুলি গ্ৰহণ কৰাটো স্বভাৱিক। আজিকালি আমাৰ সুধী সমাজ এই বিষয়ে সচেতন নোহোৱাটো আচৰিত কথা। উদাহৰণ স্বৰূপে আজিকালিৰ জনপ্ৰিয় চিনেমাত হত্যা আৰু অবৈধ প্ৰেমক সততে নাটকীয় পৰিস্থিতিৰ বিভাব ৰূপে ব্যৱহাৰ কৰা কাৰণেই সমাজতো সেইবিলাক অৰ্থাৎ হত্যাকাণ্ড আৰু অবৈধ প্ৰেমৰ প্ৰকোপ বাঢ়িছে। আজিৰ সমাজে যদি এইবিলাক ভাল পায় বা এইবিলাক এখন সুস্থ সমাজৰ অপৰিহাৰ্য অংগ বুলি ভাবে তেনেহ'লে আমাৰ ক'বলগীয়া একো নাই কিন্তু এইবিলাক যদি সমাজৰ কাৰণে পীড়াদায়ক তেনেহ'লে আমাৰ সুধী সমাজে ভৰত মুনিৰ সাৱধান / বাণী আৰু নিৰ্দেশ মানি চলা উচিত।

হত্যা, অবৈধ প্ৰেম আদি ভৰত মুনি, বাল্মীকি বা কালিদাসৰ দিনত নাছিল বুলি ভবাটো ভুল। সেইবিলাক সদায় সকলো সমাজতে বিৰাজ কৰি আছিছে-- আমাৰ প্ৰাচীন ঋষি-মুনি বা নাট্যকাৰসকলে সেইবিলাক জীৱনৰ ব্যতিক্ৰমী পথ বুলি তাক নাটক বা সাহিত্যত ঠাই নিদিছিল। কালিদাসে দুষ্যন্ত আৰু শকুন্তলাৰ প্ৰেম বৈধ কৰিবলৈ বিশেষ যতন লৈছে (শকুন্তলা আৰু দুষ্যন্ত একে কুলৰ বুলি বুজাই আৰু গন্ধৰ্ব বিবাহৰ ব্যৱস্থা কৰি), বাল্মীকিয়েও সতীৰ শাপৰ সহায়েৰে দুৰাধম ৰাৱণৰ দ্বাৰা অপহৃতা সীতাৰ ওপৰত অবৈধ আচৰণ আঁতৰাইছে আৰু অগ্নি পৰীক্ষাৰে তাক প্ৰতিষ্ঠা কৰিছে।

আজিৰ অসমীয়া তথা ভাৰতীয় নাট্যকাৰ আৰু সাহিত্যিক সকলে কিন্তু হত্যাকাণ্ড, অবৈধ প্ৰেম, ইন্দ্ৰিয়-আসক্তি, সুৰা-আসক্তি আদিক তেওঁলোকৰ কাহিনীৰ, বিশেষকৈ কথাছবিৰ কাহিনীৰ প্ৰধান অংগ কৰিছে। মনোবিজ্ঞানৰ জ্ঞান নাটক বা চিনেমাৰ কাহিনীত প্ৰদৰ্শোৱাতকৈ সমাজৰ পীড়িত সকলৰ শুশ্ৰূষাত-- যেনে পতিতা বা নিৰ্যাতিতা নাৰী, সুৰাৰ বাঙ্কোনত পৰাসকল, জীৱনৰ ঘাত-প্ৰতিঘাতত মন থকা-সৰকা হোৱাসকল আদিৰ শুশ্ৰূষাত ব্যৱহাৰ হোৱাটোহে সমাজ আৰু সাহিত্যৰ কাৰণে বেছি উপকাৰী। কিন্তু, আমাৰ সমাজৰ এই নিৰ্যাতিত বা ৰুগীয়াসকলৰ শুশ্ৰূষাত মনোবিজ্ঞানৰ ব্যৱহাৰ তেনেদৰে দেখিবলৈ পোৱা নাযায় কিন্তু মনোবিজ্ঞান, মনস্তাত্ত্বিক বিশ্লেষণ বা ফ্ৰয়ডীয় সূত্ৰৰ নামত হত্যাকাণ্ড, অবৈধ প্ৰেম, সুৰাপান আজিৰ সাহিত্য আৰু কথাছবিৰ মূল আকৰ্ষণ। এইবিলাকে আজিৰ সমাজক এনেভাবে ৰোগাক্ৰান্ত কৰিছে যে ইয়াৰ পৰা পৰিত্ৰাণ পাবলৈ এক-প্ৰকাৰ আন্দোলনৰ প্ৰয়োজন।

নাটক জীৱনৰ সঁচা ঘটনাৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগে যদিও ভাৰতীয় সমাজৰ দ্বাৰা গৃহীত জীৱন পথৰ ব্যতিক্ৰমী ঘটনা সঁচা হ'লেও আমি সেইবিলাক নাটকৰ বিষয়বস্তু ৰূপে বৰ্জন কৰা উচিত। নাটকীয় পৰিস্থিতিৰ সৃষ্টি কৰোঁতে আমি সভ্য সমাজৰ দ্বাৰা গৃহীত জীৱন পথৰ ওপৰতে নিৰ্ভৰ কৰা উচিত। তাৰ ব্যতিক্ৰমী ঘটনা নাটকীয় হ'লেও তাক নাটকৰ পৰা আঁতৰাই ৰখাটোহে বাঞ্চনীয়।

এইটো সঁচা যে কাহিনীৰ ক্ষেত্ৰত আমি পৌৰাণিক কাহিনীতে সীমাবদ্ধ থকা অনুচিত। সামাজিক কাহিনী বা আধুনিক চিন্তা-ধাৰাই নাটকত নিশ্চয় স্থান পোৱা উচিত। ভৰত মুনিয়েও তেনে কাহিনী বাৰণ কৰা নাই। দৰাচলতে, শূদ্ৰকৰ মৃচ্ছকটিকাৰ (অসম সাহিত্য সভাই ১৯৬৭ চনত প্ৰকাশ কৰা ভবেন্দ্ৰনাথ হাজৰিকাৰ অনুবাদ চাওঁক) নিচিনা অতি উচ্চ ধৰণৰ সামাজিক নাটকও আমাৰ পুৰণা সাহিত্যত আছে। আজিৰ মানৱতাবাদী দৃষ্টিভংগী, মাৰ্ক্সবাদী চিন্তা-ধাৰা, ফ্ৰয়ডীয় সূত্ৰ, যুগ-চেতনা আদি আজিৰ নাটকত নিশ্চয় স্থান পোৱা উচিত। কিন্তু নাটকত এইবিলাকৰ অৱতাৰণা কৰিবলৈ গৈ বহুতে পশ্চিমীয়া নাট্য-সংস্কৃতি আৰু পশ্চিমীয়া জীৱন দৰ্শন ভালদৰে অধ্যয়ন নকৰাকৈ পশ্চিমীয়া নাট্যকাৰক অনুকৰণ কৰাটো পৰ্বতৰ গছ আনি ভৈয়ামত ৰোৱাৰ নিচিনা অস্বাভাৱিক কথা। গণেশ গগৈয়ে কিন্তু তেনে কৰা নাছিল।

## গণেশ গগৈৰ নাটকৰ বৈশিষ্ট্য

গণেশ গগৈয়ে মাইকৈ দুবিধ নাটক লিখিছিল। প্ৰথমবিধ সেই সময়ত অসমৰ চহৰবিলাকত প্ৰতিষ্ঠিত হোৱা থিয়েটাৰ হলবিলাকত মঞ্চস্থ কৰিবলৈ দীঘলীয়া নাটক আৰু আনবিধ গ্ৰামোফোনৰ ৰেকৰ্ডৰ কাৰণে গীত-প্ৰধান চুটি নাটিকা।

গগৈদেৱৰ প্ৰকাশ হৈ ওলোৱা দীঘলীয়া নাটক দুখন হৈছে 'শকুনিৰ প্ৰতিশোধ' আৰু 'কাশ্মীৰ কুমাৰী'। ইয়াৰ উপৰিও তেওঁৰ আন দুখনমান নাটক মঞ্চস্থ হৈছিল যদিও সেইবিলাক প্ৰকাশ হোৱা নাছিল বা তাৰ কোনো নকল পাবলৈ নাই। তেওঁ যদিও সেই সময়ত আহি পৰা থিয়েটাৰ কৰা আৰু থিয়েটাৰ চাবলৈ হেঁপাহ কৰা অসমীয়া সমাজৰ মতি-গতিৰ প্ৰভাৱতে নাটক লিখিছিল তথাপি এটা দিশত তেওঁ বিশেষ মৌলিকতা প্ৰদৰ্শন কৰিছিল-- সেইটো হৈছে আদৰ্শ প্ৰতিষ্ঠা। হিন্দু দৰ্শনৰ আধাৰত একোটা আদৰ্শ বা দাৰ্শনিক সত্য প্ৰতিষ্ঠা কৰাটো তেওঁ নাটকৰ মূল উদ্দেশ্য ৰূপে লৈছিল। সেই দাৰ্শনিক সত্য আৰু আদৰ্শবিলাকও তেওঁ বিচাৰি পাইছিল হিন্দু শাস্ত্ৰতে বা লাচিত, কমলা-কুমাৰী, জয়মতী আদি হিন্দু চৰিত্ৰতে। তেওঁৰ একমাত্ৰ কাল্পনিক নাটক 'কাশ্মীৰ কুমাৰী'ৰ কাহিনীৰ পটভূমিও পৌৰাণিক কামৰূপ আৰু কাশ্মীৰ। এইটো কথিত যে গগৈদেৱে গোটেই মহাভাৰতখন নাটক ৰূপত লিখিবলৈ পণ লৈছিল। অৱশ্যে, সেই কাম তেওঁ আৰম্ভ কৰোঁতেই জীৱন নাট সামৰিবলগা হ'ল।

গগৈৰ নাটৰ আন এটি বৈশিষ্ট্য হৈছে নাটকৰ দৃশ্যৰ ৰসৰ লগত সঙ্গতি ৰাখি পৰিবেশন কৰা অতি সুমধুৰ গীতবিলাক। সেই গীতবিলাকে নাটকৰ ৰস উপলব্ধিত সহায় কৰাৰ উপৰিও নাটকবিলাকত এক বিশেষ ললিত-মাধুৰী দিছে। এইবিলাকৰ উপৰিও সত্যেন শৰ্মাই কোৱাৰ দৰে গগৈৰ নাটকত বলিষ্ঠ সংলাপ আৰু চৰিত্ৰ সৃষ্টিৰ মৌলিকতা বিৰাজ কৰিছে।

## গণেশ গগৈৰ নাটক সমূহৰ চমু সমালোচনা

### 'কাশ্মীৰ কুমাৰী'

গণেশ গগৈয়ে আৰম্ভ কৰা পৌৰাণিক নাটকবিলাকৰ প্ৰথম বিষয় হ'ল-- প্ৰতিশোধ। 'শকুনিৰ প্ৰতিশোধ', 'দক্ষ-যজ্ঞ', 'হৰিশ্চন্দ্ৰ' আৰু 'কাশ্মীৰ কুমাৰী' নাটকত তেওঁ প্ৰতিশোধক কেন্দ্ৰ কৰিয়েই কাহিনীৰ ৰূপ দিছে। সেয়েহে, এই চাৰিখন নাটকক আমি প্ৰতিশোধৰ নাটক বুলি শ্ৰেণী বিভাগ কৰিছোঁ। শকুনিৰ প্ৰতিশোধ, দক্ষৰ প্ৰতিশোধ, শিৱৰ প্ৰতিশোধ আৰু ঋষি-মুনিসকলে অভিশাপ দি লোৱা প্ৰতিশোধৰ (হৰিশ্চন্দ্ৰত) যোগেদি প্ৰতিশোধৰ ভিন ভিন ৰূপ দাঙি ধৰাৰ পিছত তেওঁ 'কাশ্মীৰ কুমাৰী'ত প্ৰতিশোধৰ বিষয়ে নিজৰ বক্তব্য আৰু আদৰ্শ প্ৰতিষ্ঠা কৰিছে সেই নাটকৰ নায়ক অনঙ্গৰ যোগেদি। এইপিনৰপৰা 'কাশ্মীৰ কুমাৰী'ৰ শেষ দৃশ্যটো মনকৰিবলগীয়া। যাৰ মান সন্মান ৰক্ষা কৰিবলৈ তেওঁ নিজৰ পিতৃৰ

বিৰুদ্ধে হাতত তৰোৱাল লৈছিল, যাক জয় কৰিবৰ কাৰণেই হয়তো তেওঁ কামৰূপৰপৰা কাশ্মীৰলৈ ঢাপলি মেলিছিল সেই কাশ্মীৰ কুমাৰী কমলাই যেতিয়া হাতত মালা লৈ তেওঁক বৰিবলৈ আগবাঢ়ি আহিল তেতিয়া অনঙ্গই কিন্তু সেই কমলাৰ পাণি গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰি কামৰূপলৈ উভতিলে-- কিয়নো সেই সময়তে তেওঁ নিজৰ পিতৃবিয়োগ হোৱা বাতৰি পালে আৰু তৎক্ষণাৎ তেওঁ উপলব্ধি কৰিলে নিজৰ জন্মদাতা পিতৃৰ আত্মাৰ সদগতিৰ কাৰণে হিন্দু ধৰ্মই বান্ধি দিয়া তেওঁৰ কৰ্তব্য। নিজৰ ভোগ-সুখতকৈ তেওঁ নিজৰ ধৰ্মৰ দায়িত্বক প্ৰাধান্য দিলে। এক কথাত ক'বলৈ হ'লে 'কাশ্মীৰ কুমাৰী' শান্ত ৰসৰ নাটক। সেই নাটকখনত অনঙ্গ আৰু আন আন চৰিত্ৰৰ বীৰত্বৰ যোগেদি বীৰৰস ফুটি উঠিলেও অনঙ্গৰ মহত্বই সকলোকে তল পেলাইছে।

হিন্দু দৰ্শনৰ মতে প্ৰেম মানে একাত্ম হোৱা। প্ৰেমৰ কাৰণে প্ৰথম প্ৰয়োজন হৈছে ইন্দ্ৰিয় দমনৰ। সেয়েহে হিন্দু প্ৰেমে আনি দিয়ে দায়িত্ব আৰু সকলো ক্ষেত্ৰতে ইন্দ্ৰিয় দমনেৰে প্ৰেম প্ৰদৰ্শন কৰাৰ দায়িত্ব। একাত্ম হ'বপৰা এগৰাকী জীৱন সংগীৰ সহায়ত জীৱনৰ এই আধ্যাত্মিক লক্ষ্য সাধন কৰা হয় আৰু নিজৰ প্ৰেম সাৰ্থক হয় যদিও নিজৰ আই-বোপাইৰ প্ৰতি সমাজে বান্ধি দিয়া দায়িত্বৰ প্ৰতি পিঠি দি বা নিজৰ আন কৰ্মৰ প্ৰতি পিঠি দি যুৱক-যুৱতীৰ ইন্দ্ৰিয় আসক্ত প্ৰেম সাৰ্থক হ'ব নোৱাৰে। আই-বোপাইৰ বিয়োগ হ'লে কিছুদিনলৈ বিবাহপাশত আবদ্ধ হ'ব নোৱাৰাৰ অৰ্থ এয়েই যে আই-বোপায়ে ল'ৰা-ছোৱালীক লালন পালন কৰি যি প্ৰেম প্ৰদৰ্শালে তাত মনোনিৱেশ কৰা-- যি তাক আপোনমনে আপোন উলাহত কৰিব পাৰিছে তেনে লোকেই সাৰ্থক প্ৰেমী। 'কাশ্মীৰ কুমাৰী'ত গণেশ গগৈয়ে এই চিন্তাধাৰাৰ যি নাটকীয় ৰূপ দিছে সি অতুলনীয়। গগৈয়ে হিন্দু দৰ্শনক কেনেকৈ নিজৰ আপোন কৰিছিল কাশ্মীৰ কুমাৰীত তাৰ ভাল পৰিচয় পোৱা যায়। 'কাশ্মীৰ কুমাৰী' কেৱল অসমীয়া ভাষাৰে নহয় ভাৰতীয় ভাষাৰ এখন শ্ৰেষ্ঠ নাটক। মোৰ এইটো এক দৃঢ় বিশ্বাস যে আন আন ভাৰতীয় ভাষালৈ অনুবাদ হ'লে 'কাশ্মীৰ কুমাৰী' ভাৰতীয় সুধী সমাজৰ দ্বাৰা সমাদৃত হ'ব।

প্ৰতিশোধৰ কাৰণে শকুনিৰ দৰে চক্ৰান্ত কৰা, দক্ষৰজাৰ দৰে যজ্ঞ কৰা, ভীমৰ ৰক্তপান কৰা, অৰ্জুনৰ দৰে ব্ৰহ্ম অস্ত্ৰ প্ৰক্ষেপ কৰা আদি হিংসাত্মক দৃষ্টান্তবিলাকৰ মাজত গণেশ গগৈৰ প্ৰেমেৰে প্ৰতিশোধ লোৱা কাহিনী নিশ্চয় অভিনৱ। অনঙ্গৰ আকুল আবেদন 'পিতা, তীক্ষ্ণতৰ তৰোৱালেৰে প্ৰতিশোধ নলৈ, প্ৰেম আৰু ক্ষমাৰে প্ৰতিশোধ ল'বলৈ শিকক'ৰ নিচিনা কাহিনী অসমীয়া নালাগে আন ভাৰতীয় ভাষাত বিচাৰি পোৱা টান হ'ব বুলিয়েই মোৰ ধাৰণা।

'শকুনিৰ প্ৰতিশোধ'

সেইদৰে 'শকুনিৰ প্ৰতিশোধ'ৰ মূল বিষয় নানা চল কূটনীতিৰ মায়াজাল তৰি কেনেকৈ শকুনিয়ে দুৰ্যোধনৰ ওপৰত প্ৰতিশোধ ল'লে আৰু নিজেও কেনেকৈ কুৰুক্ষেত্ৰ যুদ্ধৰ বলি হ'ল তাৰেই নাটকীয় বৰ্ণনা যদিও শেষত শকুনি আৰু শ্ৰীকৃষ্ণক সমুখাসমুখিকৈ আনি বহু দাৰ্শনিক প্ৰশ্নৰ অৱতাৰণা কৰিছে। শকুনিয়ে শ্ৰীকৃষ্ণৰ আগত নিজৰ দুষ্কৰ্মৰ দায়িত্ব কান্ধ পাতি লৈ কুৰুকুল ধ্বংস কৰাৰ গৌৰৱত অৱতাৰ শ্ৰীকৃষ্ণৰ লগত সমানে বাক্-যুদ্ধ কৰিছে। মানুহে ভগৱানৰ বা অৱতাৰৰ সৈতে ফেৰ মৰাৰ ই এক পৰিচিত প্ৰয়াস। শকুনিয়ে ভগৱানৰ সৈতে ফেৰ মাৰি নিজৰ ক্ষমতা আৰু কু-অভিসন্ধিৰে কুৰুক্ষেত্ৰৰ যুদ্ধ সংঘটিত কৰা বুলি আত্মতৃপ্তি লভিছে। পৃথিৱীত ধৰ্মৰ গ্লানি দূৰ কৰি দুষ্টক দমন কৰিবলৈকে শ্ৰীকৃষ্ণই কুৰুক্ষেত্ৰ যুদ্ধ সংঘটিত কৰিলে-- শকুনি তাৰ নিমিত্ত মাত্ৰহে। অৱতাৰসকলৰ আৱিৰ্ভাৱ হয় পৃথিৱীত ধৰ্ম সংস্থাপন কৰিবলৈ, তেওঁলোকে তেতিয়া মানুহৰ ৰূপ ল'লেও তেওঁলোক সাধাৰণ মানুহৰ দৰে স্বাৰ্থৰ অন্বেষ, হিংসা-দ্বেষ, লোভ কপটতা আদিৰ বশৱৰ্তী নহয়। মানুহ সৃষ্টিৰ নিমিত্ত মাত্ৰ-- তথাপি মানুহে নিজৰ কৰ্মৰ মাজেদিয়েই নিজৰ নিমিত্ত বাচি লয় আৰু তাৰ ফল ভোগ কৰে। কৌৰৱক ধ্বংস কৰিবলৈকে শ্ৰীকৃষ্ণৰ আৱিৰ্ভাৱ আৰু শকুনিয়ে প্ৰতিশোধ ল'বলৈ আৰু কৌৰৱক ধ্বংস কৰিবলৈ উন্মাদ হোৱা কাৰণেই সেই ধ্বংস কাৰ্যৰ নিমিত্ত হ'ল যিদৰে পঞ্চপাণ্ডৱে তেওঁলোকৰ সৎ কাৰ্যৰ বলত ধৰ্ম সংস্থাপনত সহায় হৈ পৰিত্ৰাণ লভিলে। ক্ৰোধান্ধ, বিশ্বাসঘাতকী, প্ৰবঞ্চক শকুনিয়ে ধৰ্ম সংস্থাপক শ্ৰীকৃষ্ণৰ সৈতে সমতা পাতিবলৈ যোৱাটো কেনে মূৰ্খামি তাক নাট্যকাৰে ভালদৰে ফুটাই তুলিছে।

কুৰুক্ষেত্ৰৰ মহা মহা ৰথীসকলৰ ইয়াত সমাবেশ হোৱাই 'শকুনিৰ প্ৰতিশোধ'ত বীৰৰসৰ প্ৰাধান্য বেছি। তথাপি বীৰৰস প্ৰদৰ্শন কৰাটো নাট্যকাৰৰ উদ্দেশ্য নহয়। প্ৰতিশোধপ্ৰিয় লোকৰ এটা দিশ আৰু আমি ওপৰত কোৱা ধৰণেৰে শকুনিৰ দৰে নৰাধমৰ অৱতাৰ শ্ৰীকৃষ্ণৰ বাক্-যুদ্ধৰ যোগেদি মানুহৰ কাৰ্যকলাপৰ ওপৰত এটা দৃষ্টি ভংগী দাঙি ধৰাটোহে নাট্যকাৰৰ উদ্দেশ্য। "নাটকৰ আন আন চৰিত্ৰ যেনে দুৰ্যোধন, কৰ্ণ, অৰ্জুন আদিও সমানেই আকৰ্ষণীয় হৈছে। ধৃতৰাষ্ট্ৰ আৰু গান্ধাৰীৰ মানসিক দ্বন্দ্বও কম পৰিসৰতে দেখুৱাবলৈ নাট্যকাৰ সক্ষম হোৱা বুলি ক'ব পাৰি। নাটকৰ ভাষা প্ৰাঞ্জল, অমিত্ৰাক্ষৰ ছন্দ প্ৰয়োগ সাৱলীল গীতিধৰ্মী আৰু অভিনয় উপযোগী, নাটকীয় ক্ৰিয়া ব্যঞ্জক। নাটখনি অধিক ঘটনাবহুল নকৰি সংলাপৰ সহায়ত নাট্যকাৰে কাহিনীৰ সংযত ৰূপ দাঙি ধৰিছে। কোনো ঠাইতে নাটকীয় কাহিনীৰ গতি ব্যাহত হোৱা নাই। আৰু নাটকৰ শেষত শকুনিৰ সহদেৱৰ হাতত মৃত্যু হোৱালৈকে উদ্বিগ্নতাই দৰ্শক-পাঠকৰ মন নাটকৰ কাহিনীৰ প্ৰতি আকৃষ্ট কৰি ৰাখে।" (সত্যপ্ৰসাদ বৰুৱা, গণেশ গগৈৰ নাটক, শিল্পীৰ পৃথিৱী, চতুৰ্থ বছৰ, ষষ্ঠ সংখ্যা, পৃঃ ১০-১৩)।



'লাচিত', 'জেৰেঙাৰ সতী', 'হৰিশ্চন্দ্ৰ' আৰু 'কমলা কুঁৱৰী':

গণেশ গগৈদেৱে গ্ৰামোফোন ৰেকৰ্ডৰ উপযোগী কেবাখনো চুটি নাটিকা লিখিছিল। সেইবিলাকৰ ভিতৰত 'লাচিত', 'জেৰেঙাৰ সতী' আৰু 'কমলা কুঁৱৰী' প্ৰকাশ হৈ ওলাইছিল। এই তিনিখনৰ প্ৰথম দুখনহে ৰেকৰ্ড কৰা হৈছিল, কমলা কুঁৱৰীখন ৰেকৰ্ড কৰা হোৱা নাছিল বুলিয়েই আমাৰ বিশ্বাস। সম্প্ৰতি তেখেতৰ ভায়েক শ্ৰীতৰুণ চন্দ্ৰ গগৈয়ে গণেশ গগৈদেৱৰ আন দুখন চুটি নাটিকা 'দক্ষ যজ্ঞ' আৰু 'হৰিশ্চন্দ্ৰ' আমালৈ নিজ হাতেৰে কপি কৰি পঠিয়াইছে। ইয়াৰে দক্ষ যজ্ঞখনহে ৰেকৰ্ড কৰা হৈছিল, 'হৰিশ্চন্দ্ৰ'খন ৰেকৰ্ড কৰা হোৱা নাছিল বুলিয়েই আমাৰ বিশ্বাস। গ্ৰামোফোন ৰেকৰ্ডৰ কাৰণে লিখা কাৰণে এই নাটকবিলাকৰ নাটকীয় গুণ অতি সীমিত। তদুপৰি এইবিলাকৰ বেছি ভাগ ধনৰ অভাৱত কেৱল ধন ঘটিবৰ কাৰণেই লিখা কাৰণে বহু ক্ষেত্ৰত তেওঁৰ শিল্পী প্ৰতিভা তাত ভালদৰে প্ৰকাশ নাপালে। 'লাচিত' বীৰ ৰসৰ দেশপ্ৰেমমূলক নাটক। সত্যপ্ৰসাদ বৰুৱাই ক'বৰ দৰে 'লাচিত নাটকৰ প্ৰতিটো চৰিত্ৰ, প্ৰতিটো সংলাপ নাটকীয় গুণেৰে সমৃদ্ধ। এইখন নাটকৰ দেশপ্ৰেমমূলক গীত কেইটিয়ে দৰ্শক পাঠকৰ মনত নিশ্চয় প্ৰেৰণা যোগাব।' (সত্যপ্ৰসাদ বৰুৱা, গণেশ গগৈৰ নাটক, শিল্পীৰ পৃথিৱী, চতুৰ্থ বছৰ, সপ্তম সংখ্যা, পৃঃ ১৮)। 'জেৰেঙাৰ সতী'ত আমি আগেয়ে উল্লেখ কৰা আন 'জয়মতী' নাটকৰ বিষয়ে কৰা ত্ৰুটি বিদ্যমান। 'কমলা কুঁৱৰী' গীতি মধুৰ কৰুণ ৰসৰ চুটি নাটিকা। অসমীয়াৰ পৰিচিত এটি গীতি-কাহিনীক নাটকীয় ৰূপ দিয়াৰ

চেষ্টা কৰিছে। এই দুয়োখন সংলাপ বলিষ্ঠ যদিও চৰিত্ৰ কেইটাক করুণ ৰসৰ ভাৱবাহী ৰূপে গঢ় দিবলৈ (সম্ভৱ ৰেকৰ্ডৰ সীমিত সময়ৰ কাৰণে) সমৰ্থ হোৱা নাই।

এই নাটিকাবিলাক ক'ৰবাত কেতিয়াবা মঞ্চস্থ হৈছিল নে নাই সেইটো নাজানো। এই গোটেই কেইখন ৰেডিঅ' নাটক ৰূপে প্ৰচাৰৰ উপযোগী যদিও কেৱল 'লাচিত' আৰু 'দক্ষ যজ্ঞ'হে হয়তো মঞ্চৰ কাৰণে উপযোগী।

'দক্ষ যজ্ঞ' ঃ

'দক্ষ যজ্ঞ' নাটিকাখনি কাহিনী, ভাব-ভাষা, সংলাপ, দাৰ্শনিক অভিব্যক্তি সকলো পিনৰপৰাই এখন অতি মনোৰম নাটিকা। ইয়াৰ কাহিনী পৌৰাণিক আৰু পৰিৱেশ অলৌকিক হ'লেও গগৈদেৱে অতি সফলভাৱে ইয়াক এক চিৰন্তন ৰূপ দিব পাৰিছে। কাহিনীটোৰ মূল আধাৰ হৈছে স্বামী-স্ত্ৰীৰ বাক-বিতণ্ডাৰ দুটি ভিন ভিন ৰূপ। এপিনে দাম্ভিক, প্ৰতিশোধপ্ৰিয় দক্ষ মহাৰাজৰ শিৱক ক্ষমা কৰিবলৈ পত্নী প্ৰসূতিয়ে কৰা কাতৰ মিনতিক উপেক্ষা আৰু আনপিনে নিমন্ত্ৰণ নোহোৱাকৈও দক্ষৰ যজ্ঞলৈ যাম বুলি আকোৰ গোজালি মাৰি ধৰা সতীয়ে স্বামীৰ বুজনি নামানি অসংযত হোৱা স্বামী-স্ত্ৰীৰ সাধাৰণ কন্দলৰ নিখুঁত ছবি। সেই কন্দলত ভুল কাৰ সেইটো দৰ্শকৰ বিচাৰৰ কাৰণে ভাল খোৱাক। এনে কন্দল আৰু জোঁৱাই-শহুৰৰ জেদাজেদি বেলেগ বেলেগ কাৰণত সদায় ঘৰে ঘৰে হৈ থাকে আৰু তাৰ ভুক্তভোগী কন্দলৰ সৃষ্টিকাৰী দক্ষ নহয়, ক্ষমাৰে মহিমামণ্ডিতা প্ৰসূতি আৰু পত্নী প্ৰেমত আপোন পাহৰা শিৱৰ দৰে নিৰ্দোষী নিম্নাখিতসকল। এই কাহিনীটোত গগৈদেৱে ভোলানাথৰ চৰিত্ৰটিক অতি যতনেৰে এগৰাকী পত্নীপ্ৰাণ মহান স্বামী ৰূপে অংকিত কৰিছে। ভাৰতীয় কাহিনীত ইও এক অভিনৱ কথা। কিয়নো সতী, পতিব্ৰতা, মহিমাময়ী আদি আদৰ্শৰ অনুপ্ৰেৰণাত নাৰী চৰিত্ৰৰ ওপৰতহে পুৰুষ-প্ৰধান ভাৰতীয় সাহিত্যত সাধাৰণতে গুৰুত্ব দিয়া হয়। গগৈদেৱৰ শিৱই কিন্তু পত্নীক

'তুমি প্ৰাণৰ প্ৰদীপ মোৰ,
পূজাৰ গোসাঁনী,
বনবাসী শংকৰৰ তুমি ধ্যান, জ্ঞান'

বুলি স্বামীৰ আদৰ্শও অতি মনোমোহাকৈ দাঙি ধৰিছে। শেষত, শিৱই সতীৰ শৱদেহ কান্ধত লৈ

'ব'ল, ব'ল সংজ্ঞাহীনা,
নিদ্ৰিতা প্ৰেয়সী,
ত্যজি এই দক্ষপুৰী,
ত্যজি যজ্ঞ কোলাহল, জনসমাগম— ব'ল, ব'ল-
যাওঁ ক'ত আছে
নিৰ্জন বিচাৰি—

সেই নিৰ্জনত,
সেই নিৰলাত সতী,
তোৰ মুখখনি তুলি
এবাৰ মাতিবি প্ৰিয়ে ভোলানাথ বুলি'

কৰা কাতৰ ক্ৰন্দনে সকলোৰে অন্তৰতে করুণ ধ্বনি তুলিব। গগৈদেৱৰ ভোলানাথে পতিব্ৰতা পত্নীৰ সেৱা আৰু ত্যাগৰ কাৰণে পুৰুষেও কেনেদৰে নিজৰ ভোগ-সুখ জলাঞ্জলি দিয়ে আৰু হিয়া উবুৰিয়াই প্ৰেম দিয়ে তাৰ এক গৌৰৱোজ্জল উদাহৰণ।

নাটিকাখনৰ ভাব-ভাষা অতি শুৱলা আৰু সংলাপবিলাক ইমান সহজ সৰল অথচ অৰ্থপূৰ্ণ যে ই চৰিত্ৰবিলাকক এক অতি মহান যুগৰ ব্যক্তিৰূপে গঢ় দিছে। দক্ষ, প্ৰসূতি, শিৱ, সতী আদি মূল চৰিত্ৰ কেইটাৰ সংলাপৰ মাধুৰ্যৰ কাৰণে এনে অনুমান হয় যেন তেওঁলোক আটায়ে কবি সাহিত্যিক। এনেকুৱা সংলাপৰ নাটিকা যি ভাষাত ৰচিত সি সেই ভাষাৰ শ্ৰী বঢ়োৱাত বিশেষ সহায় কৰে। তদুপৰি নাটিকাখনিত 'গোটেই ব্ৰহ্মাণ্ডখনি এটি যজ্ঞ ঘৰ, তুমি যজ্ঞ— মই যজ্ঞ, যজ্ঞ চৰাচৰ', 'বিবেকে বিধান দিয়ে আপোন কৰ্তব্য', 'নিয়তিয়ে নিৰ্মম হাতেৰে কৰিলে যি বিধি প্ৰণয়ন, সেই বিধি সত্য শুদ্ধ, সিযে অখণ্ডন' আদি হিন্দু দৰ্শনৰ দৃষ্টিভংগী কিছুমান স্থান বিশেষে পৰিৱেশৰ লগত সংগতি ৰাখি ইমান শুৱলা ভাৱে প্ৰকাশ কৰিছে যে সেইবিলাকৰ তাৎপৰ্য আৰু বিচাৰ পাঠক বা দৰ্শকৰ কাৰণে সহজেই বুজিবপৰা হৈছে।

এইবিলাক কাৰণত গগৈৰ 'দক্ষ যজ্ঞ'ত কবিগুৰু ৰবীন্দ্ৰনাথৰ 'বিদায়েৰ অভিশাপ', 'গান্ধাৰীৰ আবেদন', 'কৰ্ণকুন্তী সংবাদ' আদিৰ লেখীয়া গীতি-নাটিকাৰ নিচিনা সোৱাদ পোৱা যায়। কবিগুৰুৰ দৰে গগৈদেৱেও এটা পৌৰাণিক কাহিনীক আধুনিক বিশ্লেষণ আৰু অতি উচ্চ ভাব-ভাষাৰে নতুন ৰূপ দিবলৈ সমৰ্থ হৈছে। তদুপৰি কবিগুৰুৰ দৰে গণেশ গগৈয়েও হিন্দু দৰ্শনৰ কিছুমান অৱহেলিত সত্যক অতি মনোমোহাকৈ পাঠক বা দৰ্শকৰ বোধগম্য কৰিছে। এনেকুৱা সুন্দৰ লিখনি আধুনিক যুগৰ অসমীয়া নাটক-নাটিকা নালাগে আন সাহিত্যতো বিৰল। ০০০



বিঃ দ্ৰঃ (১) 'সীতা বনবাস', 'জেবেত্তাৰ প্ৰতিশোধ', 'কুবি শতিকা' নামৰ তিনিখন নাটক গগৈদেৱে লিখিছিল বুলি অমূল্য বৰুৱাই 'ৰূপ জ্যোতি'ৰ পাতনিত উল্লেখ কৰিছে। কিন্তু এই অপ্ৰকাশিত নাটক কেইখনৰ পাণ্ডুলিপি পোৱা নগ'ল।

(২) গগৈদেৱৰ সকলো নাটক-নাটিকা আৰু গীত-কবিতাৰ সঙ্কলন এটি অতি সোনকালেই প্ৰকাশ কৰিব পাৰিম বুলি আশা কৰিছো। ওপৰৰ প্ৰবন্ধৰ বিষয়ে মতামত তথা আন আন আলোচনাৰে পাঠকসকলে আমাক সহায় কৰিলে কৃতজ্ঞ হ'ম। যোগাযোগৰ ঠিকনা: D. K. Datta, Dept. of Math, Univ of Rhode Island, Kingston, R. I. 02881.



# অসমীয়া ভাষা কাক লাগে, কোনে চায়?

অজিত কুমাৰ শৰ্মা

দুটামান অভিজ্ঞতাৰ কথাকে উল্লেখ কৰি লওঁ।

১৯৮০ চনত অসমত অস্তিত্ব ৰক্ষা আন্দোলনৰ ভৰপক। সেই সময়তে এদিনাখন গুৱাহাটীৰ কেইগৰাকীমান সম্ভ্ৰান্ত মহিলা আহি অনুৰোধ কৰিলেহি তেখেতসকলৰ স্কুলখনৰ বাবে ৰেল বিভাগৰ মাটি এডোখৰ পোৱাত ৰেলমন্ত্ৰীক কৈ-মেলি সহায় কৰি দিব লাগে। তেতিয়া মই ৰাজ্য সভাৰ সদস্য হৈ আছোঁ। এনে এটা ভাল কামত তখেতসকলক নিশ্চয় সহায় কৰিম বুলি ক'লো। কিন্তু অলপ সময় কথা-বতৰা হোৱাৰ পাছত গম পালোঁ তেখেতসকলৰ স্কুলখন ইংৰাজী মাধ্যমৰ স্কুলহে। এই কথা জনাৰ পাছত, মই ক্ষন্তেক আগত দিয়া কথা ৰখাত বাধা আহি পৰিল। তেখেতসকলক খোলোচাকৈ ক'লোঁ, মই ইংৰাজী মাধ্যমৰ স্কুল সমৰ্থন নকৰো। এতেকে সহায় কৰিব নোৱাৰিম। এই বুলি কৈ সুধিলোঁ- তেখেতসকলে অস্তিত্ব ৰক্ষা আন্দোলনত জানো যোগ দিয়া নাই। উত্তৰত ক'লেঃ "আমি আৰম্ভনিৰেপৰা যোগ দিছোঁ। সদায় সত্যাগ্ৰহত অংশ গ্ৰহণ কৰিছোঁ।" ঘূৰাই যেতিয়া ক'লোঁ, "এহাতে আন্দোলনত যোগ দি অসমীয়া ভাষা-সংস্কৃতি-অস্তিত্ব ৰক্ষা কৰাৰ দাবী কৰি আনহাতে প্ৰাথমিক স্তৰতে ইংৰাজী মাধ্যমৰ স্কুল স্থাপন কৰাটো জানো আন্দোলনৰ বিৰোধিতা কৰা হোৱা নাই?" তেতিয়া তেখেতসকলে উত্তৰ নিদি মোৰ ওপৰত ক্ষোভ প্ৰকাশ কৰিলে।

০০ ০০ ০০

ইয়াৰে কেইমাহ মানৰ পাছত বাতৰি কাকতত "আদৰ্শ প্ৰাথমিক স্কুল" শিতানত এটা বাতৰি ওলাইছিল। পঢ়ি চাওঁ, এগৰাকী প্ৰাক্তন কেন্দ্ৰীয় মন্ত্ৰীৰ উদ্যোগত অসমৰ প্ৰতিখন নগৰতে একোখন ইংৰাজী মাধ্যমৰ "আদৰ্শ" স্কুল স্থাপনৰ আয়োজন কৰা হৈছে। এই আয়োজনক সমালোচনা কৰি সেই বাতৰি কাকততে মই এখন চিঠি লিখাত সপক্ষে-বিপক্ষে আন কেবাজনেও লিখে। ওপৰত উল্লেখ কৰা মহিলা কেইগৰাকীয়ে যুটীয়াভাবে লিখা চিঠিখনত সেই সুযোগতে কটু ভাষাত মোক গৰিহণাও দিয়ে। সি যি কি নহওক। নগৰে নগৰে ইংৰাজী মাধ্যমৰ "আদৰ্শ" স্কুল স্থাপনৰ পৰি- কল্পনা সিমানতে তল পৰে।

০০ ০০ ০০

আৰু এদিনৰ কথা। উচ্চ খাপৰ এজন অসমীয়া চৰকাৰী বিষয়া ওলালহি। এসময়ৰ সহপাঠী বন্ধু। তেওঁ আহি ক'লেহি, তেওঁৰ বোলে অবনমিত কৰি তেওঁৰ তলত কাম কৰ... অনা-অসমীয়াক আনি তেওঁৰ ওপৰত বহুৱা... দিছে। তেওঁক বোলে অসমীয়া কাৰণেহে এ... অন্যায় কৰা হৈছে। গতিকে মই মন্ত্ৰীক লগ ধ... ইয়াৰ প্ৰতিকাৰ কৰিব লাগে। বিষয়াজনৰ বি... ইতিমধ্যে ওলোৱা ময়ো গম পাওঁ। তেওঁৰ ক... শেষ হ'লত মই সুধিলোঁ, "আপুনি বাৰু এটা ক... কওঁকচোন-- আপুনি কি বাতৰি কাকত পঢ়ে... তেওঁ ক'লে, "ষ্টেটছ্‌মেন"। "আন কিবা বাত... কাকত পঢ়েনে?" "নপঢ়োঁ।" "আপোনাৰ পত্নী... কি পঢ়ে?" "ফিল্ম্‌ফেয়াৰ।" "আন কিবা?" "নাই, নপঢ়ে।" "আপোনাৰ ল'ৰা-ছোৱালী ক'ত পঢ়ে?" "চিলঙৰ চেন্ট এড্‌মাণ্ডত।" "আপুনি নিজে অসমীয়া কিতাপ পঢ়েনে?" ইয়াৰ উত্তৰত ক'লে, "অসমীয়া কিতাপ পঢ়িবলৈ সময়েই নেপাওঁ।" এইখিনি উত্তৰ পোৱাৰ পাছত তেওঁক খোলা-খুলিকৈ ক'লো, "আপোনাৰ দেখোন অসমীয়া ভাষাৰ সৈতে কোনো সম্বন্ধই নাই। আপুনিনো কেনেকৈ অসমীয়া হ'ল? এতিয়া চাকৰিৰ গণ্ডগোলত পৰি অসমীয়া বুলি কৈছে। গণ্ডগোল অন্ত পৰিলে আকৌ সম্পূৰ্ণ ইংৰাজেই হ'ব। এনেস্থলত মই আপোনাৰ হৈ মন্ত্ৰীক কেনেকৈ খাটিমগৈ? নোৱাৰিম আৰু। বেয়া নেপাব।"

০০ ০০ ০০

পাণবজাৰৰ কিতাপৰ দোকান এখনতে এদিন অধ্যাপক বন্ধু এজনক লগ পালোঁ। তেওঁক অলপ উদ্বিগ্ন যেন দেখি কি হৈছে সুধিলোঁ। তেওঁ ক'লে, "এ নক'বা আৰু। কিতাপ বিচাৰি ফুৰিছোঁ। শিশুৰ উপযোগী অসমীয়া কিতাপ লাগে। ঘৰত ল'ৰাক অসমীয়া পঢ়ু্ৱাবলৈ।" "কৌলৈ, লৰাক স্কুলত দিয়া নাই নেকি?" মোৰ এই প্ৰশ্নৰ উত্তৰত তেওঁ যি ক'লে, একপ্ৰকাৰ কাহিনী যেনেই লাগিল। তেওঁ ক'লে। "সমস্যা সেয়েই। ঘৰত গৃহিনীৰ সৈতে এই লৈয়েই বিবাদ। ল'ৰাক তেওঁ দিব খোজে ইংৰাজী মাধ্যমৰ স্কুলত। মই পঢ়াব খোজোঁ অসমীয়া স্কুলত। বহুত তৰ্কৰ পিছতো গৃহিণীয়ে তেওঁৰ কথা যেতিয়া নেৰিলে, তেতিয়া অধিক অশান্তিলৈ নগৈ দুয়োৰে ভিতৰত এটা চুক্তি কৰিলোঁ। এতিয়া মাকে বিচৰা মতে ল'ৰা ইংৰাজী স্কুলত পঢ়িছে। আৰু মোৰ মতে মই তাক ঘৰত অসমীয়া পঢ়াইছোঁ। সেই বাবেই এতিয়া কিতাপ বিচাৰি আহিছোঁ। পিছে দোকানবোৰত শিশুৰ উপযোগী অসমীয়া কিতাপ নেপাৱেই দেখোন।"

০০ ০০০ ০০

চীনা আক্ৰমণৰ পিছতে ডঃ ৰামমনোহৰ লোহিয়াৰ সৈতে গৈছিলোঁ নেফালৈ (এতিয়া অৰুণাচল)। সেই ভ্ৰমণত তেজুৰ ওচৰত এঠাইতে ৰওঁতে তাতে কেইজনমান আদি ডেকাক লগ পালোঁ। তেওঁবিলাক এজনৰ সৈতে আগৰেপৰা চিঠি-পত্ৰৰে চিনাকি। "ছচিয়েলিষ্ট" বুলি এখন সাদিনীয়া কাকত মই সম্পাদনা কৰিছিলোঁ-- তাতে তেওঁ কেবাখনো চিঠি লিখিছিল। অসমীয়া লেখাত তেওঁৰ সুন্দৰ হাত আছে। তেতিয়া তেওঁ দশম শ্ৰেণীত পঢ়িছে। তেওঁবিলাকৰ সৈতে কথা বতৰা হওঁতে তেওঁকে সুধিলোঁ-- "তোমালোকেনো অসমীয়া মাধ্যম এৰি দি ইংৰাজী মাধ্যম কিয় ল'লা?" মোৰ এই প্ৰশ্নৰ যিটো উত্তৰ তেওঁ দিলে, মোৰ মুখ বন্ধ হৈ গ'ল। তেওঁ ক'লে, "আমি ডিব্ৰুগড়, যোৰহাট, গুৱাহাটীলৈ যাওঁতে দেখিছোঁ আপোনালোকৰ ভাল ভাল মানুহবোৰে ল'ৰা-ছোৱালীক ইংৰাজী মাধ্যমৰ স্কুলতহে পঢ়ায়। আমিও ভাবিলোঁ আপোনালোকে ইংৰাজী লৈছে যেতিয়া ই নিশ্চয় ভাল কথা হ'ব। আপোনালোকে আৰু বেয়া কাম কৰিবনে? সেই বাবেই আমিও অসমীয়া ভাষা এৰি দি ইংৰাজী মাধ্যমত পঢ়িবলৈ ল'লো।" লগতে তেওঁ আৰু এষাৰ কথা ক'লে-- "আমাৰ ইয়াৰগৰা ল'ৰা- গুৱাহাটীৰ বিশ্ববিদ্যালয়লৈ গ'লে অধ্যাপকসকলে কেতিয়াও তেওঁবিলাকৰ লগত অসমীয়াত কথা নাপাতে; সদায় ইংৰাজীত কয়। আমাৰ ল'ৰাই অসমীয়াত ক'লেও তেওঁবিলাকে ইংৰাজীতহে উত্তৰ দিয়ে।"

০০ ০ ০০

নাহৰকটীয়ালৈ যাওঁতে বাটতে এবাৰ আমাৰ মটৰখন বেয়া হোৱাত আধা ঘন্টামান ৰ'বলগীয়া হ'ল। মটৰ ভাল হয় মানে ওচৰতে থকা গড়কাপ্তানী বিভাগৰ কাৰ্যালয়টোতে বহিলোঁগৈ। কৰ্মচাৰী ৪-৫ জন আছে। কথা প্ৰসংগত চৰকাৰী কাম-কাজত ৰাজ্য ভাষা অসমীয়া কিমান দূৰ প্ৰয়োগ কৰা হয় বুলি সুধিলোঁ। এজন কৰ্মচাৰীয়ে ক'লে, "দুই-এখন চিঠি কেতিয়াবা লিখা হয়।

ওপৰৰপৰা ইংৰাজীত অহা চিঠিৰ উত্তৰ ইংৰাজীতে দিয়া হয়। বাকী ক্ষেত্ৰত অসমীয়াত লিখিবলৈ ললেও পৰিভাষা নজনাৰ বাবে লিখা নহয়গৈ।”

(২)

উল্লিখিত পাচোঁটাই হ’ল সম্ভ্ৰান্ত অসমীয়া মনৰ সংঘাতৰ প্ৰতীক। এই প্ৰসংগতে আৰু এটা কথা উল্লেখ কৰিব পাৰি। স্বাধীন ভাৰতৰ প্ৰথম শিক্ষা আয়োগ গঠিত হৈছিল সৰ্বপল্লী ৰাধাকৃষ্ণনৰ নেতৃত্বত। এই আয়োগে ভাৰতৰ শিক্ষা-ক্ষেত্ৰত ইংৰাজী ভাষাৰ ভূমিকাৰ বিশদ আলোচনা কৰি কৈছিল যে ইংৰাজী মাধ্যমৰ শিক্ষাই প্ৰতিজন নাগৰিকৰ চেতনা বিভক্ত কৰাৰ লগতে সমগ্ৰ ৰাষ্ট্ৰীয় চেতনাও বিভক্ত কৰি পেলাইছে। অকল সেয়েই নহয়, ৰাষ্ট্ৰীয় মন এটাও গঢ় লোৱাত বাধাপ্ৰাপ্ত হৈছে। সংহতি স্থাপনৰ পথতো বাধা পৰিছে। সমাজখন দুভাগত ভাগ হৈ পৰিছে-- ইংৰাজী শিক্ষিত এখন সম্ভ্ৰান্ত সমাজ আৰু ইংৰাজী নজনা ইতৰ সমাজ।

অসমত বৰ্তমানে এনে এক পৰিস্থিতিৰ সৃষ্টি হৈছে য’ত অসমীয়া ভাষাক ৰাজ্যভাষা বুলি ঘোষণা কৰি আইন প্ৰণয়ন কৰা হ’ল। কিন্তু তাক কাৰ্যকৰী কৰিবলৈ কুৰি বছৰেও চৰকাৰ আৰু শিক্ষিত শ্ৰেণী দৃঢ় সংকল্প নহ’ল। দিচপুৰত এতিয়াও অসমীয়া ভাষাত কলম নচলে। অসমীয়া মন্ত্ৰী, বিষয়া, কৰ্মচাৰীয়ে ইংৰাজীৰ মোহ এৰিবপৰা নাই। আনকি যিসকল মন্ত্ৰীয়ে অসমৰ অস্তিত্ব ৰক্ষা আন্দোলনৰ নেতা হিচাবে দিল্লীত প্ৰধান মন্ত্ৰীৰ সৈতে আলোচনাত বহোতে অসমীয়াতহে কৰিছিল আৰু সেই বাবে লগত দোভাষী লৈ গৈছিল, সেইসকলেই এতিয়া অসমৰ ভিতৰতে ইংৰাজীতহে বক্তৃতা দিয়া হ’ল। মন্ত্ৰীসকলৰ বাণী ইংৰাজীতহে প্ৰচাৰ কৰা হ’ল। “ৰাষ্ট্ৰীয় শিক্ষা নীতি” অনুসাৰে উচ্চ শিক্ষাৰ স্তৰলৈকে আঞ্চলিক ভাষা, অৰ্থাৎ প্ৰাদেশিক ভাষাৰ মাধ্যম প্ৰচলন হ’ব লাগে। এই কথা অসম চৰকাৰে, অসমৰ বিশ্ববিদ্যালয়ে সকলোৱে গ্ৰহণ কৰিলে; কিন্তু বাস্তৱ ক্ষেত্ৰত অসমীয়া মাধ্যমৰ সৃষ্টিশীল ভূমিকা দেখা নগ’ল। আমোলাতন্ত্ৰৰ আন্তৰিকতা নাই; আনকি মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ শিক্ষক শ্ৰেণীৰ মাজতো অসমীয়া মাধ্যমত বিশ্বাস নাই, গতিকে সেইসকলেও ‘লেজুত ধৰি বল নিদিয়াকৈয়ে’ চলিব লাগিছে। আনহাতে দেখা গৈছে, বাৰিষাৰ পুণিৰ দৰে ইংৰাজী মাধ্যমৰ স্কুলৰ সংখ্যা বাঢ়িবই লাগিছে। চৰকাৰে এফালে দেখিও নেদেখাৰ ভাও জুৰি আনহাতে এনে স্কুলকে অনুদান দি সহায় কৰিব লাগিছে। এতিয়া এনেবোৰ ইংৰাজী মাধ্যমৰ স্কুলেই হৈছে বৃটিছ যুগৰ খ্ৰীষ্টান মিশ্যনেৰী স্কুলৰ পৰম্পৰাৰ ভেটিত গঢ়ি তোলা অসমীয়া ভাষা-সংস্কৃতি বিৰোধী শিক্ষা প্ৰচাৰৰ এবিধ অভিজাত শিক্ষানুষ্ঠান।

ইংৰাজী ভাষাৰ প্ৰাধান্য অটুট ৰখাৰ বাবে নানান তৰহৰ যুক্তি প্ৰদৰ্শন কৰি ইংৰাজী ভাষাকে আমাৰ দেশৰ সংহতিৰ বাহক বুলি প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰা হৈছে। কিন্তু বাস্তৱ পৰিস্থিতিয়ে কি দৰ্শাইছে? আমাৰ দেশত ইংৰাজী সংহতিৰ ভাষা নে বিভাজনৰ ভাষা? তামিল ভাষীয়ে কৈছে হিন্দী নেলাগে, ইংৰাজী লাগে; ইফালে হিন্দীভাষী অভিজাত শ্ৰেণীয়েও ইংৰাজীকে বিচাৰিছে; অসমত বঙলা ভাষীজনে কৈছে অসমীয়া নেলাগে, ইংৰাজী লাগে; বড়োভাষীজনেও অসমীয়া পঢ়িব নোখোজে, ইংৰাজীহে লাগে; অসমীয়াভাষী অভিজাত শ্ৰেণীকো অসমীয়া নেলাগে। ইংৰাজী লাগে। অৰ্থাৎ, অসমত অসমীয়া, অনা-অসমীয়া কাকো অসমীয়া ভাষা নেলাগে; সকলোকে লাগে ইংৰাজী। অৰ্থাৎ ইংৰাজী ভাষাই বান্দৰে পিঠা ভগোৱাৰ ভূমিকা লৈছে।

(৩)

১৯৩৭ চনত গুৱাহাটীত বহা অসম সাহিত্য সভাৰ সপ্তদশ অধিবেশনৰ সভাপতিৰ ভাষণত পণ্ডিত কৃষ্ণকান্ত সন্দিকৈয়ে এষাৰ কথা সভাক সোঁৱৰাই দিছিল। তেখেতে কৈছিল: “আমাৰ ইমান ওচৰতে গাতে লাগি যিবিলাক অসমীয়া ভাষা নজনা মানুহ আছে, তেওঁবিলাকক আমি আকৰ্ষণ কৰি আনিব নোৱাৰিলে তেওঁবিলাকে নিজে আমাৰ ভাষা আৰু কৃষ্টিৰফালে মন দিব বুলি আশা কৰিব নোৱাৰি। এই আকৰ্ষণৰ আৱশ্যকতা আৰু প্ৰণালী সম্পৰ্কে আমি সমজুৱাকৈ ভাবি চাব লাগে।” ৫২ বছৰেও সভাপতি সন্দিকৈয়ে কোৱা কথালৈ কাণ দিবলৈ অসম সাহিত্য সভাই আহৰি পোৱা নাই। ইংৰাজী ভাষালৈ থকা দুৰ্বলতাৰ হাত সাৰিব সাহিত্য সভাৰ নেতৃত্বইও পৰা নাই। এই দুৰ্বলতাৰ হেতুকেই সাহিত্য সভাৰ ৰভাঘৰতো অসমৰ অসংখ্য থলুৱা ভাষাৰ বিকাশৰ হকে সুস্থ আৰু সাহসী দৃষ্টিভংগী গ্ৰহণ কৰাত অসুবিধা হৈছে। সাহিত্য সভাই অসমীয়া ভাষাৰ হকে যিমানেই মাত মাতক, যেতিয়ালৈকে ইংৰাজী ভাষাক বাধ্যতামূলকভাবে সকলো ছাত্ৰ-ছাত্ৰীৰ ওপৰত জাপি দিয়াৰ ব্যৱস্থা থাকিব তেতিয়ালৈকে অসমীয়া তথা অসমৰ অন্যান্য থলুৱা ভাষাৰ উন্নতি আৰু বিকাশ বাধামুক্ত হ’ব নোৱাৰে। তেতিয়ালৈকে অসম সাহিত্য সভায়ো বৃহত্তৰ অসমীয়া জাতিৰ প্ৰতিনিধিত্ব কৰাৰ দাবী কৰিব নোৱাৰিব।

অসম সাহিত্য সভাই আৰু ভালেমান বিষয়তে ‘সমজুৱাকৈ ভাবি চাব’ লগা হৈ আছে। উচ্চ শিক্ষাৰ স্তৰত অসমীয়া মাধ্যমৰ বৰ্তমান অৱস্থা কি সেই বিষয়েও সাহিত্য সভাই চকু দিবলৈ পাহৰিছে। প্ৰাথমিক স্তৰত ইংৰাজী ভাষাৰ আক্ৰমণ প্ৰতিহত কৰাৰ বাবে সক্ৰিয় চেষ্টা হোৱা নাই। পাঠ্য-পুথিত অসমীয়া ভাষাৰ কি দুৰ্গতি হৈছে তাৰে এটা উদাহৰণ দি এই প্ৰবন্ধৰ সামৰণি মাৰিম।

অসম ৰাজ্যিক পাঠ্যপুথি প্ৰণয়ন আৰু প্ৰকাশন নিগম লিমিটেডৰ দ্বাৰা প্ৰকাশিত, এজন বিজ্ঞ গৱেষকে লিখা, দুজন প্ৰধান শিক্ষাবিদে পুনৰীক্ষণ কৰি দিয়া আৰু শিক্ষামন্ত্ৰী মহোদয়ে ছাত্ৰ-ছাত্ৰীসকললৈ আগবঢ়াই দিয়া “প্ৰাথমিক বিজ্ঞান” প্ৰথম ভাগ (তৃতীয়মান শ্ৰেণীৰ বাবে) পাঠ্যপুথিৰ প্ৰথম পৃষ্ঠাত লিখা কথাখিনি হ’ল এই: “বস্তু আৰু পদাৰ্থ: আৰম্ভণি: আমাৰ চাৰিওফালে নানা তৰহৰ বস্তু আছে। ঘৰ, পথাৰ, স্কুল, ৰাস্তা আদিত কি কি বস্তু দেখা পাওঁ বাৰু? এনে বস্তুবোৰৰ এখন তালিকা বনোৱা। তালিকাত থকা কিছুমান বস্তুৰ নাম এনেধৰণৰ হ’ব-- কলম, পেন্সিল, দা, কটাৰী, কলহ, মেকুৰী, গৰু, মটৰ চকী, মেজ, মাখি ইত্যাদি। মেকুৰী, গৰু, গছ, মাখি ইত্যাদি লৰি-চৰি ফুৰা আৰু উপজি ক্ৰমে ডাঙৰ দীঘল হোৱা বস্তুবোৰক আমি বস্তু বুলি নকওঁ। ইহঁতক জীৱ বুলি কোৱা হয়। কলম, পেন্সিল, কিতাপ, বহী, দা, কটাৰী আদিয়ে লৰচৰ কৰিব নোৱাৰে, নিজে ডাঙৰ-সৰুও হ’ব নোৱাৰে, এইবোৰক জড় বুলি কোৱা হয়। কলম, বহী, চকী, মেজ আদি টান বস্তু আৰু প্ৰত্যেকৰে নিজা আকাৰ আছে। টান বস্তুক কঠিন বস্তুও বোলে। বহী, কিতাপ বনাবলৈ কাগজ ব্যৱহাৰ কৰে। খৰাহী পাচি, ডলা আদি বাঁহেৰে বনায়। গজাল আদি বনাবলৈ লো ব্যৱহাৰ কৰা হয়। কাঠ-পেন্সিলৰ আৱৰণটো কাঠেৰে আৰু পেন্সিলডাল গ্ৰাফাইটেৰে বনোৱা হয়। এনেদৰে তুমি দেখা আন বস্তু কিছুমান কিহেৰে বনায়-- তাৰে তালিকা এখন কৰা। সাধাৰণতে আমি বাঁহ, কাগজ, লো, কাঠ আদিকো বস্তু বুলি কওঁ। বস্তু বুজোৱা আন এটা শব্দ হ’ল পদাৰ্থ। বিজ্ঞানত সুবিধাৰ বাবে বাঁহ, কাগজ, লো, কাঠ আদিক পদাৰ্থ বুলি কোৱা হয়। এইবোৰ পদাৰ্থ ব্যৱহাৰ কৰি খৰাহী, কিতাপ, গজাল, চকী আদি বস্তুবোৰ সজা হয়। এবিধ দুবিধ বা কেইবাবিধ পদাৰ্থ সুবিধাজনকভাবে ব্যৱহাৰ কৰি বিভিন্ন প্ৰকাৰৰ বস্তু সাজি উলিওৱা হয়।” ডাঙৰ হৰফত দিয়া শব্দবোৰ মন কৰক!

০০০

# বিশ্বনাথ চাৰিআলিৰ সাহিত্য সংগঠন

॥ ৰাজেন্দ্ৰ নাথ বৰঠাকুৰ ॥

বিশ্বনাথ চাৰিআলিৰ সাহিত্য সংগঠনৰ ইতিকথা অসমৰ সামগ্ৰিক জাতীয় চৈতন্য আৰু সাহিত্য সচেতনতাৰ গতি-অগ্ৰগতিৰ পৰা বিচ্ছিন্ন ঘটনা নহয়, তাৰেই এটি স্বাভাৱিক পৰিণতি। অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ কাৰণে অঃ ভাঃ উঃ সাঃ সভাৰ ১৮৮৯ চনৰ জোনাকীৰ পিছৰপৰা বিজুলী, উষা, বাঁহী, আলোচনী, আৱাহন (১৯২৯) আদি আলোচনীৰ প্ৰকাশে যি এটা নতুন সাহিত্যিক চেতনাৰ উদ্ভৱ ঘটাইছিল আৰু সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা প্ৰমুখ্যে স্বদেশানুৰাগী সাহিত্যিকসকলৰ ব্যক্তিগত প্ৰচেষ্টাত সাহিত্যৰাজিয়ে অসমীয়া সাহিত্যলৈ যি সৃষ্টিমুখী জাগৰণ আনিছিল, তাৰ প্ৰভাৱ এই অঞ্চলটোতো পৰিছিল। তাৰ লগতে শোণিতপুৰ জিলাৰ স্বনামধন্য কবি-সাহিত্যিক ৺চন্দ্ৰকুমাৰ আগৰৱালা, ৺পদ্মনাথ গোহাঞিবৰুৱা, ৺লম্বোদৰ বৰা, ৺আনন্দ চন্দ্ৰ আগৰৱালা, ৺দণ্ডিনাথ কলিতা, ৺মহাদেৱ শৰ্মা আৰু স্থানীয় কবি সাহিত্যিক ৺কমলাকান্ত ভট্টাচাৰ্য, ৺পদ্মনাথ শৰ্মা পঞ্চানন, ৺লক্ষ্মীধৰ শৰ্মা সৃষ্ট কবিতা, প্ৰবন্ধ, গল্প, উপন্যাস, ৰসৰচনা, নাটক আদিয়ে জাতীয় সাহিত্য চৰ্চাৰ মাজেৰে দেশসেৱাৰ যি চানেকি দাঙি ধৰিছিল, সেই চানেকিকে সাৰোগত কৰি ১৯৩০-৩১ চনৰ পৰা চাৰিআলিত ইটো-সিটো সাহিত্য-সংস্কৃতিৰ সংগঠন গঢ় লৈ উঠিব ধৰিলে।

## ১। কৰ্মবীৰ স্মৃতি মন্দিৰ : ১৯৩১

বিশ্বনাথ চাৰিআলি অঞ্চলটোৰ সাহিত্য সংগঠনৰ কথা লিখিবলৈ গ'লে, পোন প্ৰথমে নাম ল'ব লাগিব কৰ্মবীৰ স্মৃতি মন্দিৰৰ। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, যিজনৰ নিঃস্বাৰ্থ দেশসেৱাৰ কৰ্মই আৰু ওচৰ সম্বন্ধই দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা প্ৰমুখ্যে চাৰিআলিবাসীক আলোড়িত কৰিছিল, সেই চন্দ্ৰনাথৰ স্মৃতিতে ১৯৩১ চনত ভীৰগাঁৱত কৰ্মবীৰ স্মৃতি মন্দিৰ স্থাপিত হৈছিল। ইয়াৰ প্ৰধান উদ্যোক্তা আছিল যশস্বী কথা সাহিত্যিক দীননাথ শৰ্মা, স্থানীয় প্ৰবীণ সাহিত্যিক শ্ৰীজীৱন চন্দ্ৰ বৰুৱা, স্থানীয় অন্যতম মুক্তি যুঁজাৰু শ্ৰীবিনীত চন্দ্ৰ বৰুৱা আৰু শ্ৰীৰত্নেশ্বৰ শৰ্মা। দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা, যাৰ জীৱনৰ অন্যতম আদৰ্শ পুৰুষ আছিল কৰ্মবীৰ চন্দ্ৰনাথ, সেই লক্ষ্মীধৰৰ অনুমোদন আৰু পৰামৰ্শও আছিল কৰ্মবীৰ স্মৃতি মন্দিৰৰ পৃষ্ঠভূমিত।

পুথি অধ্যয়ন আৰু সাহিত্য চৰ্চাৰ পৰিবেশ এটা স্থানীয়ভাৱে সৃষ্টি কৰাৰ উপৰিও অন্যান্য সমাজহিতকৰ কাম-কাজ যৌথভাৱে কৰাৰ উদ্দেশ্যকে সাৰোগত কৰি এই অনুষ্ঠান গঢ় দিয়া হৈছিল। এই উদ্দেশ্য আগত ৰাখি অনুষ্ঠানটোৰ নামেৰেই এটি পুথিভঁড়াল গঢ়ি তোলা হৈছিল। ইয়াৰ প্ৰাথমিক কিতাপ-পত্ৰ দান দিছিল ঘৰুৱা পুথিভঁড়ালৰপৰা ৺জগৎ চন্দ্ৰ বৰুৱাদেৱে। কৰ্মবীৰ স্মৃতি মন্দিৰৰ কাৰ্যালয় আৰু পুথিভঁড়াল গৃহ ৺মিত্ৰধৰ বৰুৱাদেৱে পানীভঁড়ালৰ অন্নপূৰ্ণা মন্দিৰৰ কাষতে সজাই দিয়ে। জামুগুৰিৰ ৺তৰুণ দাসে লিখি দিলে নামফলক। কলিকতাৰপৰা বনাই অনালে ফুল কটা ৰবাৰ ষ্টাম্প। পুথিভঁৰালী হ'ল শ্ৰীবিনীত চন্দ্ৰ বৰুৱা। উৎসাহজনকভাৱে কিতাপ-আলোচনী আৰু বাতৰি কাকত পঢ়াৰ ব্যৱস্থা চলিল।

এই কৰ্মবীৰ স্মৃতি মন্দিৰৰ পৰাই হাতে-লিখা আলোচনী এখন উলিওৱাৰ উদ্যম ল'লে ৺দীননাথ শৰ্মা আৰু শ্ৰীজীৱন চন্দ্ৰ বৰুৱাই। প্ৰকাশ পালে হাতে লিখা আলোচনী 'মন্দিৰ'। এই মন্দিৰেই আছিল অঞ্চলটোৰ সংগঠিত ৰূপত সাহিত্য চৰ্চাৰ প্ৰথম প্ৰয়াস।

## ২। বীণাপাণি নাট্য সমাজ : ১৯৩১

১৯৩১ চনত স্থাপিত 'বীণাপাণি নাট্য সমাজ' চাৰিআলিত বৰ্তি থকা পুৰণি অনুষ্ঠান। এটা সময়ত এই নাট্যসমাজ বিশ্বনাথ চাৰিআলি অঞ্চলৰ প্ৰাণকেন্দ্ৰ স্বৰূপ আছিল। কেৱল নাট্যাভিনয়ৰ ক্ষেত্ৰতে নহয় শিক্ষা, সাহিত্য, কৃষ্টি, খেলা-ধূলা সকলো ক্ষেত্ৰতে এই অনুষ্ঠানে স্থানীয় ৰাইজক নেতৃত্ব দিছিল।

এই অনুষ্ঠানৰ নিয়মাৱলীৰ উদ্দেশ্যত লিখা আছে যে অসমীয়া নাট্যশিল্প, শিক্ষা, সাহিত্য আৰু কৃষ্টিৰ উন্নতিত সহায় যোগোৱাই এই অনুষ্ঠানৰ উদ্দেশ্য। সাহিত্যৰ ক্ষেত্ৰত এই অনুষ্ঠানৰ বৰঙণিৰ ফেৰেঙণি দুটা : (১) স্থানীয়ভাৱে নাটক অনুবাদ আৰু মৌলিক নাটক ৰচনা, আৰু (২) দেশপ্ৰাণ লক্ষ্মীধৰ স্মৃতি পুথিভঁৰালৰ জৰিয়তে সাহিত্য পঠন-পাঠন আৰু সাহিত্য আলোচনাৰ সুবিধা প্ৰদান।

নাট্যসমাজে অসমীয়া মৌলিক নাটকৰ প্ৰয়োজনা কৰিছিল যদিও বঙালী ভাষাৰ নাটকো মাজে সময়ে অনুবাদ কৰি অভিনয় কৰাইছিল। ৺হেম হাজৰিকা (কমাৰগাঁও), শ্ৰীজীৱন চন্দ্ৰ বৰুৱা, ডাঃ ৺ভৱ হাজৰিকা, শ্ৰীথুলেশ্বৰ শইকীয়া আদিয়ে বৃত্ৰাসুৰ বধ, মেৱাৰ সন্ধ্যা, চাহজাহান, ৰঞ্জিত সিংহ, সমুদ্ৰগুপ্ত আদি নাট অনুবাদ কৰিছিল। শ্ৰীতুলসী ফুকনৰ ঐক্যতান, তেজ ধুলে উটে মঙহ ধুলে নুটে, শ্ৰীথুলেশ্বৰ শইকীয়াৰ অন্ধ, শ্ৰীশেষধৰ হাজৰিকাৰ কমলা কুঁৱৰী, শ্ৰীদুৰ্গাদত্তৰ জোৱাৰ যেতিয়া আহে, শ্ৰীকুমুদ শৰ্মাৰ কুঁৱলী আঁতৰি গ'লে, ডাঃ পূৰ্ণ শৰ্মাৰ বিচাৰ, শ্ৰীঘন হাজৰিকাৰ উপন্যাসৰ আধাৰত ৰচিত শ্ৰীৰাজেন্দ্ৰনাথ বৰঠাকুৰৰ নাট্যৰূপ উত্তাপ আদি পূৰ্ণাঙ্গ নাটক নাট্যসমাজৰ প্ৰেৰণাৰ সৃষ্টি।

নাট্যসমাজৰ নিয়মাৱলীত উল্লেখ আছে যে সমাজে পুথিভঁৰালৰ যোগেদি সাহিত্য আলোচনাৰ ব্যৱস্থা কৰিব, অসম সাহিত্য সভা আৰু অসম পাঠাগাৰ সমিতিৰ লগত যোগাযোগ ৰাখি প্ৰতিনিধি পঠাব আৰু হাতেলিখা আলোচনী-কাকত উলিওৱাৰ যত্ন কৰিব। ইয়াৰপৰা বুজা যায় নাট্যসমাজৰ পুথিভঁৰালে কেৱল এক বহল পাঠক সমাজেই গঢ়া নাছিল, সাহিত্য চৰ্চাৰ পথাৰখনো চহাবলৈ প্ৰয়াস কৰিছিল।

এই অনুষ্ঠান অসম সংগীত নাটক অকাডেমীৰ স্বীকৃতিপ্ৰাপ্ত।

## ৩। বিশ্বনাথ সাহিত্য সভা : ১৯৩৩

বিশ্বনাথ সাহিত্য সভা, অসম সাহিত্য সভাৰ এটি পুৰণি শাখা। আজিৰপৰা ৫৬ বছৰৰ পূৰ্বেই ১৯৩৩ চনত বিশ্বনাথ চাৰিআলি অঞ্চলৰ ৰাইজে অতি উৎসাহ-উদ্দীপনাৰে এই সভা গঢ়ি তুলিছিল। এই সভা ১৯৩৩ চনতেই অসম সাহিত্য সভাৰ অন্তৰ্ভুক্ত হয় আৰু মণ্ডলদৈ অধিবেশনৰপৰা নিয়মিত প্ৰতিনিধি পঠাবলৈ আৰম্ভ কৰে।

বিশ্বনাথ সাহিত্য সভাৰ প্ৰথম সম্পাদক আছিল ৺যতীন্দ্ৰনাথ বৰঠাকুৰ 'জ্যোতিষ-বিদ্যাভূষণ ব্যাকৰণ তীৰ্থ' আৰু প্ৰথম কাৰ্যকৰী সমিতিৰ সদস্যসকল আছিল অধ্যাপক ত্ৰিলোচন শৰ্মাফুকন কবিৰত্ন, কথা সাহিত্যিক ৺দীননাথ শৰ্মা, ৺মোহন চন্দ্ৰ শৰ্মা, ৺থানেশ্বৰ ভাগৱতী, ৺নাহৰ চন্দ্ৰ বৰুৱা (পণ্ডিত), ৺ৰাম প্ৰসাদ শৰ্মা, ৺সোনাৰাম শইকীয়া,

ঁনবীন চন্দ্ৰ ভট্টাচাৰ্য আৰু ঁবন্ধুৰাম ভূঞা।

বিশ্বনাথ সাহিত্য সভাৰ ১ম আৰু ২য় অধিবেশন ১৯৩৪ আৰু ১৯৩৫ চনত ভীৰগাঁও নামঘৰত অতি উলহ-মালহেৰে অনুষ্ঠিত হয়। এই দুখন অধিবেশনত ৰাইজৰ সমাগম আৰু সহযোগ অভূতপূৰ্ব আছিল। প্ৰথম অধিবেশনত সভাপতিত্ব কৰিছিল সুসাহিত্যিক ঁমহাদেৱ শৰ্মা-দেৱে আৰু দ্বিতীয় অধিবেশনৰ সভাপতি আছিল বাগ্মীবৰ কবি ঁনীলমণি ফুকনদেৱ। এই সভা-পতিদ্বয়ৰ অভিভাষণ দুখন আজিও দলিল হৈ আছে।

বিশ্বনাথ সাহিত্য সভাৰ লক্ষ্য আৰু উদ্দেশ্যৰ স্পষ্ট প্ৰতিফলন ঘটিছে সভাই প্ৰথম বাৰ্ষিক অধিবেশনত গ্ৰহণ কৰা কৰ্ম আঁচনিৰ প্ৰস্তাৱ সমূহত। তাৰ ভিতৰত অন্যতম আছিল: (১) দেশ-প্ৰাণ লক্ষ্মীধৰ শৰ্মাৰ অকাল বিয়োগত শোক প্ৰকাশ কৰি ঁশৰ্মাৰ জীৱনী প্ৰকাশ আৰু স্মৃতি সংৰক্ষণৰ ব্যৱস্থা গ্ৰহণ, (২) ন-দুৱাৰ অঞ্চলত থকা দ'ল, দেৱালয় আৰু পুৰণি স্মৃতিবিলাকৰ অনুসন্ধানৰ ব্যৱস্থা, (৩) বিশ্বনাথ অঞ্চলৰ ঐতিহাসিক আৰু পৌৰাণিক তথ্য সংগ্ৰহ, (৪) স্থানীয় পুৰণি গীত আৰু মৌখিক সাহিত্য সংগ্ৰহ আৰু (৫) তিনি-মহীয়া হাতেলিখা মুখপত্ৰ 'বাণী' প্ৰকাশৰ সিদ্ধান্ত।

'বাণী'ৰ সম্পাদক নিৰ্বাচিত হৈছিল চৈয়দ হামিৰ আলি। তেখেতে এই দায়িত্ব ল'বলৈ অস্বী-কাৰ কৰাত সম্পাদকৰ দায়িত্ব দিয়া হয় ঁমোহন চন্দ্ৰ শৰ্মাক (প্ৰধান শিক্ষক)। শৰ্মাদেৱৰ সম্পা-দনাত প্ৰথম বছৰৰ গ্ৰীষ্ম আৰু শৰৎ এই দুটা সংখ্যা 'বাণী' প্ৰকাশ পাইছিল। ১৮৫৭ শকৰপৰা ১৮৬২ শকলৈকে 'বাণী' প্ৰকাশিত হৈছিল। চতুৰ্থ-বছৰৰ সম্পাদক আছিল শ্ৰীগোলোক চন্দ্ৰ কাকতি। 'বাণী'ৰ লেখকসকল আছিল ঁত্ৰিলোচন শৰ্মা ফুকন কবিৰত্ন, ঁদীননাথ শৰ্মা, ঁনাহৰ চন্দ্ৰ বৰুৱা (পণ্ডিত), চৈয়দ হামিৰ আলি, ঁযতীন্দ্ৰনাথ বৰঠাকুৰ, ঁসোনাৰাম শইকীয়া, ঁললিত চন্দ্ৰ ডেকা, ঁমোহন চন্দ্ৰ শৰ্মা, ঁৰত্নেশ্বৰ হাজৰিকা, ঁঅমৃতলাল বৰুৱা, ঁবন্ধুৰাম ভূঞা, ঁঅন্তি বৰা, (সৰ্বশ্ৰী) গোলোক চন্দ্ৰ কাকতি, জীৱন চন্দ্ৰ বৰুৱা, শেষধৰ হাজৰিকা, চন্দ্ৰলাল জৈছি, বিপিন চন্দ্ৰ হাজৰিকা, কুঞ্জলতা হাজৰিকা, ৰবিৰাম শইকীয়া আদি।

বিশ্বনাথ সাহিত্য সভাৰ লগত পৃষ্ঠপোষক বা বিশিষ্ট সদস্য ৰূপে এইসকল ব্যক্তি জড়িত আছিল: ঁজগৎ চন্দ্ৰ বৰুৱা, ঁযজ্ঞেশ্বৰ বৰঠাকুৰ, ঁহেমচন্দ্ৰ হাজৰিকা, ঁজয় চন্দ্ৰ ভট্টাচাৰ্য, ঁজ্বালা প্ৰসাদ আগৰৱালা, ঁৰমাকান্ত বৰুৱা, ঁভূধৰ শৰ্মা ফুকন, ঁত্ৰয়োধৰ শৰ্মাফুকন, ঁবিজয় শৰ্মাবৰুৱা, ঁচেনিৰাম দাস, ঁচন্দ্ৰকান্ত বৰুৱা, ঁকমিনাথ শই-কীয়া, ঁডম্বৰু হাজৰিকা, ঁউমাকান্ত গোস্বামী (লেহগাঁও), শ্ৰীপদ্মকান্ত শইকীয়া, শ্ৰীবিনিত চন্দ্ৰ বৰুৱা।

১৯৩৯ চনৰ আগলৈকে এই শাখা সভা পূৰ্ণ পয়োভৰে ৰাইজৰ যথেষ্ট উৎসাহ-উদ্দীপনা-ময় সহযোগেৰে চলি আছিল। কিন্তু দ্বিতীয় মহাযুদ্ধৰ বিভীষিকা, স্বাধীনতা আন্দোলন তথা '৪২ ৰ বিপ্লৱৰ প্ৰস্তুতিৰ ব্যস্ততা, ইংৰাজ শাসকৰ অত্যাচাৰ-উৎপীড়ন-নিৰ্যাতনেৰে ভৰা দমননীতি, বয়বস্তুৰ নাটনি, চৰা দাম, সামাজিক মূল্যবোধৰ অৱক্ষয় আৰু সামগ্ৰিকভাৱে জাতীয় জীৱনৰ অস্থিৰতাৰ মাজত বিশ্বনাথ সাহিত্য সভাৰ কাম আৰু নাম হেৰাই গ'ল।

এই বিশ্বনাথ সাহিত্য সভাৰ প্ৰতিষ্ঠাৰ ক্ষণৰ পৰা শেষলৈকে সম্পাদক আছিল ঁযতীন্দ্ৰ নাথ বৰঠাকুৰ।

## ৪। বিশ্বনাথ চাৰিআলি শাখা সাহিত্য সভা: ১৯৫৮

১৯৪২ চনৰ গণবিপ্লৱৰ পটভূমিত যি জাতীয় চেতনা আৰু জাগৰণৰ সৃষ্টি হৈছিল, তাৰ ফলত বিশ্বনাথ চাৰিআলি অঞ্চলত গাঁৱে গাঁৱে পুথিভঁৰাল আৰু যুৱক সংঘ গঠন হৈছিল। এই-বোৰৰ যোগেদি পুথি অধ্যয়ন, সাহিত্য আলোচনা সভা, সাহিত্য প্ৰতিযোগিতা, হাতেলিখা আলোচনী প্ৰকাশ আৰু জাতীয় উৎসৱ পালন আদিৰ ব্যৱস্থা জনপ্ৰিয় হৈ উঠাত অঞ্চলটোত সাহিত্য চৰ্চাৰ পৰি-বেশ নতুনকৈ গঢ় লৈ উঠিছিল।

স্বাধীনতা লাভৰ ন-দহ বছৰ মানৰ পিছৰ-ফালে এই পুথিভঁৰালসমূহ প্ৰায় নিষ্ক্ৰিয় হৈ পৰাত আৰু কেন্দ্ৰীয়ভাৱে বিশ্বনাথ চাৰিআলি অঞ্চলটোত কোনো সাহিত্য সংগঠন নথকাত স্থানীয় সচেতন ৰাইজৰ মনত অসম সাহিত্য সভাৰ এটি শাখাৰ প্ৰয়োজনীয়তা অনুভৱ হ'ল। সেয়ে, ১৯৫৮ চনৰ জুন মাহত বীণাপাণি নাট্যমন্দিৰত ঁনবীন চন্দ্ৰ ভট্টাচাৰ্যৰ সভাপতিত্বত বহা ৰাজহুৱা সভাত বিশ্বনাথ চাৰিআলি শাখা সাহিত্য সভা গঠনৰ সিদ্ধান্ত কৰা হয়। সভাপতি ভট্টাচাৰ্যদেৱে এই সিদ্ধান্ত আদৰণি জনাই পূৰ্বৰ বিশ্বনাথ সাহিত্য সভাৰ স্মৃতি স্মৰণ কৰি সকলোকে উৎসাহিত কৰি কয় যে সাহিত্য সভাৰ শাখাৰ পুলিটো বৰ্ত-মান ৰুই থ'লে পিছত কোনোবাই সাৰ-পানী দি ডাঙৰ-দীঘল কৰিব, পত্ৰে-পুষ্পে সুশোভিত কৰিব।

সভাই শ্ৰীতুলসী ফুকনক সভাপতি, শ্ৰীবুধীন্দ্ৰ নাথ হাজৰিকাক সম্পাদক লৈ এখনি কাৰ্য-কৰী কমিটি গঠন কৰে। শাখাই অসম সাহিত্য সভাৰ লগত যোগাযোগ কৰি সভ্যভতিৰ অভিযান চলাই শাখা নিয়মীয়া কৰে আৰু আলোচনা সভা আদি অনুষ্ঠিত কৰে। ১৯৬০ চনত বহা সাধাৰণ সভাই নতুন কাৰ্যকৰী সভা গঠন কৰি শ্ৰীতুলসী ফুকন আৰু শ্ৰীবীৰেণ শৰ্মাক ক্ৰমে সভাপতি-সম্পাদক নিৰ্বাচন কৰে। এই কালছোৱাতো আলো-চনা চক্ৰ আদি অনুষ্ঠিত হয়। ১৯৬৩ চনৰ সাধাৰণ সভাত নতুন কাৰ্যকৰী সভা গঠিত হয় আৰু শ্ৰীতুলসী ফুকনক সভাপতি আৰু শ্ৰীৰাজেন্দ্ৰনাথ বৰঠাকুৰক সম্পাদক নিৰ্বাচন কৰে। শাখাৰ কাম-কাজ পূৰ্বৰ দৰে আলোচনা সভাৰ আয়োজন, সাহিত্য সপ্তাহ উদ্‌যাপন, সাধাৰণ সভ্য আৰু



আজীৱন সভ্যভতি অভিযান আদিৰে আৰম্ভ হয়। এই কালছোৱাৰ উল্লেখযোগ্য কাৰ্যাৱলী হ'ল অসমৰ কেইবাজনো যশস্বী কবি-সাহিত্যিকৰ জন্ম শত-বাৰ্ষিকী উদ্‌যাপন। শাখাই স্থানীয় ৰাইজৰ পূৰ্ণ সহযোগিতাত ১৯৬৪ চনত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম শতবাৰ্ষিকী স্মৃতি তৰ্পণ, শোভা-যাত্ৰা, আলোচনা সভা, নাট্যাভিনয়, সাংস্কৃতিক অনুষ্ঠান আৰু অধ্যক্ষ শ্ৰীসদানন্দ চলিহাৰ সভা-পতিত্বেৰে এখনি মুকলি সভা অনুষ্ঠিত কৰে। ইয়াৰ উপৰিও অসম সাহিত্য সভাৰ প্ৰথম সভাপতি সাহিত্যাচাৰ্য পদ্মনাথ গোহাঞিবৰুৱা, জ্ঞানমালিনীৰ কবি মফিজুদ্দিন আহমেদ হাজৰিকা, বুৰঞ্জীবিদ কনকলাল বৰুৱাৰ জন্ম শতবাৰ্ষিকী সফলভাৱে উদ্‌যাপন কৰা হয়।

১৯৭৪ চনৰ পিছৰপৰা শাখা নিষ্ক্ৰিয় হৈ পৰাত ১৯৭৭ চনৰ ১ আগষ্ট তাৰিখে শ্ৰীতৰুণ শইকীয়া আৰু শ্ৰীসুশীল ভূঞাৰ আহ্বানক্ৰমে বহা সভাত বিশ্বনাথ চাৰিআলি শাখা সাহিত্য সভা পুনৰ সঞ্জীৱিত কৰাৰ ব্যৱস্থা গ্ৰহণ কৰা হয়। এই উদ্দেশ্যে শ্ৰীজিতেন ভাগৱতীক সভাপতি, শ্ৰীতৰুণ শইকীয়াক উপসভাপতি আৰু শ্ৰীসুশীল ভূঞাক সম্পাদক নিৰ্বাচিত কৰি এখন কাৰ্যকৰী কমিটি গঠন কৰা হয় আৰু আলোচনা চক্ৰ, সাহিত্য সপ্তাহ পালন, তেজপুৰ জিলা সাহিত্য পৰিষদ গঠনত উদ্যোগ লোৱা, সভ্যভতিৰ অভিযান আদিৰে শাখা পুনৰ সক্ৰিয় হৈ উঠে।

১৯৭৯ চনত বহা সাধাৰণ সভাই শ্ৰীজিতেন ভাগৱতীক সভাপতি আৰু শ্ৰীনিৰদাকান্ত বৰুৱাক সম্পাদক নিৰ্বাচন কৰি এখন কাৰ্যকৰী সভা গঠন কৰে। এই কাৰ্যকৰী সভাই ১৯৮৫ চনলৈকে সভাৰ কাম-কাজ চলায়। এই কালছোৱাৰ উল্লেখযোগ্য কাৰ্যাৱলী হ'ল: (১) অসমৰ ছবছৰীয়া বিদেশী বহিষ্কাৰ আন্দোলনৰ অংশীদাৰ অসম সাহিত্য সভাৰ শাখা হিচাপে সভাৰ বিভিন্ন নিৰ্দেশাৱলী পালন কৰা, (২) পূব চাৰিআলি শাখা সাহিত্য সভা,

পাছে শাখা সাহিত্য সভা গঠনত উদ্যোগ লোৱা, (৩) সাধাৰণ সভ্য আৰু আজীৱন সভ্য বৃদ্ধিৰ অভিযান চলোৱা, (৪) স্থানীয় ন-লেখক-লেখিকাৰে লেখক সন্মিলনৰ আয়োজন, (৫) স্থানীয় প্ৰবীণ সাহিত্যিক শ্ৰীজীৱন চন্দ্ৰ বৰুৱা, শ্ৰীগোলোক হাজৰিকা আৰু প্ৰবীণ কণ্ঠশিল্পী শ্ৰীপূৰ্ণ বৰঠাকুৰক সম্বৰ্ধনা জনোৱা, (৬) শাখাৰ নিজা ভৱন আৰু কাৰ্যালয় নিৰ্মাণৰ উদ্দেশ্যে মাটি পাবৰ কাৰণে চৰকাৰৰ লগত যোগাযোগ কৰি ফলপ্ৰসূ ব্যৱস্থা গ্ৰহণ। ইয়াৰ উপৰিও অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীসীতানাথ ব্ৰহ্মচৌধুৰী, বুৰঞ্জীবিদ বেণুধৰ শৰ্মা, বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীৰ মৃত্যুত শোকসভা পতা হয়। লগতে আলোচনাচক্ৰ, শিল্পী দিৱস, সাহিত্য সপ্তাহ উদ্‌যাপন আদি নিয়মীয়া কাৰ্যসূচী পালন কৰা হয়।

১৯৮৬ চনৰ ২ ফেব্ৰুৱাৰী তাৰিখে বহা সাধাৰণ সভাই শ্ৰীজগৎ বড়াক সভাপতি আৰু শ্ৰীদ্বিজেন মহন্তক সম্পাদক লৈ এখন কাৰ্যকৰী কমিটি গঠন কৰে। শ্ৰীমহন্তই সম্পাদকৰ দায়িত্ব ল'বলৈ অপাৰগতা প্ৰকাশ কৰাত শ্ৰীদোলন শৰ্মাক সম্পাদকৰ দায়িত্ব অৰ্পণ কৰা হয়। শাখাই আলোচনা চ'ৰা, জ্যোতিদিৱস, কমলাকান্ত ভট্টাচাৰ্যৰ মৃত্যুদিৱস, অতুল চন্দ্ৰ হাজৰিকাৰ মৃত্যুত স্মৃতি সভা, সাহিত্য সপ্তাহ পালন আদি নিয়মিত কাৰ্যাৱলী সম্পাদন কৰে। বছৰটোত শাখাৰ উল্লেখযোগ্য কাৰ্যাৱলী হ'ল ঃ (১) অসম সাহিত্য সভাৰ 'দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা সোঁৱৰণী শিশু সাহিত্য ৰচনাৰ তৃতীয় কৰ্মশালা' বিশ্বনাথ চাৰিআলি শাখাৰ উদ্যোগত ১৩ অক্টোবৰৰপৰা ৪ দিনীয়া কাৰ্যসূচীৰে অনুষ্ঠিত কৰা আৰু (২) জুলাই মাহত স্থানীয় ছাত্ৰ-ছাত্ৰীৰ মাজত কবিতা আৰু গল্প ৰচনাৰ প্ৰশিক্ষণ শিবিৰৰ আয়োজন কৰা।

১৯৮৭-৮৮ চনৰ বাবেও সাধাৰণ সভাই পূৰ্বৰ সম্পাদক-সভাপতিকে লৈ কাৰ্যকৰী সভা গঠন কৰে। এই বছৰটোত পূৰ্বৰ দৰে আলোচনা চক্ৰ, স্মৃতি দিৱস, সাহিত্য সপ্তাহ পালন আদি কাৰ্যসূচী পালন কৰাৰ উপৰিও শোণিতপুৰ জিলা ভিত্তিত গল্প, কবিতা প্ৰতিযোগিতা আৰু স্থানীয় গাঁওসমূহৰ অতীত বুৰঞ্জীৰ তথ্য সংগ্ৰহৰ অভিযান চলায়।

১৯৮৮-৮৯ চনৰ বাবে সাধাৰণ সভাই শ্ৰীনৰেন্দ্ৰনাথ ভট্টাচাৰ্যক সভাপতি আৰু শ্ৰীদোলন শৰ্মাক সম্পাদক নিৰ্বাচন কৰি কাৰ্যকৰী সমিতি গঠন কৰে। এই বছৰটোত পূৰ্বৰ দৰে সাহিত্য সপ্তাহ পালন, আলোচনা চক্ৰৰ আয়োজন, স্মৃতি দিৱস উদ্‌যাপন আদি অনুষ্ঠিত কৰা হয়। এই বছৰ মাধ্যমিক আৰু উচ্চতৰ মাধ্যমিক স্তৰৰ চূড়ান্ত পৰীক্ষাত অসমীয়াত আৰু ইংৰাজীত সৰ্বোচ্চ নম্বৰ পোৱা স্থানীয় ছাত্ৰক মেধা পুৰস্কাৰ প্ৰদান কৰা হয়। অন্যান্য উল্লেখযোগ্য কাৰ্যাৱলী হ'ল ঃ (১) ছাত্ৰ-ছাত্ৰীৰ কাৰণে নাটক ৰচনাৰ প্ৰশিক্ষণ শিবিৰৰ আয়োজন, (২) অসম সাহিত্য সভাৰ 'দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা সোঁৱৰণী বক্তৃতামালা'ৰ প্ৰথম বক্তৃতাৰ আয়োজন, (৩) কথা-সাহিত্যিক দীননাথ শৰ্মাৰ 'দেশপ্ৰাণ লক্ষ্মীধৰ' গ্ৰন্থৰ পুনৰ প্ৰকাশ, (৪) শাখাৰ ভৱন আৰু কাৰ্যালয় নিৰ্মাণৰ বাবে ৫ কঠা মাটিৰ দখল লাভ আৰু ভৱন নিৰ্মাণৰ বাবে পুঁজি সংগ্ৰহৰ ব্যৱস্থা গ্ৰহণ, (৫) অসম সাহিত্য সভাৰ সভাপতি শ্ৰীকীৰ্তিনাথ হাজৰিকাৰ দ্বাৰা শাখা সাহিত্য সভা ভৱনৰ আশাৰশিলা স্থাপন আৰু (৬) অসম সাহিত্য সভাৰ ৫৬ তম অধিবেশন বিশ্বনাথ চাৰিআলিলৈ আমন্ত্ৰণ আৰু তাৰ সফল পৰিসমাপ্তিৰ বাবে আদৰণী সমিতি গঠন। শাখাৰ বৰ্তমান সদস্য ৫০৩ জন, আজীৱন সদস্য ৫৪ জন।

## ৫। সদৌ অসম সূৰ্যবৰা সোঁৱৰণী একাঙ্ক নাট প্ৰতিযোগিতা সমিতি ঃ ১৯৬২

ষাঠি চনৰ ভাষা আন্দোলনৰ ছহিদ উদীয়মান শিল্পী সাহিত্যিক সূৰ্য বৰাৰ স্মৃতিত ১৯৬২ চনত 'সদৌ অসম সূৰ্য বৰা সোঁৱৰণী একাংক নাট প্ৰতিযোগিতা সমিতি' স্থাপিত হয়।

এই সমিতিৰ অন্যতম উদ্দেশ্য হৈছে মৌলিক একাংক নাট ৰচনা আৰু নাট্যাভিনয়ৰ সুবিধা আগবঢ়োৱা। সমিতিৰ যোৱা ২৭ বছৰে পতা প্ৰতিযোগিতাসমূহত ৫০০ (পাঁচশ)ৰো অধিক মৌলিক একাংকিকা মঞ্চস্থ হৈছে। গতিকে এই সমিতিয়ে স্থানীয়ভাৱে আৰু শোণিতপুৰ জিলা তথা সদৌ অসমতে বহুত নাট্যকৰ্মীক নাটক ৰচনা কৰিবলৈ অনুপ্ৰাণিত কৰিছে। স্থানীয়ভাৱে সৰ্বশ্ৰীথুলেশ্বৰ শইকীয়া, গোবিন্দ গোস্বামী, তৰুণ শইকীয়া, সুশীল গোস্বামী, ৰাজেন্দ্ৰনাথ বৰঠাকুৰ, নগেন শইকীয়া, সুশীল ভূঞা, নগেন শৰ্মা, দেবেন শইকীয়া, সুভাষ সাহা, থুল বৰা, সুভাষ সৰকাৰ, ৰমণী হাজৰিকা, ৰাম শইকীয়া আদিয়ে এই সমিতিৰ প্ৰতিযোগিতা মঞ্চৰপৰা যথেষ্ট সুবিধা আৰু অনুপ্ৰেৰণা লাভ কৰিছে।

'নিৰ্বাচিত নাট সংকলন' প্ৰকাশ সমিতিৰ এক উল্লেখযোগ্য কাৰ্য। সমিতিৰ প্ৰতিযোগিতাত মঞ্চস্থ হোৱা নাটসমূহৰপৰা চাই-চিতি ১২ খন একাংকিকা এই সংকলনত প্ৰকাশ কৰা হৈছে। সমিতিয়ে প্ৰতিযোগিতাৰ লগতে প্ৰতি বছৰে আলোচনা চক্ৰও অনুষ্ঠিত কৰি আহিছে। সমিতিৰ ৰূপালী জয়ন্তী উপলক্ষে ১৯৮৬ চনত শ্ৰীতৰুণ শইকীয়াৰ সম্পাদনাত এখনি স্মৃতিগ্ৰন্থ তথ্য আৰু প্ৰবন্ধ পাতিৰে আটকধুনীয়াকৈ প্ৰকাশ কৰা হৈছে।

সমিতিৰ বৰ্তমান সভাপতি শ্ৰীজিতেন ভাগৱতী আৰু সম্পাদক শ্ৰীযতীন শৰ্মা।

## ৬। পূব চাৰিআলি শাখা সাহিত্য সভা ঃ ১৯৭৫

চাৰিআলিৰ পূবে থকা বুঢ়ীগাং অঞ্চলত শাখা সাহিত্য সভা এখন গঠনৰ উদ্দেশ্যে শ্ৰীটিকাৰাম উপাধ্যায় 'নিভীক'ৰ আহ্বানক্ৰমে বাপুজী উচ্চ মাধ্যমিক বিদ্যালয়ত ২৫।১।৭৫ তাৰিখে এখন ৰাজহুৱা সভা অনুষ্ঠিত হয়। এই সভাতে অসম সাহিত্য সভাৰ সিদ্ধান্ত মৰ্মে 'পূব চাৰিআলি শাখা সাহিত্য সভা' গঠন কৰা হয়। শ্ৰীযোগেন বৰাক সভাপতি আৰু শ্ৰীটিকাৰাম উপাধ্যায়ক সম্পাদক ৰূপে লৈ এখন কাৰ্যকৰী সমিতি গঠিত হয়। এই শাখা গঠনত বিশ্বনাথ চাৰিআলি শাখা সাহিত্য সভায়ো উদ্যোগ লয়।

কাৰ্যকৰী সমিতিয়ে অসম সাহিত্য সভাৰ লগত যোগাযোগ কৰি ২০।২।৭৫ তাৰিখে সভাৰ অনুমোদন লাভ কৰে। তেতিয়াৰপৰাই এই শাখাই সক্ৰিয়ভাৱে সভাৰ কাম-কাজ আৰু অসম সাহিত্য সভাৰ নিৰ্দেশাৱলী পালন কৰি আহিছে। শাখাই বিভিন্ন বিষয়ত সভা-সমিতি, আলোচনাচক্ৰ, কবি সন্মিলন, ৰচনা-কবিতা-কুইজ প্ৰতিযোগিতা আদি অনুষ্ঠিত কৰাৰ উপৰিও সাহিত্য সপ্তাহ পালন কৰে।

বিশ্বনাথ চাৰিআলি শাখা সাহিত্য সভাৰ সৌজন্যত অনুষ্ঠিত অসম সাহিত্য সভাৰ শিশু সাহিত্য ৰচনা কৰ্মশালা (১৯৮৬) আৰু দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা সোঁৱৰণী বক্তৃতা অনুষ্ঠানৰ (১৯৮৮) সাফল্যৰ প্ৰতিও পূৰ্ণ সহযোগ আগবঢ়ায়। ১৯৯০ চনত হ'ব লগা অসম সাহিত্য সভাৰ ৫৬ তম অধিবেশনৰ প্ৰতিও শাখাই অকুণ্ঠ সহায়-সহযোগ আগবঢ়াইছে।

শাখাই স্থানীয় কবি-সাহিত্যিকসকলক অনুপ্ৰাণিত কৰাৰ উদ্দেশ্যে শ্ৰীগণেশ দাসৰ সম্পাদনাত 'পল্লৱ' নামৰ এখন কবিতা পুথি ১৯৮৮ চনত প্ৰকাশ কৰে। প্ৰকাশক আছিল শ্ৰীনৰেন শৰ্মা।

চলিত বছৰৰ স্মৰণীয় কাৰ্যসূচী এটি হৈছে শাখাৰ কাৰ্যালয় ভৱন নিৰ্মাণৰ আধাৰশিলা স্থাপন। স্থানীয় ৰাইজৰ উৎসাহ-উদ্দীপনাৰ মাজেৰে ১২।৮৯ তাৰিখে বিশ্বনাথ মহকুমাৰ মহকুমাধিপতি শ্ৰীঅতুল চতুৰ্বেদীয়ে উক্ত ভৱনৰ আধাৰশিলা স্থাপন কৰে।

২৪ জন আজীৱন সদস্যকে ধৰি শাখাৰ বৰ্তমান সদস্যসংখ্যা ২৫০ জন। শাখাৰ বৰ্তমান

সভাপতি শ্ৰীযোগেন বৰা আৰু সম্পাদক শ্ৰীগণেশ দাস।

### ৭। সদৌ অসম প্ৰগতিশীল শিল্পী সাহিত্যিক সংঘ, চাৰিআলি আঞ্চলিক শাখা ঃ ১৯৭৬

সমাজবাদী চিন্তাধাৰাৰ অনুশীলন কৰি সমাজৰ সকলো স্তৰৰ প্ৰগতিশীল শিল্পী-সাহিত্যিক, সাংবাদিক, সমাজকৰ্মীক ঐতিহাসিক বৰঙণি যোগোৱাত সহায় কৰা মুখ্য উদ্দেশ্যকে লৈ ১৯৬৬ চনত সদৌ অসম প্ৰগতিশীল শিল্পী-সাহিত্যিক সংঘ গঠিত হয়। ১৯৭৬ চনত এই সংঘৰ 'চাৰিআলি আঞ্চলিক শাখা' নামে এটি শাখা খোলা হয়। ইয়াৰ প্ৰতিষ্ঠাপক সভাপতি হ'ল শ্ৰীজীৱন চন্দ্ৰ বৰুৱা আৰু সম্পাদক শ্ৰীটিকাৰাম উপাধ্যায় 'নিৰ্ভীক'।

শাখাই স্থানীয় প্ৰয়াত সাহিত্যিক অগ্নিকবি কমলাকান্ত আৰু দেশপ্ৰাণ লক্ষ্মীধৰৰ লগতে কলাগুৰু বিষ্ণুপ্ৰসাদ, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ সোঁৱৰণী দিৱস উদ্‌যাপন কৰি শিল্পী-সাহিত্যিকসকলৰ আদৰ্শসমূহ জনমানসত প্ৰতিফলন কৰাৰ প্ৰয়াস কৰে।

১৯৭৮ চনৰ ৩ মে' তাৰিখে বীণাপাণি নাট্য মন্দিৰত শাখাৰ বাৰ্ষিক মুকলি অধিবেশন অনুষ্ঠিত হয়। সভাত মহৰ্ষি কমলাকান্তৰ ১২৫ তম জন্ম বাৰ্ষিকী সদৌ অসম ভিত্তিত পতাৰ সিদ্ধান্ত লয় আৰু অধ্যক্ষ সদানন্দ চলিহাদেৱক সভাপতি, শ্ৰীতুলসী ফুকনক কাৰ্যকৰী সভাপতি আৰু শ্ৰীজীৱন চন্দ্ৰ বৰুৱাক সম্পাদক লৈ অন্যান্য বিষয়-ববীয়া আৰু সদস্যেৰে 'সদৌ অসম মহৰ্ষি কমলাকান্ত সোঁৱৰণী সমিতি' গঠন কৰে।

সোঁৱৰণী সমিতিয়ে মহৰ্ষি কমলাকান্তৰ জন্মগাঁও গড়েহাগিত স্মৃতিস্তম্ভ নিৰ্মাণ, স্মৃতিগ্ৰন্থ প্ৰকাশ, মুকলি সভাৰ আয়োজন আদি কাৰ্যসূচী গ্ৰহণ কৰে। এই অনুসৰি ১৯৭৮ চনৰ ১৪ ডিচেম্বৰত (মৃত্যুদিৱস) মহৰ্ষিৰ জন্ম স্থানত কমলাকান্তৰ স্মৃতিস্তম্ভৰ আধাৰশিলা স্থাপন কৰি ২৩ ডিচেম্বৰত উন্মোচন কৰা হয়। সেইদিনা গড়েহাগি গাঁৱৰ নামঘৰত উলহ-মালহেৰে মহৰ্ষি কমলাকান্তৰ ১২৫ তম জন্ম বাৰ্ষিকী উপলক্ষে আয়োজন কৰা মুকলি সভা শ্ৰীচিদানন্দ শইকীয়াৰ সভাপতিত্বত অনুষ্ঠিত হয়। এই সভাত শ্ৰীটিকাৰাম উপাধ্যায় 'নিৰ্ভীক'ৰ সম্পাদনাত স্মৃতিগ্ৰন্থ এখনিও উন্মোচন কৰা হয়।

ইয়াৰ পাছতো এই শাখাই স্মৃতি দিৱস আদি পাতি আছে।

### ৮। নতুন সাহিত্য পৰিষদ বিশ্বনাথ চাৰিআলি শাখা ঃ ১৯৭৭

সমাজৰ অগণন শ্ৰমজীৱী মানুহৰ আশা-আকাংক্ষাৰ প্ৰতিফলন ঘটাই সমাজতন্ত্ৰলৈ উত্তৰণৰ সংগ্ৰামত মুক্তি পথৰ সন্ধান দিব পৰা সাহিত্যই হৈছে নতুন প্ৰগতিশীল সাহিত্য। এই দৃষ্টিভঙ্গী অক্ষত ৰাখি বিকৃত আদৰ্শ আৰু গতানুগতিকতাৰ পৰিবৰ্তে অসমীয়া সাহিত্যৰ গতিশীলতা যুগোপযোগী কৰি তোলা আৰু নতুন সাহিত্য চৰ্চাৰ পৰিসৰ আৰু গভীৰতা বৃদ্ধি কৰাৰ উদ্দেশ্যে নতুন সাহিত্য পৰিষদ গঠন কৰা হৈছে। ১৯৭৭ চনৰ ৩ জুন তাৰিখে গুৱাহাটীত ৰাজ্যিক সমিতি গঠন কৰাৰ পিছতেই চাৰিআলিতো ইয়াৰ শাখা গঠন কৰা হয়।

এই শাখাই 'দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা ৰচনাৱলী' প্ৰকাশৰ বাবে ৰাজ্যিক সন্মিলনত প্ৰস্তাৱ দাঙি ধৰে। ১৯৮৭ চনৰ ২৫ ডিচেম্বৰ তাৰিখে লক্ষ্মীধৰ শৰ্মা ৰচনাৱলীৰ প্ৰথম খণ্ডৰ উদ্বোধনী অনুষ্ঠান এই শাখাৰ যোগে চাৰিআলিত অনুষ্ঠিত হয়। ১৯৮৮ চনৰ ২৪ অক্টোবৰত দেশপ্ৰাণ লক্ষ্মীধৰৰ জন্ম জয়ন্তী উপলক্ষে সদৌ অসম ভিত্তিত প্ৰগতিশীল গল্প প্ৰতিযোগিতা, জিলা ভিত্তিত 'লক্ষ্মীধৰ শৰ্মাৰ জীৱন আৰু কৃতি' শীৰ্ষক ৰচনা প্ৰতিযোগিতা, অসমীয়া প্ৰগতিশীল গল্পৰ ওপৰত এটি



আলোচনা চক্ৰ আৰু ৰাজহুৱা সভা পতা হয়।

১৯৮৪ চনৰ ২৫ জানুৱাৰীত শাখাই চাৰিআলিৰ গলিয়াগাঁৱত জ্যোতিদিৱস উপলক্ষে ৰাজহুৱা সভা আৰু অসমীয়া জাতীয় জীৱনলৈ জ্যোতিপ্ৰসাদৰ বৰঙণিৰ বিষয়ে আলোচনাচক্ৰ অনুষ্ঠিত কৰে। ১৯৮৬ চনৰ জানুৱাৰীত আৰু ১৯৮৯ চনৰ মে' মাহত শাখাৰ তৰফৰপৰা প্ৰগতিশীল সাহিত্যৰ বিষয়ে আলোচনাচক্ৰ অনুষ্ঠিত হয়।

বৰ্তমান অসমীয়া জাতীয় জীৱন বিধ্বস্ত হোৱাৰ সময়ত সংহতি আৰু সমন্বয়ৰ দৃষ্টিৰে অসমৰ বিভিন্ন অংশৰ বাইজৰ মাজত জাতীয় পুনৰ গঠনৰ ভাবাদৰ্শ প্ৰচাৰৰ হকে স্থানীয় শাখাই কিছুমান আঁচনি লৈছে।

নতুন সাহিত্য পৰিষদৰ বিশ্বনাথ চাৰিআলি শাখাৰ বৰ্তমান সদস্য সংখ্যা ১০০ জন। বৰ্তমান সভাৰ সভাপতি শ্ৰীপ্ৰেমানন্দ বৰা আৰু সম্পাদক শ্ৰীমুনীন্দ্ৰ গোস্বামী।

### ৯। বিশ্বনাথ চাৰিআলি লেখিকা সমাৰোহ ঃ ১৯৭৯

১৯৭৫ চনত গঠিত হোৱা সদৌ অসম লেখিকা সমাৰোহ অসম সাহিত্য সভাৰ এটি স্বীকৃত অনুষ্ঠান। বিশ্বনাথ চাৰিআলি কেন্দ্ৰীয় মহিলা সমিতিৰ উদ্যোগত বিশ্বনাথ চাৰিআলি লেখিকা সমাৰোহ শাখাৰ ১৯৭৯ চনত জন্ম হয়। শ্ৰীমোক্ষদা দেৱী আৰু শ্ৰীস্বৰ্ণ হাজৰিকা যথাক্ৰমে এই শাখাৰ সভানেত্ৰী আৰু সম্পাদিকা।

স্থানীয় মহিলাসকলৰ মাজত সাহিত্য চৰ্চাৰ পৰিৱেশ গঢ়ি তোলাৰ উদ্দেশ্যে গঠিত এই শাখাই আলোচনাচক্ৰ আৰু গল্প-কবিতাৰ প্ৰতিযোগিতা আয়োজন কৰি আহিছে। যোৱা বিদেশী বহিষ্কাৰ আন্দোলন আৰু অন্যান্য সামাজিক উন্নয়নমূলক কামতো শাখাৰ যোগেদি মহিলাসকলে অংশ গ্ৰহণ কৰাটো উল্লেখযোগ্য।

### ১০। মোনাবাৰী শাখা সাহিত্য সভা ঃ ১৯৮০

মোনাবাৰী চাহ বাগিচাৰ কৰ্মচাৰী আৰু অন্যান্য সাহিত্যানুৰাগীৰ উদ্যোগত ১৯৮০ চনৰ নৱেম্বৰ মাহত মোনাবাৰী শাখা সাহিত্য সভা গঠন কৰা হয় আৰু সেই বছৰতেই অসম সাহিত্য সভাৰ স্বীকৃতি লাভ কৰে। এই শাখাৰ প্ৰতিষ্ঠাপক সভাপতি শ্ৰীপ্ৰতাপ গোস্বামী আৰু সম্পাদক শ্ৰীতাৰিণী কুমাৰ বৰা।

অসম সাহিত্য সভাৰ উদ্দেশ্যৰ অনুকূলে বাগিচাখনৰ কৰ্মচাৰীসকল কামত ব্যস্ত থকাৰ পিছত এই অনুষ্ঠানটোৰ জৰিয়তে সাহিত্য-সংস্কৃতিৰ চৰ্চাত মনোনিবেশ কৰাৰ লগতে বাগিচাৰ মজদুৰ সকলৰ মাজলৈ এই সভাৰ সম্প্ৰসাৰণ কৰি সমন্বয়ৰ সেতু কটকটীয়া কৰাটোয়েই শাখাৰ প্ৰধান লক্ষ্য।

শাখাই সাহিত্য সপ্তাহ পালন কৰাকে ধৰি অসম সাহিত্য সভাৰ নিৰ্দেশাৱলী পালন কৰি আহিছে। তদুপৰি সময়ে সময়ে আলোচনাচক্ৰ, জ্যোতি-বিষ্ণু দিৱস উদ্‌যাপন, বিশিষ্ট ব্যক্তিক সম্বৰ্ধনা, শাখাৰ প্ৰতিষ্ঠা দিৱস পালন আদি বিভিন্ন কাৰ্যসূচী অনুষ্ঠিত কৰা হয়। শাখাৰ উদ্যোগত স্থানীয় ছাত্ৰ-ছাত্ৰীসকলৰ মাজত সাহিত্য চৰ্চাৰ পৰিৱেশ ৰচনাৰ্থে গল্প, কবিতা, তৰ্ক আৰু কবিতা আবৃত্তি প্ৰতিযোগিতাৰো আয়োজন কৰা হয়।

শাখাৰ বৰ্তমান সভাপতি শ্ৰীবংশীদেৱ মহন্ত আৰু সম্পাদক শ্ৰীতাৰিণী কুমাৰ বৰা।

### ১১। শোণিতপুৰ জিলা কাৰ্‌বি লাম্‌মেত আমেই (কাৰ্‌বি সাহিত্য সভা)ঃ ১৯৮০

শোণিতপুৰ জিলা কাৰ্‌বি লামমেত্‌ আমেই কাৰ্‌বিসকলৰ সাহিত্য সভা। ইয়াৰ মুখ্য কাৰ্যালয় মিছামাৰীত (পাভৈ)। ১৯৮০ চনৰ ৯ নৱেম্বৰত এই অনুষ্ঠান প্ৰতিষ্ঠিত হয়। নিজা ভাষা-কৃষ্টি-সংস্কৃতি, নীতি-নিয়ম, সাজ-গোছাক আদিৰ

নিজস্ব বৈশিষ্ট্যৰে কাৰ্বিসকল অসমৰ এটি আদিমবাসী। লোকগীত আৰু সাধুকথা আদিতো কাৰ্বিসকল চহকী। কাৰ্বিসকলৰ এই নিজস্ব ঐতিহ্যপূৰ্ণ বৈশিষ্ট্য জীয়াই ৰাখিবৰ আৰু কাৰ্বি ভাষাটো প্ৰাথমিক পৰ্যায়ৰ বিদ্যালয়সমূহত প্ৰচলনৰ জৰিয়তে পুনৰ জীৱিত কৰি বিকাশমুখী কৰি তোলাই কাৰ্বি লামমেত্ আমেইৰ মূল লক্ষ্য আৰু উদ্দেশ্য।

১৯৮১ চনৰ ফেব্ৰুৱাৰী মাহত শ্ৰীবগীৰাম ক্ৰোৰ সভাপতিত্বত দৰং (বৰ্তমান শোণিতপুৰ) কাৰ্বি লাম্মেত্ আমেইৰ ১ম বাৰ্ষিক অধিবেশন বালিচাঙত অনুষ্ঠিত হয়। যোৱা মে' মাহত কাৰ্বি লাম্মেত্ আমেইৰ বাৰ্ষিক সাধাৰণ সভা মিছামাৰী কাৰ্বি গাঁৱত শ্ৰীপাৰি ৰংপিদেৱৰ সভাপতিত্বত অনুষ্ঠিত হয়। সভাত কাৰ্বি ভাষা প্ৰাথমিক বিদ্যালয় পৰ্যায়ত প্ৰচলন কৰা, কাৰ্বি লাম্মেতাছাম (অভিধান), লামকুৰু (ব্যাকৰণ), ফুৰকিম (বুৰঞ্জী) গ্ৰন্থ প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। এই অধিবেশন উপলক্ষে ল'কিম (স্মৃতিগ্ৰন্থ) এখনো প্ৰকাশিত হয়।

এই আমেইৰ প্ৰতিষ্ঠাপক সভাপতি-সম্পাদক আছিল শ্ৰীলংকি ফাংচ আৰু শ্ৰীদৰছিং তিছ (১৯৮০-৮৪)। ১৯৮৪-৮৭ চনৰ সভাপতি-সম্পাদক আছিল ক্ৰমে শ্ৰীবগীৰাম ক্ৰো আৰু শ্ৰীদৰছিং তিছ। বৰ্তমান সভাপতি (১৯৮৭ চনৰপৰা) শ্ৰীচিকাৰী তেৰাং আৰু সম্পাদক শ্ৰীনোমল চন্দ্ৰ তিছ।

## ১২। পাভৈ শাখা সাহিত্য সভা ঃ ১৯৮১

পাভৈ শাখা সাহিত্য সভা ১৯৮১ চনৰ ২৩ জানুৱাৰীত বিশ্বনাথ চাৰিআলি শাখাৰ সৌজন্যত গঠিত হয় আৰু সেই বছৰেই অসম সাহিত্য সভাৰ স্বীকৃতি লাভ কৰে। স্থানীয় (সৰ্বশ্ৰী) চেনাৰাম বৰা, বিপিন হাজৰিকা, ৰবি বৰা, কমলা খাউণ্ড, চিকাৰী তেৰাং, শুকদেৱ কুৰ্মী, নবীন দাস, হলি বৰকটকী, বসেশ্বৰ খাউণ্ড আদি ইয়াৰ প্ৰধান উদ্যোক্তা।

শাখাৰ জৰিয়তে সাহিত্য ভিত্তিক পষেকীয়া বৈঠক অনুষ্ঠিত কৰা হয় আৰু অসম সাহিত্য সভাৰ সাহিত্য সপ্তাহ পালন আৰু অন্যান্য কাৰ্যসূচী সম্পাদন কৰা হয়। অসমৰ বিশিষ্ট ব্যক্তিৰ জন্ম-মৃত্যু দিৱসো সময়ে সময়ে পালন কৰা হয়। শাখাই নিয়মীয়াকৈ 'প্ৰাচীৰ' নামেৰে এখন মাহেকীয়া প্ৰাচীৰ পত্ৰিকা প্ৰকাশ কৰি আহিছে। ১৯৮৬ ৰ ১ আৰু ২ ফেব্ৰুৱাৰী তাৰিখে শোণিতপুৰ জিলা সাহিত্য সভাই আয়োজন কৰা 'বুৰঞ্জী সন্মিলন' শাখাৰ উদ্যোগত বাইজৰ সহযোগত সুচাৰুৰূপে অনুষ্ঠিত কৰা হয়। অসম সাহিত্য সভাৰ ৫৬ তম বিশ্বনাথ চাৰিআলি অধিবেশন অনুষ্ঠিত কৰাৰ উদ্দেশ্যে গঠিত আদৰণী সমিতিৰো অংশীদাৰ ৰূপে সভাই পূৰ্ণ সহযোগ আগবঢ়াইছে।

শাখাৰ বৰ্তমান সভাপতি শ্ৰীতনু বৰকটকী আৰু সম্পাদক শ্ৰীঅৰুণ দাস।

## ১৩। শোণিতপুৰ কুশলী সাহিত্য পৰিষদ, চাৰিআলি ঃ ১৯৮৬

বিশ্বনাথ চাৰিআলিৰ লগতে অসমৰ বিভিন্ন প্ৰান্তৰ সুকুমাৰ কলা আৰু সাহিত্যানুৰাগী তৰুণ-তৰুণীক একত্ৰিত কৰি বিভিন্ন প্ৰতিযোগিতাৰ মাধ্যমেৰে প্ৰতিভা বিকাশত অৰিহণা যোগোৱা তথা তৰুণৰ সৃষ্টিমুখী গতি বৃদ্ধি কৰাৰ উদ্দেশ্যে ১৯৮৬ চনৰ জুলাই মাহত চাৰিআলিত কেইজনমান যুৱ-ছাত্ৰৰ উদ্যোগত শোণিতপুৰ কুশলী সাহিত্য পৰিষদৰ জন্ম হয়। প্ৰাচীৰ পত্ৰিকাৰ প্ৰকাশ আৰু স্থানীয় ছাত্ৰ-ছাত্ৰীৰ মাজত সাহিত্য বিষয়ক বিবিধ প্ৰতিযোগিতাৰে পৰিষদৰ কাৰ্যসূচীৰ পাতনি মেলা হয়।

১৯৮৭, '৮৮ আৰু '৮৯ চনত পৰিষদৰ দ্বাৰা 'অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য সাহিত্য প্ৰতিযোগিতা' অতি উৎসাহ-উদ্দীপনাৰে পালন কৰা হয়। এই প্ৰতিযোগিতাত সদৌ অসম ভিত্তিত গল্প, কবিতা, প্ৰবন্ধ, বিতৰ্ক, আকস্মিক বক্তৃতা, আবৃত্তি, বক্তৃতা, কুইজ, আন্তঃস্তৰক কবিতাবৃত্তি আৰু প্ৰাচীৰ পত্ৰিকা এই দহবিধ প্ৰতিযোগিতা অনুষ্ঠিত কৰা হয়। স্থানীয়ৰ উপৰিও অসমৰ বিভিন্ন ঠাইৰপৰা অহা প্ৰতিযোগীৰ সঁহাৰি তথা অংশ গ্ৰহণ অতি উৎসাহজনক। ইয়াৰ লগতে শোণিতপুৰ জিলা ভিত্তিত থিতাতে আঁকা ছবি আৰু গল্প, প্ৰবন্ধ, কবিতা লেখন প্ৰতিযোগিতাও অনুষ্ঠিত কৰা হয়। এই প্ৰতিযোগিতাৰ বিজয়ীসকলৰ বাবে ২১ টা চলন্ত বঁটা আছে। এই বঁটা সমূহ স্থানীয় ব্যক্তিয়ে তেখেতসকলৰ স্বৰ্গগত আত্মীয়ৰ স্মৃতিত পৰিষদলৈ আগবঢ়াইছে।

পৰিষদে তৃতীয় বাৰ্ষিক সাহিত্য প্ৰতিযোগিতা উপলক্ষে শ্ৰীভাৰত চন্দ্ৰ দাসৰ সম্পাদনাত এখনি স্মৰণিকা প্ৰকাশ কৰে। পৰিষদৰ প্ৰতিষ্ঠাপক সভাপতি শ্ৰীসৌমিত্ৰ কুমাৰ বৰুৱা আৰু সম্পাদক শ্ৰীভবেন বৰুৱা। বৰ্তমানৰ সভাপতি শ্ৰীশিৱ সেন আৰু সম্পাদক শ্ৰীভবেন বৰুৱা।

## ১৪। সাহিত্য চ'ৰা ঃ বিশ্বনাথ মহাবিদ্যালয় ঃ ১৯৮৬

সাহিত্য চ'ৰা বিশ্বনাথ মহাবিদ্যালয়ৰ শিক্ষক-ছাত্ৰৰ উমৈহতীয়া সাহিত্য সংগঠন। এই চ'ৰা ১৯৮৬ চনত মহাবিদ্যালয়ৰ ভাৰপ্ৰাপ্ত অধ্যক্ষ শ্ৰীভুবন চন্দ্ৰ চুতীয়াদেৱে উদ্বোধন কৰে। চ'ৰাৰ নিয়মীয়া বৈঠকত ছাত্ৰ-শিক্ষকৰ প্ৰবন্ধ, গল্প, কবিতা, ৰসৰচনা পাঠ আৰু আলোচনা কৰাৰ উপৰিও গীত পৰিবেশন কৰা হয়। আমন্ত্ৰিত ব্যক্তিৰ উপস্থিতিৰে আলোচনা চক্ৰও বিভিন্ন বিষয়ৰ ওপৰত অনুষ্ঠিত কৰা হয়।

চ'ৰাই মহাবিদ্যালয়ৰ শংকৰদেৱৰ তিথি, সৰস্বতী পূজা, নৱাগত আদৰণী সভা, মহাবিদ্যালয় সপ্তাহৰ লগত সংগতি ৰাখি ৰচনা, কবিতা, গল্প আৰু বক্তৃতা প্ৰতিযোগিতা পাতি আছে।



সাহিত্য চ'ৰাৰ উল্লেখযোগ্য সাফল্য হৈছে কবিতা ফলকৰ ব্যৱস্থা গ্ৰহণ। এই ফলকত দৈনিক একোটি স্বৰচিত কবিতা আঁৰা হয়। এই নতুন ব্যৱস্থাৰ প্ৰতি ছাত্ৰ সমাজৰ উৎসাহ সন্তোষজনক। কবিতা ফলকত প্ৰকাশিত কবিতাৰে এখন কবিতা পুথি প্ৰকাশ কৰিবলৈ চ'ৰাই সিদ্ধান্ত লৈ ১৯৮৭ চনত ছাত্ৰ-ছাত্ৰী আৰু অধ্যাপক-অধ্যাপিকাৰ কুৰিটা কবিতাৰে 'আজিৰ কবিতা' নামৰ এটি সংকলন প্ৰকাশ কৰে।

চ'ৰাৰ ১৯৮৬-৮৭, ১৯৮৭-৮৮ আৰু ১৯৮৮-৮৯ চনৰ সম্পাদক ক্ৰমে শ্ৰীযামিনী বাঢ়ৈ, শ্ৰীপ্ৰশান্ত কুমাৰ বৰা আৰু শ্ৰীভবেন বৰা। অধ্যাপক শ্ৰীৰাজেন্দ্ৰনাথ বৰঠাকুৰে প্ৰতিষ্ঠাৰেপৰা চ'ৰাৰ সভাপতি হিচাপে কাম-কাজ পৰিচালনা কৰি আহিছে।

## ১৫। কবিচক্ৰ, চাৰিআলি ঃ ১৯৮৭

কবিতা অধ্যয়ন, কবিতা লেখা, প্ৰকাশ কৰা, কবিতাৰ বিকাশত অৰিহণা যোগোৱা আৰু সৃজনীশীল প্ৰতিভাৰ অনুসন্ধান কৰাৰ উদ্দেশ্যেই ১৯৮৭ চনত "কবি চক্ৰ' স্থাপিত হয়। সৰ্বশ্ৰী ইন্দ্ৰমোহন বৰুৱা, প্ৰতাপ কুমাৰ শৰ্মা, মলয় মহন্ত, অজন্তা ওজা, ধ্ৰুৱজ্যোতি দাস, কৃষ্ণকমল শইকীয়া, বিনীতা বৰুৱা আদি এই অনুষ্ঠানৰ প্ৰধান উদ্যোক্তা। প্ৰতিষ্ঠাপক সভাপতি হ'ল শ্ৰীজগৎ বড়া আৰু সম্পাদক শ্ৰীধ্ৰুৱজ্যোতি দাস।

কবিচক্ৰই স্থানীয়ভাবে নিয়মীয়াকৈ কবি সন্মিলন, আলোচনা চক্ৰ অনুষ্ঠিত কৰি আহিছে। ১৯৮৮ চনত কবিচক্ৰই স্থানীয়ভাবে সংগ্ৰহ কৰি অসমীয়া সাহিত্যত ইতিমধ্যে প্ৰাক্ শংকৰী যুগৰ পৰা প্ৰকাশিত কবিতা পুথিৰ প্ৰদৰ্শনী এখন ৰাইজৰ বাবে মুকলি কৰে। ১৯৮৮ চনৰ ২৪ চেপ্তেম্বৰ তাৰিখে পুৱাবেলা কবি-সমালোচক শ্ৰীনলিনীধৰ ভট্টাচাৰ্যৰ সভাপতিত্বত 'সাম্প্ৰতিক অসমীয়া কবিতা'ৰ

ওপৰত এখন আলোচনা চক্ৰ আৰু প্ৰবীণ কবি-গীতিকাৰ শ্ৰীকেশৱ মহন্তৰ সভাপতিত্বত এখন কবি সন্মিলন আবেলি অনুষ্ঠিত হয়। আলোচনা চক্ৰত কবি সৰ্বশ্ৰী ৰাম গগৈ, মনোজ পূজাৰী, মৃদুল কুমাৰ দাস, সুভাষ সাহাই অংশ গ্ৰহণ কৰে। কবি সন্মিলনত শ্ৰীনলিনীধৰ ভট্টাচাৰ্য, শ্ৰীৰাম গগৈ আৰু বাকীসকল সমালোচকৰ উপৰিও স্থানীয় আৰু শোণিতপুৰ জিলাৰ ৫০ জনৰো অধিক নপুৰণি কবিয়ে কবিতা পাঠ কৰে।

কবি চক্ৰই 'সুগন্ধি কৰ্ণ' নামেৰে এখনি দুমহীয়া কবিতা পুথি প্ৰকাশৰ ব্যৱস্থা লৈছে আৰু ইতিমধ্যে ইয়াৰ চাৰিটা সংখ্যা প্ৰকাশ কৰি ৰাইজৰ সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে। সুগন্ধি কৰ্ণ প্ৰকাশৰ পূৰ্বে কবিতাৰ 'বেৰকাকত' এখন প্ৰতি মাহে প্ৰকাশিত হৈছিল। ইয়াৰ ফটোষ্টেট কপি কবি স্থানীয় বিদ্যালয়সমূহত তঁৰাৰ ব্যৱস্থা কৰা হৈছিল।

কবি চক্ৰৰ বৰ্তমান ভাৰপ্ৰাপ্ত সভাপতি শ্ৰীবিমান ৰায় বৰুৱা আৰু সম্পাদক শ্ৰীকৃষ্ণকমল শইকীয়া।

ওপৰত উল্লেখ কৰা সাহিত্য সংগঠনবোৰৰ উপৰিও বৰো শাখা সাহিত্য সভা, জিন্‌জিয়া শাখা সাহিত্য সভা, পূৰ্বজ্যোতি সংঘ, ক-খ-গ (চাৰিআলি) আদিৰ অৱস্থিতিৰ কথা জনা যায়। পূৰ্বজ্যোতি সংঘ (১৯৭৫-৭৮) আছিল বিশেষকৈ প্ৰাথমিক আৰু মাধ্যমিক বিদ্যালয়ৰ শিক্ষকসকলৰ সাহিত্য চৰ্চাৰ এটি সংগঠন। এই অনুষ্ঠানে মাজে সময়ে আলোচনাচক্ৰ অনুষ্ঠিত কৰিছিল। ইয়াৰ প্ৰধান উদ্যোক্তা আছিল সৰ্বশ্ৰীবলীন শৰ্মা (সভাপতি), দুৰ্গা বৰা (সম্পাদক) আৰু ক্ষীৰ কলিতা। ক-খ-গই 'প্ৰাৰম্ভিক' নামৰ এখন আলোচনী প্ৰকাশ কৰিছিল। মনালিছা ক্লাবটি সংঘয়ো 'সমলয়' নামৰ এখন আলোচনী উলিয়াইছিল। লগতে স্থানীয় শিক্ষানুষ্ঠান সমূহৰ পৰা প্ৰকাশিত আলোচনীসমূহ; একুৰিৰো অধিক শাখাৰে পুষ্ট আঞ্চলিক মইনা পাৰিজাতৰ কাৰ্যসূচীত সাহিত্য বিষয়ৰ অন্তৰ্ভুক্তি; অসম বিজ্ঞান সমিতিৰ বিশ্বনাথ চাৰিআলি শাখাৰ দ্বাৰা আয়োজিত আলোচনাচক্ৰ, জনপ্ৰিয় বক্তৃতানুষ্ঠান, বিজ্ঞান বিষয়ক সাহিত্য প্ৰতিযোগিতা আদিৰ জৰিয়তেও সাহিত্য চৰ্চাৰ পৰিবেশ এটা গঢ়ি তোলা হৈছে।

উল্লিখিত সাহিত্য সংগঠনবোৰৰ কেইবাটাও বৰ্তমানে হয় নিষ্ক্ৰিয়, নহয় মন্থৰ গতিৰে আগবাঢ়িছে। আমাৰ ব্যক্তিগত অভিজ্ঞতাই কয়, এই অৱস্থাৰ অৱসান ঘটাবলৈ হ'লে লাগিব কৰ্মীসকলৰ নিষ্ঠা আৰু ত্যাগৰ মনোভাব আৰু দৃঢ় সংকল্পবোধ। লগতে লাগিব এটি স্থায়ী পুঁজিৰ উৎস।

০০০



# চাহ জনজাতিৰ সাংস্কৃতিক জীৱন

সুশীল কুৰ্মী

'আসাম দেশেৰ বৈশাখ বিহু কৰম পৱৰ সমানৰে, হুণ্টিৰ কথা আছে গাঁথা দুনুতে সমানৰে' বুলি ভৱা অসমৰ অন্যতম বৃহৎ জনগোষ্ঠী চাহ জনজাতিৰ বিচিত্ৰ সাংস্কৃতিক সম্পদৰাজিয়ে অসমীয়া সংস্কৃতিৰ বিচিত্ৰতাক অধিক বিচিত্ৰ কৰি তুলিছে। ঝুমইৰ গীত, ঝুমইৰ নাচ, টুচু পৱৰ আদি অসমীয়া লোকসংস্কৃতিৰ অংগ হৈ পৰিছে। চাহ জনজাতিৰ বাবে কোনো বেলেগ দেশ নাই। অসমেই তেওঁলোকৰ জনমভূমি, কৰমভূমি আৰু মৰণভূমি। অসমীয়া ভাষা-সংস্কৃতিয়েই আপোন সংযোগী ভাষা-সংস্কৃতি। জাতীয় সংস্কৃতিৰ দৃষ্টিকোণৰপৰা অসমীয়াই চাহ জনজাতিক বাদ দি পূৰ্ণাঙ্গ ৰূপ পাব নোৱাৰে।

চাহ জনজাতিয়ে অসমৰ সংহতি-সংস্কৃতিক আলিংগন কৰি আছে। চাহ জনজাতিৰ মাজত বিশেষকৈ হিন্দু আৰু খ্ৰীষ্টান ধৰ্মৰ লোক বিৰাজমান। অসমলৈ আহোঁতে মূলতঃ তেওঁলোক হিন্দু ধৰ্মৰ লোক আছিল যদিও কালৰ গতিত সময়ৰ সোঁতত কিছুমানে কিছুমান কাৰণত হিন্দুধৰ্মৰপৰা আঁতৰি গৈ খ্ৰীষ্টান ধৰ্মত দীক্ষিত হয়। পাদুৰী-মিছনেৰীৰ ছত্ৰছায়াত খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰিলেও বেছিভাগ চাহ জনজাতিয়ে হিন্দু ধৰ্মৰ প্ৰতি আস্থা ৰাখি পূৰ্বাপৰ স্বকীয়তা বজাই ৰাখে। সৰহভাগ চাহ জনজাতিয়ে হিন্দু ধৰ্মৰ প্ৰতি থকা অটল বিশ্বাস আৰু গভীৰ নিষ্ঠা পৰিহাৰ নকৰি উল্লেখযোগ্য নিদৰ্শন দাঙি ধৰিছে। চাহ জনজাতিসকলে ভূত-প্ৰেত, দেৱ-দেৱীৰ পূজা-পাতল মুখ্য হিচাপে কৰিলেও শংকৰী ধৰ্মৰ প্ৰতি তেওঁলোকৰ অনুৰাগ মন কৰিবলগীয়া। প্ৰায় চাৰে পাঁচশ বছৰৰ আগতে অসমৰ শংকৰ-মাধৱে প্ৰচাৰ কৰা শংকৰী ধৰ্ম বিশেষ এচাম লোকৰ হাতত থকা সত্বেও আৰু চাহ জনজাতিৰ মাজত কোনোধৰণৰ প্ৰচাৰৰ বিশেষ ব্যৱস্থা নাথাকিলেও অসমীয়া সংস্কৃতিৰ প্ৰতি লক্ষ্য ৰাখি তেওঁলোক শংকৰী কলা-কৃষ্টিৰ চাৰিসীমাৰ মাজলৈ সোমাই যোৱা দেখা গৈছে। নামঘৰ পাতি ভাওনা কৰিছে, ঢুলীয়া-খুলীয়া-সূত্ৰধাৰ নিজে হোৱাৰ উপৰিও গীত-পদ-কীৰ্তন ঘোষা সুৰ লগাই নিজে গাব পৰা হৈছে। শ শ বছৰ অসমত থাকিও বহুতে অসমীয়া সংস্কৃতিৰ মাজলৈ সোমোৱা নাই বা তাৰ বাবে বিশেষ আগ্ৰহো দেখুওৱা নাই। কিন্তু চাহ জনজাতি সমাজে উল্লেখযোগ্যভাৱে অসমীয়া কলা-কৃষ্টি-সংস্কৃতিৰ লগত সম্পৰ্ক স্থাপন কৰি এক সুকীয়া স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছে। নৃত্য-গীতৰ জৰিয়তে জনপ্ৰিয়তা অৰ্জন কৰিছে। অসমীয়া সংস্কৃতিৰ মাজলৈ সোমাই যোৱাৰ উদ্দেশ্যেৰে গড়মুৰ, আউনিআটী আৰু কুৰুৱাবাহী আদি সত্ৰবোৰত শৰণ লোৱা দেখা গৈছে। আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ 'চাহ গছৰ মাজে মাজে' আৰু ডিব্ৰুগড় কেন্দ্ৰৰ 'আসৰ' অনুষ্ঠানৰ জৰিয়তে চাহ জনজাতিৰ গীত-মাত, নাটক, কথিকা আদি

প্ৰচাৰ কৰাৰ ফলত অসমীয়া সংস্কৃতিৰ লগত চাহ জনজাতিৰ সংস্কৃতিৰ মিলন ঘটিছে। এই মিলনে সাংস্কৃতিক জীৱনৰ ওপৰত ৰেখাপাত কৰিছে।

পূৰ্বাপৰ চলি অহা পুৰণিকলীয়া ৰীতি-নীতিবোৰ সময়ৰ খোজত সংস্কাৰ হৈ সংস্কৃতি নাম পাইছে বুলি ক'ব পৰা যায়। সকলো সমাজৰে একোটা বৈশিষ্ট্যপূৰ্ণ আপোন সংস্কৃতি আছে আৰু এই সংস্কৃতিয়ে সমাজ এখনৰ স্বকীয়তাৰ পৰিচয় দাঙি ধৰে। চাহ সংস্কৃতিৰ যোগেদি স্বকীয় পৰিচয় দাঙি ধৰা চাহ জনজাতিসকল আদিবাসী বা দ্ৰাবিড় জাতিৰ বংশধৰ হোৱা হেতুকে তেওঁলোকৰ সংস্কৃতিত আদিবাসী বা দ্ৰাবিড় সংস্কৃতিৰ প্ৰভাৱ পৰা দেখা যায়। অসমৰ ভূমিপুত্ৰ জনজাতিসকলৰ লগত বহুক্ষেত্ৰত মিল থকা জড় উপাসক চাহ জনজাতিসকলে ভূত-প্ৰেত, দেৱ-দেৱী, বায়ু-সূৰ্য, সাপ-গছ আদিৰ পূজা কৰে, তন্ত্ৰ-মন্ত্ৰৰ ওপৰত বিশ্বাস ৰাখে আৰু জীৱবলিৰ বিধান দিয়ে। কিছু পৰিমাণে নৰবলি দিয়া প্ৰথা আৰু জীৱ-জন্তু ভক্ষণ কৰা এই সমাজখনত বৈদিক ৰীতিৰ মাজেৰে বিয়া-দহা আদি সামাজিক কাৰ্যবোৰ সম্পন্ন কৰা হয়। আৰ্থ-সামাজিক সকলো ফালৰপৰা পিছপৰি থকা চাহ জনজাতিসকল অভাৱ-অনাটনৰ মাজত থাকি মানসিকভাৱে দুৰ্বল হৈ পৰাত কুৰি শতিকাৰ বিজ্ঞানৰ যুগতো ভূত-প্ৰেত, দেৱ-দেৱী, তন্ত্ৰ-মন্ত্ৰৰ ওপৰত অগাধ বিশ্বাস ৰাখিবলগা হৈছে। দিনৰ পোহৰত ভূত-প্ৰেতে থিতাপি লোৱাত অসুবিধা পাব বুলি ভাবি পূজাৰ থাপনা থকা ঘৰৰ ভিতৰখনত যাতে পোহৰ সোমাব নোৱাৰে তাৰ প্ৰতি লক্ষ্য ৰাখি সেইটো কোঠালিত খিড়িকী নাৰাখে। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰপৰা অহা চাহ জনজাতিসকলে সম্প্ৰদায়গতভাৱে স্বকীয় সংস্কৃতি অসম ভূমিলৈ কঢ়িয়াই লৈ আহিছিল যদিও চাহ বাগিচাৰ মাজত বেলেগ বেলেগ ঠাইৰ পৰা অহা বেলেগ বেলেগ জাতি উপ-জাতিৰ লোক একেলগে থাকিবলগীয়া হোৱাত ভিন্নমুখী সংস্কৃতিৰ সংমিশ্ৰণ ঘটি এক উমৈহতীয়া চাহ জনজাতি সংস্কৃতিয়ে ঠন্ ধৰি উঠে।

সন্তান জন্ম হ'লে সমাজত যি শুধি হোৱাৰ নিয়ম আছে এই নিয়ম জনজাতি সমাজত ন দিনৰ দিনা কৰা হয় আৰু তাক ছটী বুলি কয়। একৈশ দিনৰ দিনা দ্বিতীয় বা শেষ শুধি একৈশী পালন কৰা হয়। সন্তানৰ ন মাহ বা এবছৰ হ'লে অন্নপ্ৰাশন 'মুখ-জুঠানী' কৰা হয়। মুখ জুঠানীত সন্তানৰ মোমায়েক বা পেহীয়েকে সন্তানৰ মুখত প্ৰথম অন্ন দিয়ে। সন্তানৰ নামকৰণ সেইদিনাই কৰা হয়। ছটিত নিয়ম অনুসাৰে নাপিত-ধোবাৰ প্ৰয়োজন থকাৰ দৰে মুখ-জুঠানীত বামুণৰ প্ৰয়োজন হয়। ৰীতি অনুসাৰে বামুণে মুখ-জুঠানীৰ কৰ্ম সমাপন কৰে। মিঠাতেলৰ মাটিৰ চাকি জ্বলাই কাঁহৰ থালীত আৰৈ চাউল, দুববিবন, তুলসীপাত আৰু তামৰ পইচা লৈ এফালৰপৰা এজন এজনকৈ বংশৰ মানুহৰ নাম মাতি আৰৈ চাউল পানীত পেলাই দিয়ে আৰু যাৰ নামৰ আৰৈ চাউল ভাঁহি গৈ দুবৰি বনত লাগে তাৰ নামৰ আদি আখৰেৰে সন্তানৰ নামকৰণ কৰে। সন্তানৰ ভৱিষ্যত জানিবৰ কাৰণে সন্তানৰ সমুখত কিতাপ, এছাৰি, ধান, গৰুৰ পঘা আদি প্ৰতীক হিচাপে থোৱা বস্তুবোৰৰ যিটোত সন্তানে প্ৰথমে হাত দিয়ে সন্তানৰ ভৱিষ্যত সেই মতে বিদ্বান, গৰখীয়া, খেতিয়ক অথবা গো-পালক হিচাপে গণ্য কৰা হয়। দুই-তিনি বছৰ বয়স হ'লে ল'ৰা খঙাল নহ'বৰ বাবে আৰু ছোৱালীয়ে অলংকাৰ পিন্ধিবৰ বাবে সোণাৰী বা বুঢ়ীমাকৰ দ্বাৰা সন্তানৰ কাণ বিন্ধাই দিয়ে আৰু বিন্ধোৱাজনক নতুন বস্ত্ৰ আৰু পইচা দি সন্মান যাছে।

বিয়াত হালধিৰ প্ৰচলন মন কৰিবলগীয়া। বিয়াৰ সকলো কাপোৰ-কানিত হালধি ৰং দিয়া হয়। হালধি গঁাঠি মাৰি বিয়াৰ লগ্ন ধৰা হয়। লগ্নৰ দিন ধৰি দৰা-কইনাক হালধি ৰং দিয়া মাৰ্কিন কাপোৰ পিন্ধাই ৰখোৱা হয়। বিয়া বা সাদী গীত গাই গাই সদায় সন্ধিয়া পৰত মাজ চোতালত গজাল নমৰা কাঠৰ পিৰাত দৰাৰ ঘৰত দৰাক আৰু কইনাৰ ঘৰত কইনাক গাঁৱৰ জীয়ৰী সকলে তেল-হালধি সানে। বিয়াত আগতে কোনোবাই যান-বাহন ব্যৱহাৰ নকৰে, কোনোৱেই বাজনা ব্যৱহাৰ নকৰে, কোনোবাই নটুৱা লগত নলয় আৰু কোনোবাই মুকুট নিপিন্ধে। প্ৰবাদ আছে যে পূৰ্বপুৰুষে বিয়া কৰিবলৈ গৈ অৰ্থসংকটত পৰি কোনোবাই যান-বাহন, কোনোবাই বাজনা, কোনোবাই নটুৱা আৰু কোনোবাই মুকুট বেচিব লগা হৈছিল। যেয়ে যি বস্তু বেচিব লগা হৈছিল তেওঁৰ বংশধৰসকলে সেইবোৰ বস্তু ব্যৱহাৰ কৰাৰপৰা বিৰত থাকিলেও সম্প্ৰতি এই প্ৰথা উঠি গৈছে। তিনি, পাঁচ, সাত বা নদিনীয়া লগনেৰে আৰম্ভ কৰা বিয়াখনত বিয়াৰ দিনা সন্ধিয়া অথবা দূৰণিবটীয়া হ'লে সুবিধা অনুযায়ী দিনৰ ভাগত থাল খান্দি কলপুলি পুতি ৰীতি অনুযায়ী নবৌয়েকে দৰাক গা-ধুৱাই নতুন ধুতি পাঞ্জাবী পিন্ধাই জীয়াৰীবোৱাৰী সকলো মহিলা মিলি সাদী গীত গাই গাই কুঁৱাৰপৰা পানী তুলি জলসাহা কাৰ্য সমাধা কৰি আমগছ আৰু বকুল গছৰ তলত দৰাক কোলাত লৈ আত্মীয় মহিলাই আম-বকুল খায়। প্ৰথম আম-বকুল দৰাৰ মাকে খোৱাৰ পিছত বাকীসকলে খায় আৰু আম-বকুল খোৱা প্ৰতিগৰাকী মহিলাক দৰাঘৰৰফালৰপৰা মাননী স্বৰূপে একোখন শাৰী উপহাৰ দিয়ে। আম-বকুল খোৱাৰ পাছত দৰাক লৈ বাহিৰে বাহিৰে কইনা ঘৰলৈ সদলবলে যাত্ৰা কৰে। কইনাঘৰ পোৱাৰ আগে আগে কইনা পক্ষৰ ডেকা-গাভৰুৱে দৰাক আগভেটা ধৰে। গাভৰুহঁতে দৰাক নানাতৰহৰ প্ৰশ্ন সোধাৰ উপৰিও দৰা আৰু দৰাপক্ষক উদ্দেশ্য কৰি গোৱা সাদী গীতেৰে থকা-সৰকা কৰে। কইনাঘৰৰ পদূলিত যথাৰীতি দৰা আৰু দৰাপক্ষৰ লোকক কইনাপক্ষই আদৰি নি সন্মান সহকাৰে বহুৱায় আৰু অভ্যৰ্থনা কৰে। নিয়ম অনুযায়ী চোতালত পতা 'চামৰা'ৰ অৰ্থাৎ



ৰভাস্থলীত দৰা-কইনাক নতুন বস্ত্ৰ পিন্ধাই বামুণৰ দ্বাৰা হোম পুৰি বৈদিক প্ৰথাৰে বিবাহ কাৰ্য সম্পন্ন কৰে। শেষত দৰাই কইনাৰ মূৰত সেন্দুৰ ঘঁহি উপস্থিত ৰাইজক সাক্ষী ৰাখি কইনাক জীৱন-সংগিনী ৰূপে আদৰি লোৱাৰ পাছত চুমান বহুৱায় আৰু তাতে ৰাইজ ইচ্ছানুযায়ী দৰা-কইনাক উপহাৰ দিয়ে। চুমানৰ পাছত কইনাক লৈ বৰযাত্ৰী ঘূৰি আহে আৰু দৰাঘৰ পোৱাৰ আগে আগে ডেকা-গাভৰুসকলে আগভেটি কইনা তথা দৰা পক্ষৰ লোকক উদ্দেশ্য কৰি সাদী গীত গায়। কইনা ঘৰত বহাৰ দৰে দৰা ঘৰতো চুমান বহে। পিছদিনা আমোদ-প্ৰমোদৰ মাজেৰে দৰা-কইনাক নদীলৈ গা ধুবলৈ নিয়া হয়; দৰা-কইনাৰ মাজত আঙঠি বা ঘটি লুকা-লুকি খেল খেলোৱা হয় আৰু ধনু-কাঁড় লৈ চিকাৰ কৰোৱা হয়।

মানুহ মৰিলে তিনিদিনত তিলনী, দহদিনত দহা আৰু এঘাৰ দিনত ভোজ পতাৰ নিয়ম। দহাত নাপিত, ধোবা, বামুণ, বৈষ্ণৱৰ প্ৰয়োজন। ৰীতি অনুসাৰে কৰিবলগীয়া ভাগৰ কাম তেওঁলোকৰ দ্বাৰা কৰোৱা হয়।

সম্প্ৰদায় অনুসাৰে চাহ জনজাতি সমাজৰ মহিলাসকলে হাত, ভৰি, মুখমণ্ডলত 'খদনাৱালা' বুলি কোৱা অঘৰী সম্প্ৰদায়ৰ তিৰোতাৰ দ্বাৰা ক'লা ৰঙৰ চিহ্ন 'খদনা' অঁকোৱাই লয়। জাতি বা সম্প্ৰদায় ভেদে খদনাৰ আহি বেলেগ বেলেগ। বৰ্তমান এই প্ৰথা প্ৰায় উঠি গৈছে। ৰজা-জমিদাৰৰ লুভীয়া দৃষ্টিৰপৰা নিজৰ সতীত্ব ৰক্ষা কৰিবলৈ উৰিষ্যাৰপৰা অহা কন্দ জাতিৰ মহিলাসকলে বাঘ চিহ্নিত খদনা লৈ মুখমণ্ডল বিকৃত কৰি লৈছিল। উৰাং-মুণ্ডা-কয়া-চাওতালসকলেও অনুৰূপ খদনা লৈছিল।

সৰ্বসাধাৰণ ৰাইজে পালন কৰাৰ দৰে দেৱালী উছৱ চাহ জনজাতিসকলে পালন কৰাৰ উপৰিও কালী-দেৱীৰ পূজা পাতে আৰু গো-সেৱাৰ

মূল উদ্দেশ্য আগত ৰাখি সঁহৰাই পৰৱ পাতে। সঁহৰাই পৰৱত ঘৰ-দুৱাৰ-ভিতৰ-বাহিৰ ভালদৰে মচি-কাচি চাফা কৰে। খেতিৰ সা-সঁজুলি ধুই-পখালি চোতালত সজাই ৰাখে। পুৱা-গধূলি গৰুৰ শিং-মূৰত মিঠাতেল ঘঁহে, ঘাঁহ কাটি আনি খাবলৈ দিয়ে আৰু দেৱালীৰ অমাৱস্যা নিশা হচৰিৰ লেখীয়া ঘৰে ঘৰে গো-লক্ষীৰ বন্দনাপূৰ্ণ জাহ্‌লী গীত গাই গো জাগৰণ কৰে। পিছদিনা চোতাল-পদূলি আদিত চাউলগুড়ি পানীত গুলি আল্‌পনা দিয়ে। আল্‌পনাৰ মাজে মাজে সেন্দুৰৰ ফোঁট দিয়ে। শ্ৰুতিমধুৰ জাহ্‌লী গীতৰ বহু সাদৃশ্য হচৰি গীতৰ মাজত বিচাৰি পোৱা যায়। অহিৰা শব্দেৰে আৰম্ভ হোৱা এই জাহ্‌লী গীতক কোনোবাই সঁহৰাই গীত, কোনোবাই অহিৰা গীত আৰু কোনো কোনোৱে কপিলা মঙ্গল গীত বোলে।

ঝুমইৰ গীত আৰু কৰম পৰৱ সকলোৰে মাজত ভালদৰে চিনাকি হৈ পৰিছে। কৰম একা-দশী নামেৰে জনাজাত ভাদমাহৰ শুক্লা একাদশী তিথিত পালন কৰা কৰম পৰৱত কৰম গছ অৰ্থাৎ চিকামৰলীয়া গছৰ ডাল ৰীতি-নীতিৰ মাজেৰে চোতালত পুতি কৰম দেৱতাৰ স্তুতি-আৰাধনা কৰি চাহ জনজাতিৰ ডেকা-গাভৰু, বুঢ়া-বুঢ়ী নিৰ্বিশেষে ঢোল-মাদলৰ তালে তালে ঝুমইৰ গীতৰ লহৰে লহৰে ধৰাধৰিকৈ ৰাতিৰ ভাগত নৃত্য-গীত কৰে। দুৰ্গা পূজা গতানুগতিকভাৱে কৰা দেখা যায়। ফাকুৱা পৰৱত ৰং-বোকা খেলাৰ উপৰিও হাতে হাতে ডেৰ দুই-ফুট দীঘল লাঠি লৈ বৃত্তাকাৰে ডেকাসকলে গীত গাই গাই এক বিশেষ ভংগী-মাৰে নাচে। ইয়াক লাঠি খেল বা কাঠিনাচ বোলে। বিয়াত ব্যৱহাৰ কৰা নটুৱা নৃত্য সম্প্ৰতি নোহোৱাৰ পথত। সৰ্বভাৰতীয় মকৰ সংক্ৰান্তিত পালন কৰা মাঘ বিহুত চাহ জনজাতিসকলে আন দহজনৰ দৰে মেজি পোৰা, ঢেৰাঘৰ সজা, আলু-কবি, হাঁহ-কুকুৰা আদি চুৰ কৰি ভোজ-ভাত খোৱাৰ বাহিৰেও লক্ষ্মীদেবী স্বৰূপা জ্ঞান কৰা মহাসতী টুচুৰ স্তুতি আৰাধনাৰ মাজেৰে টুচুপৰৱ পালন কৰে। মুছলমান সম্ৰাট আল্লাউদ্দিন খিলিজীৰ লোলুপ দৃষ্টিৰপৰা হাত সাৰি নিজৰ সতীত্ব ৰক্ষা কৰিবলৈ মধ্যভাৰতৰ ক্ষত্ৰিয় ৰাজৰ ৰূপহী কইনা ৰুক্মীণী পলাই আহি 'টুচুমণি' নামেৰে ছদ্মনাম ধৰি দিহিঙে-দিপাঙে ঘূৰি-ফুৰি পতিৰ মৃত্যুত সতী যোৱা মকৰ সংক্ৰান্তিৰ দিনা পালন কৰা চাহ জনজাতিৰ মহিলা প্ৰধান উৎসৱ টুচুপৰৱ এগৰাকী সতী সাধ্বীৰ স্মৰণীয় জীৱনৰ কৰুণ সমাপ্তিৰ কাহিনী। খেতি-পথাৰত কামত নমাৰ আগে আগে আহাৰ মাহত ৰাজহুৱাভাৱে গ্ৰাম পূজা কৰি গাঁৱৰ দেৱতাক সন্তুষ্ট কৰি ৰাখিবৰ যত্ন কৰা হয়। বেউলা-লখী-ন্দাৰৰ কাহিনীৰ লগত সম্পৰ্ক থকা মনসা পূজা এই সমাজত কম-বেছি পৰিমাণে প্ৰচলিত। জাতি বিশেষে সূৰ্যাহী পূজা, গংগা পূজা, পাহাৰ বা বাঘৰ পূজা, তুলসী পূজা আদি এই সমাজত আছে।

চাহ জনজাতি সমাজত ব্যৱহাৰ কৰা বাদ্য-যন্ত্ৰবোৰ হ'ল ঢাক, ঢোল, ধুমচা বা নাগ্‌ৰা, শাহ-নাই, মদন ভেড়ী, বাঁহী, মুৰুলী, ঝাঁঝা বা খুটিতাল, খোল ইত্যাদি। সেইদৰে গীতবোৰ হ'ল— ঝুমইৰ গীত, দমকচ গীত, সাদী গীত, টুচুগীত, সঁহৰাই গীত, মনসা গীত, কাঠিনাচ গীত, ঘেৰা গীত, লৰী বা ছেনা খেলা গীত ইত্যাদি; আৰু নাচবোৰ হ'ল- ঝুমইৰ নাচ, দমকচ নাচ, নটুৱা নাচ, কাঠি নাচ, ঝণ্ডা নাচ, দণ্ড নাচ, বিলাসপুৰীয়া নাচ, উৰিয়া নাচ, চাওঁতালী নাচ, পাইনকা নাচ ইত্যাদি।

০০০

# পুৰণি পুখুৰীৰ পোতযোৱা কাহিনী

প্ৰফুল্ল শৰ্মা

বিশ্বনাথ চাৰিআলি অসমৰ এখন ঐতিহ্য-পূৰ্ণ ঠাই। এই ঠাইত ভালেমান প্ৰাচীন মঠ-মন্দিৰ, দেৱালয়, পুখুৰী আদি আছে। আমি তাৰ ভিতৰত কেইটামান পুৰণি পুখুৰীৰ এটি থূলমূল বিৱৰণ দাঙি ধৰাৰ প্ৰয়াস কৰিছোঁ। বিশ্বনাথ চাৰিআলি অঞ্চলত সৰু ডাঙৰ ২৫১ টা পুখুৰী আছে বুলি জনা যায়। তাৰে কেইটামান পুখুৰীৰ এটি চমু বিৱৰণ ঘাইকৈ জনশ্ৰুতিৰ ওপৰত ভিত্তি কৰিয়েই যুগুতোৱা হৈছে।

ধেনুখনা পুখুৰী ঃ বিশ্বনাথ চাৰিআলিৰপৰা প্ৰায় ৯ কিঃমিঃ দক্ষিণত বিশ্বনাথ ধামৰপৰা প্ৰায় ১ কিঃমিঃ উত্তৰত ধেনুখনা নামৰ এটা পুখুৰী আছে। ইয়াৰ মাটিৰ পৰিমাণ প্ৰায় ২১ বিঘা। লোকপ্ৰবাদ মতে আহোম স্বৰ্গদেউ চুহুংমুঙে এই পুখুৰী খন্দাইছিল। ইয়াৰ পাৰত এটা সৈন্য নিবাসো আছিল। এই পুখুৰীৰ ব্ৰহ্মপুত্ৰৰ লগত সংযোগ আছিল বুলি জনা যায়। জনশ্ৰুতি মতে ৰজা আৰিমত্তই পিতৃ-হত্যা কৰাৰ পিছত তেওঁৰ ধেনুখন এই ঠাইতে পেলাই থৈ যোৱাৰ বাবে এই ঠাইৰ নাম ধেনুখনা আৰু পৰৱৰ্তী কালত তাতে পুখুৰীটো খন্দা বাবে এই পুখুৰীৰ নাম 'ধেনুখনা' হয়।

আন এটা তথ্য মতে একালত এই ঠাই জনশূন্য অৰণ্য আছিল; কালক্ৰমত লক্ষীমপুৰ জিলাৰ ধেনুখনা নামৰ ঠাইৰপৰা কেইঘৰমান চুতীয়া সম্প্ৰদায়ৰ মানুহ আহি পোনতে ইয়াত বসতি কৰাৰ বাবে এই ঠাইৰ নাম ধেনুখনা হয় আৰু সেই ঠাইত খন্দা পুখুৰীটোৰ নামো ধেনুখনা হয়। ইয়াৰ উত্তৰফালে ভীৰগাঁৱত থকা শ্যাম নাৰায়ণ পুখুৰীৰ লগত ধেনুখনা পুখুৰীৰ জলসং-যোগ আছিল বুলি প্ৰবাদ আছে। সেই সময়ত ভীৰগাঁৱৰ কাষৰ পথাৰখন পানীৰ ভঁৰাল (Water Reservoir) আছিল। এই পথাৰৰপৰা উত্তৰ-ফালে গড়েহাগি গাঁৱৰ মাজত থকা আঠপৰীয়া নামৰ পুখুৰীক সংযোগ কৰি 'ভলালে' (বা ভঁৰালী) নামৰ এটা খাৱৈ কিছুদিনৰ আগলৈকে আছিল। এই খাৱৈয়ে ক্ৰমান্বয়ে উত্তৰফালে থকা ফলফলি, কুঁৱৰী আদি পুখুৰীক সংযোগ কৰিছিল।

শ্যামনাৰায়ণ পুখুৰী ঃ বিশ্বনাথ চাৰিআলি নগৰৰ পৰা ৫ কিঃ মিঃ দক্ষিণে থকা ভীৰগাঁৱত শ্যাম-নাৰায়ণ নামৰ ২৫ বিঘা কালিৰ এটা পুখুৰী আছে। ইয়াৰ চাৰিসীমা পূবে গোসাঁই আলি, পশ্চিমে পানী ভঁৰাল পথাৰ, উত্তৰে ভীৰগাঁও, দক্ষিণে ছাগলী চৰী গড়। এই পুখুৰীটোৰ চাৰিওফালে চাৰিটা ঘাট আছিল। পূবে পকাডৰা ঘাট, পশ্চিমে পশ্চিম ঘাট, উত্তৰে ৰাজহুৱা ঘাট আৰু দক্ষিণে দক্ষিণ ঘাট।

প্ৰচীন কালত নাৰায়ণ নামৰ ৰজা এজন আছিল। তেওঁৰ ভাতৃৰ নাম (কোনোৰ মতে মন্ত্ৰী)

শ্যাম। তেওঁ কোন বংশৰ ৰজা আৰু কেতিয়া ৰাজত্ব কৰিছিল এই কথা জনা নাযায়। তেওঁ খোৱা পানীৰ অভাৱ দূৰ কৰিবলৈ এই পুখুৰীটো খন্দাইছিল। কিন্তু পুখুৰীটোৰ পানী নোলাল। এদিন ৰজাই এটা সপোন দেখিলে। সপোনত তেওঁক কোৱা হ'ল, যদি তেওঁৰ ভায়েক শ্যামক পুখুৰীত উছৰ্গা কৰা হয় তেনেহ'লে পানী ওলাব। সপোনত পোৱা নিৰ্দেশ মতে ৰজা নাৰায়ণে ভায়েক শ্যামক পুখুৰীত নমাই দিয়াৰ লগে লগে পুখুৰী পানীৰে উপচি পৰিল; কিন্তু শ্যামক ৰজাই চিৰদিনলৈ হেৰুৱালে। শ্যামৰ জীৱনৰ বিনিময়ত পুখুৰী খন্দাৰ উদ্দেশ্য সফল হোৱাৰ বাবে তেওঁৰ নাম যুগমীয়া কৰাৰ মানসেৰেই পুখুৰীৰ নাম 'শ্যাম নাৰায়ণ' থ'লে।

কুঁৱৰী পুখুৰী : এই পুখুৰীটো বিশ্বনাথ চাৰিআলিৰ সাকোমঠা মৌজাৰ কুঁৱৰী নামৰ গাঁৱত অৱস্থিত। পুখুৰীটোৰ মাটিকালি ১৮ পুৰা। জিতাৰি বংশৰ ৰজা ৰামচন্দ্ৰই বৰ্তমান শোণিতপুৰ জিলাৰ প্ৰতাপগড়ত ৰাজধানী পাতিছিল। তেওঁৰ ছত্ৰত (ছাতিত) মীন অৰ্থাৎ এটা মাছ অঁকা আছিল কাৰণে তেওঁক মীনাংক বুলিছিল। তেওঁৰ ৰাজত্বকাল ত্ৰয়োদশ শতিকা বুলি অনুমান কৰা হয়। এবাৰ ৰাজ্যত পানীৰ বাবে হাহাকাৰ হোৱাত ৰজাই ৰাজধানীৰ সমীপত এটা প্ৰকাণ্ড পুখুৰী খন্দালে; কিন্তু দুৰ্ভাগ্য বশতঃ পুখুৰীটোৰ পানী নোলাল। ইতিমধ্যে ৰাণীয়ে এটা সপোন দেখিলে। সপোনত কোৱা হ'ল যে ৰাণীয়ে কাষত সোণৰ কলহ লৈ পুখুৰীত নামিলে পুখুৰী পানীৰে উপচি পৰিব। ৰজাই ৰাণীৰ মুখে সপোনৰ কথা শুনি মন্ত্ৰী পৰিষদৰ সৈতে আলোচনা কৰি কোনো এটা পবিত্ৰ দিনত ৰাণীৰ কাষত সোণৰ কলহ দি মাঙ্গলিক বাদ্যাদিৰে প্ৰজাসবৰ সহযোগত ৰাণীক পুখুৰীলৈ লৈ গৈ নমাই দিয়াৰ লগে লগে পুখুৰী পানীৰে উপচি পৰিল; সোণৰ কলহ পানীত ওপঙিল; কিন্তু ৰাণী আৰু পুখুৰীৰ পৰা উঠি আহিব নোৱাৰিলে। প্ৰবাদ আছে যে কুঁৱৰীক জলকোঁৱৰে (ব্ৰহ্মপুত্ৰই) সেই পুখুৰীৰ পৰা ১০ কিঃ মিঃ দক্ষিণে অৱস্থিত এডোখৰ ওখ ঠাইত পানীৰ ভঁৰাল কৰি 'ভৰালে' জানে দি লৈ গ'ল। সেই অনুক্ৰমে সেই ওখ ঠাইখনৰ নাম 'পানী ভঁৰাল' আৰু কুঁৱৰী পুখুৰীত নামি যোৱাৰ বাবে পানী ওলোৱাত সেই পুখুৰীৰ নাম 'কুঁৱৰী' হয় বুলি জনা যায়।

ৰজা আৰিমত্তই খন্দা পুখুৰীসমূহ : প্ৰবাদ আছে যে ৰজা আৰিমত্তই ভ্ৰান্তিবশতঃ ৰজা ৰামচন্দ্ৰক হত্যা কৰিলে। পিছত তেওঁ মাকৰ মুখৰপৰা গম পালে যে সেই ৰামচন্দ্ৰই হ'ল তেওঁৰ জন্মদাতা পিতৃ। সেয়ে তেওঁ অনুতপ্ত হ'ল আৰু বিজ্ঞজনৰ পৰামৰ্শ অনুসৰি পিতৃহত্যা পাপ মোচনৰ বাবে পিতৃৰ ৰাজ্যত ১০১ টা পুখুৰী খন্দালে। বৰ্তমান বিশ্বনাথ চাৰিআলিতো ভালেকেইটা তেনে পুখুৰী আছে বুলি জনা যায়। লোকে কয় যে আৰিমত্তই খন্দোৱা পুখুৰীসমূহত পানী ওলোৱা নাছিল। আৰিমত্তৰ নামত জড়িত থকা পখুৰীকেইটামান হ'ল বৰপুখুৰী কোৰশালী, মালিমৰা, ফলফলি আদি।

বৰপুখুৰী : এই পুখুৰীটো বৰ্তমানৰ গড়কাপ্তানি বিভাগৰ কাৰ্যালয়ৰ পূৱ-দক্ষিণ কোণত আৰু গলিয়া গাঁৱৰ উত্তৰে অৱস্থিত। ইয়াৰ মাটিকালি ৫ বিঘা। ৰজা আৰিমত্তই আৱস্তণিতে নিজহাতে কোৰেৰে ৰাবচাব মৰা কাৰণে এই পুখুৰীৰ নাম 'ৰাবৰৰীয়া' বা 'বৰ' হয়। বৰ্তমান এই পুখুৰীক বৰপুখুৰী বুলি জনা যায়। প্ৰথমতে ইয়াত পানী নাছিল; শেষত বৰষুণৰ পানী হৈ গৰু-ম'হ নামি থলি লোৱাৰ পাছত তাত মেদ জমা হৈ ক্ৰমান্বয়ে পানী বৈছে বুলি জনা যায়। ইংৰাজৰ দিনত ইয়াৰ চাৰিওপাৰত অটব্য হাবি আছিল। তাত গাঁৱৰ ৰাইজে জালেৰে ভেটি বাঘ মাৰিছিল বুলি বয়োবৃদ্ধ লোকৰ মুখে শুনা যায়।

ফলফলি : এই পুখুৰীটো বিশ্বনাথ চাৰিআলিৰ কোঁচগাঁৱৰ পশ্চিমফালে অৱস্থিত। এই পুখুৰীটোৰ নামকৰণৰ তাৎপৰ্য জানিবপৰা হোৱা নাই। ইয়াৰ মাটিকালি ১২ বিঘা।

কমাৰ পুখুৰী : এই পুখুৰীটো বিশ্বনাথ চাৰিআলিৰ পৰা ৮ কিঃমিঃ উত্তৰে বৰপুৰা নামৰ গাঁৱত অৱস্থিত। এই গাঁৱৰ প্ৰাচীন নাম বৰহুৰুকা বুলি জনা যায়। জনশ্ৰুতি মতে এই পুখুৰীটো বোলে কোনোবা এগৰাকী আহোম স্বৰ্গদেউৰ নিৰ্দেশত ভৃগু কমাৰ নামৰ এজন লোকৰ তত্বাৱধানত ১৭০০ চনত খন্দোৱা হৈছিল। সেই সময়ত উত্তৰফালৰপৰা ডফলাবিলাকে বাৰে বাৰে অঞ্চলটো আক্ৰমণ কৰি তাৰ মানুহৰ ধন-সম্পত্তি, বয়-বস্তু লুটি নিয়াৰ পৰিপ্ৰেক্ষিতত সিহঁতক বাধা দিবলৈ এটা সৈন্যৰ ছাউনী আৰু অস্ত্ৰাগাৰ তৈয়াৰ কৰিবলৈ ভালেমান কমাৰশাল পাতি ভাটিৰপৰা বহুত কমাৰ আনি বহুৱাইছিল। তাৰ ভিতৰত ভৃগুকমাৰ আছিল মুখ্য। তেওঁলোকৰ খোৱা পানীৰ অভাৱ দূৰীকৰণৰ বাবেই এই পুখুৰী খন্দোৱা হৈছিল। বৰ্তমান এই পুখুৰীটো পোত গৈ কেৱল চিনটোহে আছে।

মালিমৰা : এই পুখুৰীটো চাৰিআলিৰপৰা ৫ কিঃ মিঃ উত্তৰ-পশ্চিমত হায়দাৰাৰী নামৰ গাঁৱত অৱস্থিত। ই এটা সৰু পুখুৰী। বৰ্তমান এই পুখুৰীটো দল-মেটেকাৰে পৰিপূৰ্ণ। এই পুখুৰীত আগৰদিনত প্ৰচুৰ মালিমাছ পোৱা গৈছিল বাবে ইয়াৰ নাম 'মালিমৰা' হয়।

ম'ৰামৰা : এই নামৰ এটা পুখুৰী বৰ্তমান বিশ্বনাথ মহাবিদ্যালয়ৰ পশ্চিমে থকা নীলপুৰ চাহ বাগিচাৰ সমীপত আছিল। এসময়ত ইয়াৰ চাৰিওকাষে গভীৰ অৰণ্য আছিল। এই অৰণ্যত বিভিন্ন বনৰীয়া পশু-পক্ষীৰ বাসভূমি আছিল। বিশেষকৈ ইয়াৰ পাৰত বহুত ম'ৰা চৰাই আছিল বাবেই ইয়াক 'ম'ৰামৰা' বা 'মৌৰা মৰা' বুলি জনা যায়।



কোৰশালী : কোৰশালী বুলি এটা পুখুৰী কোঁচগাঁৱৰ দক্ষিণ-পশ্চিমত আছে। কিম্বদন্তী মতে আৰিমত্তই বিভিন্ন পুখুৰী খান্দি আহি এই পুখুৰী খান্দিবলৈ আয়োজন কৰোতেই কোৰখন খুলি যোৱাৰ বাবে পুনৰ কোৰখন শালি ল'বলগা হোৱাত এই পুখুৰীৰ নাম 'কোৰশালা' বা 'কোৰশালী' হ'ল বুলি জনা যায়।

বালিপুখুৰী : বৰপুখুৰী চাহ বাগিচালৈ যোৱা পথৰ বাওঁহাতে এই পুখুৰী অৱস্থিত। এই পুখুৰীৰ নামেৰে বালি পুখুৰী বুলি এখন গাঁও পুখুৰীটোৰ কাষত আছে।

শ'লমৰা : এই পুখুৰীটো বিশ্বনাথ চাৰিআলিৰ বামগাঁৱত অৱস্থিত। ইয়াৰ মাটিৰ পৰিমাণ ৩ বিঘা। এই পুখুৰী খন্দাৰ আগতে মাটিত শাল কাঠৰ শাল মাৰি পৰীক্ষা কৰা হৈছিল বাবে এই পুখুৰীৰ নাম 'শাল মৰা' বা 'শ'ল মৰা' হ'ল বুলি জনা যায়। অন্য এক প্ৰবাদ মতে শ'ল মাছৰ প্ৰাচুৰ্যৰ বাবে ইয়াক 'শ'লমৰা' বোলা হৈছিল।

চকৰা পুখুৰী : এই পুখুৰীটো বিশ্বনাথ চাৰিআলিৰ বামগাঁৱৰ পূৱ-দক্ষিণ কোণত অৱস্থিত। ইয়াৰ মাটিৰ পৰিমাণ ৬ বিঘা। প্ৰবাদ আছে যে একালত চকৰা হাজৰিকা নামৰ এজন ৰাজ বিষয়াৰ নেতৃত্বত ৰাইজে খোৱা পানীৰ অসুবিধা দূৰ কৰিবৰ কাৰণে ১৮ শতিকাৰ আৰম্ভণিতে এই পুখুৰী খন্দাইছিল বাবে ইয়াৰ নাম 'চকৰা' হয়। অন্য এক তথ্য মতে শক চোৰ বা শঙ্খচুৰ বুলি এযোৰা বৰ ডাঙৰ সাপ এই পুখুৰীত আছিল; কালক্ৰমত শক > চক > চকৰা হয় বুলি শুনা যায়।

ন-পখুৰী : উত্তৰ চাৰিআলিৰ লেহগাঁও আৰু নগাঁৱৰ মাজত ন-পুখুৰী নামৰ এটা সৰু পুখুৰী আছে। ইংৰাজ চৰকাৰৰ দিনত ১৯২০ চনত চৰকাৰৰ

অনুদানেৰে ৰাইজৰ সহযোগত খোৱাপানীৰ সুবিধাৰ কাৰণে এই পুখুৰী খন্দোৱা হৈছিল। বৰ্তমান এই পুখুৰীত সেই অঞ্চলৰ ৰাইজে সমবায় হিচাপে মাছ পোহাৰ ব্যৱস্থা কৰি লাভবান হৈছে। একে নামৰ আৰু এটা পুখুৰী ৫২ নং ৰাষ্ট্ৰীয় ঘাই পথৰ উত্তৰ ফালে দ-গাঁও আৰু বাঘমৰীয়া গাঁৱৰ মাজত একে সময়তে একে উদ্দেশ্যতে খন্দাইছিল।

চহাজানৰ পুখুৰী ঃ কৃষকসকলৰ সমূহীয়া স্বাৰ্থত বিশ্বনাথ চাৰিআলিৰ দগাঁৱৰ দক্ষিণ-পূবত ইংৰাজ চৰকাৰৰ দিনত এই পুখুৰী খন্দোৱা হৈছিল বাবে ইয়াৰ নাম 'চহাজানৰ পুখুৰী' হয়। চহা অৰ্থাৎ মাটি চাহ কৰি জীৱিকা নিৰ্বাহ কৰা লোকসকলে এই পুখুৰীৰপৰা জান খান্দি খেতি পথাৰলৈ পানী নিছিল। কিন্তু এতিয়া পুখুৰীটো পোত গৈ অস্তিত্ব লোপ পাব ধৰিছে যদিও চহাজান নামৰ জান আৰু একে নামৰ এখন পথাৰ এতিয়াও আছে।

উল্লিখিত পুখুৰীসমূহৰ বাহিৰেও বামগাঁৱত আন পাঁচটা পানী নোহোৱা পুখুৰী, বিশ্বনাথ দ-গাঁৱত দীঘি আৰু বুঢ়ী নামৰ দুটা পুখুৰী, ভীৰ-গাঁৱতো দীঘি, ৰঙাপুখুৰী নামৰ দুটা পানী নোহোৱা ডাঙৰ পুখুৰী আৰু ভীৰ চাহ বাগিচাত কেইবাটাও পানীহীন পুখুৰী আছে। ইয়াৰ ভিতৰত এটা পুখুৰীৰ পাৰত মগন নামৰ সেইকালৰ বিখ্যাত এজন ব্যক্তিয়ে বসবাস কৰিছিল কাৰণে ইয়াক 'মগনৰ পুখুৰী' বুলি কোৱা হয়। ভীৰ বাগিচাৰপৰা বামগাঁৱলৈ এই বিস্তৃত অঞ্চলত সমান্তৰালভাবে কেইবাটাও পুখুৰী আছে। এই পুখুৰীবোৰ দ-অঞ্চলত খন্দাৰ বাবে বাৰমাহে পানী থাকে। ইয়াৰ ভিতৰত আছে মিৰি পখুৰী, ভদীয়া পুখুৰী আৰু ঘূৰীয়া বৰুৱাৰ পুখুৰী। প্ৰবাদ আছে যে মহাপুৰুষ শংকৰদেৱে এবাৰ পলিয়াইদি নাৱেৰে যাওঁতে নৰপুৰৰ পূবত অৱস্থিত ভদীয়া পুখুৰীত কোমল চাউল তিয়াই খাইছিল। সেই কাৰণে পুখুৰীটোৰ নাম 'চাউল ধোৱা' পুখুৰীও বোলা হয়।

গড়েহাগি গাঁৱত চাৰিটা পানী নোহোৱা পুখুৰী আছে। ইয়াৰ দুটা পুখুৰীৰহে নাম জনা যায়। এটাৰ নাম চেংলাই আৰু আনটোৰ নাম আঠপৰীয়া। আঠপৰীয়া পুখুৰীটোৰ আঠটা পাৰ থকা হেতুকে ইয়াৰ এই নাম হয় বুলি জনা যায়। এই পুখুৰীটোৱে প্ৰায় ১২ বিঘা মাটি জুৰি আছে। বলডংগা অঞ্চলতো কেইবাটাও ৰজাদিনীয়া পুখুৰী আছে। বিশ্বনাথ চাৰিআলিৰ এৰাবাৰী, নৰপুৰ আৰু কৃষিবিশ্ববিদ্যালয় চৌহদত কেইবাটাও পানী নোহোৱা পুখুৰী আছে। এই অঞ্চলৰ চাহ বাগিচা-সমূহতো ভালেমান পানী নোহোৱা পুখুৰী থকাৰ সম্ভেদ পোৱা গৈছে।

বিহপুখুৰী নামৰ এটা পুখুৰী বিশ্বনাথ চাৰিআলিৰপৰা ৭ কিঃমিঃ পূবত আছে। এই পুখুৰী-টোৰ নামেৰে এখন চাহ বাগিচাও আছে। বিশ্বনাথতো সৰু-ডাঙৰ ৫ টা পুখুৰী আছে। এই পুখুৰী কেইটাৰ নাম জনা নাযায়। ইয়াৰে দুটা পুখুৰী ইংৰাজৰ দিনত পানীৰ সুবিধাৰ কাৰণে খন্দোৱা। মধুপুৰ প্ৰাথমিক বিদ্যালয়ৰ সন্মুখত শিলপোতা নামে এটা শুকান পুখুৰী আছে। বিশ্বনাথ চাৰিআলিৰ উত্তৰ-পূবত থকা গেলাপুখুৰী গাঁৱতো ৪ টা পানী থকা ডাঙৰ পুখুৰী আছে। এই পুখুৰী কেইটাৰ নাম যথাক্ৰমে গেলাপুখুৰী, বিহপুখুৰী, সিজুবাৰী পুখুৰী, অমৰা পুখুৰী। বুঢ়ী গাং ৰলকৰ ওচৰত তিনিটা পুখুৰী আছে। ইয়াৰ ভিতৰত বালিপুখুৰী নামৰ পুখুৰীটো কিছু ডাঙৰ পুখুৰী। বাকী দুটা পুখুৰীৰ নাম জনা নগ'ল। বাঘ-মাৰী বাগিচাৰ ভিতৰতো এটা পানী থকা ডাঙৰ পুখুৰী আছে। এই অঞ্চলসমূহ যে এটা সময়ত জনবসতিপূৰ্ণ আছিল ইয়াত থকা পুখুৰীসমূহেই তাৰ সাক্ষ্য দিয়ে। বাঘমাৰী বাগিচাৰ কিছু উত্তৰ-



পূবত এসময়ত ৰৰালিমৰা নামৰ এখন মহা পুৰুষীয়া সত্ৰ আছিল বুলি জনা যায়। এতেকে উক্ত সত্ৰৰ ওচৰে-পাজৰেও নিশ্চয় দুই চাৰিটা পুখুৰী আছিল বুলি ভবাৰ থল আছে।

পুৰণিকলীয়া পুখুৰী, প্ৰাচীন বৃক্ষ, অৰণ্য আদিক কেন্দ্ৰ কৰি সৃষ্টি হোৱা জনশ্ৰুতিত কল্পনাৰ কুঁৱলী-জাল অধিক থাকিলেও ইয়াৰ কিছু আঁত উলিয়াই বুৰঞ্জীৰ সমল গোটাব পৰা যায়। বিশ্বনাথ চাৰিআলিত থকা পুখুৰীসমূহৰ ওপৰত বৈজ্ঞানিক দৃষ্টিৰে গৱেষণামূলক পৰ্যালোচনা কৰি চালে কিছু হ'লেও বুৰঞ্জীৰ সমল পোৱা যাব। ০০০

(এই প্ৰবন্ধ যুগুতাওতে তথ্যপাতিৰ যোগান ধৰি সহায় কৰা ব্যক্তি সৰ্বশ্ৰী শেষধৰ হাজৰিকা, প্ৰফুল্ল বৰা, ৰবিৰাম বৰা, কুঞ্জ হাজৰিকা, নৰেন্দ্ৰনাথ ভট্টাচাৰ্য, লখো ফুকন, টুনি ফুকন আৰু বদন চন্দ্ৰ বৰাৰ ওচৰত লেখক কৃতজ্ঞ)।



# ধৰ্মীয় জাগৰণত ভাৰতীয় নাট্যাভিনয়

॥ প্ৰাম গোস্বামী ॥

**নাটকৰ উৎস ঃ**

নাটকৰ আৰম্ভ কেনেকৈ হৈছিল, সেই কথা সঠিকভাবে নিৰ্ণয় কৰা টান। ভাৰতীয় শাস্ত্ৰজ্ঞসকলে ভাৰতীয় নাট অভিনয়ৰ ক্ষেত্ৰত ইয়াৰ প্ৰচলন দুহেজাৰ বছৰৰো আগৰ বুলি অভিমত দিছে। নাটক অকল সাহিত্যৰ এটা সম্পূৰ্ণ ৰূপ নহয়, নাটকৰ ব্যাপকতা কলা-শিল্পৰ বিভিন্ন দিশত স্থাপিত হৈছে। সুকুমাৰ কলা, স্থাপত্য, ভাস্কৰ্য আৰু চিত্ৰাংকন, সংগীত আৰু নৃত্য-কলা আদিত নাটকীয় ৰূপ স্থায়ীভাবে পৰিস্ফুট হোৱা দেখিবলৈ পোৱা গৈছে। ভাৰতীয় সংস্কৃতিৰ অন্যতম মনোগ্ৰাহী আৰু সূক্ষ্ম প্ৰদৰ্শন হিচাপে নাট্যকলাই বহু শতাব্দী ধৰি জনপ্ৰিয়তা অৰ্জন কৰি আহিছে। নাট্যৰসিকসকলে বেদৰ উদ্ধৃতি দি কৈছে যে আদি বেদ ঋগ্‌বেদৰ ৰচনাত দুটা বা অধিক চৰিত্ৰৰ কথোপকথনত মন্ত্ৰ সংলাপে গুৰুত্ব লাভ কৰিছে। পুৰুৰবা আৰু উৰ্বশীৰ মন্ত্ৰ পাঠত আমি এক অপূৰ্ব প্ৰেমৰ কাহিনী উপভোগ কৰো। পৃথিবীবাসী পৰুৰবাই স্বৰ্গৰ অপ্‌সৰা উৰ্বশীক প্ৰেম নিবেদন কৰোতে যি সংলাপ ব্যৱহাৰ কৰিছিল, সেয়া নাটকৰে অন্য উদাহৰণ। ড° সুনীতি কুমাৰ চেটাৰ্জীৰ মতে বৈদিক আৰ্যসকলে কাহিনীমূলক তথ্য পৰিবেশন কৰোতে এবিধ অপৰিপক্ক নাটকীয় অভিনয়ৰ সহায় লৈছিল। মানুহে জনা কাহিনীক আৰ্যসকলে সংলাপৰ মাধ্যমেদি অধিক ৰসাল কৰি তুলিছিল। আৰ্য-অনাৰ্যৰ সমন্বয়ৰ মাজেদি ভাৰতবৰ্ষত বহুতো পৌৰাণিক কাহিনীয়ে আমাৰ সাংস্কৃতিক ভিত্তি চহকী কৰিছিল আৰু এইবোৰ কাহিনীৰ অৱলম্বনতে গঢ় লৈছিল নাট্যকলাই। এই কাহিনীৰ পৰিবেশনৰ আঁৰত ভাৰতীয় ধৰ্ম আৰু দৰ্শনৰ প্ৰভাব প্ৰত্যক্ষ হৈছিল। খ্ৰীষ্ট ধৰ্ম প্ৰচলনৰ কেইবা শতিকাৰো আগতে প্ৰাচীন ভাৰতত পুতলা নাচে ধৰ্ম জাগৰণত জনপ্ৰিয়তা লাভ কৰিছিল আৰু এই পুতলা নাচৰ বচন-ভংগী ওজা আৰু পালিয়ে নাটকীয় সংলাপত পৰিবেশন কৰা প্ৰথা আছিল। আজিও এই পৰম্পৰা চলি আছে ।

**সংস্কৃত নাটক ঃ**

ভাৰতবৰ্ষৰ নাট্য ইতিহাসত সংস্কৃত নাটকৰ স্থান অত্যন্ত মল্যবান। বিশ্ব নাট্য ভঁৰালৈ সংস্কৃত নাটকে উৎকৃষ্ট ৰত্নগুণি আগবঢ়াইছে। এইবোৰৰ ভিতৰত কালিদাসৰ শকুন্তলা, শূদ্ৰকৰ মৃচ্ছকটিকম্‌ হৈছে অমৰ গ্ৰন্থ। কালিদাসে তেওঁৰ পূৰ্বৱৰ্তী নাট্যকাব্য ৰচনা কৰাসকলৰ ভিতৰত ভাসৰ নাম বিশেষভাবে উল্লেখ কৰিছে। ভাসৰ ১৩ খন নাটকৰ পাণ্ডুলিপি উদ্ধাৰ হৈ এই কথা প্ৰতীয়মান হৈছে যে তেওঁ দক্ষিণ ভাৰতৰ মালয়ালম ভাষাতো নাট ৰচনা কৰি যশস্যা লাভ কৰিছিল। ৮ম শতিকাৰ ভৱভূতিৰ অৱদানো সমানে স্মৰণীয়। সকলো মহৎ কলাৰ দৰে সংস্কৃত নাটকেও ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত থকা কবি-নাট্যকাৰসকলক অফুৰন্ত প্ৰেৰণা যোগাইছিল। হিন্দু ৰজাসকলেও সংস্কৃত নাটকক ৰাজসভাত সন্মানজনক আসন দি এক পৰম সাহিত্যিক সম্পদ বুলি সমাদৰ দেখুৱাইছিল। যেতিয়া মুছলমান আক্ৰমণত ভাৰতবৰ্ষই পৰাধীনতা স্বীকাৰ কৰিবলগাত পৰিল, তেতিয়া ভাৰতৰ ঐতিহ্যমণ্ডিত সংস্কৃত নাটকৰো প্ৰসাৰত বাধা পৰিবলৈ আৰম্ভ হ'ল। অভিনয়ৰ প্ৰতি আগ্ৰহ মন্থৰ হৈ অহাত সংস্কৃত নাটক হৈ পৰিল ভাৰতীয় সাহিত্যৰ ক্লাচিক্‌ছ। জনসংযোগ হেৰুৱাই সংস্কৃত নাটকে কেৱল মাত্ৰ বিজ্ঞজনৰ অধ্যয়নৰ বিষয়বস্তু হৈ নিজৰ অতীত গৌৰৱ ৰক্ষা কৰিলে। অৱশ্যে সংস্কৃত নাটকৰ ক্লাচিক মৰ্যাদা সমসাময়িক পাঠকে স্বীকাৰ কৰি নতুন দৃষ্টিভংগীৰে সেইবোৰৰ জীৱন দৰ্শনৰ মূল্য বিচাৰ-বিশ্লেষণ কৰি আনন্দ লভিছে। অনুবাদৰ সহায়ত এইবোৰ সংস্কৃত নাটকে বিশ্ব-সাহিত্যত প্ৰবেশ কৰিছে।

**ধৰ্মীয় সংযোগ ঃ**

এটা কথা উল্লেখ কৰিব পাৰি যে ভাৰতীয় কলা চৰ্চা আৰু অভিনয়াদিৰ লগত ধৰ্মৰ এক মধুৰ সংযোগ ৰক্ষিত হৈছিল। প্ৰাচীন সভ্যতাৰ ইতিহাসে দেখুৱাইছে যে গ্ৰীক, ৰোমান, মিছৰ আৰু ভাৰতীয়সকলৰ সাংস্কৃতিক জীৱন ধৰ্মৰ দ্বাৰা বহু পৰিমাণে নিয়ন্ত্ৰিত আছিল। ধৰ্মক কেন্দ্ৰ কৰিয়েই নৃত্য-গীত বাদ্য-অভিনয় আদিয়ে বিকাশ লাভ কৰিছিল। ভৰত নাট্যশাস্ত্ৰত ভাৰতীয় নাটকৰ উৎস ধৰ্ম আৰু অনুশাসনৰ ভিত্তিত বৰ্ণনা কৰা হৈছে। আমোদ-প্ৰমোদৰ মাজেদি জনসাধাৰণক কি দেখুওৱা উচিত বা কি দেখুৱা অনুচিত তাক ভৰত নাট্যশাস্ত্ৰই ইংগিত দিছে। অৰ্থাৎ নাটক হ'ব লাগিব উত্তম, শালীন, শোভন, প্ৰীতিকৰ, শিক্ষাপ্ৰদ আৰু মানসিক উন্নতি সাধক। ভাৰতীয় জীৱন ধাৰাৰ লগত সংগতি ৰক্ষা কৰি ভাৰতীয় নাটকে বিকাশ লাভ কৰিবলৈ সমৰ্থ হৈছে। ধৰ্মীয় উৎসৱ, ঋতু উৎসৱ, ৰাজ্যাভিষেক আদিৰ লগত নাটক অভিনয়ৰ উপলক্ষ্য নিৰ্ধাৰণ কৰা হৈছিল আৰু মন্দিৰ প্ৰাংগণত এইবোৰৰ প্ৰদৰ্শন চাবলৈ জনসাধাৰণ সমবেত হৈছিল। আজিও এই উপলক্ষ্যবোৰ কম বেছি পৰিমাণে লক্ষ্য কৰিব পাৰি। পুতলা নাচ আৰু ওজাপালি, অংকীয়া ভাওনা আদিলৈ মন কৰিলে আমি এই পৰম্পৰা দেখিবলৈ পাওঁ। নামঘৰ, পূজামণ্ডপ, মন্দিৰ প্ৰাংগণ আৰু উল্লেখযোগ্য উৎসৱ স্থান আদি এইবোৰ লোক অভিনয়ৰ মুখ্যস্থল ৰূপে ব্যৱহৃত হৈ আহিছে। কাহিনীৰ মাজেদি আনন্দ দান আৰু নৈতিক শিক্ষা প্ৰদান হৈছে এইবোৰ লোক নাট্যৰ অন্যতম লক্ষ্য। অভিনয় অৰ্থব্যঞ্জক কৰিবলৈ অভিনেতাই অভিনয় কৌশল, যেনে, বচন-বৈচিত্ৰ্য, অংগ চালনা, পদক্ষেপ, ভাব-ভংগী, নৃত্য-গীত, বাদ্য আদি আহৰণ কৰা অপৰিহাৰ্য ।

**সূত্ৰধাৰৰ ভূমিকা ঃ**

ভাৰতীয় নাটকৰ লগত সূত্ৰধাৰৰ সম্পৰ্ক গুৰুত্ব সহকাৰে সংযোগ হৈছে। তেওঁক নাটকৰ প্ৰযোজক, পৰিচালক আৰু কৰ্মাধ্যক্ষ বুলি কোৱা হয়। পুতলানাচ আৰু ওজাপালিতো ওজাৰ ভূমিকা সূত্ৰধাৰৰ দৰে। এজনে পুতলা নচুৱায়, আনজনে বিয়াহৰ বা ব্যাসৰ পাঁচালী ৰূপায়ণ কৰে। অধ্যাপক আৰ, ভি, জাগীৰদাৰে তেখেতৰ তথ্যভিত্তিক গ্ৰন্থ 'Drama in Sanskrit Literature'ত যুক্তি প্ৰদৰ্শন কৰি লিখিছে যে ভৰতে যি সূত্ৰধাৰৰ ব্যাখ্যা দিছে সেই সূত্ৰধাৰৰ লগত মহাকাব্যৰ মুখ্য বৰ্ণনাকাৰী সূতৰ মিল আছে। পৌৰাণিক চৰিত্ৰ সূতক ভৰতৰ ৰঙ্গমঞ্চৰ কৰ্মাধ্যক্ষ আৰু পৰিচালক সূত্ৰধাৰৰ আদি ৰূপ বুলি ক'ব পাৰি। সূতৰ মহাভাৰতত সংলাপ হৈছে গুৰুত্বপূৰ্ণ বিৱৰণ। ঘটনা প্ৰসংগত কোনে কি কৈছে তাক অৱগত কৰাবলৈ সূতৰ প্ৰয়োজন হৈছে। সূতে কৈছে 'ভীষ্ম উবাচ', 'অৰ্জুন উবাচ' ইত্যাদি ভীষ্ম, অৰ্জুন, দুৰ্যো-

ধন, শকুনি, দ্রৌপদী আদি হৈছে মহাভাৰতীয় চৰিত্ৰ। সূত চৰিত্ৰ নহয়, তেওঁৰ কাম চৰিত্ৰক পৰিচয় কৰোৱা ; সময়, স্থান আৰু কথোপকথনৰ আগে-পাছে কি ঘটিব তাক জানিবলৈ দিয়া। সূতে চৰিত্ৰ-সমূহৰ কথা-বতৰা আৰম্ভ কৰাই প্ৰস্থান কৰে ; আকৌ আহি নিজৰ দায়িত্ব পালন কৰেহি পৰৱৰ্তী সংলাপ আৰম্ভ হোৱাৰ আগে আগে। ডঃ জাগীৰ-দাৰে সূতৰ মঞ্চৰূপ সূত্ৰধাৰ বুলি প্ৰতিপন্ন কৰাৰ প্ৰয়াস কৰিছে।

**উপৰূপক ঃ**

সংস্কৃত নাটকৰ জনপ্ৰিয়তা হ্ৰাস হোৱাৰ পাছত যি নাটকীয় পদ্ধতিয়ে স্বৰূপ প্ৰকাশ কৰিলে তাক 'উপৰূপক' বুলি কোৱা হৈছে। সাধাৰণতে প্ৰাকৃতত ৰচিত এইবোৰ উপৰূপকত নৃত্য-নাট্যই প্ৰাধান্য লাভ কৰিছিল। দৰ্শকক আনন্দ আৰু ৰসিকতা প্ৰদান কৰাত উপৰূপককে সাৰ্থক ভূমিকা হৈছিল। সাহিত্য দৰ্পণ আৰু ভৰত নাট্যশাস্ত্ৰত এনে জাতীয় নাটক ১৮ খন মান হ'ব বুলি উল্লেখ আছে। সংস্কৃত নাটকৰ সূত্ৰধাৰ এইবিধ উপৰূপকত নাই। নাট্য সমালোচক আৰু প্ৰখ্যাত নাট্য প্ৰযোজক আদ্য ৰংগাচাৰ্যৰ মতে 'উপৰূপকেই ভাৰতীয় থিয়েটাৰৰ প্ৰাচীনতম ৰূপ' (ভাৰতীয় থিয়েটাৰ)।

**ভক্তি আন্দোলন ঃ**

যদিও অনেক নাট্যবিদে কৈছে যে ভাৰতীয় নাটকে ধৰ্মনিৰপেক্ষতা ৰক্ষা কৰি আহিছে আদি-কালৰেপৰা, তথাপি আমি দেখিবলৈ পাওঁ যে প্ৰায় ১৫ শতিকাৰ পৰাই বৈষ্ণৱ আন্দোলনৰ বহুল প্ৰচাৰ হোৱাৰ লগে লগে ভাৰতীয় নৃত্য-নাট্য আৰু সংগীতে এক নতুন ৰূপ গ্ৰহণ কৰিছিল। ভক্তি আন্দোলন ভাগৱতী ধৰ্মৰ ওপৰত সু-প্ৰতিষ্ঠিত বৈষ্ণৱসকলে ভগবান শ্ৰীকৃষ্ণক উপাস্যদেৱতা বুলি পূজা কৰে। ভগবান শ্ৰীকৃষ্ণ নৃত্য-গীতৰো দেৱতা। তেওঁ নিজে বাঁহী বজায়, নৃত্য কৰে, অভিনয় দেখুৱাই ভক্তসকলক অপাৰ আনন্দ দিয়ে। উদা-হৰণ স্বৰূপে, কালিয় দমন নাটলৈ আঙুলিয়াব পাৰি। শ্ৰীকৃষ্ণই কালি নায়ৰ শিৰত উঠি বাঁহী বজায় আৰু "দুই পাৱে ফণাক মৰ্দয়ে নৃত্য আৰম্ভল। সে সময়ে গন্ধৰ্ব বিদ্যাধৰ সব আসি কহুঁ তাল, কৰতাল ঠুকি মৃদঙ্গ বজায়া তাহেক দেৱ লৈয়া, শ্ৰীকৃষ্ণ যৈচে কৌতুকে নৃত্য কয়ল, তাকে দেখহ, শুনহ। নিৰন্তৰে হৰি বোল হৰি।" (মহাপুৰুষ শংকৰদেৱৰ অংকীয়া নাটৰ 'কালিয়দমন'ত সূত্ৰধাৰৰ বৰ্ণনা)। কথক নৃত্য বিশাৰদসকলে বিশ্বাস কৰে যে, কালিয় দমনত শ্ৰীকৃষ্ণই লয়লাসে পদ চালনা কৰি যি নৃত্য দিছিল তাৰপৰাই কথক নৃত্যৰ উৎপত্তি হৈছে। কালিনায়ৰ শিৰত শ্ৰীকৃষ্ণৰ পদৰেণু পৰিছিল আৰু পদধ্বনিত শব্দ, তাল, লয়, ছন্দৰ উৎপত্তি হৈছিল। কালিয় মৰ্দনৰ পৰাই কথক নৃত্যৰ মূল কাহিনীৰ জন্ম হৈছে বুলি লোকবিশ্বাস আছে। তেনেকৈ দক্ষিণ ভাৰতত শিৱক নৃত্যৰ আৰাধ্য দেৱতা বুলি প্ৰণাম জনোৱা প্ৰথা এটা পৰম্পৰাগত ভাৱে চলি আহিছে। ভগবান শিৱৰ যি আনন্দ তাণ্ডৱৰ নৃত্য ভংগী তাক ভৰত নাট্যমৰ উপাস্য দেৱতা বুলি সন্মান প্ৰদৰ্শন কৰা হয়। সকলো ভৰতনাট্যম নৃত্যশিল্পীয়ে নৃত্য প্ৰদৰ্শন কৰাৰ আগতে ৰঙ্গমঞ্চৰ একাষত প্ৰতিষ্ঠা কৰা নৃত্যৰত শিৱৰ মূৰ্তিক ভক্তিপূৰ্ণ প্ৰণিপাত জনোৱা নিয়ম অব্যাহত আছে। ভগবান শিৱ অকল নৃত্য-কলাৰ দেৱতাই নহয়, শিৱ সংগীতৰো দেৱতা, বীণাধাৰ দক্ষিণ মূৰ্তি। হিন্দুৰ দেৱ-দেৱীৰ লগত নৃত্য-গীত-বাদ্য আৰু অভিনয় এনেভাৱে সংযুক্ত যে প্ৰত্যেকজনা দেৱ-দেৱীৰ পূজা-অৰ্চনাত এই প্ৰদৰ্শিত কলা অপৰি-হাৰ্য অংগ স্বৰূপে বিধি-বিধান আছে। দেৱ-দেৱীক কল্পনাতো আমি তেওলোকৰ নৃত্য-ভংগীমা, বাদ্য-যন্ত্ৰৰ লগত থকা দেখিবলৈ পাওঁ। উদাহৰণ স্বৰূপে, শ্ৰীকৃষ্ণৰ হাতত বাঁহী, শিৱৰ হাতত ডম্বৰু, বাগ্‌-দেবী সৰস্বতীৰ হাতত বীণা, নাৰদৰ হাতত বীণ প্ৰভৃতি লক্ষ্য কৰো। আমাৰ ভক্ত বৃন্দ হৈছে সংগীত প্ৰিয়। সংগীতৰ মাজেদিয়েই ইষ্ট দেৱতাক প্ৰণতি জনোৱা হয়, তেওঁৰ গুণানুকীৰ্তন কৰা হয়। দেৱতাসকলো ভজন কীৰ্তন, হৰি কথাৰ দ্বাৰা সহজে তুষ্ট হয় বুলি কোৱা হয়। শ্ৰীবিষ্ণুৱে কৈছিল, "মই বৈকুণ্ঠত নাথাকো, যোগী-মুনিৰ হৃদয়তো নাথাকো, সূৰ্যটো সোমাই নাথাকো ; ভক্ত বৃন্দই য'ত মোৰ শ্ৰৱণ-কীৰ্তন কৰে, হৰিনাম গায় তাতে মই উপস্থিত হওঁ। এই শ্ৰৱণ-কীৰ্তন, হৰিনাম প্ৰয়োজন ভকতিৰ কাৰণে, অজ্ঞানতা দূৰ কৰি জ্ঞান লাভ কৰিবৰ কাৰণে।

**ধৰ্ম আৰু কলা ঃ**

ভক্তি আন্দোলনত ধৰ্ম আৰু কলাৰ এক মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। যদিও সামবেদত ধৰ্মীয় মন্ত্ৰধ্বনিত সংগীতৰ এক বিশিষ্ট স্থান পূৰ্বতে নিৰ্ধাৰিত হৈ গৈছিল তথাপিও ভক্তি আন্দোলনৰ মাজেদি এই কলাই জনমানসত বিস্তৃতভাৱে প্ৰৱেশ কৰিবলৈ সুযোগ পালে। উল্লেখযোগ্য যে নাট্য প্ৰয়োগৰ দ্বাৰা ভক্তি আন্দোলনে উদাৰ দৃষ্টি গ্ৰহণ কৰি আঞ্চলিক বৈশিষ্ট্যক সামৰি ল'ব পাৰি-ছিল। আমি দেখিবলৈ পাওঁ যে ভাৰতীয় প্ৰায়বোৰ আঞ্চলিক প্ৰসিদ্ধ নাট্য পদ্ধতিৰ মূল ভিত্তি হৈছে ১৬ শতিকাৰ ভক্তি আন্দোলন। ক'ব পাৰি যে ১৬ শতিকাতে ভাৰতীয় থিয়েটাৰে নৱজাগৰণৰ সোৱাদ পাইছিল আৰু ইয়াৰ গুৰি ধৰিছিল ধৰ্ম-প্ৰচাৰকসকলে। এই প্ৰচাৰকসকল আছিল বিজ্ঞ ব্যক্তি। তেওঁলোকৰ পাণ্ডিত্য আৰু আধ্যাত্মিক চিন্তা-চৰ্চাৰ ওপৰত জনসাধাৰণৰ অগাধ বিশ্বাস আছিল। এই ধৰ্মীয় গুৰুসকল আছিল সংস্কৃতি-বান আৰু সমাজ সংস্কাৰক। তেওঁলোকে সম-সাময়িক সমাজ আৰু ধৰ্মবিশ্বাসৰ ভেঁটি সুদৃঢ় কৰিবলৈ নতুন উপায় অৱলম্বন কৰিলে। এই কাম বা পৰিবৰ্তন সহজ নাছিল। তেওঁলোকৰ অভি-যানত প্ৰাচীন গোড়া সমাজে প্ৰতিবন্ধক জন্মাইছিল। প্ৰাচীন ধৰ্মীয় আচৰণ আৰু অন্ধ বিশ্বাস সংস্কাৰ কৰি এই গুৰুসকলে নৱবৈষ্ণৱ আন্দোলন আৰম্ভ কৰি সমাজত নতুন চেতনাৰ সোঁত বোৱালে। এই আন্দোলনে ধৰ্ম প্ৰচাৰৰ সহায়ক ৰূপে অভিনয় কলাক সামৰি ল'লে। এই অভিনয় কলা হৈ পৰিল জনতামুখী। আগতে ধৰ্মীয় বুৎপত্তি বা জ্ঞান আছিল একমাত্ৰ উদ্দেশ্য। কিন্তু এতিয়া এই বুৎপত্তি বা জ্ঞানৰ প্ৰসাৰত ৰসে প্ৰাধান্য লাভ কৰিলে। যদি নাটকৰ কাহিনীৰ মূল উৎস ধৰ্ম বা অৰ্থ, তাক প্ৰকাশ কৰিবলৈ বীৰোচিত উৎসাহ-উদ্দীপনাৰ ৰস সংযোগ হ'ল। তেনেকৈ কাম ভাৱক প্ৰতিপন্ন কৰিলে প্ৰেমজনিত অনুভূতিয়ে আৰু মোক্ষক কৰিলে শান্ত ৰসে। ধৰ্ম, অৰ্থ, কাম, মোক্ষ ইয়াৰ ব্যাখ্যা হ'ল— মানুহে জীৱনত ধৰ্মাচৰণ কৰিব, তাৰ পাছত ধৰ্মক অক্ষুণ্ণ ৰাখি অৰ্থ আৰু কামৰ সেৱা কৰিব, পাছত ভোগৰপৰা বিৰত হৈ বৈৰাগ্যৰ সাধন কৰিব আৰু শেষত যোগস্থ হৈ দেহ ত্যাগ কৰিব। এয়া আছিল ভাৰতৰ সনাতন আদৰ্শ। এই চাৰিবৰ্গক মানবীয় ক্ৰিয়াৰে প্ৰদৰ্শন কৰোতে অকল নৈতিক পাঠতে সীমিত নাথাকি অনুভূতিৰে প্ৰকাশ কৰাৰ প্ৰচেষ্টা চলাবলৈ ভৰতে ৰসৰ ব্যৱস্থা কৰিছিল আৰু এই ৰস বিচাৰ পাছত অভিনৱ-গুপ্তই বিস্তৃতভাৱে বৰ্ণনা কৰিছিল। ভাৰতীয় নাটকত সেইবাবে ৰস উপভোগৰ মাজেদি দৰ্শকে যাতে নাটকখনৰ মূল ভাব উপলব্ধি কৰিব পাৰে তাত অধিক গুৰুত্ব দিয়া হৈছিল। ভাগৱতী ধৰ্ম প্ৰচাৰকসকলে ধৰ্ম দৃষ্টি আৰু ৰস-দৃষ্টিৰ মাজত প্ৰভেদ নাৰাখিছিল। অভিনয়ৰ মাজেদি ৰসৰ সাত্ত্বিক আনন্দ দিবলৈ তেওঁলোকে বিভিন্ন ৰসৰ অৱতাৰণা কৰিছিল।

**অভিনয় কলাত বৈষ্ণৱ ধৰ্ম ঃ**

আগতেই উল্লেখ কৰি অহা হৈছে যে ভক্তিবাদ আৰু বৈষ্ণৱধাৰাৰ অভ্যুদয়ে অভিনয় কলাক বিশেষ ভাৱে অনুপ্ৰাণিত কৰিছিল। ইয়াৰ ফলত নৃত্য আৰু নাট্যানুষ্ঠানে জনপ্ৰিয়তা অৰ্জন কৰিবলৈ

সুবিধা পাইছিল। বৈষ্ণৱ ভক্তবৃন্দই গীত গাইছিল, নৃত্য প্ৰদৰ্শন কৰিছিল আৰু কাহিনী ৰূপায়িত কৰিবলৈ অভিনয়ৰ সহায় লৈছিল। ভগবান শ্ৰীকৃষ্ণৰ জীৱন বৃত্তান্ত আৰু লীলা হৈ পৰিছিল অনুপ্ৰেৰণাৰ উৎস। অসমত মহাপুৰুষ শংকৰদেৱ আৰু তেওঁৰ প্ৰিয় শিষ্য মহাপুৰুষ মাধৱদেৱ, বংগদেশত শ্ৰীচৈতন্য, উত্তৰ ভাৰতৰ গোস্বামী তুলসী দাস, স্বামী হৰিদাস, বল্লভাচাৰ্য, নাৰায়ণ ভট্ট, কবি জয়দেৱ, দক্ষিণ ভাৰতৰ তীৰ্থ নাৰায়ণ যতি আৰু সিদ্ধেন্দ্ৰ যোগী (কুচিপুড়ি) প্ৰভৃতি আছিল ভক্তিবাদৰ প্ৰচাৰক। এখেতসকল আছিল পৌৰাণিক কাহিনীত (ভাগৱত, মহাভাৰত, ৰামায়ণ প্ৰভৃতি) সুপণ্ডিত লগতে নৃত্য, গীত, বাদ্য, অভিনয়ত পাৰদৰ্শী। ক'ব পাৰি যে অসম, বংগ, উৰিষ্যা আৰু হিন্দী ভাষী অঞ্চলত বৈষ্ণৱ কবিসকলৰ দৰে দক্ষিণ ভাৰতত হৰিকথাৰ ভক্তবৃন্দ আৰু কাশ্মীৰৰ ভাঁড়, চাৰণ, পঞ্জাবৰ যোগীসকলে ভাষা নাটকৰ প্ৰাথমিক ৰূপ সৃষ্টি কৰিছিল। মন্দিৰ প্ৰাংগণ, ৰাজসভা, ধনী ব্যক্তিৰ বাস ভৱন, ৰাজহুৱা উৎসৱ, মেলা প্ৰভৃতিত এওঁলোকে নাট্যাভিনয় কৰি দৰ্শকসকলক আপ্যায়িত কৰিছিল।

**অসমৰ বৈষ্ণৱ আন্দোলনত অভিনয় কলা ঃ**

অসমত পুতলানাচ, ওজাপালি, গোৱালপাৰা অঞ্চলৰ কুশান গান, ভাৰী গান প্ৰভৃতি হ'ল নাটকীয় গুণ বিশিষ্ট জনবিনোদন লোকধৰ্মী অনুষ্ঠান। নৃত্য, গীত, সংলাপ আৰু অভিনয় এইবোৰ অনুষ্ঠানৰ মুখ্য আকৰ্ষণ। থলুৱা উপকৰণেৰে এইবোৰৰ আংগিক ৰূপ মনোগ্ৰাহী আৰু জনমুগ্ধকৰ। কিন্তু অসমীয়া নাটকৰ এটা বাস্তৱ ৰূপ দান কৰে মহাপুৰুষ শংকৰদেৱে। তেওঁৰ চিহ্ন যাত্ৰাকে প্ৰথম অসমীয়া নাট বুলি জনা যায়। অসমৰ নৱবৈষ্ণৱ আন্দোলনৰ প্ৰৱৰ্তক স্বৰূপে তেওঁ অসমীয়া সমাজৰ ধৰ্মীয়, সামাজিক আৰু সাংস্কৃতিক দিশত নতুন জাগৰণৰ সূচনা কৰিছিল। নামঘৰ আৰু থান-সত্ৰ প্ৰতিষ্ঠা কৰি তেখেতে শ্ৰৱণ-কীৰ্তনৰ ভক্তিধৰ্ম আচৰণত এক নতুন দিশ উদ্ভাৱন কৰিছিল। শ্ৰীশংকৰদেৱে নৱবৈষ্ণৱ আন্দোলনক উৎসৱমুখৰ কৰি তুলিবলৈ গীত-বাদ্য-নৃত্য আৰু অভিনয় সংযোগ কৰিছিল। কলা-সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত শ্ৰীশংকৰদেৱৰ অৱদান ভাৰতৰ আন বৈষ্ণৱ ধৰ্ম প্ৰচাৰকসকলতকৈ বহুত বেছি আছিল। তেওঁ আছিল সৰ্বগুণী। তেওঁ নাট ৰচনা কৰিছিল, চিত্ৰপট আঁকিছিল, ছোঁ-ঘৰৰ পৰিকল্পনা কৰিছিল, সাজ-পোছাক, আ-অলংকাৰ, মুখা, অংগৰচনা, পাগ-মুকুট, চুলি ব্যৱহাৰ প্ৰভৃতি আহাৰ্য উপকৰণৰ পৰিকল্পনা কৰিছিল। তেওঁ গীত-পদ ৰচনা কৰিছিল, নৃত্য পৰিকল্পনা কৰিছিল, অভিনয় পদ্ধতিত অভিনৱ কৌশল অৱলম্বন কৰিছিল। ক'ব পাৰি যে শ্ৰীমন্ত শংকৰদেৱ আছিল নাট্যশাস্ত্ৰ প্ৰণেতা ভৰতমুনিৰ অন্যতম অৱতাৰ বা ৰূপ। শংকৰদেৱৰ দৰে কলাবিশাৰদ ধৰ্ম প্ৰচাৰক ভাৰতীয় থিয়েটাৰত বিৰল। ধৰ্ম প্ৰচাৰত অভিনয়ক এটা বলিষ্ঠ মাধ্যম ৰূপে গঢ় দি তেওঁ সমজুৱাৰ শ্ৰদ্ধা আৰু আদৰ লাভ কৰিছিল। অংকীয়া নাট বুলি জনাজাত নৃত্যাভিনয় আৰম্ভ কৰি তেওঁ বিস্ময়ৰ সূচনা কৰিছিল। ভাৰতীয় থিয়েটাৰৰ ঐতিহ্যত শ্ৰীশংকৰদেৱে উদ্ভাৱন কৰা নাট আৰু ভাওনা বাস্তৱিকতে অনুপম সৃষ্টি। তেখেতৰ প্ৰিয় শিষ্য শ্ৰীমাধৱদেৱেও অভিনয় প্ৰধান নাট ৰচনা কৰে।

**বংগদেশৰ চৈতন্যদেৱ ঃ**

বংগ দেশত চৈতন্যদেৱক যাত্ৰাৰ প্ৰতিষ্ঠাপক অথবা পুনঃপ্ৰতিষ্ঠাপক বুলি কোৱা হয়। এই যাত্ৰাক কৃষ্ণ-কীৰ্তন বা কৃষ্ণ-যাত্ৰা বুলিও কোৱা হয়। ইয়াত নাটকীয় উপাদানৰ অভাৱ নাছিল। ইয়াৰ বিষয়বস্তু বৈষ্ণৱ ধৰ্ম সম্পৰ্কিত আৰু কৃষ্ণলীলা ভাষাত্মক। বৃন্দাবন দাসে ৰচনা কৰা 'চৈতন্য ভাগৱত' নামৰ গ্ৰন্থত উল্লেখ কৰা হৈছে এইবুলি যে চৈতন্যদেৱে তেওঁৰ অনুগামীসকলক লৈ চন্দ্ৰশেখৰ আচাৰ্যৰ গৃহত যাত্ৰাভিনয় পাতিছিল। ইয়াত নৃত্য আৰু গীতে প্ৰাধান্য লাভ কৰিছিল। ১৫০৭ চনত অনুষ্ঠিত হোৱা যাত্ৰাভিনয়ত চৈতন্যদেৱে ৰুক্মিণীৰ অভিনয় কৰিছিল। চন্দ্ৰশেখৰ আচাৰ্যৰ ঘৰত চৈতন্যদেৱে গয়াৰপৰা উভতি অহাৰ পাছত যি কৃষ্ণলীলা অভিনয় হৈছিল তাত চৈতন্যদেৱৰ উপৰিও ভক্তবৃন্দই বিভিন্ন ভূমিকাত ওলাই কৃষ্ণলীলাৰ অপূৰ্ব ৰস শ্ৰোতাদৰ্শকক বিতৰণ কৰিছিল। চৈতন্যদেৱৰ চেহেৰা আছিল বিতোপন। তেওঁ নৃত্য-গীত আৰু অভিনয়ৰ মাজেদি প্ৰেম ভক্তিৰ সাৰ্থক স্বৰূপ প্ৰদৰ্শন কৰিছিল। চৈতন্য চৰিত্ৰামৃত নামৰ গ্ৰন্থত আছে যে চৈতন্যদেৱে জীৱনৰ শেষ সময়ত পুৰীত কৃষ্ণলীলা অভিনয় পাতি পৰিচালনা কৰিছিল। চৈতন্যদেৱৰ শিষ্যসকলৰ মাজত ৰায় ৰমানন্দ, ৰূপ গোস্বামী প্ৰভৃতি অভিনয় কলা নিপুণ ভক্ত আছিল। চৈতন্যদেৱৰ কৃষ্ণলীলাই বংগদেশৰ যাত্ৰা-থিয়েটাৰক প্ৰেৰণা যোগাইছিল। কৃষ্ণকমল গোস্বামীয়ে ১৮৩০ চনত নিমাই সন্ন্যাস পালা ৰচনা কৰে, তাৰ পাছত ৰচনা কৰে স্বপ্নবিলাস, ৰাই উন্মাদিনী, বিচিত্ৰবিলাস, ভৰত মিলন, সুবল সংবাদ, নন্দ বিদায় প্ৰভৃতি অভিনয় প্ৰধান যাত্ৰাগান। যদিও পৰৱৰ্তীকালত বংগদেশত যাত্ৰা-থিয়েটাৰৰ ৰূপ বেলেগ হৈছে তথাপি ইয়াৰ মূল উৎস তাত ৰৈ গৈছে।

**গীতগোবিন্দ ঃ**

জয়দেৱ বিৰচিত 'গীত-গোবিন্দ' যদিও সংস্কৃতত ৰচনা কৰা হৈছিল ইয়াৰ প্ৰভাৱে বংগ, বিহাৰ, উৰিষ্যা, অসমৰ পুৰণি কবিসকলক গভীৰভাৱে স্পৰ্শ কৰিছিল। কাব্যত ৰচিত 'গীত-গোবিন্দ' হৈছে নৃত্য-গীত আৰু অভিনয়ৰ অপূৰ্ব সমাবেশ। বিষয়বস্তু ৰাধা-কৃষ্ণৰ প্ৰেম কাহিনী। ভাৰতীয় নাটকৰ প্ৰাচীন উদাহৰণ গীত গোবিন্দত প্ৰকাশ পাইছে।



**ৰামলীলা ঃ**

উত্তৰ ভাৰতত জনপ্ৰিয়তা লাভ কৰা ৰামলীলা হৈছে ভ্ৰাম্যমান লোকনাট্য। ইয়াৰ কাহিনী ৰামায়ণ। ইয়াৰ প্ৰথম উল্লেখ হৰিবংশত পোৱা যায়। ভদ্ৰ নামেৰে অভিনেতা এজনে ৰাক্ষস নৃপতি বজ্ৰনাভৰ ৰাজধানীত এদল লগৰীয়াসহ ৰামলীলাৰ অভিনয় প্ৰদৰ্শন কৰিছিল বুলি প্ৰবাদ আছে। ইয়াৰ প্ৰধান চৰিত্ৰ শ্ৰীৰাম। সীতা, লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন, হনুমান আদি পাৰ্শ্ব চৰিত্ৰ। শ্ৰীবিষ্ণুৱে দৈত্যসকলৰ ৰজা মহাপৰাক্ৰমী ৰাৱণক বধ কৰিবলৈ শ্ৰীৰামৰ অৱতাৰ গ্ৰহণ কৰিছিল বুলি লোকবিশ্বাস আছে। হৰিবংশৰ উপাখ্যানৰপৰাই পৰৱৰ্তীকালত আজিৰ ৰামলীলা উদ্ভৱ হৈছে বুলি কোৱা হৈছে। ভক্ত কবি গোস্বামী তুলসীদাস আছিল ৰামলীলাৰ প্ৰচাৰক। তেখেতে ৰচনা কৰা ৰামচৰিত মানস হৈছে ইয়াৰ আধাৰ। নৃত্য, গীত, অভিনয় সংযোগ হৈ ৰামলীলাই বিশেষকৈ উত্তৰ ভাৰতত বিপুল সমাদৰ লাভ কৰিছে। ১৬ শতিকাতে নতুন ৰূপ লোৱা ৰামলীলা আজিও এক আকৰ্ষণীয় লোকনাট্য স্বৰূপে পৰিগণিত হৈছে। আধুনিক থিয়েটাৰত ৰামলীলা পদ্ধতি সোমাই থিয়েটাৰ জনমুখী হৈ পৰা দৃষ্টিগোচৰ হৈছে।

**কৃষ্ণলীলা ঃ**

কাশী, মথুৰা, বৃন্দাবন, আদি ধৰ্মীয় স্থানসমূহত ৰামলীলাৰ প্ৰচলন বহল আৰু জনপ্ৰিয়। ব্ৰজবাসীৰ ধৰ্ম আন্দোলনত ৰামলীলাই প্ৰচুৰ প্ৰেৰণা যোগাইছিল। শ্ৰীকৃষ্ণৰ ৰাসকাড়াত ভক্তসকলে নৃত্য-অভিনয় কৰে, কৃষ্ণলীলা বৰ্ণনা কৰে। জন্মাষ্টমীত অনুষ্ঠিত হোৱা এই অভিনয় চাবলৈ অগণন লোকৰ সমাগম হয়। স্বামী হৰিপদ দাস আছিল কৃষ্ণভক্ত। তেওঁ কৃষ্ণলীলাক কেন্দ্ৰ কৰি কাব্য ৰচনা কৰিছিল, অভিনয়ৰ মনোমোহা কাহিনী যুগুত কৰিছিল। তেনেকৈ আছিল বল্লভাচাৰ্য আৰু তেওঁৰ পুত্ৰ ভিথলনাথ। এওঁলোক কৃষ্ণ অভিনয়ত

পাকৈত অভিনেতা আছিল। এওঁলোকে বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ হকে অভিনয়ক প্ৰাধান্য দিছিল আৰু অভিনয় কলাত ব্যুৎপত্তি লভিছিল।

**মণিপুৰৰ সংস্কৃতিত অভিনয় ঃ**

মণিপুৰৰ জীৱনধাৰাৰ লগত কলা-সংস্কৃতি অতি অন্তৰংগভাৱে সাঙোৰ খাই আছে। জাপানী-সকলৰ দৰে মণিপুৰী অল্পভাষী। তেওঁলোক জাপানীসকলৰ দৰেই সৌন্দৰ্যপ্ৰিয় আৰু সৌন্দৰ্য উপাসক। মণিপুৰী নৃত্য-নাট্যত এফালে যেনেকৈ প্ৰাক্ ঐতিহাসিক যুগৰ শিৱ আৰু তন্ত্ৰৰ প্ৰভাৱ দেখিবলৈ পোৱা যায়, আনফালে বৈষ্ণৱী ভাবধাৰাৰ বৰ্ণাঢ্য উপকৰণ মুখৰ হৈ উঠে। 'লাই হাৰোৱা' (লাই-লিংগ- ভগৱান শিৱ বা দুৰ্গাদেৱী) বা ৰাস নৃত্য ধৰ্ম অনুপ্ৰেৰণাৰে প্ৰতিফলিত। সুৰ-তাল-নাচ, খোল বাদন আৰু অভিনয় সকলো মিলি মণিপুৰী নৃত্য-নাট্যই বীৰত্ব আৰু ভক্তিৰস নিবেদন অসাধাৰণ ৰূপত প্ৰকাশ কৰে। বিখ্যাত শিল্পী আৰু অভিনয়-বিজ্ঞ ৰতন থিয়ামে তেওঁৰ থিয়েটাৰত এই মণি-পুৰী ফৰ্ম নিপুণ কৌশলেৰে প্ৰয়োগ কৰিছে। যুদ্ধৰ নাচ, প্ৰতিৰোধক নাচ, তৰোৱাল খেলা আদিৰে অভিনয় কিমান মনোগ্ৰাহী হ'ব পাৰে তাক ৰতন থিয়ামৰ নাটকত প্ৰদৰ্শিত হৈছে।

**ভাগৱত মেলা ঃ**

আমি দক্ষিণ ভাৰতলৈ চকু দিলে জানিবলৈ পাওঁ যে নাটকৰ ক্ষেত্ৰত পুৰণি কালত সাধু-সন্তই আগভাগ লৈছিল। তামিলনাডুত 'ভাগৱত মেলা' এনে লোকৰ দ্বাৰাই এদিন আৰম্ভ হৈছিল।

**যক্ষগান ঃ**

কৰ্ণাটকৰ কানাড়া অঞ্চলত থকা উল্লেখ-যোগ্য নাটকীয় অনুষ্ঠান হ'ল 'যক্ষগান'। ইয়াৰ বিষয়বস্তু মহাভাৰত, ৰামায়ণ আৰু ভাগৱতৰ কাহিনী। কিন্তু সকলোতে বৈষ্ণৱ প্ৰভাৱ বিৰাজ-মান। ভগৱান কৃষ্ণৰ কাহিনী, বিষ্ণুৰ দশাৱতাৰ হৈছে এইবিধ লোকনাট্যৰ আকৰ্ষণীয় অনুষ্ঠান। "বৈষ্ণৱবাদৰ প্ৰচাৰত সহায়ক হ'বৰ বাবে এই যক্ষগানে সম্ভৱ দ্বাদশ বা ত্ৰয়োদশ শতিকাত আত্ম-প্ৰকাশ কৰে।" (ভাৰতীয় থিয়েটাৰ)। কানাড়া অঞ্চলত ১৬ শতিকাৰে পৰা আৰম্ভ কৰি তিনিশৰো অধিক যক্ষগান নাটে সাম্প্ৰতিক দিনলৈকে জন-সাধাৰণক আনন্দ দি আহিছে। এই নাটবোৰ প্ৰদৰ্শন কৰা হয় ৰাতি। আগতে জোৰ এডালে পোহৰৰ কাম কৰিছিল। আজি কালি গেছ লাইট জ্বলোৱাৰ সুবিধা হৈছে। যক্ষগানক বায়লতা নামেৰে অভিহিত কৰা হয়। ইয়াৰ অৰ্থ, মুকলি ঠাইৰ নাট্যানুষ্ঠান। দৰ্শকক হাঁহিৰ খোৰাক যোগাবলৈ যক্ষগানত নৃত্য-গীত-অভিনয়ৰ মাজত হনুমান আৰু বান্দৰ সেনা (কোড়াঙ্গী)ৰ প্ৰবেশ ঘটে। যক্ষগানৰ লগত অসমৰ ওজাপালিৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি।

**কথাকলি ঃ**

কেৰালা ৰাজ্যত জনপ্ৰিয়তা লাভ কৰা প্ৰাচীন নৃত্য-নাট্য 'কথাকলি'ৰ বিষয়বস্তু ধৰ্মীয় কাহিনীৰ ওপৰতে প্ৰতিষ্ঠিত। মহাভাৰতৰ বীৰ-ৰসাত্মক কাহিনীবোৰৰ মাজেদি ধৰ্মৰ জয়, অধৰ্মৰ পৰাজয় বৰ্ণাঢ্য ৰূপত কথাকলিয়ে প্ৰদৰ্শন কৰে। ৰামায়ণৰ কাহিনীবো আদৰ কম নহয়। কথাকলিৰ যোদ্ধা প্ৰাধান্য চৰিত্ৰ সমূহে মুদ্ৰা প্ৰয়োগ কৰি ভাব-ভংগী প্ৰদৰ্শন কৰে। কেৰালাৰ সু-প্ৰাচীন 'কুড্‌ডিয়ট্টম'ৰ সংস্কৃত নাটকৰে অন্যৰূপ বুলি সগৌৰৱে প্ৰচলন অব্যাহত ৰাখিছে। বিদূষক চৰিত্ৰ এই নৃত্য-নাট্যৰ উল্লেখযোগ্য অংগ। ভোজন, বিনোদ, বচন আৰু ৰাজসেৱা হৈছে এই চৰিত্ৰৰ বৈশিষ্ট্য। কথাকলিৰ অভিনয় অনেক সময় ধৰি চলে আৰু এই অভিনয়ত আংগিক, বাচিক, আহাৰ্য আৰু সাত্ত্বিক বিশেষভাৱে প্ৰযোজ্য চাৰিখলপীয়া উপ-কৰণ। নাট্যশাস্ত্ৰ মতে এই অভিনয়ৰীতি প্ৰয়োগ



কৰা হয়। কথাকলিত অংগ ৰচনা বিশেষ তাৎপৰ্য-পূৰ্ণ। চৰিত্ৰ অনুযায়ী ৰং, বৰণ, বেশ-ভূষা বেলেগ আৰু অৰ্থপূৰ্ণ। বাদ্যযন্ত্ৰৰ ভিতৰত মৃদংগ, তাল, পেঁপা, শংখ প্ৰভৃতিৰ অধিক ব্যৱহাৰ হয়।

**হৰিকথা ঃ**

তেলেগুভাষী অন্ধ্ৰপ্ৰদেশত 'হৰিকথা'ই কৃষ্ণ কাহিনীৰ জনপ্ৰিয় নৃত্য-নাট্য ৰূপে প্ৰসাৰ লাভ কৰিছে। আবৃত্তিৰ লগতে নৃত্যৰ সমাবেশ ঘটে। মাজে মাজে দূতৰ প্ৰবেশ ঘটে হাস্যৰসৰ সৃষ্টি কৰিবলৈ।

**ধৰ্মজাগৰণৰ বলিষ্ঠ মাধ্যম ঃ**

ওপৰত আমি কেইটামান দৃষ্টান্ত বৰ্ণনা কৰি দেখুৱাইছোঁ যে ভাৰতৰ আঞ্চলিক কলা-সংস্কৃতিত বৈষ্ণৱ ভক্তিবাদে বিশেষ বৰঙণি যোগাইছিল আৰু ১৬ শতিকাতে এই নৱ আন্দো-লনৰ বিচিত্ৰ ৰূপ উদয় হৈছিল। সকলো আঞ্চলিক ধৰ্মগুৰুৱে সমসাময়িক সমাজৰ প্ৰতি সচেতন দৃষ্টি ৰাখি অভিনয় উপযোগী নাট, গীত ৰচনা কৰিছিল। এইবোৰ ৰচনা সম্ভাৰৰ উৎস আছিল ভক্তিবাদৰ বিষয়সমূহ। প্ৰত্যেক আঞ্চলিক ধৰ্ম-প্ৰচাৰকসকলে উপলব্ধি কৰিছিল যে নৃত্য-গীত আৰু নাট্যাভিনয়ৰ মাজেদি ভক্তিৰস প্ৰচাৰ কৰি-বলৈ অধিক সুবিধা। এই প্ৰয়োগ-কলা সাৰ্থক ৰূপত দেখুৱাব পাৰিলে জনসাধাৰণৰ মনত ভক্তি-ভাব জাগ্ৰত নহৈ নোৱাৰে। ধৰ্মপ্ৰচাৰৰ বলিষ্ঠ মাধ্যম স্বৰূপে নাট অভিনয় হৈ পৰিছিল প্ৰচলিত লোক মঞ্চ।

আজি আমি ঐতিহ্যপূৰ্ণ ধ্ৰুপদী নৃত্য-নাট্য পদ্ধতিবোৰ আধুনিক থিয়েটাৰৰ উপাদান স্বৰূপে ব্যৱহৃত হোৱা দেখিবলৈ পাইছোঁ। মৌলিক আৰু অন্তৰ্নিহিত বৈশিষ্ট্য ক্ষুণ্ণ কৰি আধুনিক থিয়েটাৰক ভাৰতীয় সত্তাৰ নামত কিবা অদ্ভুত সানমিহলি কৰা অৱশ্যে অনাচাৰ।



# ভোলাগুৰি জয়মতী আৰু জ্যোতিপ্ৰসাদ

সুৰেশ বৰঠাকুৰ

ঐতিহ্যপূৰ্ণ ভোলাগুৰি চাহ বাগিচা। ঐতিহ্য-পূৰ্ণ বুলি এই কাৰণেই কোৱা হৈছে যে এই চাহ বাগিচাতেই সৃষ্টি হৈছিল প্ৰথম অসমীয়া কথাছবি 'জয়মতী'। বৰ্তমানৰ হেলেম ৰাজহ চক্ৰৰ অন্ত-ৰ্গত কলংপুৰ মৌজাৰ ৫২ নং ৰাষ্ট্ৰীয় পথৰ বালি-জানৰ ওচৰেৰে উত্তৰলৈ প্ৰায় ৩ কিঃমিঃ পথ গ'লেই ভোলাগুৰি চাহ বাগিচা পোৱা যায়। তাৰ কিছু উত্তৰে ভোলাগুৰি থান। তেজপুৰৰ বিখ্যাত আগৰৱালা পৰিয়ালৰ চেষ্টাত গঢ়ি উঠা এই চাহ বাগিচাৰ বৰ্তমান বয়স প্ৰায় ৬৫ বছৰ। ডিব্ৰুগড়ৰ তামোলবাৰীৰ চাহ বাগিচাৰ পাছতেই ভোলাগুৰি চাহ বাগিচাৰ জন্ম হৈছিল। শেষত ভোলাগুৰি চাহ বাগিচাৰ স্বত্বাধিকাৰী-পৰিচালক সত্যব্ৰত আগৰ-ৱালাৰ (বাবুৱা) দিনতে এই চাহ বাগিচা বিক্ৰী হয় আৰু চাহ বাগিচাৰ বিক্ৰীনামাত চহী কৰাৰ পিছতে স্বত্বাধিকাৰী গৰাকীয়ে ইহলীলা সম্বৰণ কৰে। আগৰৱালা পৰিয়ালৰ লোক তেজপুৰৰ উপৰিও বৰ্তমান বৰঙাবাৰী, বালিজান আদি ঠাইতো আছে। অৱশ্যে বৰ্তমান চাহ বাগিচাখন প্ৰাকৃতিক দুৰ্যোগৰ কবলত পৰি হাবু-ডুবু খাব লগা হৈছে।

এই ভোলাগুৰি চাহ বাগিচাতেই আগৰৱালা পৰিয়ালৰ অন্যতম বংশধৰ জ্যোতিপ্ৰসাদ আগৰ-ৱালাই কিছুকাল কটাইছিল। এই গৰাকী মহান শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালাৰেই অভিনৱ সৃষ্টি আছিল 'জয়মতী'। আজিৰ তুলনাত সেই সময়ত একোৱেই নাছিল, তেনে এটা দুৰ্যোগপূৰ্ণ মুহূৰ্তত 'জয়মতী'ৰ সৃষ্টি কৰাটো কম কথা নহয়। 'জয়মতী' কথাছবিৰ পাতনি মেলাৰ আগতে ৺জ্যোতিপ্ৰসাদ আগৰৱালাৰ বিষয়ে একেষাৰ কোৱাৰ প্ৰয়োজন নিশ্চয় আছে।

জ্যোতিপ্ৰসাদ আগৰৱালাৰ জন্ম হয় ১৯০৩ চনত তামোলবাৰী চাহ বাগিচাত। পিতৃৰ নাম পৰমানন্দ আগৰৱালা। প্ৰথম অসমীয়া ধৰ্মপুথি প্ৰকাশক হৰিবিলাস আগৰৱালাৰ এওঁ আছিল তৃতীয় পুত্ৰ। হৰিবিলাস আগৰৱালাৰ অসমীয়া সাহিত্যলৈ বৰঙণি আছিল অসীম। পৰমানন্দ আগৰৱালা আছিল সংগীতপ্ৰিয়; যাৰ অনুপ্ৰেৰণা পাই জ্যোতিপ্ৰসাদ, কমলাপ্ৰসাদ আদিয়ে অসমৰ সংগীত জগত চহকী কৰিব পাৰিছিল। ১৯২১ চনত জ্যোতিপ্ৰসাদে কলিকতা বিদ্যাপীঠত পঢ়ি-বলৈ যায়। কলিকতাত 'আধাৰ আলো' নামৰ বঙালী বায়োস্কোপ এখন চোৱাৰ পাছতে জ্যোতিপ্ৰসাদে অসমীয়া বায়োস্কোপ এখন কৰিবলৈ অনুপ্ৰেৰণা পায়। তেওঁ এনে ধৰণে অনুপ্ৰাণিত হৈছিল যে শেষত বায়োস্কোপ কৰাৰ কাৰিকৰী দিশৰ জ্ঞান লভিবলৈ তেওঁ বিলাতলৈ যায়। তদুপৰি তেওঁ ফ্ৰান্স আৰু জাৰ্মানীলৈ গৈও হাতে কামে ছবিৰ কাম শিকি আহে। ইতিমধ্যে দেশত স্বাধীনতাৰ সংগ্ৰাম তীব্ৰতৰ হৈ উঠিছে। মহাত্মা গান্ধীৰ নেতৃ-ত্বত অসহযোগ আন্দোলন আৰম্ভ হৈছে। এই আন্দোলনত সহযোগ কৰাৰ কাৰণে জ্যোতিপ্ৰসাদে ১৫ মাহ সশ্ৰম কাৰাদণ্ড ভোগ কৰিবলগা হয়। জ্যোতিপ্ৰসাদ ছিলং জেলত থকাৰ সময়তে লক্ষ্মী-নাথ বেজবৰুৱাৰ 'জয়মতী' নাটকখনিকে ছবিৰ উপযোগী কৰি লেখি উলিয়ায়। জেলৰপৰা আহি তেওঁ অভিনেতা-অভিনেত্ৰীৰ সন্ধানত লাগে। আন সকলৰ লগতে বৰ্তমানৰ বৰঙাবাৰী নিবাসী শ্ৰীমতী স্বৰ্ণলতা সিংহ ডাঙৰীয়ানীয়েও উক্ত কামত তেখে-তক সহায় কৰে। নিজেও অভিনেতা-অভিনেত্ৰী নোপোৱাত বাতৰি কাকতত বিজ্ঞাপন দিলে যদিও মহিলা অভিনেত্ৰী পোৱাটো সম্ভৱ নহ'ল। কাৰণ সেই কালত অসমীয়া সমাজে মহিলাসকল সং-স্কৃতিৰ মুক্ত জগতখনলৈ অহাটো সহজভাবে ল'বপৰা নাছিল। গতিকে বহু সময়ত উপযুক্ত অভিনেত্ৰী পোৱা গ'লেও অভিভাৱকৰ অসন্মতিৰ হেতু অগ্ৰসৰ হ'বপৰা নগৈছিল। নানান বাধা-বিঘিনি সত্ত্বেও জ্যোতিপ্ৰসাদে 'চিত্ৰলেখা মুভিটোন' নামেৰে প্ৰথম অসম ফিল্ম প্ৰতিষ্ঠান খুলি কথাছবি নিৰ্মা-ণৰ প্ৰচেষ্টা চলায়। ভোলাগুৰি চাহ বাগিচাত 'চিত্ৰবন' নামৰ এটি ষ্টুডিঅ' নিৰ্মাণ কৰি ১৯৩৪ চনত 'জয়মতী'ৰ চিত্ৰগ্ৰহণৰ কামত লাগি যায়। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে জয়মতী কথাছবিৰ দৃশ্যসজ্জা ঘাইকৈ কলগছ-তামোলগছ ব্যৱহাৰ কৰিয়েই ফুটাই তোলা হৈছিল।

আৰ্থিক সমস্যাই দেখা দিয়াত দূৰ-দূৰণিৰ দৃশ্য গ্ৰহণ বাদ দি গুৱাহাটীৰ ওচৰৰ থাৰঘুলিত গদাপাণি আৰু ডালিমীৰ দৃশ্যবোৰ তোলা হৈছিল। দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াই নিজে নাচি ডালিমীক নাচৰ ভংগীবোৰ শিকাই দিছিল আৰু সেই দৰে শিল্পীসকলক প্ৰেৰণা দিছিল। জয়মতীৰ কাৰণে জ্যোতিপ্ৰসাদে সমগ্ৰ অসমৰপৰাই শিল্পী বাছি উলিয়াইছিল। বিভিন্ন ভাওত অংশ গ্ৰহণ কৰাসকলক বানচো দিয়া হৈছিল, তেতিয়াৰ সেই বানচ জ্যোতিপ্ৰসাদে নিজে নিৰ্ধাৰণ কৰি দিছিল। ভাৱৰীয়া অনুযায়ী ২৫ টকাৰপৰা ২০০ টকা পৰ্যন্তহে আছিল। 'জয়মতী' কথাছবিত সৰু-সুৰা ভাওৰ উপৰিও উল্লেখযোগ্য ভাৱৰীয়া ১৬ জন আছিল।



অংশগ্ৰহণকাৰীসকল আছিল ডালিমী ভাওত স্বৰ্গ জ্যোতি বৰুৱা, জয়মতী - আইদেউ সন্দিকৈ, গদাপাণি- ফুনু বৰুৱা, লালুকসোলা বৰফুকন- ডাঃ ললিত মোহন চৌধুৰী, গাঁথি হাজৰিকা-- ফণী শৰ্মা, ল'ৰাৰজা- নবেন বৰদলৈ, চাওদাং বৰুৱা- বনমালী দাস, চোৰাংচোৱা বৰুৱা-- শুভ বৰুৱা, বৰগোহাঁই- প্ৰফুল্ল চন্দ্ৰ বৰুৱা, ভাওনাৰ কৃষ্ণ- কমলাপ্ৰসাদ আগৰৱালা, আৰু বহুতো। তদুপৰি গমিৰিৰ ৺চক্ৰধৰ কটকীৰ কন্যা উপা কটকী সমাজৰ নাৰীৰ ক্ষেত্ৰত থকা প্ৰতিবন্ধক-তাকো নেওচি ওলাই আহিল জয়মতীত অংশ গ্ৰহণ কৰিবলৈ। সমাজচ্যুৎ হোৱাত উপা কট-কীক বলমগুৰিৰ ৺মুনীন্দ্ৰ বাহাই পত্নী হিচাপে গ্ৰহণ কৰিছিল। তদুপৰি গমিৰিৰ শ্ৰীযোগেন বৰা, শ্ৰীলোকনাথ কটকী আদি ব্যক্তিসকলেও 'জয়মতী' কথাছবিত অংশ গ্ৰহণ কৰা বুলি জনা যায়, আৰু তেখেতসকলক চৰকাৰে 'জ্যোতিদিৱ-সত' সন্মানিত কৰে।

ছবিখনৰ চিত্ৰগ্ৰহণ আৰু শব্দ গ্ৰহণৰ কাম সময় মতে শেষ কৰি জ্যোতিপ্ৰসাদ লাহোৰলৈ গৈছিল ছবিখনৰ সম্পাদনা আদিৰ কাম শেষ কৰিবলৈ। জ্যোতিপ্ৰসাদ তাত কৃতকাৰ্য নহ'ল। অৱশ্যে শেষত তেওঁ লাহোৰতে এদিনলৈ এটা ষ্টুডিঅ' ভাড়া লৈ প্ৰায় ডেৰ কুৰি অভিনেতা-অভি-নেত্ৰীৰ মাত অনুকৰণ কৰি ছহেজাৰ ফুট সংলাপ বাণীবদ্ধ কৰি পেলালে। ১৯৩৪ চনতে আৰম্ভ কৰা হৈছিল যদিও জয়মতীৰ প্ৰথম প্ৰদৰ্শন কৰা হয় ১৯৩৫ চনৰ ২০ মাৰ্চত গুৱাহাটীত।

জয়মতীৰ লগত ওতঃপ্ৰোতভাবে জড়িত থকা শিল্পীসকলৰ ভিতৰত ডঃ ভূপেন হাজৰিকাই আন্তৰ্জাতিক খ্যাতি লভি শিল্পীজগতৰ ভোঁটা তৰা হৈ আছে। কলাগুৰু বিষ্ণু ৰাভা আৰু শোণিত কোঁৱৰ গজেন বৰুৱা আদিয়েও ভোলাগুৰি চাহ

আনে পাইছিল হাঁহিৰ সমল। আনহাতে এনে স্বভাবৰ বাবে আৰু নিজে নিৰ্ভেজাল হোৱাৰ হেতু তেওঁ অশ্ৰদ্ধাৰ পাত্ৰও হোৱা নাছিল।

কমলাকান্তই কৰ্মবিমুখ কোনো লোককে প্ৰসংশা নকৰিছিল। তেওঁ লিখিছে ঃ "পৰিশ্ৰম নকৰাকৈ কোনেও খাব নোৱাৰে। কিন্তু পৰিশ্ৰমৰ কাৰণে মানুহৰ মাজত শ্ৰেণীগত যি বিভাজন হয়, সি গুণগতহে বংশগত নহয়। পাৰিপাৰ্শ্বিকতাইহে মানুহক সৰু বৰ কৰে। এই বৈষম্যৰ ভাব দূৰ কৰি সমাজ জীৱনৰ মান বঢ়াবলৈ প্ৰত্যেকে চেষ্টা কৰিব লাগে।" তেওঁ অসমীয়া জাতিক লেখনিৰ দ্বাৰাই সঁকিয়াই যোৱা দেখিবলৈ পোৱা যায়।

কমলাকান্তক 'মহৰ্ষি' আখ্যা দিবই লাগিব। অসমীয়া জাতিৰ বৰ্তমান আৰু ভৱিষ্যৎ সম্পৰ্কে তেওঁৰ যি ধ্যান-ধাৰণা উপজিছিল, সি আছিল গভীৰ মনেৰে বোধ কৰা ধাৰণা, তাৰ লগত স্বাৰ্থ নাইবা ৰাজনীতিৰ ভেঁজাল নাছিল আৰু গুৰিৰপৰা শেষলৈ একেদৰেই লুটি বাগৰ নোখোৱাকৈ তেওঁ নিজে উপলব্ধি কৰা সত্য প্ৰতিষ্ঠা কৰিবলৈ যত্নপৰ হৈছিল। ঋষিৰ দৰে তেওঁ ভৱিষ্যতলৈকেও দৃষ্টি কৰিছিল। তেওঁৰ উক্তি একোটাত সাৰ্বজনীন আৰু ব্যাপক অৰ্থৰ ভাব ততালিকে চকুত পৰে ঃ "জ্ঞানী মানুহৰ জাত নাই, আছে অজ্ঞানীৰ।" (কঃ পন্থা)।

চিন্তাৰ দুখীয়া কমলাকান্ত নাছিল। সভ্যতা, সমাজ, ধৰ্মৰ স্বৰূপ, শিক্ষা, সাহিত্য, খাদ্যাখাদ্য ব্যৱসায়ৰ প্ৰয়োজন আদি বিবিধ বিষয়ত যুগ অনুসৰি তেওঁ যথেষ্ট মৌলিক, সাহসী আৰু গভীৰ ভাবে উপলব্ধি কৰা অৰিহণা আগবঢ়াইছিল। তেওঁৰ মতে, ফ্ৰান্স, ব্ৰিটেইন আনকি জাপানো আগবাঢ়ি যাব লাগিছে, বোম্বাই অঞ্চলত মানুহে বস্ত্ৰকল আদি স্থাপন কৰি জ্ঞান-ধনত সুখী হৈছে, অসম দেশত মাথোন এই বিলাকলৈ কাণসাৰ নাই।

এই নে অসম! নহয় শ্মশান?
মনুষ্যত্বহীন যত নাৰী-নৰ।
ঊনৈশ শতিকা সভ্য জগতত
কি বাবে সকলো ভিক্ষাৰী পৰৰ?
(পূৰ্ণিমা ৰাতিলৈ চাই)

অসমীয়া লোকৰ সোৰোপালি আৰু দূৰদৃষ্টিৰ অভাৱত অসমৰ ভূমিত যোৱা শতিকাত বহিৰাগতই সোণৰ খনি আৱিষ্কাৰ কৰিবলৈ যি সুযোগ পাইছিল আৰু মাৰোৱাৰী ব্যৱসায়ীৰপৰা ধন ধাৰে লৈ অসমীয়াই নিজৰ সা-সম্পতি যিদৰে লোকৰ হাতত তুলি দিছিল সেই কথা লক্ষ্য কৰি কমলাকান্তই কম বেদনা পোৱা নাছিল। ক'বলৈ গ'লে এই বেদনাবোধেই 'চিন্তানল' আৰু 'চিন্তাৰ তৰঙ্গ'ৰ কবিতা কেইটিৰ প্ৰেৰণা। বেজবৰুৱাৰ ভাষাত, কমলাকান্তৰ কবিতা "স্বদেশৰ দুখত কবিৰ হৃদয় ভগা হমুনিয়াহ।" পূৰ্ণিমাৰ ৰাতিৰ জোনাকৰ হাঁহিলৈ চাইও তেওঁ যিদৰে দেশৰ চিন্তাকে কৰিছিল, এন্ধাৰ নিশাৰ মৰিশালিতো তেওঁৰ মনলৈ আহিছিল পৰাধীন ভাৰত আৰু কানীয়া দুখীয়া সোৰোপা অসম দেশৰ কথা।

শ্বলোক শ্মশান, শ্বলোক শ্মশান,
পোৰক, পোৰক অধৰ্মী লোকক।
(মৰিশালি এন্ধাৰ নিশা)

কমলাকান্তৰ দেশপ্ৰেম যে অসম প্ৰেমতে সীমাবদ্ধ নাছিল এই কথা 'পাহৰণি' কবিতাটিৰপৰা পোৱা যায়।

অধ্যয়নশীল কমলাকান্তই সভ্যতাৰ বুৰঞ্জী সম্পৰ্কে যথেষ্ট জ্ঞান আহৰণ কৰিছিল আৰু প্ৰসংগক্ৰমে তেওঁ ইজিপ্ত নাইবা এছিৰীয় সভ্যতাৰপৰা চানেকি উপস্থাপন কৰিছিল। ভাবৰ বিভিন্ন স্তৰ বুজিবলৈ নাইবা ৰচনা সহজপাঠ্য কৰিবলৈ তেওঁ আজিকালি প্ৰায় অচলিত ঘৰুৱা শব্দ ব্যৱহাৰ কৰা কথাটো ডঃ বাণীকান্ত কাকতিয়ে লক্ষ্য কৰিছিল। সংস্কৃত আৰু ইংৰাজী ভাষাত দখল থকা সত্বেও কমলাকান্তই পাৰিলে গাঁৱত চলা সহজবোধ্য শব্দ আৰু ইংৰাজী শব্দৰ অসমীয়া সহজ প্ৰতিশব্দ দিবলৈ যত্ন কৰিছিল।

সি যি নহওক, তৎকালীন প্ৰায়বোৰ অসমীয়া সাহিত্যিকৰ দৰেই কমলাকান্তৰো দৃঢ় বিশ্বাস আছিল যে অসমক ইংৰাজ সাম্ৰাজ্যবাদীৰ হাতৰ পৰা মুক্ত কৰিব পাৰিলেই আৰু অসমীয়াসকলে এলাহ কাতি কৰি একেলগ হৈ কাম কৰি গ'লেই অসমখন পুনৰ আগৰদৰে উন্নতিৰ পথত আগুৱাই যাব। আৰু তাৰ বাবে তেওঁ কবিতা-প্ৰৱন্ধৰ যোগেদি অসমৰ অতীত গৌৰৱৰ কথা সোঁৱৰাই দি অসমীয়া জনগণক উৎসাহিত কৰিবলৈ চেষ্টা কৰিছিল।

বিশ্বনাথ চাৰিআলিত জন্মা আন এজন প্ৰতিভাশালী যশস্বী সাহিত্যিক হ'ল দেশপ্ৰাণ লক্ষীধৰ শৰ্মা। তেওঁৰ বিপ্লৱী সাহিত্য সম্ভাৰ দেশৰ সমাজ জীৱনৰ নাৰী নিৰ্যাতনৰেপৰা সমাজখনৰ নিৰ্ভৰৰ একমাত্ৰ ভৰসা স্বৰূপ বৃহৎ অথচ উপেক্ষিত অংশটোৰ ওপৰত স্বাৰ্থবাদৰ অন্যায় হেঁচাৰ বিপক্ষে সংঘবদ্ধ হ'বৰ আহ্বানেৰে সমৃদ্ধ। লক্ষীধৰে তেওঁৰ ৰোগ কাতৰ কণ্ঠেৰে মৃত্যুশয্যাৰপৰাই কৈছিল ঃ "বহুকথাই মোৰ ক'বলগীয়া আছে।" কিন্তু তেওঁ তেওঁৰ সমস্ত বক্তব্য ব্যক্ত কৰিব নোৱাৰিলে। মাজখিনিতে কালে তেওঁক আমাৰ মাজৰপৰা লৈ গ'ল। তেওঁৰ মৃত্যুৰ আজি ৫০ বছৰৰ পিছতো লক্ষীধৰৰ সাহিত্যৰাজি আৰু প্ৰতিভাৰ বিষয়ে ভাল আলোচনা নোহোৱাটো নিতান্তই দুখৰ কথা। লক্ষীধৰে সঁকিয়াই দিছিল ঃ "অসম মৰিলে আমিও মৰিম"।

আধুনিক পছিমীয়া স্ত্ৰী-স্বাধীনতাৰ অৰ্থ প্ৰায়েই অধঃপতিত হৈছে পুৰুষ বিদ্বেষলৈ। অনিবাৰ্যভাৱে সামাজিক হেঁচাত জন্মা ভ্ৰান্ত ধাৰণাৰ ফলস্বৰূপে এই সামাজিক বিদ্ৰোহ পথচ্যুত হৈ অবাধ আৰু ব্যাপক সমকামিতাত



পৰিণত হৈছে। উন্নত পুঁজিবাদী দেশতো নাৰী মুক্তি যে প্ৰকৃতপক্ষে সম্ভৱ নহয় এই ঘটনা "চিৰাজ" গল্পত তাৰ সাক্ষ্য বহন কৰিছে। লক্ষীধৰ শৰ্মাৰ দিনত নাৰী মুক্তিৰ এই অদ্ভুত পৰিণতিৰ কথা কল্পনা কৰাৰ অৱকাশ নাছিল। 'চিৰাজ' গল্পটোত মলিন সমাজৰ অগ্ৰভূমিত স্বাভাৱিক কামনাৰ এই অসংকোচ অথচ অপৰূপ বৰ্ণনাই নাৰী-পুৰুষৰ সম্পৰ্কৰ নিষ্পাপ ৰূপ এটা দাঙি ধৰিছে। তেওঁৰ 'ব্যৰ্থতাৰ দান' গল্পটোত প্ৰেমৰ মাজত যি সমতা আৰু সহযোগিতাৰ বৈশিষ্ট্য নিহিত, সেই সমতা যে প্ৰতিযোগিতা আৰু প্ৰভুত্বৰ সকলো ধাৰণাৰপৰা বহুত দূৰত সেই কথাই ব্যক্ত হৈছে বলিষ্ঠ নিটোল ৰূপত। কাৰণ পুঁজিবাদী সমাজত ব্যক্তিসত্তাৰ মূল্য যিদৰে স্বীকৃত, সেইদৰে ব্যক্তিত্বৰ আত্ম কেন্দ্ৰিক আৰাধনাও অন্যতম পৰিণতি।

আজিৰপৰা অৰ্ধশতিকাৰ আগতে দেহান্ত হোৱা দেশপ্ৰাণ লক্ষীধৰে (জন্ম ১৮৯৭ চন, মৃত্যু ১৯৩৪ চন) অসমৰ তৎকালীন যুৱ সমাজৰ মাজত উল্লেখযোগ্য স্থান পাইছিল। জ্যোতিপ্ৰসাদ, অমিয় কুমাৰ দাস, চন্দ্ৰনাথ শৰ্মা আদিৰ লগতে লক্ষীধৰে সাম্ৰাজ্যবাদী-ঔপনিবেশিক ইংৰাজ শাসনৰ বিৰুদ্ধে চলা জনগণৰ মুক্তি সংগ্ৰামত অৰ্থবহ আৰু সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। অসমৰ জনগণ তথা ভাৰতৰ জনগণৰ প্ৰতি তেওঁৰ গভীৰ দায়িত্ববোধে তেওঁক জনসাধাৰণৰ সমস্যাৱলীৰ প্ৰতি ক্ৰমে বেছি মনোযোগ দিবলৈ আগুৱাই দিছিল। দৰিদ্ৰতা, সাম্প্ৰদায়িকতা, সংকীৰ্ণ পশ্চাদ্‌মুখী ধাৰণা, সংকীৰ্ণ জাতীয়তাবোধ আদিৰ গৰাহৰপৰা জনমানসক মুক্ত কৰিব নোৱাৰিলে ন্যস্ত স্বাৰ্থৰ গৰাহৰপৰা দেশৰ মানুহক মুক্ত কৰা সম্ভৱ নহয় বুলি তেওঁ ক্ৰমে ক্ৰমে উপলব্ধি কৰিবলৈ ধৰিছিল। তেওঁৰ জীৱনৰ এনে কৰ্মকাণ্ডৰ বিকাশত এনে উপলব্ধিয়ে অৰিহণা যোগাইছিল।

কিহৰ বাবে অসমৰ জনগণৰ দুৰৱস্থা, ভাৰতীয় মুক্তি সংগ্ৰাম কিদৰে আগবাঢ়িব লাগিব

আৰু বিশ্বৰ শোষিত জনগণে কি ভাবাদৰ্শ আৰু কৰ্মধাৰাৰে মুক্তি পাবলৈ সুখী-সমৃদ্ধিশালী, শোষণ মুক্ত সমাজ গঠনৰ বাটত অগ্ৰসৰ হৈছে-- এই সকলোবোৰ তেওঁৰ দূৰদৃষ্টিৰপৰা আঁৰ হোৱা নাছিল। প্ৰকৃত অৰ্থত ক'বলৈ গ'লে লক্ষ্মীধৰ শৰ্মা অসমৰ মুষ্টিমেয় প্ৰগতিশীল সাহিত্যিকসকলৰ মাজৰ অন্যতম।

১৯১৬ চনত গুৱাহাটীত বেজবৰুৱাৰ সভাপতিত্বত বহা 'অসম ছাত্ৰ সন্মিলনীৰ' অধিবেশনত লক্ষ্মীধৰে সক্ৰিয় সহযোগ আগবঢ়াই অধিবেশনৰ অন্যতম মূল কৰ্মকৰ্তা স্বৰূপে নেতৃত্ব দিছিল। ১৯২৬ চনত অসমৰ পাণ্ডুত বহা কংগ্ৰেছ অধিবেশনত লক্ষ্মীধৰ আছিল অক্লান্ত কৰ্মী। তেওঁৰ ৰাজনৈতিক কাৰ্যকলাপৰ বাবে তেওঁ ৰাজৰোষত পৰি চাৰিবাৰ কাৰাবাস খাটিবলগীয়া হৈছিল। তেওঁৰ ৰাজনৈতিক কৰ্মকাণ্ডৰ বুজ ল'লে আৰু সাহিত্য কৃতিৰ ভিতৰলৈ সোমালে বুজিব পাৰি তেওঁৰ মানসৰ এক সক্ৰিয় দুৰ্দম শক্তিৰ বিকাশৰ ৰূপ।

ভাৰতবৰ্ষ আৰু বিশ্বৰ জনগণৰ শোষণমুক্তি আৰু প্ৰগতিৰ সংগ্ৰামবোৰে দেশপ্ৰাণ লক্ষ্মীধৰক প্ৰত্যয়দীপ্ত কৰি গঢ়ি তুলিছিল। ধৰ্মীয় গোড়ামি, নাৰী নিৰ্যাতন, অন্ধ সংস্কাৰ, পৰিবৰ্তনবিমুখ, সনাতন পন্থী চিন্তাধাৰাৰ বিষয়ে তেওঁৰ সংগ্ৰামী চেতনাৰ আভাস তেওঁৰ ৰচনাৰাজিত বিদ্যমান। বিধবা বিবাহৰ সমৰ্থনত, বাল্যবিবাহৰ বিৰুদ্ধে অকল সামাজিক ক্ষেত্ৰতে নহয়-- তেওঁৰ ৰচনাৰাজিৰ মাজতো লক্ষ্মীধৰৰ সংগ্ৰামী সংস্কাৰবাদী চেতনা স্পষ্ট।

১৯২২ চনত আইন অমান্য তদন্ত কমিটিৰ সৰ্বভাৰতীয় দলত অহা মতিলাল নেহৰু, ভিঠাল ভাই পেটেল, কস্তুৰী ৰংগ আয়েংগাৰ, গোপালাচাৰী আদিয়ে লক্ষ্মীধৰৰ নেতৃত্বত সন্তুষ্ট হৈ ভূয়সী প্ৰশংসা কৰিছিল। তেওঁৰ প্ৰচেষ্টাতেই তেজপুৰত তিলক ভঁড়ালৰ ১০ হাজাৰ টকাৰ পুঁজি সংগ্ৰহ সম্ভৱ হৈছিল। কলিবাৰীত হোৱা কলেৰা মহামাৰীতো তেওঁ ৰাইজৰ মাজত সোমাই সেৱা আগবঢ়াইছিল। আদাবাৰী আৰু মাজুলীগড় চাহ বাগিচাৰ বনুৱাৰ ধৰ্মঘট চলাৰ সময়ত লক্ষ্মীধৰে উত্তেজিত বনুৱাৰ মিছিলৰ হিংস্ৰ ভাবৰ সম্মুখত থিয় দি অহিংসভাবে প্ৰতিৰোধ কৰিছিল। কানি নিবাৰণৰ বাবেও তেওঁ প্ৰচেষ্টা চলাইছিল।

১৯২৬ চনত কলিকতাৰ হিন্দু-মুছলমান সংঘৰ্ষ সম্পৰ্কে লক্ষ্মীধৰে স্বাধীনতাৰ বাটত হিন্দু-মুছলমানৰ মাজৰ সম্প্ৰীতিৰ অত্যাৱশ্যকতাৰ ওপৰত বিশেষ গুৰুত্ব দিছিল। সমাজ সংস্কাৰ আৰু সম্প্ৰীতিৰ প্ৰবক্তা লক্ষ্মীধৰে তেওঁৰ 'চিৰাজ' গল্পৰ কথা কওঁতে এইদৰে উল্লেখ কৰিছিল: "বিপ্লৱ মানে সংস্কাৰ নহয়। আমূল পৰিবৰ্তনহে। মানুহ হিচাপে আমাৰ মাজত উদাৰতা, কৰুণা আৰু ভাতৃত্বৰ সঞ্চাৰ হয়েই। মানুহে মানুহক চিনি পালেই ভেদাভেদ নাইকিয়া হয়। সেয়ে হ'লেই সমাজখনো সুস্থ আৰু সবল হ'ব পাৰে। এই ভাবতেই মই চিৰাজ গল্পটো লিখিছিলোঁ। মই নাজানো কিমান সফল হৈছোঁ।"

অসমৰ এই গুণধৰ ব্যক্তিজনে ১৯৩৪ চনৰ ৩ মে' তাৰিখে ৰাতি ছিলঙৰ ভোলা বৰুৱা ছেনিটাৰিয়ামৰ এটা কোঠাত বুকুত এটা ৰঙা গোলাপ লৈ গীতাৰ কৰ্মযোগৰ বৰ্ণনা শুনি শুনি চকু মুদিলে। তেওঁৰ আকাংক্ষাক সঞ্জীৱিত কৰাৰ দায়িত্ব অসমৰ ডেকাসকলৰ হাতত দি থৈ গ'ল।

০০০

# জাতীয়তাবাদ আৰু কবিতা: অম্বিকাগিৰী

/ নলিনীধৰ ভট্টাচাৰ্য

নিগ্ৰো কবিসকলৰ কৃষ্ণাংগ চেতনা যিদৰে অন্তৰত সদায় জাগ্ৰত হৈ থাকে, স্বাধীনতা সংগ্ৰামত একনিষ্ঠভাবে জপিয়াই পৰা বিশিষ্ট অসমীয়া কবি অম্বিকাগিৰীৰ মনতো সেইদৰে ভাৰত-মুক্তিৰ চেতনা জাগ্ৰত হৈ আছিল। অম্বিকাগিৰী মুক্তি-চেতনাৰ প্ৰতীক; সেই কালৰ সমাজবাদ-বিৰোধী অসমীয়া ৰাইজৰ সমবেত চেতনাৰ মূৰ্ত প্ৰতিভূ। তেওঁ 'নৰনাৰায়ণ লাঞ্চিত হোৱা ভয়াবহ ইতিহাস'ৰ কাব্যিক ৰূপ দি গৈছে। আমি সেই ইতিহাসৰ পটভূমি নুবুজিলে তেওঁৰ কবিতাৰ মৰ্মত প্ৰবেশ কৰিব নোৱাৰো। তাৰে এটা চমু আভাস তলত দাঙি ধৰিবলৈ যত্ন কৰিছোঁ।

জাতীয়তাবাদ স্বাধীনতা সংগ্ৰামৰ আদৰ্শগত অস্ত্ৰ। ভাৰতত ইংৰাজৰ ঘাই নীতি আছিল প্ৰলোভন আৰু নিৰ্যাতন। ইয়াৰ প্ৰতিবাদ কল্লেই জাতীয়তাবাদৰ জন্ম। তিলকৰ নেতৃত্বত চৰমপন্থীসকল জাতীয় কংগ্ৰেছত সোমোৱাৰে পৰাই ইয়াৰ উদাৰনৈতিক নেতৃত্বই এটি প্ৰতিপক্ষৰ সম্মুখীন হৈছিল। সেই অনুকূল ভূমিতে গান্ধীৰ আৱিৰ্ভাব। জালিনৱালাবাগৰ নৰমেধ যজ্ঞ আৰু ৰাওলাট আইনৰ বিৰুদ্ধে জাতীয় ভিত্তিত গণ-আন্দোলন সংগঠনত তেওঁৰ প্ৰথম আৰু প্ৰধান উদ্যোগ আৰম্ভ হ'ল। আচলতে তেওঁৰ সামাজিক, ৰাজনৈতিক আৰু দাৰ্শনিক দৃষ্টিভংগী, সংগ্ৰামৰ কাৰ্যসূচী আৰু কৌশলৰ জনপ্ৰিয়তাৰ হেতু তেওঁ জাতীয় নেতা ৰূপে স্বীকৃত হয়। আধুনিক বুৰ্জোৱা সভ্যতা, বৃহদাকাৰ যন্ত্ৰশিল্প, পুঁজিবাদী নগৰায়নৰ সমালোচনা, কাৰিকৰী আৰু কুটীৰ শিল্পৰ পুনৰুত্থান আৰু প্ৰসাৰ আৰু অৰ্থনৈতিকভাবে স্বয়ং সম্পূৰ্ণ গাঁও প্ৰতিষ্ঠাৰ ভেটিত বিকেন্দ্ৰীকৰণৰ কাৰ্যসূচী লৈ একধৰণৰ ইউট'পিয়ান সমাজতন্ত্ৰৰ আদৰ্শ তেওঁ দাঙি ধৰিছিল। খেতিয়কৰ, ক্ষুদ্ৰ কাৰখানাৰ বনুৱা, ক্ষুদ্ৰ ব্যৱসায়ীৰ কথা তেওঁ চিন্তা কৰিছিল। এই বাবেই মানুহৰ উৎসাহ পৰিলক্ষিত হৈছিল।

সেই সময়ত সাধাৰণ মানুহৰ সামাজিক চেতনাৰ বিকাশ হোৱা নাছিল। আৰ্থ-সামাজিক আৰু সাংস্কৃতিক দিশত সামন্তযুগীয় ধ্যান-ধাৰণা প্ৰকট হৈ থকাত গান্ধীজীৰ আহ্বানত এটা ধৰ্মীয় আৰু নৈতিক ৰূপ আছিল আৰু এই বাবেই নিৰক্ষৰ জনসাধাৰণে তাক আকোঁৱালি লৈছিল। গান্ধী-দৰ্শনৰ উৎস হিন্দু ধৰ্ম হ'লেও ইছলাম, খ্ৰীষ্টান আদি ধৰ্মৰো মৰ্মবস্তুক তেওঁ স্বীকৃতি দিয়াত কাম সহজ হৈ পৰিছিল। ব্যক্তিগত জীৱনত তেওঁ প্ৰায় সন্ন্যাসীৰ দৰে সৰল আৰু উদাসীন; আনহাতে, তেওঁ জনসাধাৰণৰ লগত ব্যাপক সম্পৰ্ক ৰক্ষা কৰি নাড়ী নক্ষত্ৰ বুজি লৈছিল। মানুহৰ চৰিত্ৰ সম্বন্ধেও তেওঁৰ সূক্ষ্ম জ্ঞান আছিল। দৰিদ্ৰ জনসাধাৰণৰ আশা-আকাংক্ষাৰ কথাও তেওঁ বুজিছিল। তেওঁৰ

জনপ্ৰিয়তাৰ কাৰণৰ ভিতৰত এইবিলাকো পৰে। ধৰ্ম আৰু বৰ্ণভেদৰ হেঁচাত ছিন্নভিন্ন সমাজত গান্ধীজী হিন্দু-মুছলমানৰ ঐক্যৰো অগ্ৰদূত! শ্ৰেণী সংঘৰ্ষৰ কথালৈ তেওঁ যোৱা নাছিল, শ্ৰেণী সহযোগিতাৰ ভেটিত ৰাজনৈতিক শক্তিসমূহৰ ঐক্য সাধনো তেওঁৰ লক্ষ্য আছিল। তেওঁ প্ৰমাণ কৰি দেখুৱালে যে সাধাৰণ মানুহক লগত লৈহে জাতীয়তাবাদী ঐক্য আৰু সফল সংগ্ৰাম সম্ভৱ হ'ব পাৰে। সম্ভৱতঃ ভৱিষ্যতৰ আন্দোলনকাৰীসকলৰ বাবে তেওঁ থৈ যোৱা এইটোৱেই ডাঙৰ ঐতিহ্য। এনে গুণসম্পন্ন ব্যক্তিত্বও ইংৰাজৰ কূট-কৌশল আৰু ভেদনীতিৰ আগত পৰাজয় বৰণ কৰি এদিন নিঃসংগ হৈ পৰিছিল। তেওঁ কোনোবা এজন ভাইচৰয়ক কৈছিল : "I asked for a bread, but got a stone." শেষত তেওঁ ৰুটি নাপালে, পালে শিলৰ টুকুৰা। অতিশয় সৰল আৰু বাস্তৱৰপৰা মাজে মাজে আঁতৰি গৈ ইউট'পিয়ান হোৱা বাবেই হয়তো তেওঁ এই দুখ পাইছিল। কিন্তু গান্ধীজীৰ দৰে মানুহ পৰাজয়ৰ বাবেই জন্ম হয় যদিও জীৱনজোৰা সংগ্ৰামৰ ঐতিহ্য এনেবিলাক মহৎ লোকেই থৈ যাব পাৰে।

ইংৰাজ অহাৰ পিছত ভাৰতৰ মধ্যবিত্ত বুদ্ধিজীৱী শ্ৰেণীটোৰ মাজত যি নৱন্যাসিক উদ্বোধন হৈছিল, সি জাতীয়তাবাদৰ উত্থানৰ লগত পোনপটীয়াভাৱে জড়িত নহ'লেও পিছলৈ নৱন্যাসে উদ্বুদ্ধ কৰা বহুতেই জাতীয়তাবাদী মনোভাৱ গ্ৰহণ কৰিছিল। এইসকল বুদ্ধিজীৱীও ধৰ্মীয় প্ৰভাৱৰপৰা সম্পূৰ্ণ মুক্ত নাছিল। ইউৰোপত যিদৰে 'যুক্তিৰ যুগ' আৰম্ভ হৈছিল, আমাৰ ইয়াত তেনে নহ'ল। নৱন্যাসে জনসাধাৰণকো স্পৰ্শ কৰা নাছিল। অসমলৈ ইংৰাজ বহু পাছত আহিছিল। পাশ্চাত্যৰ পোহৰ পায়ো অসমৰ বুদ্ধিজীৱীসকলে সামন্তযুগীয় ধ্যান-ধাৰণা নেওচিব পৰা নাছিল। জনসাধাৰণক এইবোৰৰপৰা মুক্ত কৰিব নোৱাৰিলে শিক্ষিত মধ্যবিত্তয়ো তাৰপৰা উদ্ধাৰ পোৱা টান। ৰবীন্দ্ৰনাথৰ 'হে মোৰ দুৰ্ভগা দেশ, যাদেৰ কৰেছ অপমান, অপমানে হতে হ'বে তাহাদেৰ সবাৰে সমান'-- এই কথাষাৰৰ মৰ্মও সেয়ে। আসাম এছ'ছিয়েছন কংগ্ৰেছৰ লগত লগ লগাৰ পিছৰেপৰা অসমতো গান্ধীজীৰ প্ৰভাৱ বাঢ়ে আৰু সৰ্বভাৰতীয় জাতীয়তাবাদৰ সূত্ৰপাত হয়। খিলাফত আন্দোলনৰ কালত ভাৰতৰ মুছলমানসকলে ধৰ্মীয় বৈশিষ্ট্য আওকাণ কৰি ঔপনিবেশিকতাবাদী বিৰোধী চৰিত্ৰ অৰ্জন কৰিছিল; তেতিয়া হিন্দু-মুছলমানৰ ঐক্য আৰু যুটীয়া কাৰ্য পৰিচালনাৰ অনুকূল পৰিস্থিতিয়ে দেখা দিছিল। এনে পৰিস্থিতি কিন্তু স্থায়ী নহ'ল। অসমত হিন্দু-মুছলমানৰ মাজত আগৰেপৰাই ভাতৃসুলভ আচৰণ আছিল। প্ৰথমতে ইয়াৰপৰা আন্দোলনৰ গতি বৃদ্ধি হৈছিল। পিছলৈ অসমতো ৰাজনৈতিক ক্ষেত্ৰত হিন্দু-মুছলমানৰ প্ৰভেদ দেখা গ'ল। ইয়াৰ মূলতে আছিল ইংৰাজৰ 'ভাগ কৰি শাসন কৰা' পদ্ধতি আৰু প্ৰলোভন নীতি। জাতীয়তাবাদী ঐক্যৰ ক্ষেত্ৰত ইংৰাজৰ এনে নীতি আছিল ডাঙৰ প্ৰতিবন্ধক।

সমকালীন পটভূমিত প্ৰগতিশীল চেতনাৰ অধিকাৰী অম্বিকাগিৰী ৰাষ্ট্ৰীয় মুক্তিৰ কবি। সম্ভ্ৰান্ত বংশৰ সন্তান যদিও তেওঁৰ আচৰণত আভিজাত্য নাছিল। এজন ধাৰ্মিক লোক হৈও তেওঁ আছিল সংস্কৃতিবান আৰু সজ্জন। মানুহ ধাৰ্মিক হ'লেই নহয়, সজ্জনো হোৱা উচিত। নৈতিক শক্তিৰ ওপৰত তেওঁৰ অগাধ বিশ্বাস। প্ৰথমতে, প্ৰায় কুৰি বছৰ বয়সত পঢ়া-শুনা এৰি দি সংগ্ৰামী শক্তিবাদৰ ভক্ত হৈছিল যদিও পিছলৈ তেওঁ নিজকে সংযত কৰি গান্ধীজীৰ পন্থা অৱলম্বন কৰিছিল। সৎ ভাবে জীৱন যাপন কৰা বাবেই তেওঁৰ মানসিক সততা আছিল। মানুহজন সংবেদনশীল, অন্তৰত সদায় দেশৰ কল্যাণ চিন্তাৰ আদৰ্শই আহুকাল কৰি আছিল। এনে এক ব্ৰতত ব্ৰতী হোৱা বাবেই তেওঁৰ চিন্তা আৰু অনুভূতিত এটা উদাৰতা আছিল। অসম, ভাৰত আৰু বিশ্বপ্ৰীতিৰ ধ্যান-ধাৰণাৰে তেওঁ আছিল মানৱতাৰ অতন্দ্ৰ প্ৰহৰী, মানৱায়তনৰ খনিকৰ। জীৱনমুখিতা আছিল তেওঁৰ দৰ্শনৰ ভেটি। সেই ভেটিত ভূমি আৰু ভূমাৰ পাৰ্থক্য নাছিল। বৈষ্ণৱ পৰম্পৰাত যি মানৱীয় সমন্বয়ধৰ্মী সামাজিক মাত্ৰা আছিল, তাৰ তেওঁ প্ৰকৃত উত্তৰাধিকাৰী। এই মানসিকতাৰ লগত সংযোগ হৈছিলহি সাম্ৰাজ্যবাদ বিৰোধী জাতীয়তাবাদী প্ৰেৰণা। এই দুয়োটাৰ সংমিশ্ৰণেই তেওঁৰ জীৱন আৰু মননক গঢ় দিছিল। তেওঁ ধৰ্ম, ভাষাক ৰাজনীতিলৈ অনা নাছিল।[১] অসম সম্পৰ্কত তেওঁ ভাবিছিল, ক্ষুদ্ৰ জাতি সত্তাবোৰৰ সৰ্বাংগীন বিকাশৰ ভিত্তিতহে ভাৰতৰ বিকাশ সম্ভৱপৰ। অসমীয়া মধ্যবিত্তৰ বিচ্ছিন্ন আৰু সংকীৰ্ণ বৃত্তলৈ তেওঁ সোমোৱা নাছিল। বৈষ্ণৱী আদৰ্শৰ সাৰ বস্তু আয়ত্ত কৰা বাবেই তেওঁ নিষ্ঠাবান মানৱদৰদী হ'ব পাৰিছিল আৰু জাতীয়তাবোধে তেওঁক দিছিল অন্যায়-উৎপীড়ন বিৰোধী সাহস, সুন্দৰ প্ৰত্যয়। চৌপাশৰ কদৰ্যতাই তেওঁৰ মানস সৰোবৰত যি প্ৰচণ্ড ঘৃণা আৰু ক্ষোভৰ ঢৌ তুলিছিল সিয়েই তেওঁৰ ব্যক্তিত্বক সংকীৰ্ণ বৃত্তৰপৰা উদ্ধাৰ কৰিছিল আৰু তেওঁৰ হৃদয়ক কৰি তুলিছিল মহামানৱীয় চিন্তাৰ আধাৰ। অৱশ্যে কদৰ্যতা আৰু বিপৰ্যয়ৰ বাস্তৱ কাৰণবোৰৰ সঠিক বিশ্লেষণ তেওঁ কৰিব পাৰিছিল বুলি ধাৰণা নহয়; তেওঁৰ জাতীয়তা, মহাজাতীয়তা আৰু মহামানৱতাৰ স্বপ্ন ৰোমান্টিক পৰ্যায়তে ৰ'ল। ভাববাদী তপস্যাৰ এই করুণ পৰিণতিয়ে মনলৈ আনে দুখ-বেদনা। অম্বিকাগিৰীৰ বলিষ্ঠ মনো এদিন কুছবিদ্ধ হৈছিল। তেওঁ একো নহ'ল বুলি খেদ কৰিছিল। এই অৱস্থা স্বয়ং মহাত্মা গান্ধীৰো হৈছিল। তেওঁৰ চকুৰ আগতে নৰমাংসৰ বৃষ্টি হ'ল, দেশ টুকুৰা-টুকুৰ হ'ল; অথচ তেওঁ কৈছিল : মোৰ মৃত দেহৰ ওপৰতহে তেনে বিভাজন হ'ব পাৰিব। ইতিহাসৰ এই নিৰ্মম কটাক্ষ গান্ধীজীয়েও নিৰৱে সহিব লগা হৈছিল।

জীৱনক ভাল পাইছিল বাবেই অম্বিকাগিৰীৰ পকা চুলিৰ তলতো যৌৱন লুকাই আছিল। আদপৰ্হীয়া বয়সতো তেওঁ চিঞৰি উঠিছিল : 'মই বিপ্লৱী, মই তাণ্ডৱী।' বংগ ভংগ আন্দোলনৰ কালছোৱাতে তেওঁ এনাকিষ্ট দল গঠন কৰি বৃটিছ বিৰোধী কাম কৰিছিল। এইটো কেৱল খুদিৰাম-প্ৰফুল্ল চাকীৰ প্ৰভাৱতেই নহয়, বিবেকানন্দৰ উদ্দীপক বাণীসমূহেও তেওঁক প্ৰেৰণা যোগাইছিল। এই উদ্দীপনাতে তেওঁ লিখিছিল 'বন্দিনী ভাৰত' নাট। তেওঁৰ এই প্ৰথম সাহিত্য কৰ্মৰ কণ কঠিয়া মাৰি পেলালে বৃটিছৰ পুলিছে। আন্দোলনে তেওঁৰ জীৱ-আনুষ্ঠানিক শিক্ষাৰ বাট বন্ধ কৰিলে; কিন্তু জীৱ-নৰ খুন্দাখুন্দলিত আহৰণ কৰিলে শিক্ষা আৰু অভিজ্ঞতা। জীৱনৰপৰাই তেওঁ আহৰণ কৰিছিল চাৰিত্ৰিক দৃঢ়তা আৰু আত্মবল। তেওঁ যেন তাহানিৰ অপাপবিদ্ধ গ্ৰাম্য সৰলতাৰ বলিষ্ঠ প্ৰতিনিধি; এই সৰলতাৰ বাবেই তেওঁ আধুনিক যুগৰ আৱৰ্জনাবোৰৰপৰা নিজক আঁতৰাই ৰাখিও আধুনিক জীৱন নিৰ্মাণ কৰিবলৈ ওলাইছিল। এই স্বশিক্ষিত মানুহজনৰ ক্ষেত্ৰতেই সম্ভৱ হৈছিল উদভ্ৰান্ত ইন্দ্ৰিয়ঘন প্ৰেমৰ সম্ভোগ কামনাক শাসন কৰি তাৰ অতিন্দ্ৰীয় প্ৰশান্ত পৰিণতিৰ কল্পনা। 'তুমি' কাব্যৰ উপলব্ধি এয়ে। ডান্টেৰ বিয়েট্ৰিছৰ তুলনা ইয়ালৈ নানো, কিয়নো, অম্বিকাগিৰীৰ ইন্দ্ৰিয় জয় আৰু অসীমৰ আকুতি তেওঁৰ বৈষ্ণৱী আনুগত্যৰে আধুকাৰণে নিক লিৰিকেল প্ৰকাশ। 'তন্দ্ৰাভঙ্গ'ৰ চুফীবাদী মিষ্টিক ভংগীৰো মূল সেই একেটাই। ইন্দ্ৰিয়ৰ বাগীয়ে অনা তন্দ্ৰা ভূমাৰ উপলব্ধিত ডাঙৰ বাধা। প্ৰাৰ্থনা যেন লগা গীত-কবিতাবোৰো একেটি উৎসৰে

১। ভাষণাৱলী : হিন্দু, বৌদ্ধ, ট্ৰাইবেল, মুছলমান মিলি আমি অসমৰ অসমীয়া-- ভাৰতীয় মহাজাতিৰ অ[illegible]ক্ত আমি অসমীয়া জাতি। অসম অসমীয়াৰ দেশ। বিৰাট ভাৰতীয় পৰিয়ালৰ এটা পৰিয়াল অসমীয়াৰ অসম দেশখন নিজা ঘৰ। যিদৰে ভাৰতমাতাৰ বঙালী পৰিয়ালটোৰ নিজ কোঠা বা ঘৰ বংগ, বিহাৰী পৰিয়ালটোৰ নিজ কোঠা বা ঘৰ বিহাৰ।

পৰা ওলাইছে। ৰবীন্দ্ৰনাথৰ ‘গীতাঞ্জলি’ৰ উৎস যিদৰে উপনিষদ আৰু বাউলগীত, সেইদৰে অগ্নিকাগিৰীৰ আধ্যাত্মিক ভাবৰ ৰচনাবোৰ অসমৰ বৈষ্ণৱ পৰম্পৰাৰ আত্ম-নিবেদনৰ সুৰটোৰ সৈতে যুক্ত। মন কৰিবলগীয়া কথা, আগবয়সৰ ৰচনাবোৰত তেওঁৰ গভীৰ উপলব্ধিৰ মূলতো আছিল এনে আত্মনিবেদনৰ আন্তৰিকতা। ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেমৰ আকুতিত জীৱনমুখিতাৰ যি স্পৰ্শ আছিল অতিন্দ্ৰীয় স্তৰত সি নিষ্প্ৰভ হৈ পৰিছে। এইবাবে তেওঁৰ মনলৈ দ্বন্দ্ব আহিছিল যেন অনুমান হয়, কাৰণ সন্মুখত আছিল স্বাধীনতাৰ সংগ্ৰাম। সেই দ্বন্দ্ব তেওঁ যেতিয়া অতিক্ৰম কৰিছিল তেতিয়া তেওঁৰ বাবে খোলা আছিল তিনিটা পথ— বৃটিছ সাম্ৰাজ্যবাদীৰ পদলেহন কৰা, তাৰপৰা পলায়ন কৰা, নতুবা তাৰ বিৰুদ্ধে বিদ্ৰোহ কৰা। অগ্নিকাগিৰীয়ে শেষৰ পথটোকে বাছি লৈছিল। দ্বন্দ্বৰপৰা উত্তৰণ হ’লত সাম্ৰাজ্যবাদ-বিৰোধী জাতীয়তাবাদৰ আদৰ্শক তেওঁ আকোৱালি ল’লে। এই চেতনা বিস্তাৰ কৰাৰ মানসেই তেওঁ কবিতাৰ আশ্ৰয় লৈছিল। কবিতা সৃষ্টিৰ বাবে প্ৰয়োজনীয় নিৰ্জনতাৰ সুযোগ তেওঁৰ নাছিল। সেই বাবে এই সম্পৰ্কীয় আটাইবোৰ কবিতা সমানে উত্তীৰ্ণ নহ’ল। তাৰ বাবে তেওঁক আমি দায়ী কৰিব নোৱাৰো। উৎকৃষ্ট কবিতাবোৰত তেওঁৰ কাব্যিক উপলব্ধিৰ স্বাক্ষৰ নোহোৱা নহয়, সেইবোৰৰ মাজেদি তেওঁ নিজেও স্বপ্ন দেখিছিল আৰু আনকো স্বপ্ন দেখুৱাবলৈ সমৰ্থ হৈছিল। এইবোৰ কবিতাৰ অধিকাংশই নজৰুল ধৰ্মী। অগ্নিকাগিৰীয়ে যেতিয়া ‘দেশেই ভগবান’ বুলি কয়, তেতিয়া নজৰুলৰ ‘আমি ভৃগু, ভগবান বুকে এঁকে দিব পদচিহ্ন’ৰ বিদ্ৰোহী সুৰটোৱেই আমি শুনিবলৈ পাওঁ। তেওঁৰ জাতীয়তাবাদত মহামানৱীয় জীৱন সেৱাৰ আদৰ্শও নিহিত আছিল, তেওঁৰ ‘মই জীৱন নীতিক মানৱ নীতিক / অসীম অপাৰ মহামানৱীয়/ জীৱন-সেৱাই মোৰ প্ৰতীক’— এই উক্তিৰ অন্তৰালত তেওঁৰ মানৱীয় সত্তাৰ পৰিচয় আছে। তেওঁৰ স্বদেশ প্ৰেমৰ গীতবোৰত মুক্তিৰ স্বাদ অনুভৱ কৰিব পাৰি ; শব্দ-ব্যঞ্জনাৰ আঁৰে আঁৰে আছে অনুপ্ৰেৰণাৰ বিজুলী চমক; তলৰ স্তৱকটো তাৰ উদাহৰণ ঃ

> ৰুদ্ধ কণ্ঠ মুকুলিত হক আজি, জয়
> নৱনাৰায়ণ বন্দী
> পতিত ভাৰতৰ দুশ বছৰ ব্যাপী, বিঘিনি
> বিমঙ্গল খণ্ডি
> গ্ৰহ-উপগ্ৰহ ধ্বনিত হক আজি ভূগোল
> খ-লোক নন্দি
> জ্বলক ভাৰত সাতো বিশ্বত বিজয়ী বৰ্মেৰে
> সাজি অপৰূপ— বৰ্মেৰে সাজি অপৰূপ।

তেওঁৰ বিখ্যাত ‘বন্দো কি ছন্দেৰে’ গীতটোৰ এই অংশটোত ফুটি উঠিছে ভাৰতীয় মানুহৰ স্বাধীনতাৰ আকাংক্ষা। অপৰূপা ভাৰত জননী ইয়াত মূৰ্ত হৈ উঠিছে। সেই বাবেই ইয়াৰ আবেদন। অগ্নিবীণাৰ তানত সাম্ৰাজ্যবাদৰ বিৰুদ্ধে ৰণহুংকাৰ তুলিছে— অথচ তাৰ কাব্যিক গুণো হ্ৰাস পোৱা নাই। তলৰ স্তৱকটো যেন জাতীয়তাবাদৰে সংজ্ঞা স্বৰূপ ঃ

> ই যে হীনতা, নীচতা ভীৰুতা দীনতা
> জোকাৰি পেলোৱা ভাব
> ই যে এক ৰূপ ৰসে, এক ৰঙে-চঙে
> এক কৰি দিয়া ছাব

ভাৰতীয় মানুহৰ বুকুত সাম্ৰাজ্যবাদী উৎপীড়নে যি আঘাত দিছে, সেই আঘাতৰ অপমানৰ প্ৰতিবাদ তেওঁৰ অগ্নিবীণাত ফুটি উঠিছে। প্ৰচণ্ড অভিমানত উৎপীড়কৰ গৰ্ব চূৰ্ণ কৰিবলৈ যেন সকলো সাজু ঃ

> ই যে মহামানৱতা মূৰ্চ্ছিত হোৱা
> অতি ঘোৰ অপমান
> ই যে উৎপীড়কৰ ঘৃণিত গৰ্ব গুড়ি কৰা অভিযান

দেশৰ বাবে জীৱন উছৰ্গা কৰাই মানুহৰ কাম, যাৰ হৃদয়ত আত্মাহুতিৰ অনল শিখা জ্বলি উঠা নাই, তাৰ জীৱন কি কামত আহিব? কবিয়ে এই প্ৰশ্ন কৰিছে তলৰ স্তৱকত ঃ

> যাৰ হৃদয়ত দেশ সেৱনত আত্মাহুতিৰ অনল
> শিখা নাই
> তাৰ জীৱনত নাই অবাবত প্ৰয়োজনৰ উচ্চ দাবী ভাই
> দেশৰ মাটিৰ ৰূপ-ৰসেৰে নদন-বদন পুষ্ট হোৱা প্ৰাণ
> এলেহুৱাৰ নহয় কেৱল লাহ-বিলাহত ভাঁহি
> ফুৰা গান
> মাতৃভূমিৰ বুকু ফালি শক্তি ধাৰাৰ অমৰ সুধা পি
> মাতৃ-সেৱাত প্ৰাণ নিদিলে জীৱন ধৰাৰ সকাম কি

কবিৰ এই বলিষ্ঠ আত্ম-প্ৰত্যয়ে মানুহক যুঁজৰ ধামখুমীয়ালৈ টানি আনিছিল। তেওঁ মানুহক সঁকিয়াই দিছিল, জীৱন সুখৰ শয্যা নহয়। বিপৰ্য়য়েৰে কণ্টকিত, ৰক্তাক্ত জীৱনৰ মাটিতে জাগি উঠে অনল। সেই অনলতহে জীৱনৰ ফুল জকমকাই ফুলে। সংগ্ৰামী জীৱনৰ দুখ-কষ্টৰ ফলতে ভাৰতীয় জীৱনৰ অন্ধকাৰ আঁতৰিব। কবিৰ এই বিশ্বাস ফুটি উঠিছে তলৰ শাৰী কেইটাত ঃ

> যি জীৱনত বজ্ৰ কঠোৰ দুখ বেদনা নিৰ্যাতনৰ
> ঘোৰ ঘৰষণ লাগি
> মত্ত মহৎ কাল বিজয়ী ৰুদ্ৰ লীলাৰ ডমৰু ভেদি
> অনল উঠে জাগি
> পূৰ্ণ জীৱন, নিটোল জীৱন, নিখুত জীৱন সফল
> জীৱন তাকেই জীৱন কয়
> সেই জীৱনে কৰে কেৱল উপদ্ৰৱৰ দম্ভ ছেদি
> জগত নিৰাময় ...

ইয়াত ‘উপদ্ৰৱৰ দম্ভ’ৰ অৰ্থ হ’ল সাম্ৰাজ্যবাদী উৎপীড়নৰ দম্ভ। এই দম্ভ ছেদ কৰি দেশৰ স্বাধীনতা আনিলেহে সকলো নিৰাময় হ’ব আৰু আমাৰ জীৱনেও পূৰ্ণতা পাব। ইয়াত কবিৰ কণ্ঠত যেন ধ্বনিত হৈছে সহস্ৰজনৰ মনোভাব। কিন্তু, এনে এক জীৱনৰ অধিকাৰী হ’বলৈ মানুহক লাগিব



চৰিত্ৰগত সততা আৰু নিৰ্ভীকতা। তেওঁ গান্ধীজীৰ বা ৰবীন্দ্ৰনাথৰ দৰেই ভাবিছিল, মানুহ সৎ আৰু পৱিত্ৰ হ’ব লাগিব। সেই বাবে আত্মশুদ্ধিৰ ওপৰত তেওঁ গুৰুত্ব দিছিল। আত্মশুদ্ধি নহ’লে ক’ৰবাত পিছল খোৱাৰ ভয় থাকে। সেই বাবে তেওঁ কৈছে ঃ

> তোল তেনেহ’লে তোল তাণ্ডৱ
> বিৰাট বিপুল মহা বিপ্লৱ
> প্ৰথমে নিজৰ অহং সিন্ধু মন্থন কৰি
> নাৰকী কলুষ ক্লেদ
> ধ্বংসি বিনাশি তোল জীৱনত পুণ্য লৱণু
> কৰি অহমিকা ছেদ

চৌপাশৰ ক্লেদ আৰু কলুষতাৰপৰা তেওঁ সঁচাকৈয়ে নিজক আঁতৰাই আনিব পাৰিছিল, এই কথা তেওঁৰ জীৱন চৰিতেই ক’ব ; সাম্ৰাজ্যবাদৰ কৰুণাত মানুহৰ মনলৈ যি বিভ্ৰান্তি আহিছিল তাৰ পৰা তেওঁ নিজক মুক্ত ৰাখিছিল। কোনো প্ৰলোভনে তেওঁক বিচলিত কৰিব নোৱাৰিছিল। স্বেচ্ছাই বৰণ কৰিছিল দাৰিদ্ৰ। শাসকৰ কামৰ তলানলা বা টালি-বাজিবোৰ তেওঁ সম্পূৰ্ণৰূপে উদ্‌ঘাটন কৰিছিল বুলি ক’ব নোৱাৰি ; কিন্তু তেওঁ ধৰি লৈছিল, দেশখনক এটা অশুভ শক্তিয়ে গ্ৰাস কৰিছে। এনে আদৰ্শবাদী প্ৰেৰণাৰে তেওঁ সেই অশুভ শক্তিটোৰ বিৰুদ্ধে চিঞৰি উঠিছিল এজন সৰল ভাবপ্ৰৱণ মানুহৰ দৰেই। সাম্ৰাজ্যবাদী নিষ্ঠুৰতাৰ প্ৰতীক কাৰাগাৰৰ বিৰুদ্ধে তেওঁৰ প্ৰবল ঘৃণা সৰৱ হৈ উঠিছিল ঃ

> আৰু কি দেখাবি ভয় কাৰাগাৰ
> আৰু কি দেখাবি ভয়
> তোৰ ৰঙা চকু ৰঙা যিমানে কৰিবি
> সিমানেই মোৰ জয়,—

নিজে শুদ্ধ আছিল বাবেই সমনীয়া দেশকৰ্মীৰ স্খলনৰ তেওঁ নিন্দা কৰিছিল ঃ

দেশ প্ৰেমিকৰ মুখা পিন্ধি
খেলো কিমান চতুৰ খেল
ৰাং পিতলক সোণা কৰা
দেশ বিদেশৰ পাতো মেল- - -

সাধাৰণ মানুহৰ দাৰিদ্ৰ আৰু দুৰ্দশায়ো তেওঁক দুখ দিছিল। তেওঁ বুজিছিল, এই মানুহবোৰক উদ্ধাৰ কৰাটোও আমাৰ কৰ্তব্য। সেই সময়ৰ গাঁও-ভুঁইৰ জৰা-জীৰ্ণ অৱস্থা কেইটামান শাৰীত তেওঁ প্ৰকাশ কৰিছে ঃ

যাৰ পথাৰত সোণালী শস্যৰ মধুৰ অমৃত খাই
জিলিকি আছিল যি জাতি এদিন অমৰ খিতাপ পাই
তাক কিয় আজি দুৰ্ভিক্ষ দানেৰে কোবাই ভাঙিলে
হাড়
ঘৰে ঘৰে গাঁৱে গাঁৱে মৰ্মভেদি হাঁহাকাৰ
হায় এয়েনে ভাৰত ধাম- - -

যিসকলে সাম্ৰাজ্যবাদী স্বাৰ্থৰ লগত হাত মিলাইছিল, পদবী, উপাধি, সন্মান পালেই দেশৰ প্ৰতি থকা দায়িত্ব পাহৰি উঠিছিল, সেইসকলক ভাৰত জননীৰ দাসত্বলৈ আঙুলিয়াই সতৰ্কবাণী শুনাইছিল ঃ

পাইছতো তই হাকিমী পদ
ৰায়বাহাদুৰ, ৰাজপৰিষদ, হায় ৰে
সি দেখো তোৰ দিছে কেৱল গোলামীৰে সাথী- -
ধোঁৱাৰ সপোন দেখি দেখি
আছ নেকি লেখি লেখি
ভাৰতৰ নাম লুপ্ত হ'বৰ আছে কিমান
বাকী তোৰ জননী যে দাসী

জাতীয়তাবাদৰ অৰ্থ জাতীয় ঐক্য। অম্বিকাগিৰীৰ সমকালীন ভাৰতৰ সহজ-সৰল সাধাৰণ মানুহৰ মাজত যি ঐক্যৰ মনোভাব জাগ্ৰত হৈছিল, তাৰ ভেটি আছিল দেশপ্ৰেমৰ আবেগ। সাধাৰণ মানুহৰ মনত গান্ধীজী হৈ পৰিছিল অৱতাৰ স্বৰূপ। তেওঁৰ চমকপ্ৰদ ব্যক্তিত্বই মানুহক আকৰ্ষণ কৰিছিল। ঐক্যৰ মনোভাব এটা এইদৰেই সৃষ্টি হৈছিল। কিন্তু প্ৰকৃত ঐক্যৰ বান্ধোনৰ বাবে লাগে উৎপাদন শক্তিৰ বিকাশ আৰু তাৰ ওপৰত সাধাৰণ মানুহৰ অধিকাৰ। তদুপৰি লাগে জাতিসমূহৰ মাজত পাৰস্পৰিক আস্থা, শ্ৰদ্ধা আৰু সহযোগিতা। অৰ্থনৈতিক বুনিয়াদ এটা ভালকৈ গঢ় নল'লে, মানবীয় প্ৰমূল্যৰ দ্বাৰা পৰিচালিত নহ'লে কেৱল উমৈহতীয়া ভাষা আৰু সাংস্কৃতিক ঐতিহ্যয়ো এনাজৰিডাল কটকটীয়া কৰিব নোৱাৰে। ভাৰত হিন্দু, ইছলাম, বৌদ্ধ, খ্ৰীষ্টান আদি ভিন্ ভিন্ ধৰ্মীয় সংস্কৃতিৰ লীলাভূমি। নানা জাতি-উপজাতিৰ এই অনগ্ৰসৰ দেশখনত সহজতে সুদৃঢ় ঐক্যবোধ জগাই তোলাটো জটিল কাম। আধুনিক প্ৰযুক্তি বিদ্যাৰ প্ৰসাৰৰ জৰিয়তে ইংৰাজসকল যদিও নিজৰ অজ্ঞাতেই ভৌগোলিক অখণ্ডতাৰ স্ৰষ্টা হৈছিল, তথাপি তেওঁলোকে প্ৰকৃত গণতান্ত্ৰিক ঐক্যবোধৰ বাবে একো নকৰিলে। মাৰ্ক্সে ক'বৰ দৰে, ইংৰাজৰ এইবোৰ কৰাৰ কোনো আন্তৰিকতা নাছিল। যি কৰিছিল বাধ্যত পৰিহে কৰিছিল। স্বাধীনতা সংগ্ৰামৰ কালত সাহিত্য-সংস্কৃতিয়ে এই দায়িত্ব গ্ৰহণ কৰিছিল; আজি যেনেকৈ আফ্ৰিকাৰ কবি-সাহিত্যিকে বৰ্ণ বিদ্বেষ নীতিৰ বিৰুদ্ধে সৰৱ হৈ উঠিছে, ঠিক সেই দৰে আমাৰ জাতীয়তাবাদী কবি-সাহিত্যিকসকলেও ভাৰতৰ বিভিন্ন ভাষা, জাতি, ধৰ্মৰ মানুহক সাম্ৰাজ্যবাদৰ বিৰুদ্ধে একেডাল ডোলেৰে বান্ধ খাবলৈ সকিয়াই দিছিল। অম্বিকাগিৰীয়েও এই কামকে কৰিছিল। তলৰ স্তৱকটোত তাৰ স্বাক্ষৰ আছে ঃ

জাগ্ জাগ্ জাগ্ ভাৰত সন্তান
হিন্দু মুছলমান জাগ্
মুক্তি শংখ বাজে গাজে ভেদি
লক্ষ্য ভ্ৰাতাৰ হিয়াৰ তেজেদি
ৰঞ্জিত হোৱা জালিয়ানৱালাবাগ্

ডেকাসকলকো তেওঁ উদ্বুদ্ধ কৰিছিল, আশা কৰিছিল- ডেকা শক্তিয়েই 'সোণালী ৰাগ'ৰ সৃষ্টি কৰিব।

জাগ্ ডেকা তেজ, ধল ঢালি তোৰ
উটাই জাতিৰ জঠৰ ভাগ
দেশৰ মাটিৰ গছ লতা ভৰি
উঠলি উঠক সোণালী ৰাগ

দেশৰ কাৰণে কেৱল যন্ত্ৰণাই নহয়, মৃত্যুকো তেওঁ সাৰটি ল'ব খুজিছিল। কাৰণ মৃত্যুৰ মাজেদিয়েই মৃত্যুক অতিক্ৰম কৰিব পাৰি। জাৰ্মান কবি হোল্ডাৰলিনে সাধাৰণ মৃত্যু কামনা কৰা নাছিল, যি মৃত্যু ত্যাগৰ দীপ্তিৰে উজ্জ্বল সেই মৃত্যুহে দেশৰ কাৰণে তেওঁ বৰণ কৰিব খুজিছিল ঃ

Oh, take me, admit me into the ranks,
So that, one day I may never die a
common death !
To die in vain is not my wish, but
To be killed on the alter of sacrifice - - -
for the fatherland - - -

অম্বিকাগিৰীৰ কবিতাতো সেই একে অনুভূতি দেখা যায়। গান্ধীজীৰ আহ্বান শুনি দেশৰ বাবে মৃত্যুপণ কৰিলেহে উৎপীড়ন নিষ্পেষণহীন পূৰ্ণ জীৱন পাবলৈ আশা কৰিব পাৰি। এই অটল বিশ্বাস তেওঁৰ আছিল ঃ

মহামানবৰ মূৰ্ত দেৱতা সজাগি উঠিছে ধীৰ
মৃত্যুৰ সুধা-ভাণ্ড হাতত মাতিছে মাতিছে বীৰ!
নাই একো ভয়, নাই একো ভয়-- নাই
একো ভয় নাই
মৰ্দি সকলো বাধা বিঘিনি ব'লা বীৰদৰ্পে
আগুৱাই......

সকলো কথাতে সৰল, নিষ্ঠাবান, সৎ, নিৰ্ভীক অম্বিকাগিৰীয়ে আধুনিক জীৱনৰ জটিলতাৰ সকলো দিশ উন্মোচন কৰিব পৰা নাছিল। সামাজিক আৰু মানবিক প্ৰপঞ্চৰ সামগ্ৰিক ৰূপৰ উপলব্ধি, বৌদ্ধিক গভীৰতা আৰু কলাগত সূক্ষ্মতা-- এই তিনিওটা কথাৰ সুসমন্বয় সহজ নহয়। অতীতত (হোমাৰ, বাল্মীকি বা আমাৰ মাধৱ কন্দলিৰ দিনত) একেজন মানুহৰ মাজতে চিন্তা, কবিতা সৃষ্টিৰ উপাদানসমূহৰ স্বাভাৱিক ঐক্য সম্ভৱ হৈছিল। আধুনিক কালত দ্বান্দ্বিক জটিলতাৰ হেতু তেনে ঘটনা সম্ভৱপৰ নহয়। অম্বিকাগিৰীয়ে বৌদ্ধিক অন্বেষণৰ পৰিবেশ পোৱা নাছিল। কিছুমান কথা তেওঁ সৰলভাৱে বিশ্বাস কৰিছিল। কেপিটেলিজিমৰ মূলত থক আছে বুলি তেওঁ কৈছিল। থকৰ অৰ্থ হ'ল প্ৰবৃত্তিৰ আতিশয্য। সেইদৰে, কমিউনিজম আহিলে ভাৰত মস্কোৰ অধীন হ'ব বুলি ভাবি তেওঁ তাৰ বিৰোধিতা কৰিছিল। এনেবোৰ কথাত তেওঁৰ সৰল বিশ্বাসৰহে পৰিচয় আছে, বৌদ্ধিক অন্বেষণৰ চানেকি নাই। নিতান্ত সৰলভাৱেই তেওঁ আন্দোলনবোৰত জপিয়াই পৰিছিল আৰু চিন্তাৰ ধাৰাতো সেই সৰলতাই আছিল। সেয়ে জীৱনৰ শেষলৈ তেওঁ ক্ৰমে নিঃসংগ হৈ পৰিছিল। তেওঁৰ স্বপ্ন বাস্তৱৰ শিলত খুন্দা খাই ভাগি ছিগি গ'ল। তেওঁ বিজয়ী হ'বৰ বাবে জন্ম গ্ৰহণ কৰা নাছিল; সংগ্ৰামেই আছিল তেওঁৰ লক্ষ্য। তথাপিও দুখত তেওঁ চিঞৰি উঠিছিল ঃ

যা যা সকলো গুচি যা
আছিলি যি মোৰ গুচি যা
মোক এৰি আজি গুচি যা......

এই দুখ আহিলেও তেওঁ হতাশ হোৱা নাছিল। ৰবীন্দ্ৰনাথৰ দৰে তেওঁ অকলে যাবলৈ সাজু হৈছিল। নিজেই যেন তেওঁ 'ভুবনৰ ভাৰ' গ্ৰহণ কৰিব।

মোৰে শূন্যত, জ্বলিল মোৰেই চন্দ্ৰ সূৰ্য তাৰকাৰাশি
মোৰে পৰশত, অগ্নি উগাৰি বজ্ৰ বিজুলী উঠিব গাজি

এই অকলশৰীয়া যাত্ৰাৰ কল্পনাতো আছিল দেশ হিতৈষণাৰ ভাব। তেওঁৰ ভাবলোকত কেৱল জাতীয়

চেতনাৰে স্ফুৰণ হৈছিল এনে নহয়, বিশ্বৰাষ্ট্ৰৰ কল্পনাও সম্ভৱ হৈছিল। তথাপিও, তেওঁ মুক্তি চেতনাৰ প্ৰতীক। তেওঁ আমাক মানুহ হ'বলৈ কৈছিল। তেওঁৰ কবিতা শুনি থাকিলে আমাৰো মানুহ হ'বৰ মন যায়। তেওঁ বিশ্বাস কৰিছিল, মানুহৰ সততা আৰু পুৰুষাৰ্থৰ ওপৰত। অৱশ্যে সাম্ৰাজ্যবাদী আৰু ঔপনিবেশিক স্বাৰ্থই কংক্ৰিটৰ অৰণ্যত মানুহক ক্ৰমান্বয়ে যে অমানুহ কৰাৰ ষড়যন্ত্ৰ কৰিছে তাৰ সন্ধান তেওঁ কৰা নাছিল। কিন্তু নিজৰ অজ্ঞাতসাৰেই তেওঁ তাৰ প্ৰতিবাদৰ প্ৰতিমা গঢ়িছিল আৰু আজীৱন অকপট আশাবাদৰ সৌৰভ লৈয়েই তেওঁ চকু মুদিছিল। অকল সেয়ে নহয়, পৃথিৱীৰ শৰীৰৰপৰা সকলো ঘৃণ আঁতৰাই এটি বিশ্ববোধ অৰ্জন কৰাই আছিল তেওঁৰ জীৱন-সাধনা। তেওঁ কৈছে ঃ

ঘূণে ধৰা এই ধৰণীখন খামোচ মাৰি ধৰি
জীৱনৰ তোৰ অসীম গতিক দিবি কিয় ফাঁকি ?

তেওঁ জীৱনক ফাঁকি দিয়া নাছিল। তেওঁৰ প্ৰাণপ্ৰাচুৰ্য আৰু সৰলতা আমি হেৰুৱাইছোঁ। তেওঁৰ সীমাবদ্ধতাখিনি আমি বুজি লৈ গুণখিনি গ্ৰহণ কৰা আমাৰ কৰ্তব্য। আজিৰ মনুষ্যত্বনাশী পৰিমণ্ডলত তেওঁৰপৰাই 'মানুহ' হ'বলৈ আমি শিকিব পাৰো। তেওঁৰ দৰে স্বদেশ প্ৰেমীয়েই ইংৰাজ শাসনৰ বিৰুদ্ধে এঘড়ি লড়াই কৰি বা লড়াই কৰিবলৈ আনকো প্ৰেৰণা দি দাস জাতিৰ আৰ্থ-সামাজিক নিগ্ৰহৰ ছবি দাঙি ধৰি পৰাধীনতাৰ মুখা খুলি দিছিল আৰু গণতান্ত্ৰিক জাতীয় সংস্কৃতিৰ হকে মাত মাতিছিল। সমকালীন পটভূমিত, প্ৰগতিৰ দুৰ্গ ৰচনা কৰি তাৰপৰাই মানুহেই যে মানুহৰ অৱমাননাকাৰী, এই বাস্তৱ সত্য তেওঁ ঘোষণা কৰিছিল। অশুভ শক্তিয়ে সৃষ্টি কৰা বিভ্ৰান্তিৰ কুঁৱলীত আজি সেই সত্যৰ হিৰন্ময় পাত্ৰ চাক খাই পৰিছে। প্ৰগতিৰ দুৰ্গও হাউলিছে। এই বিষয়ে আমি সচেতন নহ'লে ভাৰত তথা অসমৰ ভৱিষ্যত অন্ধকাৰ হ'ব। তেওঁৰ জীৱন আৰু কৃতিৰ মুকুৰত প্ৰতিফলিত হোৱা মহাজীৱনৰ বিদ্যুৎ শিখা আমাৰো যাত্ৰাপথৰ সমল হ'ব পাৰে। ০০০

---

যোৰহাটত অসম সাহিত্য সভা আৰু সাহিত্য অকাডেমিৰ দ্বাৰা অনুষ্ঠিত অম্বিকাগিৰী ৰায়চৌধুৰী সম্পৰ্কীয় আলোচনা সভাত পঠিত (৩১ মাৰ্চ, ১৯৮৭)।



# অসমলৈ নেপালী জনগোষ্ঠীৰ প্ৰব্ৰজন: এটি দৃষ্টিপাত / বিষ্ণুলাল উপাধ্যায়

বিশ্বৰ সকলো ৰাষ্ট্ৰ অথবা সকলো জাতিৰ ইতিহাস হ'ল প্ৰব্ৰজিত মানুহৰ ইতিহাস। প্ৰব্ৰজিত বিভিন্ন মানুহৰ সংস্কৃতিৰ সমন্বয়ত জন্ম হয় দেশ, জাতি অথবা ৰাষ্ট্ৰৰ ঐক্যৰ এনাজৰিৰ সংস্কৃতি। আমাৰ ভাৰতবৰ্ষৰ সভ্যতা-সংস্কৃতি অথবা অসমৰ সভ্যতা-সংস্কৃতিও একেদৰে বিভিন্ন সময়ত বিভিন্ন ধৰণৰ বাধ্যতা নাইবা প্ৰয়োজনত ঘটা প্ৰব্ৰজিত মানুহৰ সংস্কৃতিৰ সমন্বয় ৰূপ। অনেক জান-জুৰি আৰু নদ-নদী মিলিত হৈ যিদৰে সাগৰৰ জলাধাৰৰ সৃষ্টি হৈছে, ঠিক সেই দৰে বিভিন্ন ধৰ্ম-সংস্কৃতিৰ প্ৰব্ৰজিত জনগোষ্ঠীৰ মানুহৰ এনাজৰিত সমুদ্ৰৰ দৰেই বিশাল অসমীয়া আৰু ভাৰতীয় সভ্যতা-সংস্কৃতিৰ জন্ম হৈছে। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ তলৰ কবিতা ফাঁকিত এই কথা সুন্দৰভাৱে প্ৰতিফলিত হৈছে ঃ

কেহ নাহি জানে কাৰ আহবানে
কত মানুষেৰ ধাৰা
দুৰ্বাৰ স্ৰোতে এল কোথা হতে
সমুদ্ৰে হল হাৰা।
হেথায় আৰ্য হেথা অনাৰ্য
হেথায় দ্ৰাবিড় চীন
শক হুন দল পাঠান মোগল
এক দেহে হল লীন।
০ ০ ০
এই ভাৰতেৰ মহা মানবেৰ
সাগৰ তীৰে।

অসমলৈ নেপালীৰ প্ৰব্ৰজনৰ কথা আলচ কৰিবলৈ যাওঁতে অসম আৰু নেপালৰ ভৌগোলিক অৱস্থানলৈ কিছু মন কৰিব লাগিব। অসম ভাৰতৰ পূব প্ৰান্তৰ এখন সৰু অংগ ৰাজ্য আৰু নেপাল ভাৰতৰ উত্তৰে থকা এখন সৰু স্বাধীন ৰাজ্য। দুয়োৰে মাজত কোনো দুৰ্লংঘ্য পাহাৰ বা সমুদ্ৰৰ ব্যৱধান নাই; আছে মাথো কেইশ মান মাইলৰ দূৰত্ব। কৃষিযোগ্য মাটি, গো-সম্পদ, গছ-লতা, নদ-নদী আৰু পাহাৰ-পৰ্বতেৰে ভৰা অতুলনীয় দৃশ্যাৱলীৰে সমৃদ্ধ দুয়ো ৰাজ্যৰ অধিবাসীৰ জীৱন ধাৰণৰ পদ্ধতিও প্ৰায় একে। ইয়াৰে এখন হৈছে ব্ৰহ্মপুত্ৰৰ বুকুত প্ৰাগ্‌জ্যোতিষপুৰৰ অতীত কীৰ্তিৰে মহিমামণ্ডিত, আনখন হৈছে হিমাচ্ছাদিত কাঞ্চনজংঘাৰ আকৰ্ষণত ত্ৰিকালদৰ্শী ঋষি-মুনি আৰু সাধক যোগীসকলৰ জ্ঞানোপলব্ধিৰ আকাংক্ষিত ৰম্যভূমি। প্ৰাচীন কালৰেপৰা দুয়োৰে মাজত ধাৰ্মিক, সাংস্কৃতিক আৰু বৈবাহিক মধুৰ সম্বন্ধ গঢ়ি উঠিছিল যি সম্বন্ধই যুগ-যুগান্তৰৰ পিছতো নানা ৰাজনৈতিক উত্থান-পতনৰ মাজতো অনেক ৰূপত তাৰ সাক্ষ্য বহন কৰি আহিছে।

ভাৰতৰ অন্য ৰাজ্যৰ তুলনাত অসমতে নেপালীৰ প্ৰব্ৰজন অধিক পৰিমাণে হোৱাৰ নিশ্চয় কিছুমান কাৰণ আছে। তাৰে লিখিত আকাৰত পোৱা কিতাপ-আলোচনী আৰু প্ৰবন্ধ-পাতিৰপৰা

জুকিয়াই ইয়াত চমু আলোচনা কৰিব খোজা হৈছে।

পুৰণি দিনবোৰলৈ মন কৰিলে দেখা যায় কামৰূপ আৰু নেপালৰ প্ৰাচীনত্ব আৰু সমন্বয়ৰ ধাৰা সমান ৰূপত দেখিবলৈ পোৱা যায়। কৌটিল্যৰ অৰ্থশাস্ত্ৰত “সমতল ডৱাক কামৰূপ নেপাল কৰ্তৃপুৰাদি নৃপতিভিঃ” বুলি উল্লেখ আছে।

সত্য যুগত কৈলাশপতি সদাশিৱই দক্ষযজ্ঞ ধ্বংস কৰাৰ পিছত শোকে-বেজাৰে তেওঁৰ প্ৰিয়তমা পত্নীৰ মৃতদেহ কান্ধত লৈ অনাই বনাই ঘূৰি ফুৰোতে পত্নীৰ অংশ পতন হৈ নেপালত উদ্ভৱ হোৱা গুহ্যেশ্বৰী পীঠ আৰু কামৰূপত উদ্ভৱ হোৱা কামাখ্যা পীঠৰ বৈশিষ্ট্য একে।

সীতাৰ জন্মস্থান জনকপুৰ, পঞ্চপাণ্ডৱে দ্ৰৌপদী সহ এবছৰ গুপ্তবাসত থকা বিৰাট ৰজাৰ ৰাজধানী বিৰাট নগৰ আৰু বুদ্ধদেৱৰ জন্মস্থান কপিলাবস্তু নেপাল ৰাজ্যৰ সীমাৰ ভিতৰত। সেই বাবে ৰামায়ণ-মহাভাৰতৰ পৰম্পৰা আৰু তথাগতৰ জ্ঞানোপলব্ধিৰ লগত নেপাল সাঙোৰখাই থকাকে সূচায়।

খ্ৰীষ্টীয় অষ্টম শতাব্দীৰ মাজ ভাগত নেপালৰ ৰজা জয়দেৱে কামৰূপৰ ৰজা হৰ্ষদেৱৰ কন্যা ৰাজ্যমতীক বিয়া কৰাই উভয় দেশৰ মাজত মধুৰ সম্বন্ধ স্থাপন কৰে।

একালত কামৰূপ নেপাল আৰু কাশ্মীৰৰ মাজত তান্ত্ৰিক পদ্ধতিৰ আদান-প্ৰদান চলিছিল।

অসমৰ কোঁচ-কছাৰী-মেচ আৰু নেপালৰ তৰাই অঞ্চলৰ কোঁচ, মেচ আৰু ৰাজবংশী একে গোষ্ঠীৰ লোক। ভাষাগত সামান্য ভিন্নতা সত্বেও, তেওঁলোকৰ মাজত আচাৰ-নীতি একে।

যোড়শ শতিকাৰ দুই দশকত কোঁচ বংশৰ ৰজা বিশ্বসিংহই নেপালৰ ৰজা ৰত্নমল্লৰ জীয়েক ৰত্নকান্তিক বিয়া কৰায়। এইজন প্ৰতাপী ৰজা বিশ্বসিংহ কাঠমাণ্ডুলৈ যাওঁতে পশুপতিনাথ আৰু গুহ্যেশ্বৰী মন্দিৰত দুটা সোণৰ ছাতি উৎসৰ্গা কৰে। বিশ্বসিংহৰ মৃত্যুৰ পিছত ৰত্নকান্তিৰ পুত্ৰ মল্লদেৱ সিংহ কোঁচবিহাৰৰ ৰজা হয়; পিছলৈ তেওঁ নৰনাৰায়ণ নামেৰে খ্যাতিমান হয়।

হিমালয়ৰ নামনিৰপৰা যুগ যুগ ধৰি বৈ অহা মেচী, কোশী, গণ্ডকী, বাগমতী, কৰ্ণালী, মহাকালী আদি খৰস্ৰোতা নদী নেপাল আৰু ভাৰত ভূমিক ৰসাল কৰি পূতসলীলা গংগাত পৰিছে। নেপালৰ মানুহে এই গংগাতে স্নান কৰি, গয়াত পিতৃ শ্ৰাদ্ধ কৰি, সুদূৰ ব্ৰহ্মপুত্ৰৰ কাষৰ পৰশুৰাম কুণ্ডত স্নান কৰি কামাখ্যা দৰ্শন কৰি নিজকে ধন্য মানে।

নেপালত সাত বছৰ ধৰি হোৱা অনাবৃষ্টিৰ ফলত তাৰ অধিবাসীয়ে পাই থকা দুখ-কষ্টখিনি মহানযোগী মৎস্যেন্দ্ৰনাথৰ কৃপা পৰশত উপশম হয়। পৰৱৰ্তী কালছোৱাত তেওঁ কামৰূপৰ কদলী ৰাজ্যত থাকিবলৈ লয়। তেওঁক গুৰু গোৰখনাথে অনেক কাকুতি মিনতি কৰি নেপাললৈ লৈ যায়।

ইংৰাজসকলে উত্তৰ-পূব ভাৰতত ৰাজ্য বিস্তাৰ কৰাৰ আৰম্ভণিতে তেওঁলোকৰ সৈন্য বাহিনীত ভালেমান নেপালী জোৱানক অন্তৰ্ভুক্ত কৰিছিল আৰু তেওঁলোকে বহু সময়ত যুদ্ধত বীৰত্ব আৰু পাৰদৰ্শিতা দেখুউৱাৰ বাবে পুৰস্কৃত হৈছিল।

দ্বিতীয় মহাসমৰৰ সময়ত গোৰ্খা জোৱানসকলে এহাতে ইংৰাজৰ পক্ষ লৈ যুদ্ধ কৰিছিল, আনহাতে জাপানৰ হাতত বন্দী হোৱা সকলে নেতাজী সুভাষ বসুৰ আহ্বানক্ৰমে আজাদ হিন্দ ফৌজত সোমাই ভাৰতৰ মুক্তিৰ হকে আত্ম বলিদানৰ আদৰ্শ দাঙি ধৰিছিল। প্ৰসংগক্ৰমে এই কথা উল্লেখ কৰিব পাৰি যে, আজাদ হিন্দ ফৌজৰ মেজৰ দুৰ্গা মল্লক আৰু কেপ্তেইন দুৰ্গা বাহাদুৰ থাপাক ইংৰাজৰ বিৰুদ্ধে অস্ত্ৰ হাতত লোৱাৰ অপৰাধত সামৰিক আদালতৰ ৰায় অনুসৰি দিল্লীৰ চেন্ট্ৰেল জেলত যথাক্ৰমে ২৫ আগষ্ট ১৯৪৪ চন আৰু ৩ মে ১৯৪৫ চনত ফাঁচি দিয়া হয়।



একেটা অপৰাধত মেজৰ পুৰণ সিং ঠাকুৰক সাত বছৰ সশ্ৰম কাৰাদণ্ড আৰু কৰ্ণেল দিলমান সিং থাপা, কেপ্তেইন(সকল) ৰামসিং ঠাকুৰ, চন্দ্ৰবীৰ গুৰুং, মন বাহাদুৰ ৰায়, আসমান সিং প্ৰধান, ৰূপনাৰায়ণ প্ৰধান, বুদ্ধ সিং গুৰুং, ৰামসিং ৰম্লেত আদি অফিচাৰৰ উপৰিও নিম্নখাপৰ শতাধিক লোকক কামৰপৰা বৰ্খাস্ত কৰা হয়।

ভাৰত স্বাধীন হোৱাৰ পিছতো ১৯৬২ চনত চীনৰ লগত আৰু ১৯৬৫ চনত পাকিস্তানৰ লগত হোৱা যুদ্ধত গোৰ্খা জোৱানে দেশপ্ৰেম আৰু ত্যাগৰ উজ্বল দৃষ্টান্ত দেখুৱাইছে। মেজৰ ধনসিং থাপাই ফৌজী বিভাগৰ সৰ্বোচ্চ সন্মান ‘পৰমবীৰ চক্ৰ’ লাভ কৰিবলৈ সমৰ্থ হৈছে।

ওপৰত উল্লেখ কৰাৰ দৰে জয় কৰা সৰু সৰু ৰাজ্যবোৰক অসমৰ লগত একেটা শাসনৰ অধীনলৈ আনি তাৰ আশে পাশে ভৱিষ্যতে বিদ্ৰোহৰ অগনি যাতে ভমকৈকৈ জ্বলি উঠিব নোৱাৰে তাৰ বাবে গোৰ্খা ৰাইফলছৰ অফিচাৰৰ তলত প্ৰশিক্ষণ দিয়াই ‘অসম ৰাইফলছ্’ নামৰ অৰ্ধ সামৰিক বাহিনী গঠন কৰা হয়। ইয়াৰে একোটা বাহিনী কহিমা, আইজল, কিমিন, সদিয়া, চাৰিদুৱাৰ (লক্ৰা), চিলং, তুৰা, শিলচৰ আদি গুৰুত্বপূৰ্ণ ঠাইবোৰত ৰখা হয়। অসম ৰাইফলছ্‌তো অধিক সংখ্যক গোৰ্খা জোৱানক ভৰ্তি কৰা দেখা যায়। এই বাহিনীৰ চাৰিত্ৰিক মানদণ্ড ওখ খাপৰ আছিল। আমাৰ দেশত হৈ যোৱা বিদেশী আক্ৰমণৰ সংকটপূৰ্ণ মুহূৰ্তত এই বাহিনীয়ে সশস্ত্ৰ সামৰিক বাহিনীৰ পিছত ‘Second Line of Defence’ হিচাপে আত্মত্যাগ আৰু দেশভক্তিৰ পৰিচয় দিছে। প্ৰাকৃতিক দুৰ্যোগৰ সময়ত আৰু আভ্যন্তৰীণ আইন-শৃংখলা ৰক্ষা কৰাতো দেশবাসীক যোগ্য সেৱা আগবঢ়াই আহিছে।

সৈনিক সেৱাৰপৰা অৱসৰ পোৱা জোৱান সকলক পৰিয়ালসহ থকা-মেলাৰ কিছু সুবিধা অসম চৰকাৰে কৰি দিলে। এওঁলোকৰ বহুতো পৰিয়াল গাঁও-ভূঁইত সোমাই পৰে আৰু খেতি-বাতি কৰি গৰু-ছাগলী পুহি নিজে নিজে সংস্থাপিত হ'ল। এওঁলোকৰ আশ্ৰয়ত নেপাল আৰু ইংৰাজ অধিকৃত ঠাইবোৰৰপৰা নতুন মানুহ আহিল; অনেকে গৰু-ম'হৰ ডাঙৰ ডাঙৰ বাথান লৈ থাকিবলৈ ধৰিলে। খেতিৰ বাবে সাৰুৱা অনাবাদ মাটি, গৰু-ম'হৰ কাৰণে ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে বহল চাপৰিবোৰত লহপহকৈ গজা ঘাঁহ, মাছ, কাছ, হাঁহ, হৰিণ, কপৌৰ প্ৰাচুৰ্য, ব্ৰহ্মপুত্ৰত চলা জাহাজ তেওঁলোকৰ বাবে আকৰ্ষণৰ বস্তু আছিল।

তদুপৰি অসমীয়া জাতি সহজ, সৰল, অতিথিপৰায়ণ আৰু নেপালী জাতি হ'ল সাহসী আৰু বিশ্বাসী। ভিতৰুৱা অঞ্চলৰ মানুহে এওঁলোকক ক'লে “আহক, আমাৰ চুবুৰীয়া হৈ বহক। এইখিনি হাবি ভাঙি খেতি কৰক। নদীৰ সিপাৰে সৌ ওখ ঠাইত খুটি বাখক। আমাক বনৰীয়া জন্তুৱে দুখ দিছে; আমি ওচৰা-ওচৰিকৈ থাকো। পথাৰত পানীৰ নলা কাটি আনো, বাট-পথ মুকলি কৰো, স্কুলঘৰ সাজো।” এনে আত্মীয়তাই নেপালীসকলক মোহিত কৰিলে। বহল আলি-পদুলি আৰু যান-বাহনৰ সুবিধা নথকা দিনবোৰত কাঠফলা কলৰ প্ৰচলন হোৱাই নাছিল। অসমৰ দুৰ্গম পাহাৰ আৰু বনাঞ্চলৰপৰা গছ কাটি কাঠ ফালিবলৈ পাৰ্গত নেপালী কৰতিয়ালক ঠিকাদাৰৰ যোগেদি প্ৰতি বছৰে শিলিগুৰি-যোগবাণীৰপৰা অনোৱা হৈছিল। একেদৰে ডিগবৈ তেল কোম্পানী আৰু লিডু, মাৰ্ঘেৰিটাৰ কয়লাখনিবোৰত কাম কৰাবৰ বাবেও চাহ বাগিচাত কাম কৰিবলৈ অনা গিৰমিটিয়া মজদৰৰ নিচিনাকৈ দাৰ্জিলিঙৰ ৰাজাভাত খোৱাৰপৰা আৰু যোগবাণীৰপৰা কাৰ্যক্ষম নেপালী মজদুৰক ঠিকা বন্দৱস্তীত অনাই নিযুক্ত কৰা দেখা গৈছে। এই তিনিওবিধ কামত প্ৰাণৰ সংশয় অত্যধিক আছিল।

পিছলৈ ৰেল-জাহাজ, মটৰ-গাড়ী, কলকাৰখানা আৰু বিজুলীৰ পোহৰত জিক্‌মিকাই থকা

ভাৰতৰ নগৰ-চহৰবোৰৰ আকৰ্ষণ অভাবগ্ৰস্ত নেপালী ডেকা চামৰ কাৰণে যিমান প্ৰবল আছিল সৈনিক প্ৰশিক্ষণ লৈ পেৰেড কৰা, ৰণাঙ্গণত জপিয়াই বিশিষ্ট সেৱা পদক লাভ কৰাৰ হাবিয়াসো তিমানে প্ৰবল আছিল। এই ডেকাসকলৰ বহুতে গুৱাহাটী, তিনিচুকীয়া, চিলং, কলিকতা, দিল্লীত ড্ৰাইভাৰ, চকিদাৰ, দাৰোৱান, মহৰী কামৰ বাদেও ঘৰুৱা কাম-কাজ, দোকান-হোটেল আদিত নিযুক্তি পালে।

ভাৰত নেপাল চুক্তি আৰু দুয়ো দেশৰ মাজৰ মুক্ত সীমান্তয়ো নেপালীৰ এনে প্ৰব্ৰজনক উৎসাহ যোগালে ।

এইদৰে অসমত ঊনৈশ শতিকাৰ মাজভাগৰ পৰা আৰম্ভ হোৱা নেপালী প্ৰব্ৰজনৰ প্ৰক্ৰিয়া ১৯৬০ চনলৈকে কম-বেছি পৰিমাণে অব্যাহত থকা দেখা যায়। ১৯৩০ চনৰপৰা ১৯৫০ চনলৈকে ই আছিল তুঙ্গত। ১৯৬০ চনত নেপালৰ ৰজা মহেন্দ্ৰ বীৰ বিক্ৰম শাহদেৱৰ প্ৰগতিশীল ভূমি সংস্কাৰ আইন প্ৰণয়নৰ ফলত জমিদাৰ আৰু ধনী বৰ্গৰ হাতলৈ যোৱা নিজৰ পূৰ্বৰ মাটি-ভেটি পোৱাৰ আশাত ইয়াৰপৰা কেইবা শ পৰিয়াল নেপাললৈ গুচি যায়। অসমৰ ১৯৫০ চনৰ প্ৰলয়ংকাৰী ভূমিকম্পত সংস্থাপিত হ'ব নোৱাৰা পৰিয়াল আৰু ব্যৱসায়িক গোপচাৰসমূহত হোৱা ক্ৰমবৰ্ধমান বে-দখল আৰু উচ্ছেদত ক্ষতিগ্ৰস্ত পৰিয়ালো নেপাললৈ ঘূৰি যায়। এইসকলৰ ঘৰত সৰুদৈয়া জাপি, অতিথিক তামোল-পাণ আগবঢ়োৱা পাণ বঁটা, গাত মেৰিয়াই লোৱা এড়িচাদৰ আৰু তামোল পাণেৰে জাতিস্কাৰ হৈ থকা বাৰী অদ্যাৱধিও অতি প্ৰিয় বস্তু। দুই চাৰি ঘৰত মহাপুৰুষ শ্ৰীমন্ত শংকৰৰ জীৱনী গ্ৰন্থ আৰু আৰু ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ গল্পৰ কিতাপ দেখিলে আচৰিত হ'বলগীয়া একো নাই ।

অসমত বৰ্তমানে যিখিনি নেপালী লোক বসবাস কৰি আছে তেওঁলোকৰ ভিতৰত অ'ত-ত'ত পাহাৰৰ নামনিত, চহৰ-বজাৰৰ কোনো এটা কোণত জাৰ্চী গাইৰ খুটি লৈ থকা দুই চাৰিশ পৰিয়ালৰ বাহিৰে সকলোখিনি হাড়ে-হিমজুৰে অসমীয়া হৈ পৰিছে। ইমান দিনে অসমত থাকি তেওঁলোকে কোনো ৰাজনৈতিক সমস্যাৰ সৃষ্টি কৰা নাই, অৰ্থনৈতিক শোষণ কৰা নাই, অসমীয়া ভাষা-সংস্কৃতিৰ বিৰুদ্ধে যোৱা নাই, জাতিবিদ্বেষ নাইবা ধাৰ্মিক সাম্প্ৰদায়িক গোড়ামীক সমৰ্থন দিয়া নাই। সমন্বয়ত বিশ্বাসী, সংহতিৰ পৰিবৰ্ধনত সহযোগী এই জাতিটোৱে অসমৰ বিভিন্ন জাতি-মহাজাতিৰ স্বাৰ্থৰ লগত নিজকে ৰজিতা খুৱাই নিজস্ব পৰিচয়ৰ সৈতে চিৰকাল কাম কৰি যাবলৈ সংকল্পবদ্ধ ।

o o o

অতীজতে যিসকল নেপালী ভাৰত তথা অসমলৈ আহিছিল তেওঁলোকৰ বৰ্তমান অৱস্থিতি সম্পৰ্কে প্ৰকৃত তথ্যাদি পাবলৈ টান। কিয়নো ইতিহাসে কাকো ভাগ কৰি দেখুওৱা নাই। মূল সুঁতিৰ লগত সকলো অভিন্ন হ'ল। মধ্যকালীন সময় ছোৱাৰ কিছু বিৱৰণ পালেও সেইসকলে সুকীয়া অস্তিত্ব হেৰুৱাই পেলাইছে। এই সম্পৰ্কত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি তীৰ্থনাথ শৰ্মাদেৱে এঠাইত এনেদৰে লিখিছেঃ "অসমলৈ নেপালী সকল যে আজিকালিহে আহিছে সেইষাৰ নহয়। বহুকাল আগৰেপৰা নেপালৰপৰা আমাৰ ইয়ালৈ মানুহ আহি আছে। --- পাছৰ কালতো অৰ্থাৎ শ্ৰীশংকৰদেৱৰ বা তাৰ অলপ পাছতো নেপালী লোক অসমত আছিল। অসমৰ নগাঁও জিলাত আৰু শিৱসাগৰ জিলাৰ টিয়কত নেপালী সত্ৰ নামৰ দুখন সত্ৰ আছে। দুয়োখন সত্ৰৰ গুৰি একেটাই। সত্ৰৰ প্ৰথম প্ৰৱৰ্তক বা আজ্ঞাপ্ৰাপ্ত পুৰুষজনৰ নাম আছিল ৰতিকান্ত। তেওঁ এজন নেপালী উপাধ্যায় ব্ৰাহ্মণ আছিল। সেই কাৰণে সত্ৰখনৰ নাম লোকৰ মুখত পৰি নেপালী সত্ৰ হ'ল। আজিকালি নেপালী সত্ৰৰ গোসাঁই বংশৰ বহুতেই হয়তো এই কথা নাজানে। তেওঁলোকৰ পূৰ্বপুৰুষ কোনোবা কালতে নেপালী গুচি অসমীয়া হ'ল। একে লেঠাৰিকৈ তিনিটা কাৰ্যকাল অসম সাহিত্য সভাৰ সম্পাদকৰ ভাৰ চলাওঁতা আৰু উপ সভাপতি ৰূপেও অলপ কাল কাৰ্য কৰোতা অধ্যাপক শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী এই বংশৰে লোক। এনেদৰে এই লিখকে জনাতে বহুত লোক আছে যিসকলৰ পূৰ্বপুৰুষ কোনোবা কালতে নেপালী আছিল। সেইবিলাক এতিয়া হাড়ে-হিমজুৰে অসমীয়া, নেপালী ভাষা কোনো কালতে পাহৰিলে। এইদৰে মিলি যাবপৰা গুণ নেপালীসকলৰ আছে আৰু অসমীয়াৰো সেইদৰে সামৰি ল'বপৰা গুণ আৰু সামৰ্থ্য আছে।"

পণ্ডিতপ্ৰবৰ শৰ্মাদেৱে লিখা কথা আখৰে আখৰে সত্য। নেপালী লোক য'লৈকে গৈছে তাৰ অধিবাসীৰ লগত মিলিজুলি কাম কৰাৰ মানসিকতা গঢ়ি তুলিছে। তেওঁলোক বৰ্মা, মণিপুৰ, নগালেণ্ড, অৰুণাচল, মেঘালয়তো সেই সেই ঠাইৰ অধিবাসীৰ লগত যিমান পাৰে অভিন্ন হৈ কাম কৰি আহিছে। অসমলৈ অহা মানুহখিনিয়েও ইয়াৰ থলুৱা লোকৰ লগত মিলিবলৈ ধাৰ্মিক, অৰ্থনৈতিক, সাংস্কৃতিক যিকোনো দিশৰপৰাই নহওক কিয়, এটা সুন্দৰ অনুকূল পৰিবেশ পালে। ইয়াত থলুৱা লোকৰ লগত ওচৰ-চুবুৰীয়া হৈ সম্পদে-বিপদে এক হৈ থাকিবলৈ তেওঁলোকে পালে আত্মীয়তা আৰু উদাৰতা। তাতে সংহতিৰ বীজকণ সুপ্ত অৱস্থাত নিহিত হৈ থকাৰ উমান পাব পাৰি ।

অসমলৈ অহা নেপালীসকলে নিজৰ পিতৃ ভিঠাৰ কথা পাহৰিলে। অসমকে নিজৰ কৰ্মভূমি, জন্মভূমি আৰু ৰম্যভূমি বুলি সাৱটি ল'লে। ইয়াৰ থলুৱা লোকৰ লগ লাগি অসমীয়া মাধ্যমৰ স্কুল খুলি নিজৰ ল'ৰা-ছোৱালীক শিক্ষা দিব ধৰিলে। এনেকৈ নিজৰ প্ৰচেষ্টাত অনেক প্ৰাইমাৰী স্কুলৰ লগতে ভীম বাহাদুৰ বিদ্যাপীঠ (এম ভি স্কুল), বুঢ়া চাপৰি এম, ই, স্কুল, বিহালী উচ্চতৰ মাধ্যমিক স্কুল, প্ৰজাপতি বিজাল উচ্চতৰ মাধ্যমিক স্কুল, গমিৰি, শিঙৰী, নিকাচী, চুলং, লেখাপানী, পূৰ্বাঞ্চল হাইস্কুল আদি ডেৰকুৰিতকৈও অধিক হাইস্কুল স্থাপন কৰিছে। ভাষা আৰু সংস্কৃতিৰ দৰে আবেগিক অনুভূতিৰ লগত জড়িত প্ৰশ্নবোৰৰ মীমাংসা নিজে কৰি আহিছে।



ৰাষ্ট্ৰীয় মূল সুঁতিৰ লগত একাকাৰ হৈ সমগ্ৰ দেশখনৰ হকে কাম কৰিবলৈ স্বাধীনতা সংগ্ৰামী, একতাৰ প্ৰতীক ৺ছবিলাল উপাধ্যায়ে নেপালীসকলক যোগ্য নেতৃত্ব দিয়ে। তেওঁ দেশভক্ত নিষ্ঠাৱান পুৰুষ আছিল। কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাদেৱৰ উদগণি পাই তেওঁ তিলক স্বৰাজ ফাণ্ড সংগ্ৰহ আৰু জাতীয় স্কুল প্ৰতিষ্ঠাৰ কামত নামি কংগ্ৰেছ সংগঠন শক্তিশালী কৰাত অৰিহণা যোগালে। যোৰহাটত বহা 'আসাম এছোচিয়েছন'ৰ সাধাৰণ সভাত তেওঁৰ সভাপতিত্বত উক্ত এছোছিয়েছনক অসম প্ৰদেশ কংগ্ৰেছ কমিটিলৈ ৰূপান্তৰিত কৰা হয়। ১৯২১ চনত মহাত্মা গান্ধীয়ে তেজপুৰত প্ৰথম পদাৰ্পণ কৰোতে অসহযোগ আন্দোলনত তেওঁ সক্ৰিয় হৈ যোগ দিলে। পুলিচ চুপাৰিন্টেণ্ডেন্টে অনেক প্ৰলোভন দেখুৱাই তেওঁক আন্দোলনৰপৰা বিতৰত কৰিবলৈ চেষ্টা কৰাত ছবিলাল উপাধ্যায়ে এইদৰে কয়ঃ "মোৰ জন্ম হ'ল অসমত আৰু মৰিমো অসমতে। নেপাল স্বাধীন ৰাজ্য হ'ব পাৰে কিন্তু মই নেপাল দেখা নাই। মই য'ত জন্মিছোঁ, সেয়াই মোৰ জন্মভূমি। মোৰ পূৰ্বপুৰুষ কোনো একালত নেপালত থকা হেতু সেইখন মোৰ পিতৃভূমি হ'ব পাৰে। কিন্তু সেই দেশৰ লগত মোৰ বৰ্তমান কোনো সম্পৰ্ক নাই ; গতিকে মোৰ জন্মভূমিৰ কথাহে মই জানো। এই দেশৰ আন্দোলন মোৰো আন্দোলন, মই কংগ্ৰেছ এৰিব নোৱাৰো। এনে কাম কৰোতে দেশবাসীয়ে যি পৰিণাম ভুগিব মই তাকে ভুগিবলৈ সাজু আছোঁ। অৱশেষত তেওঁৰ বন্দুক-পিষ্টল জব্দ কৰি ৬ মাহ সশ্ৰম কাৰাদণ্ড বিহা হয়। ভায়েক হৰিপ্ৰসাদ উপাধ্যায়েও অসহযোগ আন্দোলনত যোগ দিয়াৰ বাবে তিনিমাহ

সশ্ৰম কাৰাদণ্ড ভোগ কৰে।

কানিংহাম চাৰ্কুলাৰৰপৰা আৰম্ভ কৰি মুক্তি নাইবা মৃত্যু আন্দোলনলৈকে সক্ৰিয় ভূমিকা লোৱা বাবে ৺দলবীৰ সিং লোহাৰে কেইবাবাৰো কাৰাবৰণ কৰে। তেওঁৰ লক্ষীমপুৰ জিলাৰপৰা বহিস্কৃত হৈ গোৱালপাৰাত কংগ্ৰেছ সেৱাদল গঠন কৰাত একাণপতীয়াকৈ লগাৰ বাবে আকৌ জেললৈ যাবলগীয়া হৈছিল। তেওঁ অসম চাহ মজদুৰ সংঘৰ কেইবাবাৰো সভাপতিৰ পদত থাকি মজদুৰ কল্যাণৰ হকে বলিষ্ঠ নেতৃত্ব দিছিল। ডিগবৈ তেল কোম্পানীৰ হৰতালৰ গুৰি ধৰোঁতা আন গৰাকী কৰ্মী আৰু মুক্তি যোদ্ধা ভক্ত বাহাদুৰ প্ৰধানে ডিব্ৰুগড় আৰু গুৱাহাটী জেলত ১১ মাহ থাকিবলগীয়া হয়। তেওঁক অসমৰপৰা বহিষ্কাৰ কৰা বাবে সাধুৰ বেশত আত্মগোপন কৰি আন্দোলনত সহযোগ কৰে। ১৯৪২ চনত কটন কলেজৰ ছাত্ৰ হৈ থকা অৱস্থাত স্বাধীনতা আন্দোলনত যোগ দিয়া বাবে তেজপুৰৰ দণ্ডাধীশে দোষী পায়ো এই অভাজনক শিক্ষাত পিছপৰা সম্প্ৰদায়ৰ ছাত্ৰ বুলি 'বণ্ড' চহী কৰি খালাচ হ'বলৈ সুযোগ দিয়ে; 'বণ্ড' চহী নকৰাত ৬ মাহ সশ্ৰম কাৰাবাসৰ হুকুম হয়। বিহালীৰ মুক্তি যোদ্ধা কুমুদ চন্দ্ৰ শৰ্মা (খৰেল)ৰ চাবোন তৈয়াৰী কাৰখানাৰ সকলো বস্তু বাজেয়াপ্ত হয়; পিছলৈ তেওঁক ৰাজনৈতিক পেঞ্চন আৰু তাম্ৰপত্ৰ দিয়া হয়। বিয়াল্লিছৰ আন্দোলনত চতিয়াৰ পদ্মপ্ৰসাদ ঢুঙ্গেল, বলভদ্ৰ ছেত্ৰী, নৰপতি উপাধ্যায়, জয়নাৰায়ণ নেপাল আদি স্বাধীনতা সেনানীয়েও কাৰাবৰণ কৰে। এইদৰে স্থানীয় কাৰ্যসূচীত বিভিন্ন ঠাইত নেপালীসকলে সংগ্ৰামী ভূমিকা লৈ হাজোত, জৰিমণা আৰু শাৰীৰিক যাতনা ভোগ কৰি দেশভক্তি আৰু ত্যাগৰ পৰিচয় দিয়ে।

দেশ স্বাধীন হোৱাৰ আগমুহূৰ্তত অসমক পাকিস্তানৰ কবলৰ গ্ৰাসত সুমুৱাবলৈ প্ৰতিক্ৰিয়াশীল মুছলিম লীগে লোৱা কু-অভিসন্ধিক ব্যৰ্থ কৰিবলৈ তেজপুৰত অনুষ্ঠিত অখিল ভাৰতীয় গোৰ্খা লীগৰ মুকলি সভাত অসমক গ্ৰুপিঙৰপৰা ৰক্ষা কৰি ভাৰতৰ অখণ্ডতা বজাই ৰাখিবলৈ প্ৰয়োজন হ'লে ত্ৰিছ লাখ গোৰ্খা খুকুৰী ব্যৱহাৰ কৰা হ'ব বুলি প্ৰত্যাহবান জনোৱাৰ কথা সৰ্বজন বিদিত।

১৯৪১ চনৰ লোক পিয়লৰ সময়ত অসম শিক্ষা সমিতিৰ হৈ চেক্ৰেটেৰী অম্বিকাগিৰী ৰায় চৌধুৰীদেৱে অসমীয়াভাষী লোকৰ সংখ্যা বৃদ্ধি হোৱাটো প্ৰতিপন্ন কৰাবৰ মানসেৰে জনোৱা গোহাৰি আছিল এইধৰণৰঃ "বনুৱা আৰু নেপালী ভাইসকল! তোমালোকে সদায় দেখি আছা অসমীয়াই কোনো বিষয়তে তোমালোকৰ লগত বিৰোধ কৰা নাই; বৰং নিজৰ বুলি বুকুত সাৱতি লৈছে। এই চেষ্টাচত ইনিউমাৰেটৰসকলৰ দ্বাৰা ভাষা, ধৰ্ম আৰু জাতি বিষয়ত প্ৰশ্ন কৰোতে তোমালোকে নিজক অসমীয়া ভাষা-ভাষী, অসমীয়া ধৰ্মী আৰু অসমীয়া জাতি বুলি লিখাই অসমীয়াৰ বিৰাট জাতীয় স্বাৰ্থৰ লগত মিলি গৈ অসমত অসমীয়াৰ দৰে সকলো প্ৰকাৰৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু জাতীয় অধিকাৰ ভোগ কৰা; এয়ে তোমালোকৰ ওচৰত অসমীয়া জাতিৰ অনুৰোধ।" ১৯৪১ আৰু ১৯৫১ চনত হোৱা জন গণনাত ব্ৰহ্মপুত্ৰ উপত্যকাৰ নেপালীসকলে তাকে আখৰে আখৰে পালন কৰিলে। অধিকাৰ আৰু কৰ্তব্য একেটা মুদ্ৰাৰ দুটা ফাল বুলি ভালদৰে বুজি লৈ প্ৰথমে কৰ্তব্য পালন পিছত অধিকাৰ লাভৰ বাবে তেওঁলোকে মনোনিবেশ কৰিছে বুলি ক'লে বোধ হয় বঢ়াই কোৱা নহ'ব।

ৰাজ্যভাষা আন্দোলন, মাধ্যম আন্দোলন, তেল শোধনাগাৰ স্থাপন, চীনা আক্ৰমণ প্ৰতিৰোধৰ দৰে গুৰুত্বপূৰ্ণ আৰু সংকটজনক পৰিস্থিতিত নেপালীসকলে অসমীয়া ৰাইজৰ লগত সংগ্ৰামত অৱতীৰ্ণ হোৱা কথা বহলাবৰ প্ৰয়োজন বোধ কৰা নাই।

নেপালী খুটিৰ দৈ গাখীৰ, নিপোটল কাৰ্যক্ষম হালৰ দমৰা আৰু অসমীয়া ঘৰৰ তিলপিঠা,



ফুলাম গামোছা, এড়ি চাদৰ পৰম্পৰৰ প্ৰয়োজনত অহা বিনিয়োগ-যোগ্য বস্তুৱেই নহয়, এইবোৰ দুয়োৰে মাজত সম্প্ৰীতি আৰু ভাতৃত্বৰ নিদৰ্শনো। বিয়া-সবাহ, সন্মিলন আদিত একগোট হৈ কাম কৰা আৰু ককা, খুড়া, ভনটী, বৌৰ সম্বোধনেৰে মাতবোল কৰা বাহ্যিক আচৰণ নহৈ আন্তৰিক আবেদন বুলি ক'ব পাৰি।

মহাপুৰুষ শ্ৰীশংকৰদেৱৰ ৬ বছৰৰো অধিক কাল পদৰেণু পাই ধন্য হোৱা 'গাংমৌ' নামৰ থান খন বিহালী আৰু তেজপুৰীয়া ৰাইজৰে মাত্ৰ নহৈ ই সমগ্ৰ অসমৰো ধৰ্ম, সংস্কৃতি আৰু সংহতিৰো পবিত্ৰ মিলন ক্ষেত্ৰ। থানখনৰ প্ৰতি নেপালী ৰাইজৰ গভীৰ আস্থা আৰু সহযোগিতাৰ কথা বহুতে জানে। বঘুবীৰ ছেত্ৰী নামৰ এজন খুটিৱালাই কোনোবা এসময়ত এই থানখনৰ চালৰ খেৰ গুচাই টিনপাত দিছিল। সত্ৰৰ প্ৰধান কৰ্তাজনৰ বাদেও এতিয়া এই থানত এজন নেপালী ব্ৰাহ্মণে নিত্য পূজা-সেৱা আগবঢ়াই আছে। থানৰ সকাম-নিকামত দানবৰঙণিৰে আৰু পৰিচালনাত সদস্য আৰু বিষয়বৰীয়াৰ পদত থাকি স্থানীয় নেপালীসকলে গুৰুজনাৰ আদৰ্শ মহীয়ান কৰি ৰাখিবলৈ যৎপৰোনাস্তি চেষ্টা চলাই আহিছে।

শংকৰ জন্মোৎসৱ, ৰাসলীলা, বিহুমেলা, সাংস্কৃতিক সন্ধিয়া, সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনৰ দৰে উৎসৱবোৰত নেপালী শিল্পীয়ে অসমীয়া আৰু নেপালী নৃত্য-গীত পৰিবেশন কৰে। এই দিশত সৰ্বশ্ৰী অঞ্জু দেৱী, বিপুল বাহাদুৰ, চন্দ্ৰকলা নেৱাৰ, আৰতি প্ৰধান, গীতাঞ্জলী ছেত্ৰীৰ যোগদান উল্লেখযোগ্য। বৰগীতত নেপালী গায়িকাই পাৰদৰ্শিতা দেখুওৱা আৰু নাচনীয়ে বিহু কুঁৱৰীৰ সন্মান লাভ কৰাৰ দৃষ্টান্ত নোহোৱা নহয়।

বাঁহী যুগৰেপৰা শ্ৰীহৰিপ্ৰসাদ গোৰ্খাই আৰু ধন বাহাদুৰ সোনাৰে লিখা গল্প-কবিতা আৰু ভ্ৰমণ কাহিনীয়ে অসমীয়া সাহিত্যত বিশিষ্ট স্থান অধিকাৰ কৰিছে। কবি হৰিভক্ত কটোৱাল, অবিনাশ শ্ৰেষ্ঠ, মনবাহাদুৰ ছেত্ৰী, হৰি গজুৰেল, অগ্নি বাহাদুৰ ছেত্ৰী, পদ্ম ঢকাল, তাৰাপতি উপাধ্যায়, গীতা উপাধ্যায়, ইন্দ্ৰকান্ত কাৰ্কি, সদা দাহাল, লক্ষ্মী পৰাজুলি, দুৰ্বাসা উপাধ্যায় আদি লিখকেও অসমীয়া ভাষা জননীৰ সেৱা কৰি আহিছে। অসম চৰকাৰে ৰায় ডাঙৰীয়াক মাহিলী ৬০০·০০ টকীয়া সাহিত্যিক পেঞ্চন মঞ্জুৰ কৰিছে।

অসমীয়া শিল্পী-সাহিত্যিকসকলে আৰু ৰাইজেও সহজভাৱে ভানুজয়ন্তীত যোগদান কৰি আহিছে। নেপালী সমাজৰ গুণী জ্ঞানী শিল্পী সাহিত্যিক, দেশ প্ৰেমিকসকলক ৰাজহুৱাভাৱে আদৰণি জনাইছে। সদৌ তেজপুৰীয়া ৰাইজে দেশভক্ত ছবিলাল উপাধ্যায়দেৱক ৩০-৯-৭২ তাৰিখে ত্যাগবীৰ হেম বৰুৱা ভৱনত ভব্য ৰাগত সম্বৰ্ধনা জনাই মহানতাৰ পৰিচয় দিছে। এই উপলক্ষে অসমৰ ভোটা তৰা মহিলা কবি পদ্মশ্ৰী নলিনীবালা দেৱীয়ে 'এপাহি ভক্তি পুষ্প' এইদৰে আগবঢ়াইছেঃ "হে মুক্তি বীৰ, সুদূৰ নেপালৰ সপোন পাহৰি আহি মনোৰমা শুৱনী অসমী আইৰ বুকুৰ সপোন সাৱটি লৈ এইখনি ওপজা ঠাইৰ কল্যাণ কামনাৰ সেৱাত জীৱন উছৰ্গা দিয়া বীৰ পুৰুষ, বিদেশী শাসনৰ পৰাধীনতাৰ শিকলি ছিঙিবলৈ প্ৰথম মুক্তি যুঁজাৰু, বীৰ সৈনিক, অসমী আইৰ বিপদে-আপদে 'আই আই বুলি' পবিত্ৰ ত্যাগ-আদৰ্শৰ সোণ গানী চটিয়াই জাতিৰ সন্মুখত গোহৰ বিলাওতা অসমী আইৰ আদৰৰ দুলাল-- আপোনাৰ পবিত্ৰ সেৱাৰ তুলনা নাই। প্ৰতিজন অসমীয়াৰ হিয়াই হিয়াই আপোনালৈ শ্ৰদ্ধাৰ আসন গতা আছে।" মুক্তি সংগ্ৰামী প্ৰথিতযশা বাগ্মীবৰ নীলমণি ফুকনদেৱৰ বক্তব্যঃ "বহিৰাগত নেপালী সম্প্ৰদায়ৰ মাজতো আজি দেশপূজ্য দেশ বৰেণ্য ছবিলাল উপাধ্যায়ৰ পৰিয়ালৰ মাধ্যমেৰে অসমীয়া জাতিৰ সকলো প্ৰকাৰে গৌৰৱ বঢ়াব পৰা এই সম্প্ৰদায়টি অসমীয়া জাতিৰ বুকুত সুমুৱাই ল'বপৰা কৰিলে। আজি এই সম্প্ৰদায়ৰ পৰাই বৰ্তমান বিহালী আঞ্চলিক পঞ্চায়তৰ সভাপতি

প্ৰাক্তন এম্, এল, এ সৰবৰহী বিষ্ণুলাল উপাধ্যায় সমন্বিতে অলেখ নাম জ্বলা লোকে দেশৰ গৌৰৱ বঢ়াইছে। আমি আজন্ম এই সম্প্ৰদায়ৰ উন্নতি পথত আগবাঢ়ি যাওঁতে ক্ৰমে অসমীয়া জাতিটোৰ সঙ্গ কিদৰে পুষ্ট কৰি আহিছে, সেই কথা সূক্ষ্ম ভাবে অনুভৱ কৰি আহিছোঁ।"

অসমীয়া ৰাইজৰ লগত চা-চিনাকি হ'বৰ বাবে সৌহাৰ্দ্যমূলক উদ্দেশ্য লৈ অসমলৈ অহা ভাৰতৰ স্বাধীনতা সংগ্ৰামী আৰু নেপালৰ প্ৰথম নিৰ্বাচিত প্ৰধান মন্ত্ৰী শ্ৰীমাতৃকা প্ৰসাদ কৈৰালা-দেৱক ১৪-১-৬৮ তাৰিখে তেজপুৰৰ হেমবৰুৱা হলত জনোৱা সম্বৰ্ধনাৰ উত্তৰত নেতা গৰাকীয়ে কয়ঃ "বাহিৰৰপৰা আহি অসমত বাস কৰা লোকসকলে অসমৰ সৈতে বিলীন হৈ কাম কৰা উচিত।" প্ৰকাশ থাকে যে, কৈৰালা ডাঙৰীয়া ১৯২৬ চনত পাণ্ডু কংগ্ৰেছত যোগ দিবলৈ পাটনাৰ প্ৰতি-নিধি ৰূপে নিজৰ পিতাকৰ লগত আহিছিল।

এইদৰে তেজপুৰ জিলা সাহিত্য সভাই দিল্লীস্থ নেপালৰ ৰাজদূত শ্ৰীদেৱানন্দ ঝা আৰু ডিগবৈৰ কবি হৰিভক্ত কটোৱালকো সাহিত্য সভা ভৱনত সন্মান জনায়।

অসম সাহিত্য সভাই ধুবুৰী অধিবেশনত সাহিত্যিক শ্ৰীহৰিপ্ৰসাদ গোৰ্খা ৰাইক সম্বৰ্ধনা জনায়; ডুমডুমা অধিবেশনত এই নিঃকিনকো স্মৃতিতৰ্পণ কাৰ্যসূচী সম্পাদন কৰিবলৈ সুযোগ দিয়ে। অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ প্ৰাক্তন সদস্য শ্ৰীমন বাহাদুৰ ছেত্ৰীয়ে লিখা 'অসমৰ নেপালী সমাজ আৰু সাংস্কৃতিক ৰূপ ৰেখা' আৰু অধ্যা-পিকা শ্ৰীগীতা উপাধ্যায়ে অসমীয়াত ভাঙনি কৰা 'ভানুভক্ত ৰামায়ণ' ছপা কৰি সভাই নেপালীসকলৰ সাংস্কৃতিক পৰিচয় আৰু ধৰ্মীয় বিশ্বাসৰ প্ৰতি সৌজন্য প্ৰকাশ কৰিছে।

সাহিত্য অকাডেমীৰ পুৰস্কাৰ বিজেতাদ্বয় অধ্যাপক লীল বাহাদুৰ ছেত্ৰীৰ 'ব্ৰহ্মপুত্ৰকা ছেউছাউ' (ব্ৰহ্মপুত্ৰৰ আশেপাশে) নামৰ উপন্যাস আৰু কবিবৰ °পুষ্পলাল উপাধ্যায়ৰ 'উষা মঞ্জৰী' নামৰ কবিতা সংগ্ৰহে অসমৰ সনাম অৰ্জন কৰিছে। অসমৰ সৌন্দৰ্য মহিমা মহৎ লোকৰ জীৱনাদৰ্শৰ উপৰিও ব্ৰহ্মপুত্ৰৰ দুয়োপাৰে নেপালী লোকৰ জীৱন-চৰ্যা আৰু ভাৰতৰ গৌৰৱ গাঁথা কিতাপ দুখনে অতি সুন্দৰভাবে বিকশাই তুলিছে। অসম সাহিত্য সভাৰ সভাপতি শ্ৰীমহিম বৰাদেৱে দুয়োখন পুথিৰ অসমীয়া ভাঙনি বিচাৰি সমন্বয়ৰ ধাৰা অক্ষুণ্ণ ৰখাৰ উজ্বল দৃষ্টান্ত দাঙি ধৰিছে।

অসমৰ বিভিন্ন জনগোষ্ঠীৰ মাজত ঐক্য, সংহতি আৰু সম্প্ৰীতি সুৰক্ষাৰ ক্ষেত্ৰত অসম সাহিত্য সভাৰ সভাপতি শ্ৰীমহিম বৰাদেৱৰ দুষাৰ কথা অসমৰ সংহতি কামনা কৰা লোক সকলক সোঁৱৰাই দিব খোজো ঃ

বৈচিত্ৰৰ মাজত ঐক্যৰ সৃষ্টি কৰাই হৈছে আমাৰ চিৰকালৰ জাতীয় সাধনা। অৰ্থাৎ ঐক্য সৃষ্টি কৰা মানে বৈচিত্ৰ ধ্বংস কৰা নহয়, বৈচিত্ৰৰ সংৰক্ষণ কৰাহে। বৈচিত্ৰৰ ওপৰত গুৰুত্ব বাঢ়িলেহে ঐক্যৰ এনাজৰীডাল সুদৃঢ় হ'ব।" আকৌ অসমৰ জাতীয় উৎসৱ-আনন্দৰ পৰা জাতীয় দুৰ্যোগলৈকে সমানে যিসকলে মুকলি অন্তৰেৰে ভাগ ল'ব পাৰিছে সেইসকলেই অসম মাতৃৰ সন্তান, সেই সকলেই অসমীয়া।" এনে স্পষ্ট উক্তিক আদৰণি জনায়ো অসমীয়া হ'বলৈ নেপালীসকলৰ বাবে আৰু কিখিনি কৰণীয় থাকিব পাৰে তাকে বুজিবলৈ তেওঁলোক যত্নপৰা হোৱা দেখা যায়।

বৃহৎ অসমীয়া জাতিৰ লগত নেপালীসকলৰ 'ইনটিগ্ৰেছনৰ সীমা অতিক্ৰম কৰি যদি স্বাভাৱিক গতিত 'এছিমিলেছনো হয়, হওক; কিন্তু খৰ খেদা কৈ নহয়। ইয়াৰ বাবে লাগে উভয়ৰে উদাৰ মনোবৃত্তি, ভাতৃসুলভ ব্যৱহাৰ আৰু অনুকূল পৰিবেশ।

অসমত সমন্বয়ত বিশ্বাসী এচাম চিন্তাশীল উন্নতমনা মনস্বীৰ অভাৱ হোৱা নাই। সেইসকলে উত্তাল তৰঙ্গৰ মাজতো জাতীয় ঐক্য আৰু সংহতিৰ গুৰি বঠা ধৰি জাতীয় নাওখন যে হেলাৰঙে লক্ষ্য-স্থানত উপনীত কৰাব পাৰিব, এই কথাত অকণো সন্দেহ নাই। ইয়াৰ থলুৱা নেপালীসকলো পাত বঠা মাৰিবলৈ কৃতসংকল্প, কিয়নো অসমৰ জয়েই তেওঁলোকৰো জয়। ০০০

# পুৰণি দৰং আৰু ইয়াৰ দুৱাৰবোৰ

সদানন্দ চলিহা

অসমত জিলাবোৰ সৰ্বপ্ৰথম গঠিত হয় ১৮৩৫ খ্ৰীষ্টাব্দত। সেই বছৰ যি চাৰিখন জিলা গঠিত হ'ল, সেই চাৰিখন হ'ল, গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাঁও। দৰং জিলাত সেই কালত পাঁচটা খণ্ড (বিভাগ বা সংমণ্ডল) আছিল। সেই কেইটা হ'ল (১) দেশ দৰং, (২) দেশ চুতীয়া, (৩) দুৱাৰ সাতগিৰী, (৪) চাৰিদুৱাৰ আৰু (৫) নদুৱাৰ। পিছত ভোটসকলৰ লগত এটা বুজাপৰালৈ আহি তিনিখন দুৱাৰ দৰং জিলাত অন্তৰ্ভুক্ত কৰা হয়। এই দুৱাৰ তিনিখন হ'ল, বুঢ়ীগোমা, কৰিয়া-পাৰা আৰু খিলিং। এই তিনিখন দুৱাৰ মণ্ডলদৈ মহকুমাত। গতিকে দৰং জিলাত 'দেশ' হ'ল দুখন আৰু 'দুৱাৰ' ছখন। এইখিনিতে কৈ থোৱা উচিত হ'ব যে ছয়দুৱাৰ অঞ্চলটো সেই কালত দৰং জিলাৰ বাহিৰত। এই অঞ্চল আছিল পুৰন্দৰ সিংহৰ ৰাজ্যৰ ভিতৰত।

## দেশ দৰং

এই 'দেশ' আৰু 'দুৱাৰ'বোৰ কি ? দেশ হ'ল পুৰণি কালৰ কৰতলীয়া ৰজাসকলৰ ৰাজ্য। এই কৰতলীয়া ৰজাসকলে একালত অসমৰ স্বৰ্গদেউ সকলক সাৰ্বভৌম শক্তি ৰূপে মানি লৈছিল। তেওঁলোকক নিজ নিজ ৰাজ্য আগৰ দৰেই ভোগ কৰি থাকিবলৈ দিয়া হৈছিল। তেওঁলোকে মাথোন যুদ্ধৰ সময়ত অসমৰ ৰজাক এক নিৰ্দিষ্ট সংখ্যক পাইক যোগান ধৰিব লাগিব আৰু তেও লোকৰ বৈদেশিক নীতি সাৰ্বভৌম শক্তিক নিয়ন্ত্ৰিত কৰিবলৈ দিব লাগিব। গোটেই অসমখনতে এনে ধৰণৰ অপাৰ ৰাজ্য আছিল। এইবোৰকে সেই কালৰ অভিধা অনুসৰি 'দেশ' বোলা হৈছিল।

কামৰূপৰ ৰজা পৰীক্ষিতনাৰায়ণক পৰাস্ত কৰি মোগল সেনাপতি মুকৰম্‌খাঁই সেই দেশ মোগল সাম্ৰাজ্যৰ ভিতৰুৱা কৰিলে। পৰীক্ষিত-নাৰায়ণৰ বহুতো ভায়েকৰ ভিতৰত এজন পলাই গড়গাঁও পালেগৈ। তেওঁ হ'ল বলিনাৰায়ণ। বলি-নাৰায়ণে স্বৰ্গদেউ প্ৰতাপসিংহৰ ওচৰত সামৰিক সাহায্য প্ৰাৰ্থনা কৰিলে। মোগল সাম্ৰাজ্য আহোম সকলৰ ৰাজ্যৰ সীমালৈকে বিস্তৃত হোৱাত স্বৰ্গ-দেৱে এনেয়ে ভাল পোৱা নাছিল। তাতে আকৌ মোগলৰ কিছুমান মানুহে বোলে আহোম ৰাজ্যৰ হাবিৰপৰা কাঠ কাটি নিলে। সেই বাবে প্ৰতাপ সিংহই এনেয়ো মোগলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰাৰ কথা চিন্তা কৰি আছিল। এতিয়া বলিনাৰায়ণক পাই তেওঁ ভালেই পালে। সেই কালত দৰঙৰ একাংশ দক্ষিণ পাৰতো আছিল। এই খণ্ডতে স্বৰ্গদেউ প্ৰতাপ সিংহই বলিনাৰায়ণক ধৰ্মনাৰায়ণ নাম দি দৰঙৰ ৰজা পাতিলে। তেওঁ মুকৰমখাঁলৈ বাৰ্তা পঠালে এইবুলি যে তেওঁৰ আশ্ৰিত ৰজা ধৰ্মনাৰায়ণৰ ৰাজ্য মোগলে কাঢ়ি লৈছে; এই ৰাজ্যৰ প্ৰকৃত উত্তৰাধিকাৰী ধৰ্মনাৰায়ণক কিয়

ঘূৰাই দিয়া নহ'ব, তাৰ কাৰণ দৰ্শাব লাগে। মোগল-অসম যুদ্ধৰ (১৬১৬-৩৭) এয়ে সূত্ৰপাত। পিছত দুয়োপক্ষৰ সন্ধি হ'ল। কামৰূপ দেশখন স্বৰ্গদেউ প্ৰতাপসিংহই উদ্ধাৰ কৰিব নোৱাৰিলে; কিন্তু দৰং (পশ্চিমে বৰনদীৰপৰা পূবে ধনশিৰীলৈ বিস্তৃত খণ্ডটো) তেওঁৰ হাতত থাকি গ'ল। ধৰ্মনাৰায়ণে যুদ্ধত প্ৰাণ এৰিলে যদিও তেওঁৰ উত্তৰাধিকাৰীসকলে এই ৰাজ্য ভোগ কৰিবলৈ পালে। এই ৰাজ্যই হ'ল দেশ দৰং।

## দেশ চুতীয়া

'দেশ চুতীয়া'ৰ ইতিবৃত্ত উলিয়াব লাগিলে ষোড়শ শতিকাৰ আগভাগলৈ যাব লাগিব। ১৫১৩ খ্ৰীষ্টাব্দৰপৰা আহোম আৰু চুতীয়া ৰজাসকলৰ মাজত নানান বিবাদ চলি আহিছিল। দুয়োৰে মাজত মাজে সময়ে সংঘৰ্ষও হৈছিল। ১৫২৩ খ্ৰীষ্টাব্দত এই বিবাদ গৈ যুদ্ধত পৰিণত হ'ল। আহোম ৰজা চুহুংমুঙে নিজেই তেওঁৰ সশস্ত্ৰ বাহিনীৰ অধিনায়কত্ব গ্ৰহণ কৰিলে। তেতিয়া চুতীয়া ৰজা আছিল নীতিপাল। নীতিপালৰ নিজৰো এটা দুৰ্বলতা আছিল। তেওঁ চুতীয়া সিংহাসনৰ প্ৰকৃত অধিকাৰী নহয়। তেওঁ হ'ল আগৰজন ৰজা ধীৰনাৰায়ণ ওৰফে ধৰ্মধ্বজ পালৰ জোঁৱায়েক। ধৰ্মধ্বজপালৰ বহু কাললৈকে কোনো পুত্ৰ সন্তান নাছিল; কিন্তু তেওঁৰ এগৰাকী জীয়াৰী আছিল-- নাম সাধনী। সাধনী ৰূপ-লাৱণ্যৰ বাবে চৌপাশে বিখ্যাত হৈ পৰিছিল। ৰজা ধৰ্মধ্বজপালে ভাবিছিল যে তেওঁ সাধনীক উপযুক্ত পাত্ৰৰ হাতত গতাই দিব আৰু তেওঁৰ মৃত্যুৰ পিছত জোৱায়েকেই ৰাজপাটত আৰোহণ কৰিব। ভাগ্যৰ ফেৰত নিতাই নামৰ সামান্য কাঁড়ী এটাৰ লগতহে সাধনী বিবাহ পাশত আবদ্ধ হ'ব লগা হ'লগৈ।

বুঢ়া বয়সত ধৰ্মধ্বজপালে এটি পুত্ৰ সন্তান লাভ কৰিলে। জীয়েকৰ নামৰ সৈতে সংগতি ৰাখি তেওঁ নৱজাতকৰ নাম থ'লে সাধক। কিন্তু জোৱায়েকক ৰাজপাট দিয়া হ'ব বুলি প্ৰতিশ্ৰুতিবদ্ধ হৈ থকা বাবে আৰু সাধকো তেনেই চালুকীয়া হৈ থকা হেতুকে ধৰ্মধ্বজপালে নিতাইক ৰাজ্যভাৰ গতাই দি শেষ নিশ্বাস এৰিলে (আঃ ১৫২০ খ্ৰীষ্টাব্দ)।

ৰজা হৈ নিতাই কাঁড়ীয়ে নীতিপাল নাম ল'লে। কেৱল চুতীয়াৰ বুৰঞ্জীতেই নহয়, অসম বুৰঞ্জীৰ ভিতৰতে নীতিপাল হ'ল এজন নিতান্ত অলায়ক, অপৰিণামদৰ্শী আৰু ৰাজনীতিজ্ঞান-বিবৰ্জিত ৰজা। তেওঁ ধৰ্মধ্বজপালৰ সুদক্ষ কৰ্মচাৰীসকলক খেদি দি তেওঁলোকৰ ঠাইত নিজৰ সমনীয়া আৰু লগৰীয়া মানুহ কিছুমান ল'লে। তেনেতে লাগিল আহোম-চুতীয়াৰ যুদ্ধ (১৫২৩ খ্ৰীষ্টাব্দ)। চুতীয়াসকলে হাৰ মানিলে। তিফৌমুখৰ যুদ্ধত পৰাজয় বৰণ কৰি চুতীয়াসকলে শান্তিৰ প্ৰস্তাৱ আগবঢ়ালে। কিন্তু চুতীয়া ৰজাৰ সোণৰ তিনিপদ বস্তু আৰু ৰজাৰ টোলৰ তাঁতশাল কেইখন নাপালে সন্ধি নহ'ব বুলি স্বৰ্গদেউ চুহুংমুঙে চুতীয়া ৰজালৈ চৌখাম পঠালে। ফলত যুদ্ধ চলি থাকিল। শদিয়ামুখ আৰু চৌতানত দুয়োপক্ষৰ আকৌ দুবাৰ প্ৰচণ্ড সংঘৰ্ষ হ'ল। দুয়ো বাৰেই চুতীয়াসকল পৰাজিত হ'ল। ইয়াৰ পিছত জাংমুংখামত সৰ্বস্ব পণ কৰি চুতীয়াসকলে শেষবাৰলৈ যুঁজি চালে। ইয়াতো ব্যৰ্থ হ'ল। চুতীয়া বাহিনী প্ৰায় গোটেইটো নিশ্চিহ্ন হ'ল। নীতিপাল আৰু তেওঁৰ পুতেক দুয়ো যুদ্ধত মৰা পৰিল। এই দুঃসংবাদ পাই সাধনীয়ে পৰ্বতৰ টিঙৰপৰা জাপ মাৰি ব্ৰহ্মপুত্ৰত প্ৰাণ এৰিলে। চুতীয়া ৰজাৰ সমস্ত সা-সম্পত্তি আহোমসকলৰ হস্তগত হ'ল। ৰাজশক্তি হিচাপে চুতীয়াসকলৰ ৰাজত্বৰ আধ্যা পৰিল।

চুতীয়া শক্তিৰ যাতে পুনৰ উত্থান হ'ব নোৱাৰে, সেই অৰ্থে যাৱতীয় ব্যৱস্থা সকলো লোৱা হ'ল। তেওঁলোকক একেটা লাটতে থাকিবলৈ নিদি দেশৰ বিভিন্ন ঠাইত বিক্ষিপ্ত কৰি সংস্থাপিত কৰা হ'ল। যিসকল লোকক নীতিপালৰ কাৰেঙৰপৰা বন্দী কৰি স্বৰ্গদেউ চুহুংমুঙৰ ওচৰলৈ লৈ যোৱা হৈছিল, তেওঁলোকৰ ভিতৰত এজন আছিল সাধক, ধৰ্মধ্বজপালৰ নাবালক পুতেক। স্বৰ্গদেউ চুহুংমুঙে উত্তৰ পাৰে ৰৌতাৰপৰা ধৰি দলগাঁও আৰু কৌপাটীলৈকে ৰাজ্য এখন কাটিকুটি উলিয়াই তাতেই সাধকক ৰজা পাতে। সাধকক 'চোট কোঁৱৰ' বোলা হৈছিল। এই শব্দটো মানুহৰ উচ্চাৰণগত বিকৃত হৈ 'চটু কোঁৱৰ' হ'ল। এই চটু কোঁৱৰৰ ৰাজ্যখনেই হ'ল 'দেশ চুতীয়া'। দেশ চুতীয়া হ'ল মোটামুটিভাবে বৰ্তমান কৌপাটী, বকুৱাগাঁও আৰু দলগাঁও।

## দুৱাৰ আৰু পঁচা

ধনশিৰীৰ পূৱবছোৱা (বৰ্তমান শোণিতপুৰ জিলা) সেইকালত 'দুৱাৰ' নামে খ্যাত হৈছিল। ইয়াত সৰ্বমুঠ ১৯ খন 'দুৱাৰ': ধনশিৰীৰপৰা ভৰলীৰ মাজত ৪ খন; ভৰলীৰপৰা বিহালী-কচুজানলৈকে ৯ খন আৰু বিহালী-কচুজানৰপৰা ডিকুঙৰ মাজত ৬ খন। সেই দেখি এই ভূখণ্ড তিনিটাৰো নাম যথাক্ৰমে চাৰিদুৱাৰ, নদুৱাৰ আৰু ছয়দুৱাৰ হ'ল। 'দুৱাৰ' হ'ল পাহাৰী লোকসকল ভৈয়ামলৈ অহাৰ স্বীকৃত পথ। দৰঙতো (মঙলদৈ) ৭ খন দুৱাৰ আছিল। দৰঙৰ ৰজা সুন্দৰনাৰায়ণে সেই সাতখন দুৱাৰ পৰিচালনা কৰাত অসুবিধা পাই গোটেই খণ্ডটোকে (গোহাঁইকমল আলিৰ উত্তৰৰ ভূ-ভাগ) ভুটান চৰকাৰক শোধাই দিলে। সেই খণ্ডটো পিছত অৱশ্যে ব্ৰিটিছসকলে উদ্ধাৰ কৰিলে। সেইটো খণ্ডই হ'ল 'দুৱাৰ সাতগিৰী'।

দুৱাৰবোৰ খোলাৰ ঘাই কাৰণ আছিল এয়ে যে পাহাৰী অঞ্চলত ধান খেতি নহয়। অথচ পাহাৰী লোকসকলক ধান-চাউল লাগে। ভৈয়াম অঞ্চলত ৰায়তে ধান উৎপন্ন কৰি এভাগ তেওঁলোকক দিয়ে। ধান-চাউল গোটাবৰ বাবে তেওঁলোক বছৰি সদলবলে ভৈয়ামলৈ আহে। ৰজাঘৰীয়া বিষয়াসকলৰ যোগেদি ধান-চাউল সংগ্ৰহ কৰা হয় আৰু পাহাৰী লোকসকলে উৎপন্ন কৰা সামগ্ৰী অসমৰ ৰজা আৰু ডা-ডাঙৰীয়াসকলে পায়। কালক্ৰমত এই বিনিময়মূলক বাণিজ্যৰপৰা গৈ পঁচা তোলা প্ৰথা উত্তাৰিত হ'ল। ভোট, অঁকা, ডফলা আদি পাহাৰী জাতিবোৰে ভৈয়ামবাসীৰপৰা নিয়মীয়া ভাবে পঁচা তুলিবলৈ ধৰিলে। পঁচা হ'ল তেওঁলোকক দিয়া একপ্ৰকাৰৰ মাননি। পঁচা সদায় একে কেইপদ বস্তু নহয়। সাধাৰণতে প্ৰতিঘৰ গৃহস্থীয়ে এখন এড়িয়া কাপোৰ, এখন গামোচা, এখন মেখেলা আৰু এনেচা সূতা পঁচা হিচাপে তেওঁলোকক দিব লাগে। জোৰ-জুলুম কৰি হ'লেও পঁচা আদায় কৰাটোকে গাঁও মৰা বোলা হয়।

সোতৰ শতিকাত গাঁও মাৰণে গুৰুতৰ আকাৰ ধাৰণ কৰা নাছিল; কিন্তু ওঠৰ শতিকাত আহোম ৰাজত্বৰ বান্ধ ঢিলা হৈ পৰাত ই এক বিভীষিকাত পৰিণত হ'ল। পাহাৰী লোকসকলে গাঁও মাৰিবলৈ আহি নিৰীহ প্ৰজাৰ ওপৰত উপদ্ৰৱ আৰম্ভ কৰিলে। আহোম ৰজাসকলে পৰিস্থিতি চম্ভালিব নোৱাৰি অঞ্চলটোত একপ্ৰকাৰ দুৱলীয়া শাসনৰ ব্যৱস্থা কৰিলে। গোহাঁইকমল আলিটোকে সীমাৰেখা হিচাপে ধাৰ্য কৰা হ'ল। এই আলিটো ষোড়শ শতাব্দীৰ দ্বিতীয়াৰ্ধত নৰনাৰায়ণ ৰজাৰ ভায়েক গোহাঁইকমলে বন্ধাইছিল। আলিটো পশ্চিমে কোঁচবেহাৰৰপৰা পূবে নাৰায়ণপুৰলৈকে নিয়া হৈছিল। ই উত্তৰৰ পৰ্বতমালাৰ পাদদেশেদি যোৱা নাছিল; মঙলদৈ আৰু দুৱাৰ অঞ্চলৰ সোঁমাজেদি গৈছিল। তেজপুৰ টাউনৰ ২৫ কিলোমিটাৰ আৰু বিশ্বনাথ চাৰিআলি টাউনৰ ৫ কিলোমিটাৰ উত্তৰেদি আলিটোৱে গতি কৰিছিল। ঊনবিংশ শতিকাত ব্ৰিটিছ চৰকাৰে এই আলিটো ঠায়ে ঠায়ে অক্ষত অৱস্থাত আৰু ঠায়ে ঠায়ে ছিগা-ভগা অৱস্থাত পাইছিল। আলিৰ দক্ষিণ অঞ্চল আহোম চৰকাৰৰ নিয়মিত প্ৰশাসনৰ ভিতৰত পৰিছিল। উত্তৰৰ ছোৱাত দুৱলীয়া শাসন চলিছিল। বছৰৰ আঠমাহ ভৈয়ামবাসী থাকিব আহোম চৰকাৰৰ শাসনত আৰু বাকী চাৰি মাহ থাকিব পাহাৰী ৰজাসকলৰ অধীনত।

আহোম ৰজাৰ শাসন ভোগৰ সময়ছোৱা হ'ল ফাগুনৰপৰা আহিনলৈ আৰু পাহাৰীসকলৰ দখলৰ চাৰিমাহ হ'ল কাতিৰপৰা মাঘলৈ। এই-বাৰ ঔষধ-ব্যাধিতকৈও মাৰাত্মক হ'ল; কাৰণ খেতি উঠাৰ লগে লগে ভোট, অঁকা, ডফলা আহি লুটি-পুটি ধান, সৰিয়হ, গুৰ সকলো লৈ যায় আৰু বাৰিষা দোকোল টকা পানীয়ে আৰু লগতে নানা তৰহৰ মাৰি-মৰকে হেঁচা মাৰি ধৰা অৱস্থাত খেতিয়কৰ ওচৰত হাজিৰ হয় আমাৰ গোহাঁই, বৰুৱা বা ফুকনসকলৰ টেকেলা।

### ভোট-দৰং সম্বন্ধ

ভূটান আৰু কোঁচবিহাৰ-গোৱালপাৰাৰ মাজত দুৱাৰ আছিল ১১ খন; ভূটান আৰু কামৰূপ-দৰঙৰ মাজত দুৱাৰ হ'ল সাতখন; মুঠতে ১৮ খন দুৱাৰ। ভূটীয়াসকলে দুৱাৰ ভোগ কৰিছিল যদিও অসম চৰকাৰক তাৰ বাবে বাৰ্ষিক পেচকচ এটা দি আছিল। এই পেচকচটো অৱশ্যে বস্তুৰে দিয়া হৈছিল, নগদ ধনেৰে নহয়। বস্তুৰ ভিতৰত উল্লেখযোগ্য হ'ল ঘোঁৰা বা খচ্চৰ, য়াকৰ নেজ (Yak's tail), কস্তুৰী, সোণৰ কণিকা, ভূটীয়া নিহালি, দা-কটাৰী ইত্যাদি। এইবোৰ বস্তুৰ সন্দেশ একোটা স্বৰ্গদেৱে বছৰি ভূটীয়া ৰজাৰপৰা পাই আছিল। কিন্তু দৰঙৰ দুৱাৰ দুখনৰ ক্ষেত্ৰত বন্দবস্ত আছিল এই যে উক্ত উপঢৌকনৰ বিনিময়ত ভূটীয়াসকলে কামৰূপৰ পাঁচখন দুৱাৰৰহে ভোগদখল পাব; দৰঙৰ দুৱাৰ দুখনৰ ক্ষেত্ৰত নিয়ম সুকীয়া। এই দুৱাৰৰ ভোগ-দখল ভূটীয়াসকলে ছমাহলৈ (কাতিৰপৰা চ'ত) পাব; বাকীছোৱা সময় (বহাগৰ পৰা আহিনলৈ) আমাৰ স্বৰ্গদেউসকলৰ ভোগ-দখলত থাকিব। এনেকুৱা দুৰুলীয়া শাসনত ইংৰাজসকল অভ্যস্ত নাছিল। কিন্তু পূৰ্বাপৰ দস্তুৰ অমান্য কৰিবও খোজা নাছিল। সময়ত বৰাই-ৰজাই, সময়ত ধমকি দি, সময়ত সশস্ত্ৰ বল প্ৰয়োগ কৰি অৱশেষত তেওঁলোক ভূটান চৰকাৰৰ সৈতে এটা মীমাংসালৈ আহিল। এই মীমাংসা অনুযায়ী বৃটিছ চৰকাৰে দুৱাৰ আটাইকেইখনৰ দখলীস্বত্ব চমজি ল'ব আৰু ভূটান চৰকাৰক ক্ষতি-পূৰণ বাবদ বছৰি দহ হাজাৰ টকা দি থাকিব। তেতিয়া দৰঙৰ জিলাধিপতি আছিল কৰ্ণেল জি. আৰ. গৰ্ডন। এইটো ১৮৪১ চনৰ ঘটনা। গৰ্ডনে এই ১৬,০০০ বৰ্গমাইল জোৰা ৰাজ্যখণ্ড উদ্ধাৰ কৰি দৰং জিলাত চামিল কৰি দিয়াৰ বাবে আমি কৰ্ণেল গৰ্ডনৰ ওচৰত কৃতজ্ঞ।

কড়িয়াপাৰা দুৱাৰৰ ভূটীয়াসকলৰ বক্তব্য আছিল বেলেগ। মানুহে তেওঁলোকক ভূটীয়া বুলি কয় যদিও তেওঁলোক সম্ভৱত আছিল মন্‌পা, ছেৰদুক্‌পেন প্ৰভৃতি জনজাতিৰ লোক। তেওঁলোকে নিজেই কয় যে তেওঁলোক ভূটান ৰজাৰ প্ৰজা নহয়; তোৱাং ৰজাৰহে প্ৰজা। সি যি কি নহওক, ১৮৪৩-৪৪ চনৰ ভিতৰত বৃটিছ চৰকাৰ আৰু তেওঁলোকৰ মাজত কড়িয়াপাৰা দুৱাৰৰ মালিকানা স্বত্ব লৈ মনোমালিন্যৰ সৃষ্টি হ'ল। দৰঙৰ জিলাধিপতি (সেই কালত তেওঁক প্ৰিন্সিপাল এছিছটেন্ট বোলা হৈছিল) কাপ্তান জি. আৰ. গৰ্ডনে তেওঁলোকৰ সৈতে এই মৰ্মে এখন চুক্তি কৰে যে এই 'ভূটীয়া' তিব্বতীয়সকলক বছৰি ৮,০০০ টকা পেচকচ দি থাকিব আৰু তাৰ বিনিময়ত ভৈয়ামত হানা দিয়াৰপৰা তেওঁলোক বিৰত থাকিব। এই শ্ৰেণীৰ ভূটীয়াৰ ৰজা সাতজন। ১৮৪৪ চনৰ পূৰ্বে তেওঁ-লোকৰ ভোগদখলৰ সময়ছোৱাত এই ৰজা সাত-জন সদলবলে আহি কড়িয়াপাৰা দুৱাৰত শিবিৰ পাতি লৈ ৰায়তসকলৰ মাজত ত্ৰাসৰ সৃষ্টি কৰি-ছিল। সাত ৰজা ভৈয়ামলৈ নমা বুলি শুনিলে ভৈয়াম-বাসীৰ ভয়ত পেটতে হাতভৰি লুকাইছিল। গৰ্ডনে এই বিভীষিকাৰ ওৰ পেলালে।

### চাৰিদুৱাৰৰ সমস্যা

কড়িয়াপাৰা দুৱাৰৰ পূবলৈ হ'ল চাৰিদুৱাৰ। ইয়াত যিসকল ভূটীয়া আছে, তেওঁলোকৰো ৰজা সাত



জন। এই সাত ৰজাৰ ভিতৰত মুখ্য হ'ল দৰ্জী ৰজা। এওঁলোকেও একালত চাৰিদুৱাৰত (ধনশিৰীৰ পৰা ভৰলী নদীলৈকে) গাঁও মাৰিছিল। ১৮২৬ খ্ৰীষ্টাব্দত কাপ্তান মেথিয়ে এই সাত ৰজাক বছৰি ২,৫২৬ টকা ৭ অনা দি থাকিবলৈ গাত লয়। তেওঁলোকেও গাঁও মাৰণ এৰি দিলে। কিন্তু ১৮৩৯ চনত হঠাৎ তেওঁলোকে কন্দল আকৌ আৰম্ভ কৰিলে আৰু সীমান্তৰ দুৱৰীয়া মধু শইকীয়াৰ প্ৰাণ নাশ কৰিলে। বৃটিছ চৰকাৰে তেওঁলোকক দিব লগা টকা নিদিবলৈ স্থিৰ কৰিলে। এইদৰে কিছুদিন গ'ল। পিছত দুয়োপক্ষৰ ভিতৰত আপোচ হ'ল। বৃটিছ চৰকাৰে তেওঁলোকক দিব লগা টকা ১,৭৪০ টকালৈ কমোৱা হ'ল। তদুপৰি পশ্চিমে ৰৌতা নদী আৰু পূবে গাভৰু নদী এই খণ্ডৰ ভিতৰতে সাত ৰজাৰ কৰ্তৃত্ব সীমিত হ'ব। এইটো ১৮৭২-৭৩ চনৰ ঘটনা। উল্লেখযোগ্য যে এই সাত ৰজা ভৈয়ামলৈ অহাৰ পৰম্পৰা এতিয়াও চলি আছে; কিন্তু তেওঁলোক জাগীৰদাৰ হিচাপে নাহে, আহে আলহী হিচাপেহে।

সাত ৰজাৰ অভিবাসনৰ পূবলৈ অঁকা বা হ্ৰুছোসকলৰ বসতি। তেওঁলোকৰ ঘাই ঠাল দুটা হাজাৰীখোৱা আৰু কপাহচোৰ। এইবোৰ অসমীয়া মানুহে তেওঁলোকক দিয়া নাম। হাজাৰীখোৱা-সকলে এহাজাৰ ঘৰগিৰীৰপৰা পঁচা আদায় কৰিব পাৰে। সেইদেখি তেওঁলোকক হাজাৰীখোৱা বোলা হয়। আহোম ৰজাসকলৰ দিনত হাজাৰীখোৱা-সকলে প্ৰতি ঘৰ গৃহস্থীৰপৰা এখন মেখেলা, এনেচা সূতা আৰু এখন গামোচা পঁচা হিচাপে পাইছিল। কপাহচোৰ অঁকাহঁতে পঁচা সাধিব নোৱাৰে; কিন্তু সেই বুলি তেওঁলোকে পঁচা নোতোলাকৈ নাথাকে। সময়ত হাজাৰীখোৱাসকলৰ সৈতে লগ লাগি আৰু সময়ত নিজাববীয়াকৈ তেওঁলোকে জোৰ-জুলুম কৰি হ'লেও পঁচা আদায় কৰি ফুৰে। কপাহতলীত সোমাই চোৰৰ দৰে ঘূৰি পকি ফুৰে বাবে তেওঁ-লোকক কপাহচোৰ বোলা হয়।

বৃটিছ চৰকাৰে হাজাৰীখোৱাসকলক ৮৮ টকাৰ বছেৰেকীয়া বানচ এটা দি গাঁওমৰাৰপৰা বিৰত কৰিলে। পিছত এই বানচ ১৭৫ টকালৈ বঢ়াই দিয়া হ'ল (১৮৪৪)। কপাহচোৰ অঁকাসকল বৃটিছ চৰকাৰৰ সৈতে এনে কোনো বুজাপৰালৈ নাহিল। তেওঁলোকৰ ৰজা তাগি ভৈয়ামত উপদ্ৰৱ কৰি ফুৰোতে বৃটিছ চৰকাৰৰ হাতত বন্দী হয় (১৮২৯)। ইয়াৰ তিনি বছৰৰ পিছত তাগি ৰজাক গুৱাহাটী জেলখানাৰপৰা খালাচ কৰি দিয়া হ'ল। ঘূৰি আহি তেওঁ লক্‌ৰাত আসাম লাইট ইন্‌ফেন্ট্ৰীৰ ছাউনি আক্ৰমণ কৰে আৰু কেইবা বছৰো ধৰি ভৈয়ামত অতৰ্কিতভাবে হানা দি লুটপাত কৰি ফুৰে। ১৮৪১ চনত তেওঁৰ সৈতে বৃটিছ চৰকাৰ এটা বুজাপৰালৈ আহিল। কপাহচোৰ অঁকাসকল গাঁও মাৰণৰপৰা ক্ষান্ত হ'ল। তেওঁলোকক বছৰি ৫৮০ টকা দি থাকিবলৈ স্থিৰ কৰা হ'ল; তাগি ৰজাই পালে ৩৬০ টকা। পিছত এই বানচ ৬৬৮ টকালৈ বঢ়োৱা হ'ল (১৮৫৮)।

১৮৭৪-৭৫ চনত অঁকাসকলৰ সৈতে বৃটিছ চৰকাৰৰ আকৌ মনোমালিন্য ঘটে। গৈ থৈ সেই অঞ্চলৰ পাটগিৰি লক্ষ্মীধৰ চৌধুৰীয়ে প্ৰাণ হেৰুৱায় (১৮৮৩)। তেতিয়া অঁকাসকলৰ ৰজা আছিল মেধি। তেওঁৰ বস্তি গোড়া পল্টনে অধিকাৰ কৰিলে। তেতিয়াৰপৰা অঁকাসকলে ভৈয়ামত একো উপদ্ৰৱ কৰা নাই।

### ডফলাৰ গাওঁ মাৰণ

সাতৰজা আৰু অঁকাসকলৰ বসতি হ'ল চাৰিদুৱাৰৰ উত্তৰৰ পৰ্বতমালাত। নদুৱাৰৰ উত্তৰলৈ হ'ল ডফলাসকলৰ বসতি। সেই কালত বহুতো ডফলা লোকে ভৈয়ামতো বসতি কৰিবলৈ লৈছিল। ডফলাসকলৰ নিজৰ ভিতৰতে বহুতো উপজাতি আছিল। মোটামুটিভাবে তেওঁলোকক

দুভাগত ভগাব পাৰি-- তাগিন আৰু ডফলা। তাগিন সকল থাকে ছয়দুৱাৰৰ উত্তৰে পৰ্বতমালাত আৰু ডফলাসকলৰ বসতি হ'ল নদুৱাৰৰ উত্তৰে। 'ডফলা' নামটো অসমীয়া মানুহেহে তেওঁলোকক দিয়া নাম। তেওঁলোকে নিজে নিজক 'বাংনী' বোলে। 'বাংনী' মানে হ'ল 'মানুহ'। (উল্লেখযোগ্য যে 'হ্ৰুছো' মানেও 'মানুহ')।

ডফলাসকলৰ ভিতৰত ইটো খেলে সিটোৰ আধিপত্য মনা নাছিল। তেওঁলোকৰ গাম বহুতো। বৃটিছ চৰকাৰে পঁচাৰ বদলি নগদ ধনেৰে মাননি ধৰি গাঁও মাৰণ বন্ধ কৰিব খোজাত ডফলাসকলৰ ভিতৰত দাবীদাৰ ওলাল ২৩৮ জন গাম বা ৰজা। আকৌ এই ২৩৮ জনৰ কৰ্তৃত্বৰ বাহিৰতো বহুতো ডফলা আছিল।

ডফলাসকলে ভৈয়ামৰ প্ৰতি দহ ঘৰ গৃহস্থীৰপৰা এখন মেখেলা, এখন চুৰীয়া, এখন গামোচা, এখন দা, দহটা গৰু, ম'হ বা ছাগলী আৰু তিনি সেৰ নিমখ পঁচা হিচাপে পায়। এইখিনি নিবৰ বাবে তেওঁলোক দলে বলে ভৈয়ামলৈ আহি গাঁও মাৰে। বছৰটোত এবাৰ এনে হোৱা হ'লে একো আপত্তিৰ কথা নাছিল; কিন্তু এওঁলোকৰ ইটো খেলৰ পিছত সিটোৱে ভাগে ভাগে নিতৌ গাঁও মাৰিয়েই ফুৰে। তেওঁলোকক ৰবাই-বুজাই ৰাখিবৰ বাবে পুৰণি কালত আমাৰ স্বৰ্গদেউসকলে বহতীয়া বুলি এক-শ্ৰেণীৰ লোক সৃষ্টি কৰিছিল। বহতীয়াসকলে উত্তৰ সীমান্তত মাটি-বাৰী পাব, ডফলাসকলক ভাৰ-ভেঁটী দি হ'লেও ভৈয়ামলৈ অহাটো বাৰণ কৰিব। তাৰ বদলি বহতীয়া সকলৰ চৰকাৰে খাজনা দুই তৃতীয়াংশ ৰেহাই দিব। এইটো প্ৰথাৰেও সকাহ পোৱা নগ'ল। বহতীয়াসকলক ডফলা গামবোৰে তেওঁলোকৰ বায়ত বুলি ধৰি ল'লে। তেওঁলোকৰ দাবীদাৱা আৰু একোৰ চৰি গ'ল।

১৮৩৮ চনত বৃটিছ চৰকাৰে পঁচা দিয়াটো একেবাৰে নিষিদ্ধ কৰিলে। ১৮৫২ চনত ডফলা গাম বহুতৰ সৈতে চৰকাৰে এটা বুজাপৰালৈ আহিল। চাৰিদুৱাৰ আৰু নদুৱাৰৰ ডফলাসকলক বছৰি ২,৪৯৪ টকা, ছয়দুৱাৰৰ ডফলাসকলক ১২৪৩ টকা ১৪ অনা আৰু তাগিন ৰজাক ৩৯২ টকা ১ অনা বছৰি দি থাকিবলৈ স্থিৰ কৰা হ'ল। প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে এই পৰিমাণ বঢ়াই থকা হ'ব। ইয়াৰ বিনিময়ত ডফলাসকলে গাঁও মাৰণ বাদ দিব লাগিব। ইয়াৰ পিছত বৰ বেছি গণ্ডগোল হোৱা নাই। ১৮৭০ চনত নদুৱাৰৰ আৰু ১৮৭৪-৭৫ চনত ছয়দুৱাৰৰ ডফলাসকলৰ সৈতে কিছু মনোমালিন্যৰ সৃষ্টি হৈছিল; কিন্তু পৰিস্থিতি চম্ভালিব পৰা গ'ল।

## সেই কালৰ দৰং

১৮৩৫ চনত যেতিয়া দৰং জিলাখন প্ৰথম গঠন কৰা হৈছিল, তেতিয়া সীমা আছিল পশ্চিমে বৰনদী আৰু পূবে বিহালী-কচুজান। ছয়দুৱাৰ স্বৰ্গদেউ পুৰন্দৰসিংহৰ ভাগতহে পৰিছিল। পুৰন্দৰ সিংহৰ এই ৰাজ্যখনৰ সীমা-আমনা হ'ল দক্ষিণ পাৰে দিহিঙৰপৰা ধনশিৰী (গোলাঘাট) আৰু উত্তৰ পাৰে ডিক্ৰুঙৰপৰা বিহালী কচুজান। ১৮৩৮ চনত এই ৰাজ্যখন কোম্পানীয়ে নিজৰ হাতলৈ নিলে। উত্তৰৰ খণ্ড ছয়দুৱাৰ-লক্ষীমপুৰ জিলাত অন্তৰ্ভুক্ত কৰা হ'ল। ছয়দুৱাৰৰ ডফলাসকলৰ লগত বিবাদ নিষ্পত্তি কৰিলে লক্ষীমপুৰৰ জিলা-ধিপতি কাপ্তান ৱেটছহে (Capt. Vetch)। ত্ৰিশ বছৰৰ পিছত লক্ষীমপুৰ জিলাৰ পৰা ছয়দুৱাৰ কাটি আনি দৰঙৰ সৈতে লগ লগাই দিয়া হ'ল।

দৰং জিলাৰ সদৰ পোনতে মঙলদৈত ৰখা হৈছিল। একেবাৰে পূবে বিশ্বনাথ ঘাটত আসাম লাইট ইন্‌ফেন্ট্ৰিৰ ছাউনি আছিল। তাৰ কামাতো আছিল মেজৰ হোৱাইট। তেওঁৰ সহকাৰী আছিল লেফটেনাণ্ট বিগ আৰু ডাঃ মেক্‌লিয়ড। প্ৰথমজন আছিল এড্‌জুটেণ্ট আৰু দ্বিতীয়জন এছিষ্টেণ্ট ছাৰ্জন। মেজৰ হোৱাইট কেৱল সামৰিক বিষয়াই যে আছিল, তেনে নহয়। তেওঁ সাধাৰণ প্ৰসাশনৰ দায়িত্বও নিৰ্বাহ কৰিছিল। তেওঁলোকে বিশ্বনাথ-ঘাট টাউনখন সুপৰিকল্পিত ভাবে গঢ় দিব খুজিছিল। ইয়াৰ অৱশেষ হ'ল বৰ্তমানৰ বিশ্বনাথ ঘাটৰ নয়া বজাৰ। ১৮৩৫ চনত দৰঙৰ সদৰ কাৰ্যালয় মঙল-দৈৰপৰা তেজপুৰলৈ উঠাই অনা হয়। বিশ্বনাথ



তেজপুৰৰ নিচেই ওচৰত হোৱাত ইয়াৰপৰা মিলি-টাৰী ছাউনি তেজপুৰলৈ স্থানান্তৰিত হ'ল। সিফালে মঙলদৈত ভিন্ন এটা মহকুমা গঠন কৰা হ'ল। ১৯৮৩ চনলৈকে জিলাখনৰ গাঁথনি এইটোৱেই আছিল। ১৯৮৩ চনত দৰং জিলাৰ মহকুমা দুটা- তেজপুৰ আৰু মঙলদৈ- দুখন ভিন্ন জিলাত পৰি-ণত কৰা হ'ল আৰু তেজপুৰ মহকুমাৰ পূবৰ অংশটো ঘিলাধাৰীৰপৰা হাৱাজানলৈকে বিশ্বনাথ মহকুমাত পৰিণত কৰা হ'ল। নদুৱাৰে ভৌগো-লিক অখণ্ডতা হেৰুৱালে।

০০০



# বিশ্বনাথ চাৰিআলিত আধুনিক শিক্ষাৰ ক্ৰমবিকাশ / কেদাৰনাথ ঠাকুৰ

১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিমতে অসম ইণ্ট ইণ্ডিয়া কোম্পানীৰ অধীনলৈ যোৱাৰ পাছত পশ্চিমীয়া পদ্ধতিৰ নতুন শিক্ষাৰ ধাৰা অসমতো প্ৰবাহিত হয়। অসমত ইংৰাজ আমোলৰ আৰম্ভ কেৱল এটি ৰাজনৈতিক অৱস্থাৰ নতুন পাতনি নহয়, শিক্ষা, সমাজ আৰু সাহিত্যৰ বিষয়তো স্বৰূপতে ই এটি অভিনৱ যুগৰ সুমধুৰ সুমংগল সূচনা। বৃটিছ চৰকাৰৰ এজেণ্ট ডেভিড স্কট চাহাবে অসমলৈ আহি অসমত পৰম্পৰাগত থলুৱা শিক্ষা ব্যৱস্থাত গুৰুত্ব আৰোপ কৰি ইয়াৰ সম্প্ৰসাৰণ আৰু উন্নতিকল্পে মনোযোগ দিছিল। কোম্পানীৰ পৰা অনুমোদন পাই তেওঁ সৰ্বপ্ৰথমে গুৱাহাটী, নীলাচল, নদুৱাৰ (দুখন), পাতিদৰং, হাজো, বজালী, শীলা, বিশ্বনাথ, নগাঁও আৰু দেশ দৰঙত মুঠতে এঘাৰখন স্কুল স্থাপিত কৰিছিল। এই স্কুলবোৰত শিক্ষাৰ মাধ্যম আছিল সংস্কৃত। পাঠ্যক্ৰম হিচাপে ৰামায়ণ, মহাভাৰতৰ কাহিনীৰ উপৰিও পাটীগণিত, আয়ুৰ্বেদ আৰু জ্যোতিষ পঢ়োৱা হৈছিল। শিক্ষকে বেতন হিচাপে খাজনাবিহীন তিনিপুৰাকৈ মাটি পাইছিল।

জেম্ছ মিথিৰ মতে ১৮৩৪ চনত বিশ্বনাথত ঠাকুৰ তৰ্কবাগীশে টোল এখন পাতি মোল্ল বছৰৰ ওপৰৰ পাঁচজন আৰু বাকী ২০-২৫ জন সৰু ল'ৰাক পঢ়ুৱাই ৩০ পুৰা মাটিৰ খাজনা ৰেহাই পাইছিল। নাগশংকৰৰ গৌৰী অধ্যাপকে ৮ জন ডাঙৰ ল'ৰা আৰু বাকী ১২-১৭ জন সৰু ল'ৰাক পঢ়ুৱাই ৪০ পুৰা খাজনাবিহীন মাটি পোৱাৰ উপৰিও দুটা লিক্চৌ লাভ কৰিছিল; চিলাবন্ধাৰ সোমেশ্বৰদেৱে ছাত্ৰ পঢ়ুৱাই মাত্ৰ চাৰিপুৰা মাটিৰ খাজনা মাফ পাইছিল।

ডেভিড স্কটৰ পৰৱৰ্তী বিষয়া জেনকিন্চে ১৮৩৪ চনৰ ২১ জানুৱাৰীত ইউৰোপীয় বিষয়া থকা সদৰঠাইবোৰত (যেনে, গোৱালপাৰা, গুৱাহাটী, দৰং, নগাঁও আৰু বিশ্বনাথ) ইংৰাজী স্কুল খুলিবৰ বাবে চৰকাৰৰ ওচৰত অনুমোদনাৰ্থে ডিচপেচ দাখিল কৰিছিল। ১৮৩৫ চনৰ ২ ফেব্ৰুৱাৰীৰ দিনা মেক'লেই দাখিল কৰা প্ৰতিলিপি ভাৰতৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড উলিয়াম বেন্টিংকে গ্ৰহণ কৰি ১৮৩৫ চনৰ ৭ মাৰ্চৰ দিনা সমগ্ৰ ভাৰতবৰ্ষতে শিক্ষাৰ মাধ্যম ইংৰাজীৰ সপক্ষে ৰায় দিছিল। তেওঁ বিজ্ঞান আৰু পাশ্চাত্য সাহিত্যৰ অধ্যয়নৰ বাবে শিক্ষাৰ মাধ্যম ইংৰাজী হ'ব লাগে বুলিও ঘোষণা কৰিছিল।

১৮৩৬ /চনৰপৰা ১৮৭২ চনলৈ অসমত বঙলা ভাষা জাপি দিয়াত অসমীয়া ভাষাৰ উন্নতিত বাৰুকৈয়ে ব্যাঘাত জন্মিছিল। বহু চেষ্টাৰ ফলত ১৮৭৩ চনৰপৰা পুনৰ অসমীয়া ভাষাই পঢ়াশালি আৰু আদালতত আসন অধিকাৰ কৰিলে। এই প্ৰস্তাৱত মিছনাৰীসকলৰ অৱদানো উল্লেখযোগ্য। ইণ্ট ইণ্ডিয়া কোম্পানীৰ দিনত অসমলৈ মিছনাৰীসকলৰো আগমন ঘটিছিল। আমেৰিকান বেপ্টিষ্ট মিছন আৰু ৱেলচ্ মিচন আদিয়েও পৰ্বত-ভৈয়ামৰ ভিতৰুৱা অঞ্চলবোৰত স্কুল পাতি অসমীয়াত শিক্ষাদান কৰিছিল। মিছনাৰীসকলে দৰং জিলাৰ বড়ো অধ্যুষিত অঞ্চলবোৰত প্ৰাথমিক স্কুল পাতিছিল।

ইতিমধ্যে ১৮৩৭ চনত দৰঙৰ কাৰ্যবাহী দণ্ডাধীশ লেফ্‌টেনেণ্ট ৰেট্‌ছে দৰং জিলাৰ শতগুৰি (Ckatguree), দৰং আৰু চাৰিদুৱাৰত তিনিখন দেশীয় স্কুল খুলিবলৈ আৰু প্ৰত্যেকৰে ৬৪ টকা অনুমোদন সহ এখন আঁচনি জেনকিনচ্‌লৈ পঠাইছিল। জেন্‌কিনচৰ অনুমোদন পাই ৬৪ টকা অনুদানৰ এই তিনিখন দেশীয় স্কুল দৰং জিলাত খোলা হয়। ১৮৫৩ চনত মিল্চ চাহাবে দৰং জিলাৰ অৱস্থাৰ বুজ ল'বলৈ আহোঁতে এই জাতীয় স্কুলত গড়ে ৯ জনকৈ ছাত্ৰই পঢ়া পায়। বিশ্বনাথৰ পদ্মেশ্বৰে ৬ টকা মাহিলি দৰমহাত ৯ জন ছাত্ৰক শিকাইছিল। ১৮৬০ চনত বিশ্বনাথৰ পানীভঁড়াল সংস্কৃত টোলত লেবেলু পণ্ডিতে শিক্ষকতা কৰিছিল বুলি শুনিবলৈ পোৱা যায়।

আগতে বিশ্বনাথ চাৰিআলিৰ জনবসতি সেৰেঙা আছিল যদিও এই অঞ্চলৰ শিক্ষাৰ গাঁথনি পুৰণি। যি সময়ত কাষৰ ঠাইবোৰত ঘৰুৱা পাঠশালাৰ জন্ম হৈছিল, সেই সময়ত বিশ্বনাথত ব্ৰাহ্মণ ভিত্তিক টোলৰ শিক্ষাৰ প্ৰচলন হৈছিল। বৃদ্ধসকলৰ অনুমান মতে চাৰিআলি পঢ়াশালি ৰূপে পৰিচিত বিদ্যালয়খন আছিল চাৰিআলিৰ পূৱত চহাজান দলঙৰ বাওঁহাতে। জীৱিত এল, পি, স্কুলৰ ভিতৰত আটাইতকৈ পুৰণি হ'ল ১৮৯৭ চনত স্থাপিত হোৱা বিশ্বনাথ প্ৰাইমেৰী স্কুল। চামিল হোৱাৰ ভিতৰত পুৰণি স্কুল হ'ল বৰ্তমান দেশপ্ৰাণ লক্ষ্মীধৰ সৌৰবনী এম, ভি, স্কুলৰ লগত চামিল হোৱা পানীভঁড়াল এল, পি, স্কুল। মৃতৰ ভিতৰত আটাইতকৈ পুৰণি স্কুলৰ নাম সঠিককৈ কোৱা টান। বালিপুখুৰীৰ ওচৰত কুমৰাখাটিত এখন এল, পি, স্কুল আছিল বুলি কিছুমান লোকে ক'ব খোজে। কিছুমানৰ মতে চহাজান দলঙৰ বাওঁহাতে থকা স্কুলখনেই অতি পুৰণি। বৰ্তমান বীণাপাণি নাট্য সমাজ থকা ঠাইত এখন প্ৰাইমেৰী স্কুল আছিল বুলি বৃদ্ধসকলে কয় আৰু তাত পঢ়া লোক এতিয়াও জীৱিত আছে।

কেইগৰাকীমান পুৰণি পণ্ডিতসকলৰ নাম এইখিনিতে উল্লেখ কৰা ভাল হ'ব। বৰ্তমান বীণাপাণি নাট্য সমাজ থকা ঠাইত যিখন প্ৰাইমেৰী স্কুল আছিল তাৰ শিক্ষক আছিল নাহৰ পণ্ডিত (বৰুৱা) আৰু অঁৰবা পণ্ডিত (অক্ষয় দাস)। পাছলৈ স্কুলখন আগাৰ প্ৰাইমেৰী হোৱাত হেড্ পণ্ডিত হৈছিল সোনাৰাম পণ্ডিত। পাছত ঠানুৰাম ভূঞা আৰু যতীন্দ্ৰনাথ বৰঠাকুৰেও শিক্ষকতা কৰিছিল। ১৯০৫-৩৬ মানত স্থাপিত হোৱা নগাঁও প্ৰাইমেৰী বিদ্যালয়ত শিক্ষক আছিল ৺মথন পণ্ডিত (বৰা) আৰু ৺মিনাই পণ্ডিত। মৰলগাঁও এল, পিৰ শিক্ষক আছিল ৺গোবিন্দ দাস। ৺হনুমান পণ্ডিতে কৌঁচগাঁও এল, পিত কাম কৰিছিল। আন দুজন পণ্ডিতৰ নামো শুনিবলৈ পোৱা যায়। তেওঁলোক হ'ল ৺লৰ পণ্ডিত (সুত) আৰু ৺ভৱৰাম পণ্ডিত। ১৯২৯ চনত চতিয়াত প্ৰতিষ্ঠা কৰা হাইস্কুলৰ প্ৰথম প্ৰধান শিক্ষক আছিল চাৰিআলিৰ লেহগাঁৱৰ ৺হেম চন্দ্ৰ হাজৰিকা, বি-এল।

বিশ্বনাথ চাৰিআলিৰ প্ৰথম মহিলা শিক্ষয়িত্ৰী সকল হ'ল ৺তিলোত্তমা দাস, ৺মায়া দেৱী, (সৰ্বশ্ৰী) তিলেশ্বৰী দাস, সিদ্ধেশ্বৰী হাজৰিকা (দাস), মোক্ষদা দেৱী আৰু সুখলতা হাজৰিকা। বিশ্বনাথ প্ৰাইমেৰী স্কুলৰ আৰম্ভণিৰ শিক্ষকসকলৰ ভিতৰত ৺তৰণি শৰ্মা পণ্ডিতৰ নামহে বৰ্তমান দুই এজনে ক'ব পাৰে। গিছৰ পুৰণি শিক্ষক জামুগুৰিৰ বৰভগীয়াৰ ৺কালিৰাম ভূঞা কুৰি শতিকাৰ ২য় দশকত মাহে ৭ টকা বেতনত ইয়ালৈ আহে। তেওঁক পানীভঁড়াল এল, পিলৈ বদলি কৰাত কৌঁচগাঁৱৰ ৺ঠানুৰাম ভূঞা এই স্কুললৈ আহে। ১৯২৮ চনত ঠানুৰাম ভূঞাক বদলি কৰাত পুনৰ কালিৰাম পণ্ডিত এই স্কুললৈ আহে আৰু শিক্ষকতা কৰি

অৱসৰ লয়। আন এজন শিক্ষক হ'ল জামুগুৰিৰ °পুষ্পকান্ত শৰ্মা। এই স্কুলৰ বৰ্তমানে জীৱিত শিক্ষক হ'ল গহপুৰ বিলতীয়াৰ শ্ৰীযোগেশ্বৰ শৰ্মা। একালত বিশ্বনাথৰ শ্ৰীশিৱ বৰঠাকুৰে মাহে বাৰ টকা বেতনত ১নং ভোলাগুৰি প্ৰাইমেৰী স্কুলত শিক্ষকতা কৰিছিল। বিশ্বনাথ প্ৰাইমেৰী স্কুলত বৰ্তমান ৫ জন শিক্ষক আছে। প্ৰধান শিক্ষক শ্ৰীটেপুৰাম দাস।

অঞ্চলটোৰ আন এখন পুৰণি বিদ্যালয় পানীভঁড়াল এল, পিৰ পুৰণি পণ্ডিত আছিল °লেৰেলু শইকীয়া, °মীনাৰাম পণ্ডিত, বিকাৰাম কেওঁট, °বন্ধুৰাম ভূঞা, °গুণ বৰঠাকুৰ, °বিপিন হাজৰিকা। প্ৰথমতে স্কুলখন পানীভঁড়াল নাট্য মন্দিৰৰ দক্ষিণ ফালে আছিল। প্ৰথম প্ৰধান শিক্ষক আছিল পুষ্প পণ্ডিত। আন এজন শিক্ষক আছিল জামুগুৰিৰ জোনাৰাম ভূঞা। স্কুলখন স্থাপনৰ প্ৰধান উদ্যোগী সকল আছিল °ৰমাকান্ত বৰুৱা, °মিত্ৰধৰ বৰুৱা, লোকেশ্বৰ গোস্বামী, মোনাবৰ শইকীয়া, °চেনিৰাম দাস, °নবীন চন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীথানেশ্বৰ বাজখোৱা। পাছলৈ স্কুলখন বৰ্তমান দেশপ্ৰাণ লক্ষ্মীধৰ সৌৰৱণী মজলীয়া বিদ্যালয়ৰ চৌহদলৈ অনা হয়। ইতিমধ্যে এই স্কুলৰ ছাত্ৰী সংখ্যাৰ বৃদ্ধিলৈ লক্ষ্য কৰি ১৯৩৪ চনত এখন ছোৱালী প্ৰাইমেৰী স্কুল ইয়াতে স্থাপন কৰা হয় আৰু °তিলোত্তমা দাসে তাত যোগদান কৰে। আৰম্ভণিৰ আন এগৰাকী শিক্ষয়িত্ৰী হ'ল মায়া দেৱী। শিক্ষয়িত্ৰী নথকা হেতু আৰম্ভণিতে সাময়িকভাৱে শিক্ষকতা কৰিছিল °চেনিৰাম পণ্ডিত আৰু °কমিনাথ বৰাই।

১৯৫৬ চনত দেশপ্ৰাণ লক্ষ্মীধৰ সৌৰৱণী মজলীয়া বিদ্যালয় একেখন চৌহদতে পতা হয় আৰু ১৯৬০ চনত বালক আৰু বালিকা দুয়োখন এল, পি স্কুল মজলীয়া স্কুলতে চামিল কৰা হয়। মজলীয়া বিদ্যালয়ৰ প্ৰথম প্ৰধান শিক্ষক আছিল শ্ৰীদামোদৰ বৰা। শ্ৰীনিৰদা কান্ত বৰুৱা প্ৰধান শিক্ষক থকা কালত ১৯৫৮ চনৰ মাৰ্চ মাহত চৰকাৰে স্কুলখনক স্থাতি মঞ্জুৰী দিয়ে। চৰকাৰী নিৰ্দেশানুযায়ী শ্ৰীনিৰদাকান্ত বৰুৱাক সহকাৰী শিক্ষক কৰি বিশ্বনাথ চি, এম স্কুলৰ শ্ৰীপুতুল চন্দ্ৰ শৰ্মাক প্ৰধান শিক্ষক নিযুক্তি দিয়া হয় আৰু বৰ্তমানলৈ দুয়োজন নিজ নিজ পদতে আছে। বৰ্তমান এই বিদ্যালয়ত ১০ গৰাকী শিক্ষক-শিক্ষয়িত্ৰী আছে। ১৯৮৬-৮৭ চনৰ বাবে সহকাৰী শিক্ষক শ্ৰীপ্ৰফুল্ল শৰ্মাই কৃতী শিক্ষক হিচাপে ৰাজ্যিক চৰকাৰৰ বঁটা লাভ কৰে।

১৯১৪ চনত স্থাপিত চাৰিআলি মাইনৰ স্কুলখনৰ স্থান কেবাবাৰো সলনি হয়। ৰামগাওঁ হাটখোলাৰপৰা বৰ্তমানে বীণাপাণি নাট্য সমাজ থকা ঠাইলৈ, তাৰপৰা বৰ্তমান উচ্চতৰ মাধ্যমিক থকা ঠাইলৈ সলনি কৰা হয়। দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাই তেওঁৰ জীৱন স্মৃতিত উল্লেখ কৰিছে যে স্কুলখনৰ বাবে °হেম হাজৰিকাৰ লগত ১৯২০ চনত চান্দা তুলি ৭০০ টকা সংগ্ৰহ কৰিছিল। পাছলৈ এই স্কুল এম, ইৰ লগত লগ লগাই চি-এম (Combined Middle) স্কুল হয়। চি, এম স্কুলত °নৰ বৰঠাকুৰ, °থানেশ্বৰ ভাগৱতী, °দীননাথ বৰঠাকুৰ, °ভূমিধৰ শৰ্মা, °জয়চন্দ্ৰ ভট্টাচাৰ্য্যই শিক্ষকতা কৰিছিল। ১৯৪২ চনৰ হাইস্কুলৰ লগত এম, ই, গুচি যোৱাত এম, ভি স্কুলত °দীননাথ শৰ্মা, শ্ৰীজীৱন বৰুৱা, শ্ৰীউপেন ভট্টাচাৰ্য্য আৰু °গোলোক চন্দ্ৰ দাসে শিক্ষকতা কৰিছিল যদিও °গোলেক চন্দ্ৰ দাসে আৰু শ্ৰীজীৱন চন্দ্ৰ বৰুৱাই ইস্তফা দি স্বাধীনতা আন্দোলনত সক্ৰিয়ভাৱে যোগ দিয়ে। এম, ভি স্কুলখন বৰ্তমান উচ্চতৰ মাধ্যমিক বিদ্যালয় চৌহদত ১৯৩১ ৰ পৰা '৬০ চনলৈকে চলে। পাছত পাঁচ বছৰমান বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত চলাৰ পাছত ১৯৬৫ চনৰপৰা বৰ্তমানে থকা ঠাইত এম, ভি স্কুল হিচাপে আছে। ১৯২৫ চনত স্কুলখনৰ প্ৰধান শিক্ষক আছিল °থানেশ্বৰ ভাগৱতী। ১৯২৮ চনত শ্ৰীধনেশ্বৰ বৰকাকতি। চি, এম স্কুল হৈ থকা অৱস্থাত °মোহন শৰ্মা প্ৰধান শিক্ষক আছিল আৰু উক্ত পদত থাকোতেই তেওঁৰ মৃত্যু হয়। পাছৰ মজলীয়াৰ প্ৰধান শিক্ষক হ'ল শ্ৰীৰবিৰাম শইকীয়া আৰু দুৰ্গাৰাম হাজৰিকা। বৰ্তমান প্ৰধান শিক্ষক শ্ৰীক্ষীৰ কলিতা সহ মুঠ ১৩ গৰাকী শিক্ষক-শিক্ষয়িত্ৰী আছে।

১৯৪৭ চনৰ আগৰ গ্ৰাম্য অঞ্চলত স্থাপিত আৰু বৰ্তমান জীৱিত উল্লেখযোগ্য এল, পি স্কুল কেইখন হ'ল বিশ্বনাথ (১৮৯৭), মবলগাঁও (১৯২১), মনকান্তি বালিকা (১৯২৮), কুঁৱৰী (১৯৩০), চোৱাগুৰি (১৯৩৭), দিৰিং (১৯৩৭), গড়েহাগি (১৯৩৯), চেলাইখাটি (১৯৪২), আৰু মজলীয়া বিদ্যালয় হ'ল বাঘমাৰী বালিকা মজলীয়া (১৯৪২)।

বৰ্তমান বিশ্বনাথ উন্নয়ন খণ্ডৰ একমাত্ৰ চৰকাৰী এল, পি স্কুলখন হ'ল শামুকজুলি চৰকাৰী নিম্ন বুনিয়াদী বিদ্যালয়। পাভৈ কেন্দ্ৰত অন্তৰ্ভুক্ত এই বিদ্যালয়ত ৯৫ জন ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে। প্ৰাদেশীকৃত (গ্ৰাম্য অঞ্চল) এল, পি স্কুল হ'ল ৭৯ খন। কেন্দ্ৰ ভিত্তিত স্কুলৰ সংখ্যা হ'ল এনেধৰণৰ: বিশ্বনাথ কেন্দ্ৰ- ২০, চাৰিআলি কেন্দ্ৰ- ১৪, পাভৈ কেন্দ্ৰ- ২২ আৰু বৰগাং কেন্দ্ৰ- ২৫।

নগৰ এলেকাৰ প্ৰাথমিক বিদ্যালয় হ'ল: কোঁচগাঁও এল, পি, এৰাবাৰী নিম্ন বুনিয়াদী, সংসঙ্গ এল, পি (বাংলা মাধ্যম), চাৰিআলি আদৰ্শ প্ৰাথমিক আৰু মধুপুৰ প্ৰাথমিক। পিছৰ দুখন বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ অধীনত অভ্যসন বিদ্যালয়। চাৰিআলি আদৰ্শ প্ৰাথমিক বিদ্যালয়ত প্ৰাক্ প্ৰাথমিক শাখাও আছে। নগৰ এলেকাত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা হ'ল ১৪১৫ (অসমীয়া), ৫৭০ (বাংলা) আৰু ২১৫ (হিন্দী)।

গ্ৰাম্য অঞ্চলৰ মজলীয়া স্কুল তিনিখন হ'ল বাঘমাৰী বালিকা (১৯৪২), দেশপ্ৰাণ লক্ষ্মীধৰ সৌৰৱণী (১৯৫৮) আৰু বালিপুখুৰী (১৯৫৮)। গ্ৰাম্যাঞ্চলত থকা ৯ খন মধ্য ইংৰাজী বিদ্যালয় হ'ল: বিশ্বনাথ (১৯৪৭), পাভৈ (১৯৫৫), ডন



বস্কো (১৯৫৭), দিৰিং পথাৰ (১৯৭১), সাকোমঠা (১৯৭৪), বলোডঙা শংকৰ (১৯৭৬), ফকৰুদ্দিন আলি আহমেদ (১৯৭৬), কুমলীয়া (১৯৭৮) আৰু চেলাইখাটি (১৯৭৯)। ইয়াৰ উপৰিও বহুতো এল, পি আৰু এম, ই স্কুল প্ৰাইভেট, অমঞ্জুৰীকৃত নাইবা অপ্ৰাদেশীকৃত হিচাপে আছে।

নগৰ এলেকাৰ একমাত্ৰ এম, ভি স্কুলখন হ'ল চাৰিআলি মজলীয়া বিদ্যালয় (১৯৩১), মধ্য ইংৰাজী কেইখন হ'ল: চাৰিআলি (১৯৬৭), সংসঙ্গ (১৯৪৭ বাংলা মাধ্যম) আৰু চাৰিআলি ৰাষ্ট্ৰীয় বিদ্যালয় (১৯৭৭, হিন্দী মাধ্যম, স্বীকৃত কিন্তু অপ্ৰাদেশীকৃত)। এম, ইত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা হ'ল ২০৫ (অসমীয়া), ২৯৯ (বাংলা) আৰু ১৪৫ (হিন্দী) আৰু শিক্ষক-শিক্ষয়িত্ৰী হ'ল ১২ গৰাকী।

যিকোনো শিক্ষায়তনিক অনুষ্ঠান হ'ল এটা সামূহিক পাৰস্পৰিক প্ৰচেষ্টা, এটা গতিশীল কৰ্ষণ প্ৰক্ৰিয়া। বিশ্বনাথত গোন প্ৰথমে °জ্বালা প্ৰসাদ আগৰৱালা, °বুদ্ধিন্দ্ৰনাথ বৰঠাকুৰ, °কালিৰাম কলিতা (পণ্ডিত), °চণ্ডীপ্ৰসাদ মজুমদাৰ (ভীম বাবু) আদিৰ উদ্যোগত ১৯৩০ চনত এখন এম, ই স্কুল স্থাপিত হয়। শিক্ষক আছিল °হৰিশ্চন্দ্ৰ দাস আৰু ছাত্ৰ দুজন আছিল শ্ৰীশিৱনাথ বৰঠাকুৰ আৰু °হৰেন চন্দ্ৰ ৰায়। কিছুদিন এই স্কুলখন ভীমবাবুৰ দোকানৰ ওপৰ মহলাত চলিছিল। পিছত মতিচান্দ বৰাৰ পুত্ৰই তেওঁলোকৰ পুৰণি ঠাকুৰবাৰীৰ ঘৰটো (বিশ্বনাথ নাট্য মন্দিৰৰ কাষত থকা) দান দিয়াত মতিচান্দ এম, ই নাম দি উক্ত ঘৰত বহুওৱা হয় আৰু বেলেশ্বৰৰ °ৰুত্তিৰাম বৰ্মনক শিক্ষক নিয়োগ কৰা হয়। ১৯৩৩ চনত এই স্কুলৰ পৰা শ্ৰীশিৱনাথ বৰঠাকুৰে বিভাগীয় এম, ই পৰীক্ষা প্ৰথম শ্ৰেণীত পাছ কৰে। কিছু বছৰ চলি ছাত্ৰৰ অভাৱত স্কুলখন উঠি যায়।

পুনৰ ১৯৪০ চনত বিশ্বনাথ প্ৰাইমাৰীতে এম, ভি স্কুল খুলি শ্ৰীশিৱনাথ বৰঠাকুৰক মাহে আঠ টকা বেতনত নিয়োগ কৰা হয়। ১৯৪১ চনত

তেওঁ পঢ়িবলৈ যোৱাত শিক্ষক হয় ৺ৰতিৰাম ভঁড়ালী। কিছুদিন এই স্কুলখন চলাৰ পাছত ১৯৪৫ চনত আকৌ এম, ই স্কুলখন বহে বিশ্বনাথ নাট্য মন্দিৰত। শিক্ষক শ্ৰীশিৱনাথ বৰঠাকুৰ আৰু প্ৰথম ছাত্ৰ-ছাত্ৰী আছিল (সৰ্বশ্ৰী) ভোলানাথ বৰঠাকুৰ, প্ৰিয়নাথ বৰঠাকুৰ আৰু ৰুমা আগৰৱালা। শিক্ষক শ্ৰীবৰঠাকুৰ আকৌ পঢ়িবলৈ যোৱাত শ্ৰীপূৰ্ণ শৰ্মা আৰু শ্ৰীসুবোধ দাসে কিছুদিন শিক্ষকতা কৰে।

বৰ্তমানৰ বিশ্বনাথ এম, ই খন ১৯৪৫ চনত স্থাপিত হয় যদিও ১৯৪৭ চনতহে মঞ্জুৰী পায় আৰু ১৯৭৭ চনত প্ৰাদেশীকৃত হয়। বৰ্তমান স্কুলত পাঁচজন শিক্ষক আৰু ২৫০ জন ছাত্ৰ-ছাত্ৰী আছে, তাৰে ৭০ শতাংশ ছাত্ৰ-ছাত্ৰী অনুসূচিত জাতিৰ। একালৰ প্ৰথম ছাত্ৰ শ্ৰীভোলানাথ বৰঠাকুৰ বৰ্তমান স্কুলখনৰ প্ৰধান শিক্ষক।

চাৰিআলিৰ কোঁচগাঁৱত ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, শ্ৰীবিনন্দিৰাম কলিতা আদিৰ উদ্যোগত ১৯৭৭ চনত চাৰিআলি এম, ই স্কুল স্থাপিত হয়। প্ৰথম প্ৰধান শিক্ষক শ্ৰীবীৰেন্দ্ৰনাথ বৰঠাকুৰ আৰু বৰ্তমান প্ৰধান শিক্ষক শ্ৰীবনমালী বৰঠাকুৰ। স্কুলত বৰ্তমান পাঁচজন শিক্ষক আছে।

১৯৫৫ চনৰ জানুৱাৰী মাহত পাতৈ এম, ই স্কুলৰ পাতনি মেলা হয়। বিদ্যালয়ৰ প্ৰথম প্ৰধান শিক্ষক শ্ৰীযোগেন চন্দ্ৰ ভাগৱতীয়ে ১৯৬৬ চনত পদ ইস্তফা দিয়াত শ্ৰীহেম চন্দ্ৰ মহন্ত প্ৰধান শিক্ষক হয় আৰু তেওঁৰ পাছত বৰ্তমান শ্ৰীনন্দেশ্বৰ নাথ প্ৰধান শিক্ষক পদত আছে। বিদ্যালয়ত ৬ জন শিক্ষক আছে।

গড়েহাগিত কমলাকান্ত স্মৃতি মধ্য ইংৰাজী বিদ্যালয়খন ১৯৮৫ চনৰ ১৪ মে'ৰ দিনা উদ্বোধন কৰা হয়। প্ৰথম প্ৰধান শিক্ষয়িত্ৰী লাৱণ্য ভূঞা (বৰা) আৰু বৰ্তমান প্ৰধান শিক্ষক হ'ল শ্ৰীঅনুপ হাজৰিকা। স্কুলখনে ৰাষ্ট্ৰীয় গ্ৰামোন্নয়ন প্ৰকল্পৰ আঁচনিত ৮৯,৭০০ টকা অনুদান পোৱাত গৃহ নিৰ্মাণ কৰা হৈছে।

বিশ্বনাথ চাৰিআলিত বাংলা মাধ্যমৰ দুখন এল, পি স্কুল আছে: সৎসঙ্গ এল, পি (১৯৪৭) আৰু চাৰিআলি প্ৰাথমিক বিদ্যালয়। শ্ৰীহৰিশ চন্দ্ৰ সৰকাৰে সুদীৰ্ঘ কাল প্ৰধান শিক্ষকতা কৰি ১৯৮২ ত অৱসৰ গ্ৰহণ কৰে। ১৯৮৯ চনৰ ২৮ তম শিক্ষক দিৱসৰ দিনা শোণিতপুৰ জিলা ভিত্তিত তেখেতক সম্বৰ্ধনা জনোৱা হয়। সৎসঙ্গ এম, ই স্কুলৰ প্ৰথম প্ৰধান শিক্ষক শ্ৰীসুৰেশ চন্দ্ৰ মজুমদাৰ আৰু বৰ্তমান প্ৰধান শিক্ষক শ্ৰীনন্দলাল পাল। বাংলা মাধ্যমৰ সৎসঙ্গ স্কুল স্থাপিত হয় ১৯৬৭ ত। শ্ৰীঅজিত কুমাৰ ৰয় আৰম্ভণিৰপৰাই প্ৰধান শিক্ষক পদত আছে।

১৯৪৫ চনৰপৰাই ৺ঠাকুৰ প্ৰসাদ গুপ্তাৰ ঘৰত প্ৰাইভেট হিচাপে হিন্দী শিক্ষাদান কৰা হয়। শিক্ষক দুজন আছিল তুলসীজী আৰু ভগীৰথ প্ৰসাদ। পিছৰ শিক্ষক গুলাব চন্দ্ৰ পাণ্ডেয়। ১৯৬৩ চনত ধন সংগ্ৰহ কৰি চাৰিকঠা মাটি কিনি ৰাষ্ট্ৰভাষা বিদ্যালয় নামৰ এল, পি স্কুল খোলা হয়। প্ৰথম প্ৰধান শিক্ষক মহেশ প্ৰসাদ ঠাকুৰ আৰু বৰ্তমান প্ৰধান শিক্ষক অসৰ্ফী সহনী। ১৯৭৭ চনত ৫ম শ্ৰেণী আৰম্ভ কৰি এম, ই স্কুল খোলা হয়। অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ বিভিন্ন পৰীক্ষাত অঞ্চলটোৰ ভালেমান ছাত্ৰ-ছাত্ৰীয়ে প্ৰতি বছৰে উত্তীৰ্ণ হয়। সমিতিৰ ৰাষ্ট্ৰভাষা শিক্ষাৰ পাতনি মেলা হয় ১৯৫৬ চনত চাৰিআলি মজলীয়া বিদ্যালয়ত শ্ৰীৰামনাৰায়ণ সিংহৰ প্ৰচেষ্টাত।

বিশ্বনাথ ব্ৰাহ্মণ সমাজৰ সম্পাদক শ্ৰীনিৰদাকান্ত বৰুৱাৰ হাতত থকা ব্ৰাহ্মণ সমাজৰ নথিপত্ৰত কুৰি শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত এখন সংস্কৃত টোল খোলাৰ বিষয়ে কাৰ্যবিৱৰণীত উল্লেখ আছে সিঁচৰতি অৱস্থাত। উক্ত বিৱৰণী মতে ১৮৫৫ শকৰ ১৯ জেঠৰ দিনা বিশ্বনাথ সংস্কৃত টোল নামৰ টোলখনৰ শুভাৰম্ভ হয় চাৰিআলি মাইনৰ স্কুলৰ চৌদহত। প্ৰধান উদ্যোগীসকল আছিল ৺ৰমাকান্ত শৰ্মাবৰুৱা, ৺ত্ৰিলোচন শৰ্মা ফুকন, ৺শশীধৰ শৰ্মা, ৺দুৰ্গেশ্বৰ শৰ্মা বৰঠাকুৰ, ৺মিত্ৰধৰ শৰ্মাবৰুৱা, ৺ভদ্ৰেশ্বৰ গোস্বামী ৺কমলাকান্ত শৰ্মা, ৺যতীন্দ্ৰ নাথ শৰ্মা বৰঠাকুৰ, ৺পদ্মকান্ত শৰ্মা আদি। ছাত্ৰৰ অভাৱত এই টোলখন ১৮৫৬ শকত বন্ধ হয় যদিও ১৮৫৭ শকত আকৌ আৰম্ভ হয়। ১৯৪০-৪১ মানত টোলখন বন্ধ হয়।

আন এখন টোল 'বিমলা সংস্কৃত বিদ্যালয়' মধুপুৰত আৰম্ভ কৰা হয়। শ্ৰীউমাকান্ত গোস্বামীৰ তত্ত্বাৱধানত থকা এই টোলখনে চৰকাৰী সাহায্য পাইছিল যদিও ১৯৮১ চনত বন্ধ হৈ যায়।

বিশ্বনাথ চাৰিআলিত দুকুৰিখনমান চোৱহী মোক্তাৱ আছে যাৰ শিক্ষকসকল অবৈতনিক। ইয়াত বিশেষকৈ আৰবী ভাষা পঢ়িবলৈ শিকোৱা হয়। প্ৰথম-দ্বিতীয় স্তৰত ইছলাম ধৰ্মৰ সম্পৰ্কে শিক্ষা দিয়া হয়। প্ৰাথমিক স্তৰত এখন চাৰিআলি মোজাহিৰ উল্ উলুম আছে। বিশ্বনাথৰ শিক্ষাপ্ৰেমী মুছলমান ৰাইজে ১৯৭৬ চনত ফকৰুদ্দিন আলি আহমেদ এম, ই মাদ্ৰাছা স্কুলখন পাতে। মঃ আলম ছানি আৰম্ভণিৰপৰাই প্ৰধান শিক্ষক পদত আছে। ছোৱাগুৰিত এম, ইৰ লগতে ফকৰুদ্দিন আলি আহমেদ হাই মাদ্ৰাছাখন ১৯৮১ ত আৰম্ভ কৰা হয় যদিও এতিয়ালৈকে স্বীকৃতি পোৱা নাই। মঃ আমজাদ হুছেইন আৰম্ভণিৰপৰাই প্ৰধান শিক্ষক (অধীক্ষক) পদত আছে। দুয়োখন স্কুলত মুঠতে ৩০০ ছাত্ৰ-ছাত্ৰীয়ে শিক্ষা গ্ৰহণ কৰে।

চতিয়া-বিশ্বনাথ (চি-বি) আৰবী মহাবিদ্যালয়খন ১৯৬৬ চনত আদাভেটিত প্ৰতিষ্ঠা কৰা হয়। প্ৰথমে কৌমী পৰ্যায়ৰ শিক্ষা দান কৰা হৈছিল। আৰবী, ফাৰ্চী আদি ধৰ্মীয় শিক্ষালৈহে একালত শিক্ষাদান সীমিত আছিল যদিও ১৯৭৭ চনৰ পৰা ইন্টাৰলৈ আৰু ১৯৮৭ ৰপৰা ফজিললৈ শিক্ষা দিয়া হয়। ১৯৮৯ ত বৰ্তমান থকা ঠাইলৈ স্থানান্তৰ কৰা হয়। আৰম্ভণিৰপৰা মঃ মজিবুৰ ৰহমান অধ্যক্ষ পদত আছে।

১৯৭৮ চনত বিশ্বনাথ চাৰিআলিত ইংৰাজী মাধ্যমৰ শিক্ষানুষ্ঠান 'লিটল ষ্টাৰ স্কুল' খোলা



হয়। বৰ্তমান অধ্যক্ষ শ্ৰী এন, কে বিশ্বাস। বৰ্তমান
৩৫৩ জন ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে। ১৯৮৯ চনত সৰ্ব-
প্ৰথম এইখন স্কুলৰপৰা ১১ জন ছাত্ৰ-ছাত্ৰী স্কুল
শিক্ষান্ত পৰীক্ষাত অৱতীৰ্ণ হৈ সকলোৱেই উত্তীৰ্ণ
হয়।

১৯৪২ চনত বৰ্তমান বুনিয়াদী প্ৰশিক্ষণ
কেন্দ্ৰ থকা স্থানত এটি সৰু খেৰী ঘৰ সাজি চাৰি-
আলি হাইস্কুল আৰম্ভ কৰা হয় সপ্তম শ্ৰেণী
খুলি। ভাৰত ত্যাগ আন্দোলনত ঘৰটোত জুই লগাই
দিয়া হয়। স্কুল স্থাপনৰ লগত জড়িত ব্যক্তিসকল
আছিল ৺নবীন চন্দ্ৰ ভট্টাচাৰ্য, ৺চেনিৰাম দাস,
৺চন্দ্ৰকান্ত বৰুৱা, ৺বুদ্ধিন্দ্ৰনাথ গোস্বামী, ৺গোলোক
চন্দ্ৰ দাস, ৺অমৃতলাল বৰুৱা, ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰ,
৺কমিনাথ শইকীয়া, ৺অৰ্জুন নাথ, শ্ৰীকুঞ্জ হাজ-
ৰিকা, আৰু ৺জ্বালাপ্ৰসাদ আগৰৱালা আদি। প্ৰথম
প্ৰধান শিক্ষক ৺ৰমেশ শৰ্মাই পদ ইস্তফা দিয়াত
শ্ৰীমনমোহন বৰাই দায়িত্ব লয়। মৌজাদাৰ ৺আনন্দি
ৰাম শইকীয়াই তিনি হাজাৰ টকাৰ দান আৰু
দুহেজাৰ টকাৰ ধাৰ (পাছত দান স্বৰূপে লোৱা
হয়) হিচাপে দিয়াত নতুন ঘৰ সজা হয়। ১৯৪৫-
৪৬ ত চি, এম স্কুলৰ এম, ই শাখা হাইস্কুলৰ
লগত চামিল কৰা হয়। সেই সময়তে চৰকাৰৰ
পৰা নন্ ৰেকাৰিং গ্ৰাণ্ট পায়। দেশ স্বাধীন হোৱাত
১৯৪৭ ত কেইখনমান স্কুলৰ লগতে চাৰিআলি
হাইস্কুলকো চৰকাৰে বেছিক একাডেমী হিচাপে
লয়। সেই বছৰেই প্ৰথম বাৰৰ বাবে তিনিজনে
প্ৰবেশিকা পৰীক্ষা দিয়ে যদিও মাত্ৰ এজনহে (শ্ৰী-
ঠানুৰাম বৰা) উত্তীৰ্ণ হয়। ১৯৪৯ চনত বেছিক
একাডেমী আঁচনি চৰকাৰে প্ৰত্যাহাৰ কৰাত স্কুল-
খন আকৌ সাধাৰণ হাইস্কুল হৈ পৰে যদিও ক্লাচ
কৰিবলৈ ঘৰ ব্যৱহাৰৰ বাবে চৰকাৰে অনুমতি
দিয়ে। কিন্তু ১৯৫৪--৫৫ ত তাত চাৰিআলি বুনি-
য়াদী প্ৰশিক্ষণ কেন্দ্ৰ খোলাৰ সিদ্ধান্ত কৰাত স্কুলৰ
কাৰণে ঘৰৰ সমস্যা আহি পৰে। ১৯৫৫ চনত এই
স্কুল উচ্চতৰ মাধ্যমিক আৰু বহুমুখী বিদ্যা-

লয় আঁচনিত অন্তৰ্ভুক্ত হয় আৰু সেয়েহে তেতিয়াৰ অসমৰ শিক্ষামন্ত্ৰী ৺অমিয় কুমাৰ দাসদেৱে গৃহ নিৰ্মাণৰ বাবে তিনি-চাৰি লাখ টকাৰ অনুদান আগবঢ়ায়। ১৯৫৫ চনলৈ স্কুলত সহ শিক্ষাৰ ব্যৱস্থা আছিল। উচ্চতৰ মাধ্যমিকৰ উপাধ্যক্ষ হিচাপে যোগদান কৰে শ্ৰীকল্যাণ দেউৰী ভঁৰালীয়ে আৰু ১৯৮০ চনত শ্ৰীমনমোহন বৰাই সুদীৰ্ঘ কাল অধ্যক্ষ ৰূপে চাকৰি কৰি অৱসৰ লোৱাত শ্ৰীভঁৰালী অধ্যক্ষ পদত নিযুক্ত হয়। বৰ্তমান উচ্চতৰ মাধ্যমিক স্তৰত বিজ্ঞান আৰু কলা শাখা আছে।

অঞ্চলটোৰ একমাত্ৰ বালিকা উচ্চ মাধ্যমিক বিদ্যালয় হ'ল চাৰিআলি বালিকা উঃ মাঃ বিদ্যালয়। ১৯৫৬ চনত চাৰিআলি হাইস্কুলৰপৰা ছোৱালী শাখাটো ফালি আনি এই বিদ্যালয় খোলা হয়। প্ৰথম প্ৰধান শিক্ষয়িত্ৰী শ্ৰীবীণা আগৰৱালাই পদ ইস্তফা দিয়াত কিছু দিন শ্ৰীমহীধৰ বৰা দায়িত্বত থাকে। পাছত ১৯৬১ ত প্ৰধান শিক্ষক হিচাপে নিযুক্তি পায় শ্ৰীলক্ষ্মী বৰুৱাই আৰু ১৯৭৪ ত তেওঁ অৱসৰ গ্ৰহণ কৰাত শ্ৰীৰেণু শইকীয়াই সেই দায়িত্ব গ্ৰহণ কৰে। বৰ্তমান প্ৰধান শিক্ষয়িত্ৰী শ্ৰীসত্যবতী বৰা। এইখন স্কুলত গড়েহাগিৰ ৺বেণুধৰ বৰাই তেওঁৰ পৰিবাৰৰ নামত 'ৰূপেশ্বৰী কোঠা' দান দিয়ে।

দলংগুৰি মধ্য ইংৰাজী বিদ্যালয় খোলা হয় ১৯৫৫ চনত আৰু প্ৰধান শিক্ষক শ্ৰীৰমেশ হাজৰিকা। প্ৰাক্তন চাহ বনুৱা মহিলা যমুনা গঞ্জৰ শকত দানেৰে বিদ্যালয়খন স্থাপন কৰা হয় মাত্ৰ ৩২ জন ছাত্ৰ-ছাত্ৰীক লৈ। ১৯৬২ চনত ৭৫ জন ছাত্ৰ-ছাত্ৰীক লৈ উচ্চ মাধ্যমিক বিদ্যালয় খোলা হয়। এই বিদ্যালয় ১৯৮৩-৮৪ ত উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত কৰা হয়। শ্ৰীহিৰণ্য কুমাৰ বৰা আৰম্ভণিৰপৰাই অধ্যক্ষ পদত আছে। এই বিদ্যালয়ত বিশেষকৈ জনজাতি, কাৰ্বি, বড়ো, মিছিং, চাহ শ্ৰমিক আৰু প্ৰাক্তন চাহ শ্ৰমিকৰ ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে।

পাভৈ উচ্চ ইংৰাজী বিদ্যালয়খন মধ্য ইংৰাজী বিদ্যালয় চৌহদতে ১৯৭০ চনত খোলা হয়। বিভাগীয় কৰ্তৃপক্ষৰ অনুমতি মৰ্মে মধ্য ইংৰাজীৰ প্ৰধান শিক্ষক শ্ৰীহেম চন্দ্ৰ মহন্তই প্ৰধান শিক্ষকৰ দায়িত্ব লয়। আৰু পাছত তেওঁ অৱসৰ গ্ৰহণ কৰাত শ্ৰীকুশ ৰাম কোঁচ এতিয়ালৈকে সেই পদত আছে। এই বিদ্যালয়ত বিশেষকৈ পিছপৰা সম্প্ৰদায়, চাহ শ্ৰমিক, প্ৰাক্তন চাহ শ্ৰমিক, কাৰ্বি জনজাতি আদি ছাত্ৰ-ছাত্ৰীয়ে পঢ়ে।

চাৰিআলি নগৰৰ উত্তৰফালে বেলঙেটচনৰ ওচৰত ১৯৬০ চনত 'চাৰিআলি একাডেমী' নামৰ এখন হাইস্কুল খোলা হয়। প্ৰথম মাহতে ৰাতিপুৱা পাঠদান হয় নগাঁও এল, পি স্কুলত। ফেব্ৰুৱাৰী মাহৰপৰা বিদ্যালয়ৰ নিজ ঘৰত শিক্ষাদান কৰা হয়। উল্লেখযোগ্য যে প্ৰথম বছৰতে ৪ৰ্থ শ্ৰেণীৰপৰা ৮ম শ্ৰেণীলৈকে খোলা হয়। ১৯৬৩ চনত নিয়মীয়াভাৱে ছাত্ৰ-ছাত্ৰীয়ে প্ৰথম বাৰ শিক্ষান্ত পৰীক্ষা দিয়ে। প্ৰথম প্ৰধান শিক্ষক শ্ৰীতুলসী ফুকনে অৱসৰ গ্ৰহণ কৰাত বৰ্তমানৰ প্ৰধান শিক্ষক শ্ৰীবদন চন্দ্ৰ নেওগ নিযুক্ত হয়। এই বিদ্যালয়ৰপৰা ১৯৮৭ চনত স্কুল শেষ পৰীক্ষাত শ্ৰীঅনিৰ্বাণ ভাগৱতীয়ে সুখ্যাতিৰে একাদশ স্থান পাবলৈ সমৰ্থ হয়।

বিশ্বনাথ চাৰিআলি নগৰৰপৰা অৰুণাচল প্ৰদেশৰ পাদদেশলৈ কোনো এম, ই স্কুল নথকাত মাজ ঠাই খৰাশিমলুত এখন এম, ই স্কুল স্থাপন কৰা হয় ১৯৫৭ চনত। আৰম্ভণিতে কিছুদিন শ্ৰীমনমোহন বৰাই প্ৰধান শিক্ষকৰ দায়িত্ব লয় যদিও পিছত শ্ৰীবিদ্যাধৰ বৰাক প্ৰধান শিক্ষক হিচাপে নিযুক্তি দিয়া হয়। খৰাশিমলু হাইস্কুল স্থাপিত হয় ১৯৬০ চনত। প্ৰথমতে এম, ই স্কুলতে ৰাতিপুৱা শ্ৰেণী বহে। প্ৰথমতে প্ৰধান শিক্ষকৰ দায়িত্ব শ্ৰীবিদ্যাধৰ বৰাই লৈছিল যদিও পিছত শ্ৰীপ্ৰণৱ বৰাক সেই দায়িত্ব দিয়া হয়। তেওঁ পাছত ইস্তফা দিয়াত স্থানীয় স্নাতক যুৱক শ্ৰীবীৰেশ্বৰ বৰাক নিযুক্তি দিয়া হয়। তেওঁ যোৱাত ১৯৭২ চনত ৺বজ্ৰকান্ত মহন্ত আৰু পাছত শ্ৰীসৰ্বানন্দ বৰা প্ৰধান শিক্ষক হয়।



বালিপুখুৰীত ১৯৬৫ চনত মহাত্মা গান্ধীৰ শতবাৰ্ষিকীৰ লগত ৰজিতা খুৱাই বাপুজী উচ্চ মাধ্যমিক বিদ্যালয় খোলা হয়। প্ৰধান শিক্ষক হিচাপে নিযুক্তি পোৱা শ্ৰীযোগেন চন্দ্ৰ বৰা বৰ্তমানলৈ এই পদত আছে। ১৯৬৮ চনত সৰ্বপ্ৰথম ১০ জন শিক্ষান্ত পৰীক্ষাত অৱতীৰ্ণ হৈ ৩ জন উত্তীৰ্ণ হয়।

১৯৪৯ চনত বিশ্বনাথ এম, ইৰ লগতে বিশ্বনাথ হাইস্কুল খোলা হয় ৭ম আৰু ৮ম শ্ৰেণী আৰম্ভ কৰি। শ্ৰীশিৱনাথ বৰঠাকুৰক প্ৰধান শিক্ষক হিচাপে লৈ খোলা স্কুলখনত কেবাজনো কেবাঠাইৰ শিক্ষকে যোগদান কৰিলেও তেওঁলোক স্থায়ীভাৱে নথকাত প্ৰকৃততে শিক্ষকৰ অভাৱত ১৯৫২ চনত বন্ধ কৰিবলগা হয় যদিও পুনৰ ১৯৬১ চনত আৰম্ভ কৰা হয়। ১৯৬৪ চনত প্ৰথম বাৰৰ বাবে শিক্ষান্ত পৰীক্ষা দিয়ে আৰু দুগৰাকী ছাত্ৰ-ছাত্ৰী উত্তীৰ্ণ হয়। বৰ্তমানে তদৰ্থ মঞ্জুৰী পৰ্যায়ত থকা স্কুলখনে ১৯৮৬ চনত স্বীকৃতি পায় যদিও প্ৰাদেশীকৃত হোৱা নাই। শ্ৰীশিৱনাথ বৰঠাকুৰে অৱসৰ গ্ৰহণ কৰাত শ্ৰীপ্ৰণৱ কুমাৰ আগৰৱালা প্ৰধান শিক্ষকৰ পদত আছে। বিদ্যালয়খনত পঢ়া সৰহসংখ্যক ছাত্ৰ-ছাত্ৰীয়েই অনুসূচিত জাতিৰ।

পানীভঁৰালত সাহিত্যিক, সমাজকৰ্মী ৺লক্ষ্মীধৰ শৰ্মাৰ নামত দেশপ্ৰাণ লক্ষ্মীধৰ সোঁৱৰণী উচ্চ ইংৰাজী বিদ্যালয়খন ১৯৮২ ত প্ৰতিষ্ঠা কৰা হয়। প্ৰথম প্ৰধান শিক্ষক ৺যতীন্দ্ৰনাথ দাস আৰু তেওঁৰ পাছৰ প্ৰধান শিক্ষক শ্ৰীবংশীবদন বৰা বৰ্তমান এই পদতে আছে।

বিশ্বনাথ চাৰিআলি কেন্দ্ৰস্থলত ছাত্ৰ-ছাত্ৰীৰ ক্ৰমবৰ্ধমান সংখ্যা আৰু স্থানীয় উচ্চ মাধ্যমিক বিদ্যালয়সমূহত ছাত্ৰ-ছাত্ৰীৰ ভৰ্তিকৰণৰ ক্ষেত্ৰত দেখা দিয়া সমস্যালৈ লক্ষ্য কৰি চাৰিআলিৰ এম, ইৰ লগতে 'চাৰিআলি আদৰ্শ বিদ্যাপীঠ' নামৰ হাইস্কুলখন কোঁচগাঁৱত স্থাপন কৰা হয় ১৯৮২ চনত। ৫২ জন ছাত্ৰ-ছাত্ৰীক লৈ ৮ম শ্ৰেণী আৰম্ভ কৰা হয় আৰু ভাৰপ্ৰাপ্ত প্ৰধান শিক্ষক হিচাপে অবৈতনিকভাৱে শ্ৰীনগেন বৰাই কাম কৰে। পাছত ১৬ আগষ্টত প্ৰধান শিক্ষক হিচাপে শ্ৰীউমাচৰণ বৰাই যোগদান কৰি এই পদতে কাৰ্যনিৰ্বাহ কৰি আছে। এই বিদ্যালয়ৰ ছাত্ৰ শ্ৰীমানস শৰ্মাই ১৯৮৮ চনত হাইস্কুল শিক্ষান্ত পৰীক্ষাত সুখ্যাতিৰে ১৪ শ স্থান লাভ কৰে।

বিশ্ববিখ্যাত মোনাবাৰী চাহ বাগিচাৰপৰা ৮ কিঃমিঃ দূৰত্বত কোনো এম, ই স্কুল নথকাত বাগিচাৰ মজদুৰ, কৰ্মচাৰী আৰু ওচৰৰ গাঁৱলীয়া ৰাইজে ১৯৬৮ চনত মাত্ৰ ১৩ জন ছাত্ৰ-ছাত্ৰীক লৈ মোনাবাৰী এম, ই স্কুল প্ৰতিষ্ঠা কৰে। প্ৰথম প্ৰধান শিক্ষক লীলাকান্ত ভূঞা আৰু বৰ্তমান প্ৰধান শিক্ষক শ্ৰীপৰমেশ্বৰ গোৱালা। মোনাবাৰী বাগিচাৰ ওচৰত কোনো হাইস্কুল নথকাত মেনেজাৰ আৰ, এ, ইণ্টমেণ্টৰ বিশেষ প্ৰচেষ্টাত ১৯৭৮ চনত মোনাবাৰী উচ্চ মাধ্যমিক বিদ্যালয় স্থাপন কৰা হয়। বেছিভাগ চাহ জনজাতি, প্ৰাক্তন চাহ জনজাতি আৰু অন্যান্য পিছপৰা সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীয়ে ইয়াত পঢ়ে। শ্ৰীচন্দ্ৰলাল শৰ্মা আৰম্ভণিৰপৰা বৰ্তমানলৈ প্ৰধান শিক্ষকৰ পদত আছে। ঘৰ-দুৱাৰ সজাত ইণ্টমেণ্ট ডাঙৰীয়াৰ উল্লেখযোগ্য অৱদান আছে।

বিশ্বনাথ উন্নয়ন খণ্ডৰ বহিৰ্ভূত বিশ্বনাথ অঞ্চলত থকা আন এখন প্ৰাদেশীকৃত উচ্চ মাধ্যমিক বিদ্যালয় হ'ল জিজিয়া মহাবীৰ উচ্চ মাধ্যমিক বিদ্যালয়। সাৰ্বজনীন স্থানত অৱস্থিত এই বিদ্যালয়খনত চাহ জনজাতি, প্ৰাক্তন চাহ জনজাতি, অন্য জনজাতি, অন্যান্য পিছপৰা সম্প্ৰদায়ৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বেছি। বৰ্তমান প্ৰধান শিক্ষক

শ্ৰীথানেশ্বৰ হাজৰিকা।

অঞ্চলটোত নতুনকৈ গঢ় লোৱা কেৰাখনো অস্বীকৃত আৰু অপ্ৰাদেশীকৃত হাইস্কুল হ'ল দিৰিং পথাৰ হাইস্কুল, তিনিখুটি হাইস্কুল, বাঘমৰা হাইস্কুল। এই অঞ্চলত একমাত্ৰ বড়ো মাধ্যমৰ স্কুল হ'ল লাও দলনিত অৱস্থিত শিৱৰাম বড়ো হাইস্কুল।

সংস্কৃতি সম্পন্ন সমাজ এখনৰ আশা-আকাংক্ষাৰ প্ৰতিচ্ছবি শিক্ষানুষ্ঠানতহে প্ৰতিফলিত হ'ব পাৰে। প্ৰকৃততে এখন উচ্চ শিক্ষানুষ্ঠান হ'ল এখন সমাজৰ জীৱন সংগ্ৰামৰ বিজয়স্তম্ভ। ১৯৬০ চনত চাৰিআলি অঞ্চল শিক্ষাৰ দিশত অনগ্ৰসৰ আছিল। উচ্চ শিক্ষানুষ্ঠানৰ নামত মাথোন দুখন বিদ্যালয় আছিল-- চাৰিআলি উচ্চতৰ আৰু বহুমুখী বিদ্যালয় আৰু চাৰিআলি বালিকা উচ্চ-মাধ্যমিক বিদ্যালয়। ভীৰগাঁৱৰ দেশপ্ৰাণ লক্ষীধৰ শৰ্মাই হ'ল ১৯২৩ চনত এম-এ পাছ কৰা অঞ্চলটোৰ প্ৰথম ব্যক্তি। প্ৰথম এম-এচ-চি পাছ কৰা ব্যক্তি শ্ৰীগিৰীশ চন্দ্ৰ গোস্বামী, আৰু এম-কম পাছ কৰা শ্ৰীটংকেশ্বৰ ভট্টাচাৰ্য। এই তথ্যৰপৰা সহজেই অনুমান কৰিব পাৰি অঞ্চলটোত উচ্চ শিক্ষাৰ হাৰ কিদৰে আগবাঢ়িছিল। সেই কালত চাৰিআলিৰপৰা পশ্চিমে ৭৪ কিঃমিঃ নিলগত তেজপুৰত দৰং কলেজ আৰু পূবে ১৪১ কিঃ মিঃ দূৰত উত্তৰ লক্ষীমপুৰ কলেজ আছিল। গতিকে আৰ্থিকভাৱে টনকিয়াল ঘৰৰ ল'ৰা-ছোৱালীয়েহে ইমান দূৰলৈ উচ্চ শিক্ষাৰ্থে যাব পাৰিছিল।

পূব ভৰলী অঞ্চলত উচ্চ শিক্ষাৰ বাবে কোনো মহাবিদ্যালয় নথকাত আৰু এই অঞ্চলত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা বৃদ্ধি পোৱাৰ পৰিপ্ৰেক্ষিতত বিশ্বনাথ চাৰিআলিত এখন মহাবিদ্যালয়ৰ প্ৰয়োজন উপলব্ধি কৰা হয়। সেই উদ্দেশ্যে সমাজকৰ্মী শ্ৰীদামোদৰ বৰা, ৺ললিত চন্দ্ৰ বৰা, ৺চেনিৰাম দাস, ৺নবীন চন্দ্ৰ ভট্টাচাৰ্য, ৺চন্দ্ৰকান্ত বৰুৱা, ৺নজিবুৰ ৰহমান (কাৰ্যকৰী অভিযন্তা, গড়কাপ্তানি বিভাগ), শ্ৰীনগেন বৰা, শ্ৰীতুলসী ফুকন, শ্ৰীপদ্মকান্ত শইকীয়া, শ্ৰীযোগেন ভাগৱতী আদিৰ উদ্যোগত ১৯৬০ চনত বিশ্বনাথ মহাবিদ্যালয় স্থাপন কৰা হয়। এই ক্ষেত্ৰত মজিবুৰ ৰহমানদেৱৰ ত্যাগ আৰু শ্ৰম বিশেষভাৱে স্মৰণযোগ্য। সেই বছৰৰে ৭ চেপ্তেম্বৰত চাৰিআলি উঃ মাঃ বিদ্যালয়ত সাময়িকভাৱে নৈশ শাখা আৰম্ভ কৰা হয়। ১৯৬১ চনৰ ১০ ফেব্ৰুৱাৰীত কলেজখন নিজা ভৱনলৈ স্থানান্তৰিত কৰা হয়। কলেজত প্ৰথমতে কলা শাখা খোলা হৈছিল যদিও পূব ভৰলী অঞ্চলটোৰ ছাত্ৰ-ছাত্ৰীৰ বিজ্ঞান শিক্ষা আহৰণত হোৱা অসুবিধাৰ প্ৰতি লক্ষ্য ৰাখি ১৯৭০ চনত বিজ্ঞান শাখা আৰম্ভ কৰা হয়। বৰ্তমান মহাবিদ্যালয়খনত কলা শাখাৰ প্ৰায়বোৰ বিষয়ত আৰু বিজ্ঞানৰ ৰসায়ন, পদাৰ্থবিদ্যা, প্ৰাণীবিদ্যা আৰু উদ্ভিদবিদ্যাত মেজৰ পাঠ্যক্ৰম আছে। বিশ্বনাথ মহাবিদ্যালয় স্থাপনৰ ক্ষেত্ৰত স্থানীয় ৰাইজে কায়িক আৰু আৰ্থিক উভয়ভাৱেই অৰিহণা আগবঢ়াইছিল। দান আগবঢ়োৱা অনুষ্ঠান আৰু ব্যক্তিসকলৰ ভিতৰত বিশ্বনাথ আঞ্চলিক পঞ্চায়ত, বামগাঁও গাঁও পঞ্চায়ত, পাভৈ ট্ৰেডিং সমবায় সমিতি, বিশ্বনাথ গাঁও পঞ্চায়ত, মাৰোৱাৰী সমাজ, বিশ্বনাথ উন্নয়ন খণ্ড, সুন্দাৰাম মহাদেউ, ৺দেবেশ্বৰ দাস, শ্ৰীযোগেন ভাগৱতী আদিৰ নাম উল্লেখযোগ্য।

বিশ্বনাথ কলেজৰ ক্ৰমোন্নতিত 'কলেজ উন্নয়ন সমিতি'ৰ অৰিহণা উল্লেখযোগ্য। এই সমিতিখন ১৯৬৪ চনত ৺নবীন ভট্টাচাৰ্যক সভাপতি, ৺হৰনাথ হাজৰিকাক উপ সভাপতি, ৺চেনি ৰাম দাস আৰু অধ্যক্ষক যুটীয়া সম্পাদক হিচাপে লৈ প্ৰথমে গঠন কৰা হৈছিল। ১৯৬৭ চনত ৺চেনিৰাম দাসক সভাপতি, শ্ৰীপদ্মকান্ত শইকীয়াক উপ সভাপতি, শ্ৰীনগেন বৰা আৰু শ্ৰীমহীধৰ বৰাক যুটীয়া সম্পাদক হিচাপে লৈ উক্ত সমিতিখন পুনৰ গঠন কৰা হয়। ১৯৬৯ চনত ৺চেনিৰাম দাসক সভাপতি, শ্ৰীপদ্মকান্ত শইকীয়াক উপসভাপতি, শ্ৰীমহীধৰ বৰাক সম্পাদক, শ্ৰীবিনন্দি কলিতা আৰু শ্ৰীচিদানন্দ ভাগৱতীক যুটীয়া সম্পাদক হিচাপে লৈ ৩য় বছৰৰ কাৰণে পুনৰ গঠন কৰা হয়। বৰ্তমান এই সমিতিৰ সভাপতি, উপ সভাপতি আৰু সম্পাদক হ'ল ক্ৰমে ডাঃ কোমেশ্বৰ বৰা, শ্ৰীপদ্মকান্ত শইকীয়া আৰু শ্ৰীমহীধৰ বৰা।

আৰম্ভণিতে মহাবিদ্যালয়খনৰ অধ্যক্ষৰ পদত শ্ৰীকমলনাৰায়ণ দাস আছিল যদিও ১৯৬৪ ৰ পৰা ১৯৮৬ চনলৈকে শ্ৰীসদানন্দ চলিহা অধ্যক্ষৰ দায়িত্বত আছিল। তেওঁ অৱসৰ লোৱাৰ পাছত ৺ললিত চন্দ্ৰ বৰা অধ্যক্ষ হয় আৰু বৰ্তমান অধ্যক্ষ হ'ল শ্ৰীভুবন চন্দ্ৰ চুতীয়া।

ৰাইজৰ আশাশুধীয়া চেষ্টাৰ বলত সম্প্ৰতি এখনি বাণিজ্য মহাবিদ্যালয় স্থাপিত হৈছে। যোৱা ১-৯-৮৯ তাৰিখে শ্ৰীমনমোহন বৰাদেৱে উদ্বোধন কৰা এই বিশ্বনাথ বাণিজ্য মহাবিদ্যালয়ৰ শ্ৰেণীবোৰ বৰ্তমান চাৰিআলি উঃ মাঃ বিদ্যালয়তে অস্থায়ীভাৱে চলি আছে। অধ্যক্ষ শ্ৰীতীৰ্থেশ্বৰ শৰ্মা আৰু পৰিচালনা সমিতিৰ সভাপতি আৰু সম্পাদক ক্ৰমে ডাঃ কোমেশ্বৰ বৰা আৰু শ্ৰীকুমুদ চন্দ্ৰ শৰ্মা। ছাত্ৰ সংখ্যা ৬০ জন।

বিশ্বনাথ চাৰিআলিত বৰ্তমান অসম কৃষি বিশ্ববিদ্যালয়ৰ অন্তৰ্গত এখনি কৃষি মহাবিদ্যালয় গঢ়ি উঠাটো অতি আনন্দৰ কথা। ১৯৮৮ চনৰ ২ ফেব্ৰুৱাৰীৰ দিনা আৰম্ভ কৰা এই বিশ্বনাথ কৃষি মহাবিদ্যালয়ৰ ২০ জন কৃষি বিজ্ঞান আৰু ৫ জন বন বিজ্ঞানৰ ছাত্ৰ লৈ শ্ৰেণী আৰম্ভ কৰা হয়। আঁচনি মতে ১১ কোটি টকাৰে নিৰ্মাণ কৰিব লগা এই অনুষ্ঠানৰ গৃহনিৰ্মাণত ৬ কোটি ৫২ লাখ আৰু পৰীক্ষাগাৰ, বিজ্ঞানাগাৰ আৰু পামৰ বাবে ৪ কোটি ৪৮ লাখ টকা ধাৰ্য কৰা হৈছে। এই মহাবিদ্যালয়ৰ মুৰব্বী হিচাপে সহযোগী ডীন ডঃ দীপেন দত্তই কাৰ্যনিৰ্বাহ কৰি আছে।

স্বাধীনতাৰ পাছত কৰ্মমুখী বুনিয়াদী শিক্ষাৰ ওপৰত গুৰুত্ব দি ইয়াত বেছিক একাডেমী খোলা হয় যদিও এইখন বন্ধ কৰি তাৰ ঠাইত ১৯৫৫ চনত চাৰিআলি বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰহে খোলা



হয়। উদ্বোধন কৰে শিক্ষামন্ত্ৰী ৺অমিয় কুমাৰ দাসদেৱে। ইয়াত কেৱল মহিলাই প্ৰশিক্ষণ লোৱাৰ ব্যৱস্থা আছে। ইয়াত অধ্যক্ষ পদত থকা ব্যক্তিসকল হ'ল যথাক্ৰমে ৺পূৰ্ণিমা দাস, শ্ৰীপূৰ্ণানন্দ শৰ্মা, ৺পাৰুল দাস, শ্ৰীকমলাকান্ত নাথ, শ্ৰীমাকন বৰদলৈ, শ্ৰীনৰেন শৰ্মা, শ্ৰীভবানী দাস। ১৯৮৭ চনৰ পৰা শ্ৰীনৰেন শৰ্মা পুনৰ অধ্যক্ষৰ পদত আছে।

বৰ্তমান বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰটোৰ ঠাইত জিলা শিক্ষা আৰু প্ৰশিক্ষণ সংস্থা (DIET) খোলা হৈছে। নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিৰ অধীনত চৰকাৰে অসমত প্ৰথম পৰ্যায়ত খুলিবলৈ লোৱা ছখন জিলা শিক্ষা আৰু প্ৰশিক্ষণ সংস্থাৰ ভিতৰত ই অন্যতম। এই সংস্থাৰ অধ্যক্ষৰ পদত ডঃ লোহিত চন্দ্ৰ গোস্বামীয়ে ইয়াত যোগদান কৰাৰ কিছু দিনৰ পিছতে ২২ চেপ্তেম্বৰৰ (১৯৮৯) দিনা তেওঁৰ মৃত্যু হয়। বৰ্তমান শ্ৰীনবীন চন্দ্ৰ দত্তই উপাধ্যক্ষৰ পদত যোগদান কৰিছে; ৬ জন জ্যেষ্ঠ প্ৰবক্তা আৰু ১০ জন কনিষ্ঠ প্ৰবক্তাক নিযুক্তি দিয়া হৈছে।

বিশ্বনাথ চাৰিআলি অঞ্চলত অনানুষ্ঠানিক বিজ্ঞান শিক্ষা প্ৰচাৰৰ বাবে স্থানীয় অসম বিজ্ঞান সমিতিৰ শাখাটোৱে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। ১৯৬৯ চনতে স্থাপন কৰা এই শাখাৰ আৰম্ভণি কালৰ সভাপতি, উপসভাপতি আৰু সম্পাদক আছিল যথাক্ৰমে শ্ৰীবিনন্দি কলিতা, ডঃ সুশীল গোস্বামী আৰু শ্ৰীচিদা ভাগৱতী। তাৰ পাছত সভাপতি হয় ডাঃ অতুল বৰুৱা আৰু বৰ্তমান ডাঃ কোমেশ্বৰ বৰাই সেই দায়িত্ব লৈ আছে। সম্পাদকৰ দায়িত্বত থকা পাছৰ ব্যক্তিসকল হ'ল (সৰ্বশ্ৰী) যোগেন শৰ্মা, গগণ বৰুৱা, ক্ষীৰধৰ বৰুৱা আৰু বৰ্তমান শ্ৰীনৱজ্যোতি শৰ্মাবৰুৱা। অসম বিজ্ঞান সমিতিৰ দ্বাৰা নিৰ্দেশিত কাৰ্যসূচীৰ উপৰিও এই শাখাই মাজে মাজে বিদ্যালয় শিক্ষকৰ বিজ্ঞান আৰু গণিত শিক্ষাৰ প্ৰশিক্ষণ, ছাত্ৰ-ছাত্ৰীৰ সাধাৰণ

বিজ্ঞান, গণিত, ইলেক্‌ট্ৰনিক্স আদিৰ শিক্ষাদানৰ শিবিৰ ; জনপ্ৰিয় বিজ্ঞান-বিষয়ৰ বক্তৃতানুষ্ঠান ; কুইজ, ৰচনা, মডেল আদিৰ প্ৰতিযোগিতা, প্ৰদৰ্শনী আদিৰ আয়োজন কৰে। ছাত্ৰ-ছাত্ৰীৰ কাৰণে এটি হবি কেন্দ্ৰও চলাই থকা হৈছে। ৰাইজৰ মাজৰপৰা কু-সংস্কাৰ, অন্ধবিশ্বাস আদি আঁতৰাই বৈজ্ঞানিক দৃষ্টিভংগী গঢ়ি তোলা আৰু পৰিবেশ সংৰক্ষণ সম্পৰ্কে সচেতনতা বৃদ্ধি কৰাতো শাখাটোৱে উল্লেখ যোগ্য ভূমিকা গ্ৰহণ কৰি আহিছে।

বৰ্তমান বিশ্বনাথ চাৰিআলিৰ ক্ৰমবৰ্ধমান জনসংখ্যা আৰু ঠাইখনৰ গুৰুত্বলৈ চাই ইয়াত কন্যা মহাবিদ্যালয়, কাৰিকৰী শিক্ষানুষ্ঠান, চিত্ৰাংকন বিদ্যালয় আৰু এখন পূৰ্ণাঙ্গ সংগীত বিদ্যালয়ৰ অভাৱ ৰাইজে অনুভৱ কৰা যায়। মহাবিদ্যালয় খনতো ইলেক্‌ট্ৰনিক্স, কম্পিউটাৰ, পৰিবেশ বিজ্ঞান আদি বিষয় খুলিলেহে স্থানীয় ছাত্ৰ-ছাত্ৰীসকলে যুগ সাপেক্ষ শিক্ষা লাভত অগ্ৰসৰ হ'ব পাৰিব। আমি আশা ৰাখিছোঁ, স্থানীয় শিক্ষানুৰাগী ৰাইজ, অভিভাৱক আৰু চৰকাৰৰ সহযোগত শিক্ষা সম্পৰ্কীয় সমস্যাবাজিৰ অন্ত পৰি অঞ্চলটোৰ ছাত্ৰ-ছাত্ৰী সকলে উপযুক্ত শিক্ষাগ্ৰহণৰ সুবিধা লাভ কৰি যুগৰ লগত খোজ মিলাই যাব পাৰিব। ০০০


সহায় লোৱা গ্ৰন্থ আৰু অন্যান্য উৎসমূহ ঃ

১। কাব্য প্ৰতিভা, ডিম্বেশ্বৰ নেওগ, ১৯৩৪।
২। A Short History of Higher Education in Assam, Dr. H.K. Barpujari, Golden Jubilee Volume, Cotton College, 1972, page 4.
৩। Development of Secondary Education in Assam and its Impact on the Social Development, Dr. (Mrs) L. Das, 1972, page 17.
৪। টোকোৰা বাঁহৰ কুটা, বেণুধৰ শৰ্মা।
৫। Progress of Education in Assam, Dr. R. Devi, page- 4.
৬। Mills' Report on the Province of Assam.
৭। বিভিন্ন বিদ্যালয়-মহাবিদ্যালয়ৰ কাৰ্যালয়ৰ নথি-পত্ৰ।
৮। বিশ্বনাথ মহকুমা উপ-পৰিদৰ্শক, আৰু বিশ্বনাথ উন্নয়ন খণ্ডৰ প্ৰাথমিক শিক্ষা বিষয়াৰ কাৰ্যালয়ৰ নথি-পত্ৰ।




# জাতীয় ন্যাস পুঁজি : কিছু প্ৰাসংগিক চিন্তা

যোগেশ্বৰ বৰা

অসমবাসী ৰাইজে অসমৰ স্বাৰ্থৰ অনুকূলে মাত মাতিবৰ কাৰণে বৰ্তমান অসম সাহিত্য সভাই হৈছে আটাইতকৈ শক্তিশালী অৰাজনৈতিক মঞ্চ। অসম সাহিত্য সভাৰ জনপ্ৰিয়তা, বিশালতা আৰু প্ৰসাৰতাই সাহিত্য সভাক এইখিনি গুৰুত্ব প্ৰদান কৰিছে। সাহিত্য সমাজ-নিৰপেক্ষ নহয়। গতিকে সমাজৰ গতি-প্ৰকৃতি নিৰ্ণায়ক প্ৰতিটো উপাদানকে সাহিত্য সভাৰ মজিয়াত নিষ্ঠাৰে পৰীক্ষা-নিৰীক্ষা কৰাৰ দায়িত্ব সভাৰ আছে বুলি স্বীকাৰ কৰি লোৱা হয়। কিন্তু এই স্বীকৃতিৰ পিছতো আমি উপলব্ধি কৰো যে অসম সাহিত্য সভা মূলতঃ সাহিত্যৰ অনুষ্ঠান। আৰু পৰিতাপৰ কথা এই যে এই মূল বিষয়ত সাহিত্য সভাই যথেষ্ট সমালোচনাৰ সন্মুখীন হ'বলগা হৈছে।

সাহিত্য সভাৰ নিজাৰৱীয়া, উপযুক্ত মান-বিশিষ্ট আৰু উপযুক্ত প্ৰচাৰ থকা এখন আলোচনীৰ অভাৱ বৰকৈ অনুভৱ কৰা হয়। অসমীয়া ভাষাৰ এখন সৰ্বাংগসুন্দৰ অভিধানৰ অভাৱৰ কথাও বৰকৈ উচ্চাৰিত হয়। অন্যান্য প্ৰকাশনৰ ক্ষেত্ৰতো সাহিত্য সভা গৌৰৱ কৰিব পৰাকৈ চহকী নহয়। নতুন প্ৰতিভাক বাট চোঙাই দিয়াৰ যি গভীৰ দায়িত্ব সাহিত্য সভাৰ আছে, সেই ক্ষেত্ৰতো সাহিত্য সভাৰ ভূমিকা পাল মৰা বিধৰ বুলি অভিযোগ শুনা যায়। সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত গভীৰ মানসিক পৰিশ্ৰম মূৰ পাতি লোৱা স্ৰষ্টা সকলো যাচি দিয়া সোণৰ মূল্য নথকাৰ দৰে; সাহিত্যৰ নিয়ন্ত্ৰণহীন বজাৰ খনত হয় উপেক্ষিত হৈছে, নহয় আৰ্থিক-ক্ষতিগ্ৰস্ত হৈছে। উপযুক্ত পৰিকল্পনা লৈ সাহিত্যৰ ব্যৱসায়ৰ দিশটো আংশিকভাৱে হ'লেও নিয়ন্ত্ৰণ কৰাটো সাহিত্য সভাৰ দায়িত্ব হোৱা উচিত। উচিতৰ এই তালিকাখন আৰু দীঘলীয়া কৰিব পাৰি।

এই মূল বিষয়বোৰত সাহিত্য সভাৰ দায়িত্ব পালনৰ শিথিলতাৰ বহুতো কাৰণ নিশ্চয় আছে। কিন্তু মাই কাৰণ হ'ল অৰ্থ। বৰ্তমান চৰা দামৰ দিনত ভাষা-সাহিত্যৰ উন্নতি কল্পে নিষ্ঠাৰে দায়িত্ব পালন কৰিবলৈ প্ৰয়োজন বিপুল পৰিমাণৰ অৰ্থৰ। অসম সাহিত্য সভাৰ ধনৰ ভঁড়াল প্ৰায় উদং। অৰ্থ আহৰণৰ উৎসও সীমিত। চৰকাৰৰ ঘৰৰ পৰা যি সামান্য পৰিমাণৰ অৰ্থ আদায় কৰিব পাৰে-- তাৰ সিংহ ভাগ খৰচ হয় সভাৰ তিনিটাকৈ অফিচ চলাওঁতে।

এনেবোৰ কথাৰ প্ৰতি লক্ষ্য ৰাখিয়েই বোধ হয় অসম সাহিত্য সভাই এটি জাতীয় ন্যাস পুঁজি গঠন কৰিছে। অসম সাহিত্য সভাৰ ঊনপঞ্চাশতম ডিফু অধিবেশনৰ প্ৰস্তাৱ অনুসৰি ১৯৮৩ চনৰ এপ্ৰিল মাহৰ ২৩ তাৰিখে অসম সাহিত্য সভাৰ জাতীয় ন্যাস পুঁজি গঠিত হয়। এক কোটি টকাৰ পুঁজিৰ লক্ষ্য আগত ৰাখি দহ হাজাৰ টকাৰ আৰম্ভ-নিৰে এই পুঁজিৰ শুভাৰম্ভ হয়। মূল পুঁজিত হাত

নিদি পুঁজিৰ সুতৰ টকাৰে সভাই স্ব-নিৰ্ভৰভাৱে ভাষা-সাহিত্যৰ উন্নয়নমূলক কাম-কাজ পৰিচালনা কৰাটোৱেই পুঁজি গঠনৰ অন্যতম লক্ষ্য।

এক কোটি টকা! স্থায়ী জমা (fixed deposit) কৰিলে বছেৰেকীয়া সুতৰ পৰিমানেই প্ৰায় বাৰ লাখ টকা। নিঃসন্দেহে সাহিত্য সভাই কিছু কাম কৰাৰ পথ সুগম হয়।

কিন্তু ১৯৮৬ চনলৈকে এই পুঁজিত গচ্ছিত টকাৰ পৰিমাণ মাত্ৰ সাত লাখ টকা! বৰ্তমানৰ সভাপতি শ্ৰীমহিম বৰাই বিভিন্ন মেলে-মিটিঙে জনোৱা মতে বৰ্তমান (১৯৮৯) পুঁজিৰ পৰিমাণ হৈছেগৈ এঘাৰ লাখ টকা। অৰ্থাৎ মুঠ ছবছৰত এঘাৰ লাখ; বছৰত গড়ে দুই লাখ টকাও সংগ্ৰহ হোৱা নাই। এইটো গতিৰে টকা সংগ্ৰহ হ'বলৈ হ'লে এককোটি টকা সংগ্ৰহ হ'বলৈ পঞ্চাছ বছৰ লাগিব! টকা সংগ্ৰহৰ শামুকীয়া গতিৰ তুলনাত মুদ্ৰা-স্ফীতিৰ গতি ভাবিব নোৱাৰা। পঞ্চাছ বছৰৰ মূৰত এককোটি টকাৰ ব্যৱহাৰিক মূল্য হয়তো বৰ্তমানৰ একলাখ টকাৰ সমানহে হ'বগৈ। সাহিত্য সভা পুনৰ মূষিকো ভৱ!

কিন্তু তাত্ত্বিকভাবে এক কোটি টকা সংগ্ৰহ হ'ব লাগিছিল। অসমৰ বাকী ৰাইজৰ কথা বাদেই দিলো; মাত্ৰ অসম সাহিত্য সভাৰ মাননীয় সদস্য সকলে হাত উজান দিলেও যোৱা ছবছৰে এইখিনি টকা সংগ্ৰহ হ'ব লাগিছিল। শুনা মতে সাহিত্য সভাৰ শাখাৰ সংখ্যা ৮০০। নিয়মাৱলী মতে ৫০ জনৰ কম সদস্যেৰে শাখা গঠন কৰিব নোৱাৰি। কিন্তু প্ৰকৃততে বহুতো শাখাৰ সদস্যৰ সংখ্যা ৫০০ ৰ ওপৰত। তথাপিও মাত্ৰ ৫০ জন সদস্য বুলি ধৰিলেও ৮০০ শাখাৰ সদস্যৰ সংখ্যা হয় চল্লিছ হাজাৰ। চল্লিছ হাজাৰজন সদস্যই মাহে মাত্ৰ চাৰি টকাকৈ দান আগবঢ়ালে যোৱা ছবছৰে মুঠ সংগ্ৰহৰ পৰিমাণ এক কোটি পোন্ধৰ লাখ টকাৰ ওপৰ হয়। তাত্ত্বিকভাবে এনে এটা পৰিণাম আশা কৰা হয়।

স্বাভাৱিকতে প্ৰশ্ন হয়-- সভাই সভাৰ মূল ভিত্তি স্বৰূপ সদস্যসকলৰপৰা জাতীয় ন্যাস পুঁজিলৈ দান-বৰঙণি সংগ্ৰহ কৰাৰ ব্যৱস্থা কৰা নাই নেকি? নতুবা সদস্যসকলে মাহে চাৰি টকাকৈও জাতীয় ন্যাস পুঁজিৰ বাবে ওপৰঞ্চি বৰঙণি দিবলৈ নোৱাৰে নেকি?

তাত্ত্বিক কথাখিনি বাদ দিলে পিছে চিত্ৰখন অন্যৰকমৰ হয়। এটা প্ৰকাণ্ড হাতীৰ ভৰিকিটা পংগু হ'লে যি হ'ব- সাহিত্য সভাৰ অৱস্থাও কমবেছি পৰিমাণে তেনেকুৱাই। বহুতো শাখা আচলতে পংগু অংগৰ দৰে সাহিত্য সভাৰ গাত ওলমি আছে। ৮০০ শাখাৰ সৰহখিনিয়েই বৰ্তমান নিষ্ক্ৰিয়। প্ৰায় পংগুৰ দৰে ওলমি থকা আন এবিধ অংগ হ'ল সভাৰ জিলা শাখা সমূহ। নিষ্ক্ৰিয় শাখা সমূহ হাতীটোৰ বাবে মহা ভাৰ হৈছে। এই বৃহৎ সংখ্যক শাখাবোৰলৈ মাত্ৰ এখন চিঠি সাধাৰণ ডাকত পঠাবলৈ খৰচ হয় প্ৰায় পাঁচ শ টকা। সময় আৰু পৰিশ্ৰম! শাখাৰ ঠিকনা সম্বলিত তালিকাখন এখন সৰু সুৱা কিতাপেই। এখনকৈ চিঠি পঠাবলৈ এই পুস্তিকাখনৰ তিনিটাকৈ কপি কৰিব লগা হয়- খামৰ ওপৰত লিখিবলৈ, চিঠিখনত লিখিবলৈ আৰু নিজা খতিয়ান ৰাখিবলৈ। আৰু ইমানখিনি কৰ্ষ্ট কৰি সভাই মাৰি পঠিওৱা চিঠিৰ ফৰ্মুটিডাল আম নথকা আমগছুৰপৰা আম পাৰিবলৈ মাৰি পঠোৱা ফৰ্মুটিৰ দৰে নিষ্ফল হয়। এনেকুৱা অৱস্থাত সভাই শাখাবোৰক জাতীয় ন্যাস পুঁজি গঠনত ব্যৱহাৰ কৰাটো পৰ্বতত কাছুকণী বিচৰাৰ দৰে হ'ব।

কেৱল জাতীয় ন্যাস পুঁজিৰ কাৰণেই নহয়, অন্যান্য বহুতো কাৰণত সভাই সাংগঠনিক দিশত সৰ্বাধিক গুৰুত্ব দিব লাগে। শাখাৰ সংখ্যাধিক্যই অধিবেশনত প্ৰতিনিধিৰ সংখ্যাধিক্য ঘটাই কেইসাজমান অধিক ভাত হজম কৰাটোৱেই লক্ষ্য হ'ব নালাগে। হয় নিষ্ক্ৰিয় শাখাবোৰক কৰ্মঠ কৰি তুলিব লাগে নহয় ন্যূনতম কাৰ্যসূচী ৰূপায়ণ কৰিব নোৱাৰা শাখা বাতিল কৰিব লাগে।



সাংগঠনিক ভেটিটো সুদৃঢ় কৰি সভাই শাখাবোৰক ন্যাসপুঁজি গঠনৰ কামত ব্যৱহাৰ কৰিব লাগে। সাহিত্য সভাৰ প্ৰতিজন সদস্যই জাতীয় ন্যাস পুঁজিলৈ এটা ন্যূনতম বৰঙণি আদায় দিয়াটো অহা বছৰৰ কাৰণে বাধ্যতামূলক কৰিব লাগে।

সদস্যসকলৰ কথা বাদ দিও সমূহ অসমবাসী ৰাইজক জাতীয় ন্যাস পুঁজিৰ লগত জড়িত কৰিব পৰাকৈ এটা আবেগিক আন্দোলন সাহিত্য সভাই গঢ়ি তুলিব লাগে। অসম সাহিত্য সভা অসমবাসী ৰাইজৰ বৰ মৰমৰ অনুষ্ঠান। এইটো যে মৰমৰ অনুষ্ঠান, অধিবেশনত গোট খোৱা জনসমাগমেই তাৰ প্ৰমাণ। চিৰ চেনেহী ভাষা জননীৰ প্ৰতি অসমীয়া মানুহৰ আবেগিক সহানুভূতি আছে। সাহিত্য সভাৰ নাম লৈ ৰাইজৰ ওচৰত হাত পাতিলে অসমীয়া মানুহে বিমুখ কৰিবলৈ বৰ টান পায়। ৰাইজে দিব—মাথোন সাহিত্য সভাই হাত পাতি ল'ব জানিলেই হ'ল। সাহিত্য সভাৰ প্ৰতি অসমবাসীৰ যি আবেগিক টান, সেই আবেগক সাহিত্য সভাই উচিত মতে সংগঠনৰ কামত ব্যৱহাৰ কৰাৰ সুচিন্তিত পৰিকল্পনা ল'ব লাগে। এই আবেগক কেৱল ফুলৰ মালা আৰু গামোচালৈ ৰূপান্তৰ কৰি থকাটো অপচয় হৈছে। ত্ৰিছ লাখ টকীয়া অধিবেশন পতাতে এই আবেগ ব্যৱহাৰ কৰি থকাও উচিত হোৱা নাই যেন লাগে।

বদ্ধ জলাশয়ৰ পানীক বোৱতি সুঁতিলৈ ৰূপান্তৰ কৰি বিদ্যুৎ আহৰণ কৰিবলৈ সুচিন্তিত পৰিকল্পনা আৰু দক্ষতাৰ প্ৰয়োজন। সাহিত্য সভাৰ প্ৰতি থকা অসমবাসী ৰাইজৰ উচ্চাস আৰু আবেগক কেৱল অধিবেশনৰ বদ্ধ জলাশয়তে আবদ্ধ নাৰাখি তাক নিয়ন্ত্ৰিতভাৱে বোৱতি সুঁতিলৈ ৰূপান্তৰ কৰি কিছু সুফল আদায় কৰিবৰ কাৰণেও প্ৰয়োজন হৈছে উপযুক্ত পৰিকল্পনা আৰু দক্ষতাৰ। সেই পৰিকল্পনা আৰু দক্ষতাৰ বাবে অসমবাসী ৰাইজে সাহিত্য সভাৰ ওৰি ধৰোঁতাসকলৰ মুখলৈ আশাৰে বাট চাই আছে।

০০০



# শোণিতপুৰীয়া কাৰ্বি জনজীৱন

## এটি আলোকপাত / চাৰচিং ৰংহাং

উত্তৰ পূৰ্বাঞ্চল তথা অসমৰ বিভিন্ন জনজাতি সকলৰ ভিতৰত কাৰ্‌বিও অন্যতম। তেওঁলোক মংগোলীয় নৃগোষ্ঠীৰ অন্তৰ্ভুক্ত। তেওঁলোকে বুৰঞ্জীয়ে চুকি নোপোৱা কালতে বিভিন্ন ঠাইৰপৰা অসমলৈ আহি বসবাস কৰিছে। কাৰ্‌বিসকল নিঃসন্দেহে অসমৰ আদিবাসী অসমীয়া। তথাপিতো তেওঁলোকৰ নিজস্ব কিছুমান বিশেষত্ব আছে যাৰ দ্বাৰা তেওঁলোকে নিজকে কাৰ্‌বি বুলি পৰিচয় দিব পাৰিছে।

কাৰ্‌বিসকল সাধাৰণতে শান্তিপ্ৰিয় হোজা আৰু সৰল স্বভাৱৰ। যুদ্ধবাদী মনোভাব তেওঁলোকৰ নাই। অসম বুৰঞ্জীৰ কোনো এখিলা পাততো তেওঁলোকে চুবুৰীয়া জাতিবোৰক উপদ্ৰৱ কৰাৰ ঘটনা পোৱা নাযায়। কাৰবিসকলৰ মূল বাসস্থান বৰ্তমানৰ কাৰবি আংলং জিলাত। ইয়াৰ বাহিৰেও উত্তৰ পূৰ্বাঞ্চলৰ দুখনমান ৰাজ্য আৰু অসমৰ কেইখনমান জিলাত তেওঁলোকৰ বসতি আছে। এই প্ৰবন্ধত কেৱল শোণিতপুৰীয়া কাৰবিসকলৰ জনজীৱনৰ বিষয়েহে আলোকপাত কৰা হ'ব।

শোণিতপুৰ জিলালৈ কাৰ্‌বিসকল কেতিয়া, কিয় আৰু কেনেকৈ আহিল তাক সঠিকভাৱে জানিবপৰা নাযায়। জনশ্ৰুতিমতে তেওঁলোক বিভিন্ন সময়ত, বিভিন্ন কাৰণত কাৰ্‌বি আংলং জিলাৰ বিভিন্ন ঠাইৰপৰা একো একোজন গাঁওবুঢ়াৰ নেতৃত্বত আহিছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰলৈ অহা প্ৰথম কাৰ্‌বি দলটো আছিল ৰংহাংথে'প'ৰ নেতৃত্বত। কাৰবি আংলঙৰ ৰংখং নামৰ ঠাইৰপৰা তেওঁৰ দলটো শিলঘাট-পাণপুৰেদি ব্ৰহ্মপুত্ৰ পাৰ হৈ তেতিয়াৰ দৰং আৰু এতিয়াৰ শোণিতপুৰ জিলাত সোমায়। ইয়াৰ পিছৰ দলটো আহে জংথুং ক্ৰো'ৰ নেতৃত্বত। জংথুঙৰ দলটোৱেও ৰংহাং থে'প' অহা বাটেৰে আহে আৰু বিশ্বনাথৰ ভীৰ নামৰ ঠাইত কিছুদিন বসবাস কৰে। তেওঁলোকৰ লগতেই আৰু এটা দল আহিছিল মলি তেৰাঙৰ নেতৃত্বত। ভীৰত থাকোঁতে মলি তেৰাঙৰ দলক আমচেং মিৰি নামৰ এজন মিছিং লোকে ভৰলীৰ পাৰলৈ লৈ গৈ তেওঁলোকৰ ওচৰা-উচৰিকৈ বসতি কৰিবলৈ দিয়ে। ভীৰত থাকোঁতে বকাধনি নামৰ এজন লোকে সা-সুবিধা আৰু অন্যান্য সহায়-সহযোগ আগবঢ়াইছিল বুলি জনা যায়। সেই সময়ত বিশ্বনাথ বা প্ৰায় ব্ৰহ্মপুত্ৰৰপৰা ডফলা পাহাৰলৈকে বিৰাট ঘন হাবি আছিল। জংথুঙৰ দলে ৰংহাং থেপ' যোৱা বাটেৰে ক্ৰমে উত্তৰলৈ আগুৱাই গৈ প্ৰথমে ডফলা পাহাৰৰ ভিতৰুৱা জং থুং নামৰ ঠাইত বসতি কৰিছিলগৈ।

জংথুঙৰ লগত বুৰা কমাৰ নামৰ এজন লোক আহিছিল। পিছে কোনোবা ঠাইত হৈ গৈছিল। বুৰা কমাৰ যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ আৰু প্ৰকাৰৰ সামগ্ৰী দা, কটাৰী, কোৰ, কুঠাৰ আদি তৈয়াৰ কৰাত পাকৈত আছিল। তেওঁৰ দৰে বৃত্তিয়াল লোক



কাৰবি আংলঙত মুখীয়াল লোকসকলে আলোচনা কৰি বুৰা কমাৰক কথাৰে চলাই-ভুলাই সপৰিয়ালে ঘূৰাই লৈ যায়। সম্ভৱতঃ সেই কাৰণেই বৰ্তমান শোণিতপুৰীয়া কাৰবি সমাজত কমাৰ কাম কৰা মানুহ দেখা নাযায়।

সেই সময়ছোৱাত অসমত ইংৰাজৰ শাসন আৰম্ভ হৈছিল। ব্ৰুচ নামৰ এজন ইংৰাজ চাহাবে নগাঁৱৰ কলিয়াবৰত ইককয় ৰংপী আৰু তেওঁৰ সতীৰ্থ এদল লোকক চলাই-ভুলাই দৰং জিলালৈ যাবলৈ কৈ তেওঁৰ হাতত এখন চিঠি দিয়ে মাইচিং মেকৰাত নামৰ এজন দোকানীৰ হাতত দিবলৈ। সেই চিঠিত ইককয় ৰংপীৰ দলটোক ৰচদ-পাতি দিবলৈ কোৱা হৈছিল। তেওঁলোকে নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ বিশ্বনাথ অঞ্চলত সোমায়। কিছুদিনৰ পিছত ব্ৰুচ চাহাব এই দলটোৰ খবৰ ল'বলৈ আহিছিল। ইককয়ৰ পাছতো দুই এটি সৰু সৰু দল উত্তৰপাৰলৈ আহিছিল বুলি জনা যায়।

কাৰবিসকলৰ সতি-সন্ততিসকল বৰ্তমান শোণিতপুৰ জিলাৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ আছে। পূবে ডুবিয়াৰপৰা পশ্চিমে চেলাইখাটিলৈকে এই খণ্ডত তেওঁলোকৰ বসতি আছে। এই গাঁওবোৰ পূবৰপৰা পশ্চিমলৈ একাদিক্ৰমে এইদৰে অৱস্থিত : ডুবিয়া, চত্ৰং, সোলেঙি, ককিলা, চিৰাজুলি, লাংকুম্বৰ, নাহৰজান, কুকুৰজান, খাৰণি জান, বেদেতি, বিহমাৰি জাৰণি, বিহমাৰি বনগাঁও, শিয়ালমাৰি, চেৰেলিয়া, বৰজাৰণি, ভঁৰালি জুলি, ৰঙাজান, তিনিখুটি, নাহৰবাৰী, শামুকজুলি, পাভৈ কাৰবি ব্লক, মিছামাৰি, নিহাংচাং, জংথুংচাং, খেৰবাৰী, বৰপথাৰ, মহজুলি আৰু চেলাইখাটি। শোণিতপুৰ জিলাত কাৰবিসকলৰ মুঠ জন সংখ্যা প্ৰায় ৪৫ হাজাৰ। ইয়াৰে শতকৰা ৯৫ ভাগেই খেতিয়ক। কিছু সংখ্যক লোকে হাজিৰা মজুৰিৰ কাম কৰে আৰু অতি নগণ্য সংখ্যকে চাকৰি আৰু সৰুসুৰা ব্যৱসায় কৰে।

শোণিতপুৰলৈ আহি কাৰবিসকলে প্ৰাচীন পদ্ধতি অনুসৰি পোন প্ৰথমে জুম খেতিহে কৰিছিল। তেতিয়া থকা ঠাইবোৰো থিতাপি লগা নাছিল। পিছত লাহে লাহে তেওঁলোকে জুম খেতি এৰি থলুৱা নিয়মেৰে কৃষি কৰিবলৈ ধৰে। খেতিৰ ভিতৰত তেওঁলোকে প্ৰধানকৈ আহুধান, গোমধান, তিল, আলু, কচু, বেঙেনা, জলকীয়া, আদা, কপাহ আদি কৰে। প্ৰথম অৱস্থাত তেওঁলোকে বাঁহ-বেতৰ কাম প্ৰত্যেকেই কৰিছিল; কিন্তু সেইবোৰ বিক্ৰীৰ উদ্দেশ্যে কৰা নাছিল। বাঁহ-বেতৰ পৰা তৈয়াৰ কৰা বস্তুবোৰ আছিল পাচি, টুকুৰী, খাং, চাৰি, বিচনী ইত্যাদি। এইবোৰৰ উপৰিও আছিল হাক, মাৰজং, চেংনাম, হাংৰা, ঠিহ, বিচিৰ (এইবোৰৰ অসমীয়া নাম জনা নাযায়) আদি যাৱতীয় সাঁজুলি। বৰ্তমানৰ যুৱক চামৰ এইবোৰ বস্তু তৈয়াৰ কৰাৰ প্ৰতি আগ্ৰহ কমিছে।

অতীতৰ কাৰবি সমাজত বহাৰ আসন হিচাপে ঘাইকৈ চৰা-পীৰাই ব্যৱহাৰ আছিল। তদুপৰি তাৰচ' নামৰ এবিধ বিশেষধৰণৰ চৰাৰো ব্যৱহাৰ আছিল। অৱশ্যে তাৰচ'ত সমাজৰ বৰমূৰীয়া বা সন্মানিত লোকৰ বাহিৰে আন লোকৰ বহাৰ নিয়ম নাছিল। ইয়াৰ অন্যথা হ'লে সমাজে তেনে লোকক দণ্ড বিহিছিল।

বয়ন শিল্পত কাৰ্‌বি মহিলা অতি প্ৰাচীন কালৰেপৰা বৰ আগবঢ়া। তেওঁলোকে ঘৰৰ প্ৰতি জনৰ বাবে প্ৰয়োজনীয় কাপোৰ, সাজ-পোছাক আদি তৈয়াৰ কৰি দিব লাগিছিল। সূতাৰ কাৰণে তেওঁলোকে কপাহৰ খেতি কৰিছিল আৰু এড়ি পলু পুহিছিল। আগৰ দিনত কোনো লোকে বিয়াৰ বাবে কইনা বিচাৰিলে প্ৰথমে কইনাৰ বয়ন শিল্পৰ জ্ঞান আছে নে নাই তাৰহে প্ৰথম সম্ভেদ লোৱাৰ নিয়ম আছিল। কাৰ্‌বি গিগিনীবোৰে নানা প্ৰকাৰৰ কাপোৰ ব'ব আৰু ফুল তুলিব পাৰিছিল। কাপোৰত ৰং দিবলৈ তেওঁলোকে চিবু নামৰ এবিধ তৃণৰ পাত লেতেকুৰ পাত, লা আদি বিভিন্ন বস্তু ব্যৱ-

হাৰ কৰিছিল। সেইবোৰৰপৰা নানাধৰণৰ ৰং তৈয়াৰ কৰি লৈছিল। তেওঁলোকে তৈয়াৰ কৰা কাপোৰ আৰু সাজ-পোছাকৰ ভিতৰত ৰিকং (চুৰীয়া),ৰাহু (পাগুৰি), চ্চয় (চোলা), পিনি(মেখেলা), জিচ' (বক্ষ বন্ধনী), খঞ্জাৰি (স্কাৰ্ফ), পে' চাৰ্পি (বুঢ়ী মানুহৰ কাপোৰ), পেলু (মতা মানুহৰ বিচনা কাপোৰ), পিনিকু (মাইকী মানুহৰ বিচনা কাপোৰ), জিৰ্ ইক্ (কেচুৱাক পিঠিত লৈ ফুৰিবলৈ ব্যৱহাৰ কৰা কাপোৰ) আদিয়েই প্ৰধান। আজিকালিও শোণিতপুৰীয়া কাৰ্বি মহিলাই ভালদৰে কাপোৰ ব'ব জানে, অৱশ্যে সূতাবোৰ বজাৰৰপৰা কিনি আনি লয়।

উনবিংশ শতিকাৰ শেষ দশকমানৰপৰা কাৰ্বি পুৰুষসকলে আৰু তাৰো বহু পিছৰপৰাহে কাৰ্বি মহিলাসকলে কল-কাৰখানাত উৎপাদিত বস্ত্ৰৰ ব্যৱহাৰ কৰিবলৈ ধৰে। ইয়াৰ পূৰ্বে পুৰুষসকলে ৰিকং আৰু চ্চয় পৰিধান কৰিছিল আৰু মূৰত পাগুৰি মাৰিছিল আৰু তিৰোতাই পিনি আৰু বুকুত জিচ' বান্ধিছিল। ৰংচ'পী গাঁৱৰ যুৱতী সকলেই সৰ্বপ্ৰথম ব্লাউজৰ ব্যৱহাৰ কৰিছিল।

কাৰবি মহিলাই সৌন্দৰ্যবৰ্ধক বস্তু হিচাপে নানা তৰহৰ গহণা-পাতি পিন্ধে। তাৰ ভিতৰত ন'থেংপী (এবিধ ডাঙৰ কাণ ফুল), থুৰীয়া, লেক ৰয়ে, লেক্ পাইকম, লেক চেক্ৰ, লেক পেংখেৰা, লেক্‌শিকি, মান্দুলি, কুৰ্দুনি আৰু আঙঠিয়েই প্ৰধান। পুৰুষসকলে ৰজাকৰ (এবিধ চৰাই) পাখি মূৰত গুজি লয়।

অতীতৰ শোণিতপুৰীয়া কাৰ্বিসকলে হাতীৰ দাঁত, ম'হৰ শিং, গহৰ শিং আৰু কাঠৰ পৰা আঙঠি, ফণি, তামোল খোৱা বঁটা, চূণৰ টেমা, ডিঙিত পিন্ধা লকেট, কটাৰীৰ নাল সুন্দৰকৈ কাটি তৈয়াৰ কৰিছিল। সেইবোৰ বস্তুত তেওঁলোকে নানাধৰণৰ চৰাই-চিৰিকতি, পশু-পক্ষী, গছ-লতাৰ চিত্ৰ অংকন কৰিছিল। এইবিলাকে তেওঁলোকৰ শিল্পী মনৰ পৰিচয় দিয়ে। আজিও এই-বোৰৰ নিদৰ্শন দুই-এঘৰত দেখিবলৈ পোৱা যায়।

কাৰ্বি আংলঙৰ কাৰ্বি ভাষাৰ লগত শোণিতপুৰীয়া কাৰ্বিসকলৰ ভাষা একে। নগাঁৱৰ কিছু সংখ্যক কাৰ্বি আৰু কামৰূপ জিলাৰ কাৰ্বিসকলে অলপ বেলেগ ভাষা কয়। কাৰ্বি ভাষাক দুই প্ৰকাৰে দেখা যায়- লামলিৰ আৰু লামটাং। লামলিৰ সাধাৰণতে গীতত আৰু লামটাং কথা-বতৰাত ব্যৱহাৰ হয়। বুঢ়া-বুঢ়ী চামে লামলিৰ ভালকৈ জানে।

শোণিতপুৰীয়া কাৰ্বিসকলৰ মাজত আজি কিছু বছৰ মানৰ পৰাহে শিক্ষাৰ প্ৰতি আগ্ৰহ বাঢ়িছে। অৱশ্যে আগতে তেওঁলোকৰ পঢ়াৰ সুবিধা নাছিল আৰু এতিয়াও উচ্চ শিক্ষানুষ্ঠানবোৰ যথেষ্ট দূৰত অৱস্থিত। উত্তৰ পাৰত কাৰ্বিসকলৰ প্ৰথম গ্ৰেজুয়েট পাভৈ কাৰ্বি বলকৰ শ্ৰীমণিৰাম বে' আৰু প্ৰথম এম-বি-বি-এচ শ্ৰীনৰেন তিচ'। পিছে অতি দুখৰ বিষয় এই যে, কাৰ্বি বসতি অঞ্চলত প্ৰয়োজন অনুসৰি অদ্যাপিও বিদ্যালয়ৰ অভাৱ আৰু থকাবোৰবো চাল-বেৰ নোহোৱা অৱস্থা।

শিক্ষাৰ দৰে যোগাযোগৰ ক্ষেত্ৰতো কাৰবি গাঁওবোৰ বৰ অৱহেলিত হৈ থকা দেখা যায়। কাষৰীয়া উন্নত ঠাইবোৰৰ লগত থকা আলিপদূলিবোৰ এতিয়া অসুবিধাজনক হৈয়েই আছে। গতিকে অন্যান্য ঠাইলৈ যাব লগা হ'লে খোজকাঢ়ি আৰু চাইকেল মৰাৰ বাহিৰে আন উপায় নাই।

আদিতে কাৰ্বিসকলে জান-জুৰি, নদ-নদীৰ পৰা পানী খাইছিল। বৰ্তমান পকী কুঁৱা, মাটিৰ কুঁৱা খান্দি লোৱা দেখা যায়। জনস্বাস্থ্য আৰু কাৰিকৰী বিভাগৰ দ্বাৰা সকলো কাৰ্বি গাঁৱত বিশুদ্ধ খোৱা পানীৰ যোগান এতিয়াও সম্পূৰ্ণ হ'বলৈ ভালেখিনি বাকী। উল্লেখযোগ্য যে শোণিতপুৰীয়া কাৰ্বি গাঁৱৰ মাজত আজি পৰ্যন্ত কোনো এখন হচ্‌পিটেল নাই। গতিকে চিকিৎসা বোলা বস্তুটো খায় নে পিন্ধে তেওঁলোকৰ বহুতেই নাজানে। যিহেতু শতকৰা ৯৯ ভাগ কাৰ্বি লোকেই দৰিদ্ৰ সীমাৰেখাৰ তলত সেই বাবে তেওঁলোকৰ গাঁৱৰ মাজেদি বিজুলী তাঁৰ গৈছে যদিও তাক ব্যৱহাৰ কৰিবলৈ অক্ষম।

অতীতৰপৰা তেওঁলোকৰ মাজত লিখা প্ৰথাটো নাছিল যেন অনুমান হয়। নানা গীত-মাত, সাধকথা তেওঁলোকে মুখে মুখে ৰচিছিল আৰু পুৰুষানুক্ৰমে গাইছিল। এইদৰেই তেওঁলোকে একো একোটা বিয়াগোম আখ্যান, কাহিনী আৰু বাস্তৱ জীৱনত সংঘটিত ঘটনাৱলীকে গীত ৰচি গাব পাৰিছিল। তেনেজাতীয় গীতবোৰ হ'ল চবিন আলোন (ৰামায়ণ), হাঈমু, ডিহুন ইত্যাদি। প্ৰকৃতিৰ গছ-লতা, জীৱ-জন্তুক লৈ ৰচনা কৰা গীত, জুম তলি তলিয়ে গোৱা ডেকা-গাভৰুৰ প্ৰেম নিবেদন, ইজনে সিজনক জোকোৱা, প্ৰেমিক-প্ৰেমিকাৰ সৌন্দৰ্য আৰু গুণ গৰিমা বৰ্ণাই গোৱা 'চ'চ' আলোন', বিয়া-বাৰু আদিত গোৱা 'আদম আচাৰ আলোন' আদিয়েই প্ৰধান। ইয়াৰ বাদেও চমাংকানত আৰু মানুহৰ মৃত্যুত গোৱা 'কাচাৰহে'ৰ (শোকগীত) উল্লেখ কৰিব পাৰি।

কাৰ্বি সমাজত তিৰোতাৰ পৰ্দা প্ৰথা নাই। নাৰীয়ে মুকলিমূৰীয়াভাৱে ঘৰুৱা আৰু সামাজিক কাম-কাজত অংশ ল'ব পাৰে। তেওঁলোকৰ স্থান সকলো ক্ষেত্ৰতে পুৰুষৰ সমান। বিধবাসকলে নিজ ইচ্ছাৰে পুনৰ বিবাহ কৰাব পাৰে।

যুৱক-যুৱতী দলৰ ভূমিকা কাৰ্বি সমাজত অসীম। আদিতে একোজন গাঁওবুঢ়াৰ অধীনত থকা প্ৰত্যেকখন গাঁৱতেই যুৱক-যুৱতীসকলৰ এটা সুসংগঠিত দল আছিল। ইয়াক জিৰচং বোলা হয়। দলটো সংগঠিত কৰি পৰিচালনা কৰিবলৈ গাঁৱৰ মুখীয়ালসকলে সমাজত কিছুমান বিভাগীয় কাম সম্পাদন কৰিবলৈ তেওঁলোকৰ মাজত নেতা-উপনেতা পাতি দিছিল। সেইবোৰৰ ভিতৰত ক্লেংচাৰপ' (নেতা), ক্লেংদুন (উপনেতা), চাংহ' চেৰাই (দলৰ অভিভাৱক) আদিয়েই প্ৰধান। ক্লেংচাৰ-প'ৱে দলটোক কঠোৰভাৱে শাসন কৰিছিল। ডেকা-গাভৰুৱে নিজৰ পিতৃ-মাতৃৰ অনুশাসনতকৈ দল তথা ক্লেংচাৰপ'ৰ শাসনহে বেছি মানিব লাগিছিল। আজিকালি শোণিতপুৰ জিলাত কাৰ্বিসকলৰ মাজত এই জিৰচঙৰ অস্তিত্ব লুপ্তপ্ৰায়।



কাৰ্বিসকলৰ মাজত হাচ্চা কেকান, ৰংকেৰ আদি কেইটামান উৎসৱ আৰু পূজা-পাৰ্বনৰ প্ৰচলন আছে। হাচ্চা কেকান হ'ল কাৰ্বিসকলৰ লক্ষ্মী পূজা। ঢোলে-ডগৰে পথাৰৰ লখিমীক ঘৰলৈ অনা ই এটা উৎসৱ। এই উৎসৱ বা পূজা বৰ্তমান এই অঞ্চলত বিলুপ্ত। ৰংকেৰ হ'ল গাঁৱৰ সকলোৰে মংগলৰ বাবে ভগবানক পূজা কৰা উৎসৱ। সম্প্ৰতি ই প্ৰাচীন পন্থী কাৰ্বিসকলৰ মাজত প্ৰচলিত আছে। উৎসৱ পাৰ্বন আদিত গীত-মাতৰ লগতে বাদ্য যন্ত্ৰ হিচাপে চেংবুৰুক (ঢোল), মুৰী, চাৰেং, কুংচুই আৰু বাঁহীৰ ব্যৱহাৰ কৰা হয়।

বৰ্তমান শোণিতপুৰীয়া কাৰ্বিসকলৰ মাজতো আধুনিক যুগৰ বতাহ নলগাকৈ থকা নাই। আধুনিক শিক্ষাৰে কিছু হ'লেও শিক্ষিত হৈ দুই এখন সৰুসুৰা আলোচনীৰ যোগেদি যুগৰ লগত খাপ খুৱাই গল্প, প্ৰবন্ধ আৰু কবিতা আদি প্ৰকাশ কৰিবলৈও লৈছে। এই ক্ষেত্ৰত অৰিহণা যোগাইছে কাৰ বি লামেট আমেই (কাৰ্বি সাহিত্য সভা), কাৰ্বি ছাত্ৰ সন্থা, আসাম প্লেইনচ কাৰ্বি আদৰবাৰ আদি সংগঠনসমূহে।

১৯৫৯ চনত কাৰ্বি আংলঙৰ দুৰাৰ বাগৰী মৌজাৰ ডলামৰা গাঁৱত লক্ষিমনৰ আবিৰ্ভাৱ হয়। তেওঁ কাৰ্বিসকলৰ মাজত বৈষ্ণৱী ধৰ্ম প্ৰচাৰ কৰে। ইয়াক লক্ষিমন ধৰ্ম বুলিও জনা যায়। শোণিতপুৰীয়া কাৰ্বিসকলেও তেওঁৰ ধৰ্ম গ্ৰহণ কৰি আগৰ বলি দিয়া পদ্ধতি ত্যাগ কৰি ফল-ফুলেৰে ভগবান তথা গুৰুক পূজা-অৰ্চনা কৰিবলৈ

লয়। এই গন্থীৰ কাৰ্বিসকলে লক্ষিমনৰ আবিৰ্ভাৱ তিথিকে প্ৰধান উৎসৱ হিচাপে পালন কৰে। কিছু সংখ্যক কাৰ্বি লোকে খ্ৰীষ্টান ধৰ্মও গ্ৰহণ কৰিছে আৰু খ্ৰীষ্টান ধৰ্ম মতেই এওঁলোকে উৎসৱ আদি পালন কৰিবলৈ ধৰিছে।

নানা অভাৱ-অনাটন, দুখ-কষ্ট আৰু অবিচাৰেৰে জৰ্জৰিত হৈও এই হোজা, সৰল কাৰ্বি সকলে কোনো দিনে কাৰো প্ৰতি অভিমান কৰা নাই। নিজৰ কিছুমান বিশেষত্ব মাথোন জীয়াই ৰাখি নিজকে অসমীয়া বুলি পৰিচয় দি আহিছে আৰু ভৱিষ্যতেও দি যাব। পিছে ইয়াৰ লগে লগে অসমৰ আন আন উন্নত সম্পদশালী তথা শিক্ষিত জনগোষ্ঠী সমূহেও কাৰ্বিসকলক একে গৰ্ভজাত মাতৃৰ সন্তান জ্ঞান কৰি মনৰপৰা সকলো অস্পৃশ্যভাৱ আঁতৰাই যুগৰ জখলাত একেলগে আগুৱাই নিয়াটো অৱশ্য কৰ্তব্য। ০০০



# ওজাপালি সঙ্গীত আৰু দেওধনী নৃত্য

অতুল চন্দ্ৰ বৰুৱা / প্ৰাক্তন সভাপতি
অসম সাহিত্য সভা

ঐতিহ্য আৰু পৰম্পৰাৰ ফালৰপৰা চিন্তা কৰি চাই অসমৰ পুৰণি লোককলাসমূহৰ ভিতৰত পুতলা-নাচ আৰু ওজাপালি নৃত্যগীতকে অতি পুৰণি বুলি গণ্য কৰা যায়। ওজাপালি নৃত্য-গীতত পুতলা-নাচৰো সমল নিহিত আছে। সেই হিচাপে চাই পুতলা-নাচ আৰু ওজাপালি নৃত্য-গীতৰ সম্বন্ধটোক ক্ৰমে পূৰ্ব-সূৰী উত্তৰ-সূৰী সম্বন্ধ বুলিব পাৰি।

ওজাপালি নৃত্য-গীতৰ ঘাই ভাগ দুটা ঃ বিয়াহ-গোৱা বা বিয়হীয়া ওজাপালি আৰু ৰং গোৱা, মাৰৈ গোৱা বা সুকনান্নীৰ ওজাপালি। মহাকবি বেদব্যাস বিৰচিত পুৰাণ-ভাৰত আদিৰ অনুবাদ পদাৱলী বিয়হীয়া ওজাপালি গীতৰ ঘাই বিষয়-বস্তু। মহাভাৰতৰ বাহিৰে অন্য এখন মহাকাব্য ৰামায়ণৰো পদ এই বিয়হীয়া ওজাপালি গীতৰ পৰ্যায়তে ধৰা হৈছিল। আজিকালি ৰামায়ণ-গোৱা ওজাপালি নাইকিয়া হ'ল। ওজাপালি অনুষ্ঠানৰ বিশেষত্ব এই যে ওজাপালিয়ে যিকোনো পদ পুথিকে তেওঁলোকৰ ৰীতিগত সুৰত পেলাই নৃত্য-গীত ৰূপে পৰিবেশন কৰিব পাৰে। সেই কাৰণে সকলো ওজাপালিৰ নৃত্যগীতকে সাধাৰণতে ব্যাস-সংগীত বুলি কোৱা হয়।

ৰং-গোৱা বা সুকনান্নীৰ ওজাপালিয়ে সুকবি নাৰায়ণদেৱ বিৰচিত পদ্মা-পুৰাণৰ গীত গায়। সেইদেখি কবিজনাৰ নাম অনুযায়ী সেই গীতৰ অন্য নাম সুকবি-নাৰায়ণী গীত বা চমুকৈ সুক-নান্নী গীত। শিৱ-ভক্ত চান্দো সদাগৰৰ লগত নাগ-মাতা মনসাদেৱীৰ বিবাদ আৰু বেউলা-লখিন্দাৰৰ কাহিনী এই ওজাপালিয়ে গীতত পৰিবেশন কৰে। সুকবি নাৰায়ণদেৱৰ বাহিৰেও মন-কৰ আৰু দুৰ্গাবৰ বুলি আৰু দুজনা পূৰ্বৱৰ্তী কবিয়ে সেই একে কাহিনীকে গীতত গাইছিল। সেই মনসা গীতো কবি দুজনাৰ নিজ নিজ নামেৰে ক্ৰমে মনকৰী আৰু দুৰ্গাবৰী গীত নামত অভিহিত হৈছিল। এই গীতসমূহ জনপ্ৰিয় লোকগীতৰ পৰ্যায়ৰ গীত আছিল আৰু সৰ্বসাধাৰণ ৰাইজেও সেই-বোৰ আওৰাই তৃপ্তি লভিছিল। তাৰে দুই এটা গীত কক্ষ-চ্যুত হৈ আজিকালিও অনেক গঞা শিল্পীৰ কণ্ঠ-ৰোচক গীত ৰূপে চলি আছে।

ওজাপালি গীত ঘাইকৈ ধৰ্মীয় গীত। হিন্দুৰ বিশেষ বিশেষ পূজা-পাৰ্বনৰ লগত ইয়াৰ সম্বন্ধ। বিষ্ণুপূজাৰ লগত সুকনান্নী সংগীত ওতঃপ্ৰোত-ভাৱে জড়িত।

বাসুদেৱ পূজাৰ আন এটা নাম সভা। সেই সূত্ৰেদি সভাত গীত-মাত গোৱাই ঘাই কৰ্তব্য বুলি ব্যাস-সংগীত গোৱা ওজাপালিৰ অন্য এটা নাম সভা-গোৱা ওজাপালি। তেনেকৈ মনসা পূজাক ৰং-পূজা বা মাৰৈ-পূজাও বোলে। সেই পূজাত গীত-মাত পৰিবেশন কৰে বুলি সুকনান্নী-ওজাপালিৰ অন্য নাম ৰং-গোৱা বা মাৰৈ-গোৱা

ওজাপালি। সেই পিনেদি টং কৰি চাই বিয়াহ-গোৱা ওজাপালিক নিবৃত্তি মাৰ্গৰ বৈষ্ণৱ-পন্থী আৰু ৰং-গোৱা ওজাপালিক প্ৰবৃত্তি মাৰ্গৰ শাক্ত-পন্থী ওজাপালি বোলা যায়। বৃত্তিয়াল ব্যৱহাৰিক জীৱনত কিন্তু তেনে পাৰ্থক্য একো নাই। বিশেষ পূজাৰ লগত বিশেষ একোপ্ৰকাৰ ওজাপালিৰ ধৰ্মীয় সম্বন্ধ আছে যদিও সেই সেই ধৰ্মীয় অনুষ্ঠানত বাহিৰে সভা-সমিতি, উৎসৱ-পাৰ্বন আদিত নিমন্ত্ৰিত হৈ গীত-মাত পৰিবেশন কৰি ফুৰাত কাৰো একো বাধা-নিষেধ নাই; মাত্ৰ সুকনান্নীৰ ওজাপালিয়ে মৃতকৰ শ্ৰাদ্ধ উপলক্ষে পতা অধিবাসৰ পূজাত গীত নাগায়, আৰু বিয়হীয়া ওজাপালিয়েও তেনেকৈ মনসা পূজাত গীত-মাত পৰিবেশন নকৰে।

দুয়োপ্ৰকাৰ ওজাপালিৰ আৰম্ভণি আৰু সামৰণি একেধৰণৰ। ৰাগ-বাণা, বিষয়-বস্তু, গোচাক-পৰিচ্ছদ আৰু তাল-বাদনতহে তেওঁলোকৰ পাৰ্থক্য দেখ-দেখকৈ ধৰা পৰে। গীত, মুদ্ৰা, নৃত্য আৰু কথোপকথনৰ সহায়ত দুয়োবিধ ওজাপালিয়ে স্বকীয় শিল্প-কলা উপস্থাপন কৰে। এই ওজাপালি শিল্প-কলা সম্পৰ্কে কোৱা হয় যে ই আন নালাগে কলা, বোবা আৰু অন্ধকো আপ্লুত কৰে। কলাই কাণেৰে নশুনে, কিন্তু ওজাৰ হাতৰ মুদ্ৰা আৰু নাচ চকুৰে দেখি গীতৰ বিষয়বস্তু বুজে আৰু উপভোগ কৰে। কণাই চকুৰে নেদেখিলেও কাণেৰে শুনি আৰু গীতৰ ভাঙনি বুজি সকলোখিনি কথা হৃদয়ঙ্গম কৰিব পাৰে। বোবাৰতো কথাই নাই! আকাৰে-ইংগিতে চকু-মুখৰ ভংগী আৰু হাতৰ মুদ্ৰাৰ দ্বাৰা বুজাই দিয়াই তাৰ মনৰ ভাব প্ৰকাশৰ একমাত্ৰ উপায়। ওজাপালিৰো গীত শুনি, নৃত্য আৰু মুদ্ৰা দেখি আৰু সেইবোৰৰ মৰ্মাৰ্থ বুজিব পাৰি সি আনন্দত বিভোৰ হয়। ওজাপালি সংগীতৰ এই গুণাৱলীৰ মোল বুজিয়েই মহাপুৰুষ শঙ্কৰদেৱে সুদূৰ জগন্নাথৰপৰা তেওঁৰ কাৰণে সংস্কৃত ভাগৱত পুথি কঢ়িয়াই অনা ত্ৰিহুটীয়া পণ্ডিত জগদীশ মিশ্ৰক আদৰণি জনাবলৈ কৰা সাঙ্গীতিক সমাৰোহত ওজাপালি গীতক আগ ঠাই দিছিল।

নৃত্য, গীত, মুদ্ৰা আৰু সংলাপ- নাটকৰ এই আটাইকেইটা সমল এই সংগীতত বিদ্যমান। মাত্ৰ আখ্যানৰ চৰিত্ৰসমূহে তাত নিজ নিজ ৰূপত দেখা নিদিয়ে, সেইখিনিয়ে মাত্ৰ ঘাটি।

ওজাপালি নৃত্য-গীতৰ ওজাৰ লগত কেৰলৰ দেশৰ 'কুট্ট' অনুষ্ঠানৰ 'চাকিয়াৰ' বোলা আবৃত্তিকাৰ ভাৱৰীয়াৰ বহুখিনি সাদৃশ্য আছে। ওজাৰ দৰে চাকিয়াৰেও কাণত কুণ্ডল, হাতত খাৰু, কঁকালত জেমা আদি পিন্ধি নৃত্য কৰে আৰু ৰামায়ণ-মহাভাৰতৰ কাহিনী আৰু দশাৱতাৰ বৰ্ণনা, শ্ৰীৰাম বন্দনা আদি পদত গায় আৰু ব্যাখ্যা কৰি ৰাইজক বুজাই দিয়ে। তাত অৱশ্যে তেওঁৰ সহায়ক পালি এজনহে।

ওজাপালি অনুষ্ঠানৰ সাধাৰণ আলোচনা ইমানতে এৰি মনসা পূজাৰ লগত সুকনান্নী ওজাপালিৰ গীতৰ সম্বন্ধ আৰু দুয়োৰে লগত থকা দেওধনী নৃত্যৰ সম্পৰ্ক অলপ আলচ কৰা যাওক।

জনশ্ৰুতি মতে সুকনান্নী ওজাপালি-কলা-বিদ্যা পোন প্ৰথমে স্বৰ্গৰপৰা পৃথিৱীলৈ নমাই আনিছিল মহাবীৰ অৰ্জুনে আৰু পাণ্ডৱসকলৰ অজ্ঞাতবাসৰ সময়ত তেৱেঁই অপসৰা উৰ্বশীৰ শাপত নপুংসক বেশে থাকি বিৰাট ৰজাৰ ঘৰত ৰাজকুমাৰী উত্তৰাক পোনতে এই বিদ্যা শিকাইছিল। তাৰ পাছত কালক্ৰমত সি বিস্তাৰ লাভ কৰে। উল্লেখযোগ্য কথা এই যে এই পৰম্পৰা ৰক্ষা কৰি এতিয়াও শ্ৰীহট্ট আৰু কাছাৰ জিলাত নপুংসক ওজাইহে মনসা-মঙ্গল গীতাৱলী গায়। থলুৱা ভাষাত এই গায়ক নপুংসক ওজাসকলক বোলা হয় 'গুৰ্মা'।

মাৰৈ পূজাৰ মনসা দেৱী বা নাগমাতা পদ্মাৱতীৰ পূজাৰ লগত সুকনান্নী ওজাপালিৰ ওতঃপ্ৰোত সম্বন্ধ। আনকি পুৰোহিত বামুণক চৰণ ধুৱাই আদৰি সাদৰি বৰণ কৰি লোৱাৰ দৰে পূজাৰ আৰম্ভণিতে নিমন্ত্ৰিত ওজাপালিৰ ওজাজনকো পৰিধেয় নৱ-বস্ত্ৰৰ ওপৰত তামোল-পাণ দি 'গায়নেভ্যো নমঃ' বুলি দস্তুৰ মতে বৰণ কৰি লোৱা হয়। তেতিয়া ওজাপালি হৈ পৰে পূজাৰ একপ্ৰকাৰ বিকল্প পুৰোহিত স্বৰূপ। বামুণে পূজাৰ সময়ত সংস্কৃতত যি দেৱতাক যেতিয়া আহ্বান কৰি পুষ্পাঞ্জলি প্ৰদান কৰে, ওজাপালিয়েও শুদ্ধ-সাত্বিকভাৱে ওচৰতে বহি লৈ সুৰ লগাই তাল বজাই সেই দেৱতাৰে বন্দনা অসমীয়া গীত ছন্দত গায়। উদাহৰণ স্বৰূপে, পুৰোহিতে পূজাৰ আৰম্ভণিতে গণেশৰ ধ্যান-মন্ত্ৰ গাই 'খৰ্বং স্থূলতনুং গজেন্দ্ৰবদনং লম্বোদৰং সুন্দৰং' আদি আখ্যাৰে দেৱতাজনাক পূজা গ্ৰহণ কৰিবলৈ আহ্বান জনোৱাৰ লগে লগে ওজাপালিয়েও সুৰ লগাই, তাল বজাই গণেশৰ বন্দনা গীত আৰম্ভ কৰে- ঐ আৰে, তোমাৰ চৰণে নতি, বন্দো দেৱ গণপতি-- ইত্যাদি।

মনসা পূজা মানে আকৌ অকল মনসা দেৱীৰ পূজায়ে নহয়ঃ ইয়াত নানা দেৱ-দেৱীৰ পূজা-অৰ্চনা, নানা কৃষ্টি-সংস্কৃতিৰ সমাৰোহ আৰু নানা জাতি-উপজাতিৰ লোকৰ সমাগম ঘটে। সুকনান্নীৰ গীততে আছে যে মনসা দেৱীয়ে পোন প্ৰথমে মালিনী আৰু হাছান-হুছেনৰ ঘৰতহে পূজা খাইছিল। সেয়েহে নেকি দৰঙৰ ৰজা-ঘৰীয়া, প্ৰজা-ঘৰীয়া ঘাই পূজাবোৰত এসময়ত মুছলমান ওজায়ো সুকনান্নী-গীত গাইছিল আৰু মুছলমান কালীয়ায়ো কালি-বাদন কৰিছিল। মঙলদৈ চহৰৰ দহ কিলোমিটাৰ পশ্চিমে ছিপাঝাৰ মৌজাত মাৰৈ গাঁও বুলি এখন গাঁৱেই আছে। তাতেই বাস কৰিছিল দৰঙৰ ঊনবিংশ শতিকাৰ সৰ্বশ্ৰেষ্ঠ সুকনান্নী গোৱা ওজাজন, নাম পৰশু। কোৱা বাহুল্য, তেওঁ আছিল ইছলাম ধৰ্মীয় লোক। তিনিদিনীয়া, পাঁচ দিনীয়া, সাত দিনীয়া বা এঘাৰ দিনীয়া ৰজা-ঘৰীয়া মাৰৈ পূজাৰ ভৰ-দঁকৰ দিনা হেনো পৰশু ওজা নুঠালৈকে অগণন দৰ্শক আৰু শ্ৰোতা ৰাইজৰ খুকুবিয়ে নগলাইছিল। মাৰৈ গাঁৱৰ মুছলমানসকলেও পৰশু ওজাৰ সুকনান্নী গীত গাই ফুৰা ওজা বৃত্তিত কোনো দিন কোনো প্ৰকাৰে হকা-বধা কৰা নাছিল; বৰং ওজাৰ ফাটি-ফুটি যোৱা সুকীৰ্তিত আনন্দ আৰু গৌৰৱবোধহে কৰিছিল। পৰশু ওজাৰ নাতি-পতিসকল আজিও সেই গাঁৱত আছে।

মাৰৈ পূজাত ম'হ, পঠা, পাৰ, হাঁহ, মাগুৰ মাছ, কোমোৰা আদি বলি দিয়া হয়। ইফালে আকৌ সেই একেগৰাকী উপাস্যা দেৱীৰ পূজাৰ বেদীৰ নিচেই নিকটতে পৃথক পৃথক বেদীত ধৰ্মদেৱতা আৰু শীতলা দেৱীকো পূজা দিয়া হয়। এই দুজনা দেৱ-দেৱীয়ে কিন্তু হাঁহ, পাৰ, ছাগলী, মাগুৰ মাছ আদি একো জীৱ-জন্তুৰ বলি গ্ৰহণ নকৰে। পূজাৰ সময়ত সেই দেখি তেওঁলোকৰ নামত এযোৰকৈ বগা পাৰ সেন্দুৰৰ ফোঁট পিন্ধাই উৰাই দিয়া হয়; কাৰণ জীৱ হিংসা সেই দেৱ-দেৱীৰ কাৰণে নিষিদ্ধ। সিমানেই নহয়, স্বয়ং মনসা দেৱীৰো পূজা আৰম্ভ হয় বলি-বিধানৰ নাম-গোন্ধ নথকা ফুল-তুলসীৰ বিষ্ণু পূজাৰে। সেয়েহে সংহতি আৰু সহনশীলতাৰ মনসা পূজা অনুষ্ঠানটো যেন এক উজ্জ্বল দৃষ্টান্ত।

উপৰোক্ত ধৰ্মদেৱতা সম্পৰ্কে পণ্ডিতসকলৰ বিভিন্ন মত পোৱা যায়। ডঃ বাণীকান্ত কাকতিৰ মতে ধৰ্মদেৱতা মূলতঃ অসমৰ আদিম অধিবাসীসকলৰ পূজাৰ পৰিশোধিত ৰূপ। ডঃ সুকুমাৰ সেনৰ মতে ধৰ্মদেৱতাৰ আদিমূল বৌদ্ধ ধৰ্মতহে পোৱা যায়। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই ডঃ সেনৰ লগতে মত মিলাই কয় যে আনকি আজিও নেপালত বুদ্ধক ধৰ্ম নামেৰেই পূজা কৰা হয়। তেওঁৰ মতে, তান্ত্ৰিক বৌদ্ধ ধৰ্মৰ পতনৰ পাছত পৌৰাণিক হিন্দু ধৰ্মৰ অভ্যুত্থানৰ লগে লগে সেই একেজনা দেৱতায়ে ধৰ্মদেৱতা নামত হিন্দুৰূপ পৰিগ্ৰহ কৰিছে।

সি যিয়েই নহওক, ধৰ্মদেৱতা যে বলি-বিধান-বিৰোধী তাত কাৰো মতভেদ নাই। ধ্যান মন্ত্ৰমতে মনসা পূজাৰ ধৰ্মদেৱতাও বিষ্ণু নাৰায়ণৰে নামান্তৰ মাত্ৰ। 'ধৰ্মং সৰ্বদেবোত্তম নাৰায়ণ ৰূপাত্মনং' ইত্যাদি। ধৰ্মদেৱতাৰ পূজাৰ সময়ত ওজাপালিয়েও গায়- 'অ' ধৰম পূজা লৌ ৰে'- নামিয়া দেৱগণ; শীঘ্ৰ কৰি লৌ পূজা মঞ্চৰ ভিতৰ; ধৰম পূজা লৌ ৰে'-- ইত্যাদি।

সুকনান্নীৰ পদ শক্তি পূজাৰ গীত হ'লেও বিশেষ মন কৰিবলগীয়া কথা এই যে এই গীতাৱলীৰ দিহাসমূহৰ কম পক্ষেও এক চতুৰ্থাংশ দিহাই বৈষ্ণৱী দিহা ঃ কিছুমান বাৰুকৈয়ে উগ্ৰ-গন্ধী বৈষ্ণৱী দিহা। তাৰে এটা যেনে, 'অহে মন হৰি নাম ল'- পূজা মনসা দেবী হে-'। মনত হৰি নাম লোৱা আৰু হাতেৰে মনসা দেবীক পূজা কৰা! ই কেনে কথা? আৰু দুই এটা বৈষ্ণৱী দিহা, যেনে- (১) অ' মনাই ৰাম বোল; মনাই হৰি বোল। (২) ভজৰে পামৰ মন হৰি চৰণত, কি বুলি উত্তৰ দিবা যম-সদনত? (৩) লৈও গোবিন্দ নাম এই বাৰে বাৰ, আৰু কি ভৰষা আছে মনুষ্য হৈবাৰ? ইত্যাদি।

এইখিনিতে দেওধনী আৰু দেওধনী নৃত্য সম্পৰ্কে একাষাৰ কোৱা উচিত হ'ব। দেওধনী, বিশেষকৈ দৰঙীয়া দেওধনী হ'ল দেবীৰ নামত উৎসৰ্গিত জীৱন যাপন কৰা এগৰাকী নৃত্যপটীয়সী নাৰী। তেওঁ সংসাৰ কৰাৰ আশা ত্যাগ কৰি উৎসৰ্গিত জীৱন যাপনৰ দ্বাৰা সুকনান্নীৰ ওজাপালিৰ লগত পূজাই-পাৰ্বনে আৰু সভা-সমিতিত নৃত্য পৰিবেশন কৰি ফুৰে। উল্লেখযোগ্য যে দেওধনীৰ কিন্তু ব্যাস-গোৱা ওজাপালিৰ লগত একো সম্পৰ্ক নাই; সম্পৰ্ক সুকনান্নীৰ ওজাপালিৰ লগতহে।

মাৰৈ পূজাৰ অইন দিনত নহ'লেও বৰদঁক বা ভৰদঁকৰ দিনা দেওধনী তোলাটো একৰকম অপৰিহাৰ্যই বুলিব পাৰি। সন্ধ্যা-পূজাৰ সময়ত সেইদিনা কিবা হেতুকে দেওধনী নাথাকিবলৈ হ'লে ওজাপালিয়ে অন্য উপায় নেপাই ঢোলত দেওধনী নৃত্যৰ ছেও তুলিয়ে দেওধনীৰ নৃত্য-ভংগীমা দৰ্শকৰ স্মৃতিত জগাই তোলে- মধ্বাভাৱে গুড়ং দদ্যাৎ- অৰ্থাৎ মধু নাপালে গুৰকেই দিবা বোলাৰ দৰে।

দেওধনী নৃত্য আৰু সুকনান্নী সংগীত দুয়োবিধ বিদ্যা লোক-কলাৰ অন্তৰ্গত। দেওধনীৰ সাজ-পাৰ, নৃত্যত ফুটাই তোলা লয়, গমন, ভংগিমা আদিলৈ লক্ষ্য কৰি এইটো নিঃসন্দেহে কোৱা যায় যে ই অসমৰে এবিধ থলুৱা আৰু খিলঞ্জীয়া লোক-কলা। স্থান ভেদে সি কিঞ্চিৎ পৃথক ৰূপত দেখা দিলেও মূলতঃ একে বস্তু। দেওধনীৰ সাজ-পাৰত তৰপে তৰপে কাপোৰ, বুকুত মেঠনি মৰা মেখেলা, গাটোত ঢাকি-ঢুকি মেৰিয়াই লোৱা ৰিহা আদিৰ ব্যৱহাৰে তেওঁৰ নাৰী অংগৰ আকৰ্ষণীয় লাৱণ্য সম্পূৰ্ণ ৰূপে ঢাকি ৰাখে। ক'বলৈ গ'লে তেতিয়া প্ৰচ্ছাদনেই হৈ পৰে তেওঁৰ অন্য এক আকৰ্ষণ। নৃত্যৰ ক্ষেত্ৰতো দেওধনী নৃত্যই কেতিয়াবা নাৰী সুলভ লাস্য-ভংগিমা ছেৰাই গৈ তাণ্ডৱত প্ৰবেশ কৰিব খোজে; উদাহৰণ, যেনে ৰণচণ্ডী নৃত্যত।

দেওধনী নৃত্যৰ শ্ৰেষ্ঠতম আকৰ্ষণ আৰু উল্লেখযোগ্য বৈশিষ্ট প্ৰকট হয় তেওঁৰ বিচিত্ৰ কেশ কম্পন আৰু চক্ৰাকাৰ কেশ সঞ্চালনত। নৃত্যৰ সময়ত দেওধনীয়ে কেতিয়াও খোপা নাবান্ধে বা বেণী নোগোঁথে ঃ সদায় মুক্তকেশী হৈ নৃত্য প্ৰদৰ্শন কৰে। দেওধনীয়ে চোলা বা ব্লাউজ, পেটি-কোট আদি আধুনিক অংগভূষাও পৰিধান নকৰে। তেওঁৰ তৰপা-তৰপ বহু বস্ত্ৰাবৃত শৰীৰত সেইবোৰৰ প্ৰয়োজনো নাইকিয়া হয়। ভৰ-দঁকৰ দিনা দেওধনীয়ে উপবাসে থাকি সাত্বিকভাৱে নৃত্য কৰে। সেই দিনাই তেওঁ দেওধনী নৃত্য-কলাৰ চৰম পাৰদৰ্শিতা প্ৰদৰ্শন কৰে। সিদিনাৰ নাচবোৰৰ নামেই দেওধনী নৃত্যানুষ্ঠানৰ স্বৰূপ আৰু ঐতিহ্যৰ ইংগিত দিয়ে। সেইবোৰ যেনে-- শিৱ নৃত্য উৰ্বশী নৃত্য, ৰণচণ্ডী-নৃত্য, নটী নাচ, পূজাৰিণী নৃত্য, কছাৰী নাচন, হাড়ী নাচন, মাগন-মগা নাচন, জাকৈ মৰা নাচন, দলং চোৱা নাচন ইত্যাদি। ৰণচণ্ডী নাচনত দেওধনীয়ে হাতত তৰোৱাল লৈ ৰণোন্মত্তা বীৰাঙ্গনাৰ বেশত দেখা দিয়ে। কেঁচাই খাইতী গোসাঁনী পজাত তেওঁ ক'লা পাৰৰ ডিঙি মুচৰি ছিঙি নাচৰ লাচতে সঁচাসঁচিকৈ তাৰ তপত তেজ পি খাই দেখুৱায় আৰু কছাৰী পূজাত নাৰিকলৰ পানীকে সুৰা বুলি পি খোৱাৰ প্ৰদৰ্শনী কৰে। কছাৰী পূজাৰ পাছত মেচা-মেচেনী নাচত তেওঁ নৃত্য-সংগী মেচাৰ লগত হাতত ধৰা-ধৰিকৈ নাচে। এইদৰে নানান নৃত্য প্ৰদৰ্শন কৰি সৰ্বশেষত দঁকত পৰি তাহানি সৰ্পদংশনত মৃত্যু বৰণ কৰা লখিন্দাৰৰ অভিনয় কৰে। ৰাতি পুৱাৰৰ সময়ত ওজাপালিয়ে যেতিয়া দেৱৰ-পুৰীত লখিন্দাৰৰ পুনৰ্জীৱন লাভৰ কথা গীতত গায় আৰু তাকে গাই থাকি ওজাই এখন নতুন শুক্ৰবস্ত্ৰ হাতত লৈ সৰ্প-বিষ জৰা ওজাই জৰা-ফুকা কৰাৰ দৰে কৰি 'ঝাৰো বিষ নাই অ' ঝাৰো বিষ নাই, (আৰেৰে') লখাইৰ হাড়ৰ বিষ নিয়ে পদুমাই- ইত্যাদি পদ সুৰ লগাই গায় তেতিয়া দেওধনীয়ে লাহে লাহে এঙামুৰি দি উঠি বহে আৰু গোসাঁনীক আৰু বাইজক প্ৰণাম কৰি দুই এখোজকৈ পশ্চাৎ অপসৰণ কৰে।

দৰঙীয়া দেওধনী নৃত্যৰ নৃত্য-পদ্ধতি দুই প্ৰকাৰে উপস্থাপন কৰা হয় ঃ (১) গীত আৰু তাল বাদনৰ সহায়ত আৰু (২) জয়-ঢোলৰ ছেও বা বাদিৰ অৱলম্বনত। আগৰ দিনত হেনো দৰঙী ৰজাসকলে নিজে আৰু তেওঁলোকৰ নিৰ্দেশত ৰজাৰ পুৰোহিতসকলেও আনুষ্ঠানিকভাৱে ওজাপালি আৰু দেওধনী প্ৰশিক্ষণত অংশ গ্ৰহণ কৰিছিল। বস্তুতঃ মঙলদৈত কোঁচ ৰজাসকলৰ বাসস্থান মোহনপুৰ ৰজাহাউলীৰ ওচৰত এতিয়াও আখৰা-ঘলা নামে এডোখৰ ঠাই আছে আৰু তাতেই হেনো ওজাপালি, দেওধনী, কালীয়া, ঢুলীয়া আদি বৃত্তিয়ালসকলে নিজ নিজ শিল্প-কলাৰ আখৰা কৰিছিল।

অসমত দেওধনি দুবিধ ঃ এবিধ পুৰুষ দেওধনি, আনবিধ নাৰী দেওধনী। পুৰুষক যথাৰ্থতে দেওধাহে বোলা উচিত। পচৰিয়া, ৰামদিয়া, শুৱালকুছি, কামাখ্যাধাম আদি ঠাইত দেওধা বা দেৱতাৰ গুণাৱলী কীৰ্তন কৰি উন্মত্তভাৱে নৃত্য কৰা মানুহকে 'দেওধনি', 'দেওধা' বা 'দেউল' বোলে। ইয়াক 'ঘোঁৰা' নামেৰেও জনা যায়। একো একোজনা দেৱ-দেৱীৰ বাহন অৰ্থত সেই নাম হয়; যেনে- শিৱৰ ঘোঁৰা, গণেশৰ ঘোঁৰা, দুৰ্গাৰ ঘোঁৰা ইত্যাদি। নৃত্যৰ মাজতে কৰা প্ৰশ্নৰ উত্তৰত ভৱিষদ্বাণী দিয়া তেওঁলোকৰ অন্য এটা কাম। দেৱতাৰ বাণী বা ধ্বনি মুখেৰে ওলায়- এই অৰ্থত দেৱতাই লম্ভা বা ভৰ দিয়া বুলি ভৰা এইসকল নৰ্তকক দেওধনি বোলা হয় ঃ পুংলিংগ। দেৱতাৰ নামত বা ভৰ দিয়া বুলি ভৰা উৎসৰ্গিতা হৈ ওজাপালি নৃত্য-গীতানুষ্ঠানৰ সহায়িকা হৈ থাকি জীৱিকা নিৰ্বাহ কৰা ৰমণীয়ে হ'ল আচল নৰ্তকী দেওধনী ঃ স্ত্ৰীলিংগ। নৰ্তকী দেওধনীয়েও কেতিয়াবা জক উঠিলে ভৱিষ্যদ্বাণী কৰিব পাৰে, কিন্তু সচৰাচৰ ভৱিষ্যদ্বাণী কৰা তেওঁৰ কাম নহয়।

ধ্ৰুপদী দেৱদাসী-নৃত্য অথবা থলুৱা বিহু-নাচ আদি কোনো নৃত্যৰ লগত দেওধনী নৃত্যৰ একো পোনপটীয়া সম্পৰ্ক নাই। সাদৃশ্যও নাই। আগতেই কৈ অহা মতে ওজাপালিৰ লগতহে আনুষ্ঠানিকভাৱে দেওধনীৰ সম্বন্ধ ওতঃপ্ৰোত। মনসা পূজা আদি ধৰ্মীয় অনুষ্ঠানত ওজাপালিয়ে কেতিয়াবা দেওধনী নোহোৱাকৈও কাম চলাব লগীয়াত পৰে, কিন্তু দেওধনীয়ে হ'লে ওজাপালি আৰু বাদ্যকাৰ নৰ্তক-ঢুলীয়াক বাদ দি স্বতন্ত্ৰীয়া হৈ চলিব নোৱাৰে। তেওঁলোকৰ পৰস্পৰ সম্বন্ধ তেনেকুৱা।

দেওধনী নৃত্যৰ লিখিত ইতিহাস নাই। আমাৰ বিশ্বাস দৰঙী ৰজাসকলেই, সপ্তদশ

শতিকা মানৱপৰা অসমৰ জনজাতি-অজনজাতি সকলো লোকৰ মাজত বহুকাল ধৰি ওজাপালিৰ লগত সংগতি ৰাখি চলি থকা, দেওধনী নৃত্যৰ অনুষ্ঠানটোক বিশিষ্ট গঢ় দিয়াত সহায় কৰিছিল। সেয়েহে দৰঙত আজিও ই বিশিষ্ট ৰূপত বৰ্তি আছে।

একো একোপ্ৰকাৰ গীত-পদে একো একো অঞ্চলৰ অন্যান্য গীত-পদৰ ওপৰত শক্তিশালী প্ৰভাৱ বিস্তাৰ কৰি নিজৰ সুৰ-স্ৰোতলৈ সেইবোৰক আকৰ্ষণ কৰে। লক্ষ্য কৰিলে দেখা যায় অসমৰ কিছুমান অঞ্চলত গীত-মাতত হুচৰি-গীত, বিহু-গীতৰ সুৰ (উজনি অসমত), কিছুমানত বিবিধ বিয়া-গীতৰ সৰ (তেজপুৰ-শোণিতপুৰ অঞ্চলত), কিছুমানত নাম কীৰ্তনীয়া ধ্বনি (বৰপেটা অঞ্চলত) আৰু অইন কিছুমানত ওজাপালিৰ গীতৰ সুৰে প্ৰাধান্য লভিছে আৰু সেই সেই অঞ্চলৰ গীত-মাতসমূহক আকৃষ্ট আৰু পৰোক্ষভাৱে হ'লেও প্ৰভাৱান্বিত কৰি আহিছে। বিশেষকৈ লোকগীতৰ পৰ্যায়ৰ গীতত এই প্ৰভাৱ স্পষ্ট হৈ পৰে। দৰঙৰ সকলো গীত-মাত—বিয়াগীত, চিয়াগীত, নাঙেলী গীত, চেৰা-ঢেক আদি সকলো গীত-মাত ওজাপালি সুৰীয়া বা ওজাপালি গীতৰ দ্বাৰা কম বেছি পৰিমাণে প্ৰভাৱান্বিত বুলি স্বীকাৰ কৰিব লাগিব। দৰঙীয়া ভাগৱত-চকু বা পদপুথি পাঠৰ আনুষ্ঠানিক পাঠ-চকুত হ'লেও ওজাপালি ৰাগ-ৰাগৰ প্ৰভাৱ দেখ-দেখকৈয়ে স্পষ্ট।

ওজাপালি সংগীতৰ ৰাগ, সুৰ, তাল, মান আদিৰ বিজ্ঞান সন্মত অধ্যয়ন আৰু বৈজ্ঞানিক বিশ্লেষণ হ'লে আজিলৈকে কোনেও হাতত লোৱা নাই। অবিলম্বে সেই কাম আৰম্ভ হ'ব বুলি আমি আশাবাদী। সেই একেদৰে ঐতিহ্যপূৰ্ণ প্ৰাচীন দেওধনী নৃত্যকো অধুনা তাৰ মধুৰিমাময় মধুনাথিনি অবিকৃত ৰাখি তাৰ সাজ-পাৰ, নৃত্য-কলা আদিক কলাসন্মত আৰু ৰুচিপূৰ্ণভাৱে সমাজৰ আগত থাপ খোৱাকৈ গঢ় দিবৰ হ'ল। ইমান দিনলৈ ই পূজা-সেৱাৰ লগত সম্বন্ধ ৰাখি চলি আছিল। সমাজৰ পৰিবৰ্তনৰ লগে লগে এতিয়া তাক কলা-নিৰ্ভৰশীল কৰি তুলিবৰ হৈছে। বিজ্ঞ সংশ্লিষ্টসকল সেই বিষয়ে সতৰ্ক হ'ব বুলি আশা ৰাখিলোঁ। স্বীকাৰ কৰিব লাগিব যে দৰঙী কলাকৃষ্টি উন্নয়ন সংঘৰ চেষ্টাত ইতিমধ্যে দেওধনী-নৃত্যই সৰ্বভাৰতীয় দৃষ্টি আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছে। ই আশা আৰু উৎসাহৰ বতৰা। ০০০



# স্বাধীনতা আন্দোলনত বিশ্বনাথ চাৰিআলি

* বিনীত বৰুৱা, ভদ্ৰকান্ত শইকীয়া *

ভাৰতৰ স্বাধীনতা আন্দোলনত অসমৰ অংশ গ্ৰহণৰ কথা ওলালেই যিজন মহান নেতাৰ নাম সৰ্বপ্ৰথমে মনলৈ আহে তেওঁ হ'ল কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা। তেওঁ অসম ভূমিৰ সন্মান ৰক্ষা কৰিবলৈ নিজৰ জীৱন আৰু স্বাৰ্থ জলাঞ্জলি দি সংৰক্ষণ-পন্থী ধনীসকলৰ সন্থা অসম এছ'ছিয়েছনৰ ডেকা সদস্যসকলক কংগ্ৰেছৰ অহিংস অসহযোগলৈ ভিৰাই আনি স্কুল-কলেজ বৰ্জন কৰাই আবেদন-নিবেদনৰ মাধ্যমৰপৰা বিপ্লৱমুখী কৰ্মধাৰাত লিপ্ত কৰালে।

১৯২০ চনত কৰ্মবীৰ চন্দ্ৰনাথে দেশৰ ডেকাসকলক যুঁজলৈ নমাই আনিলে। উদ্বুদ্ধিত হ'ল দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা, লোকনায়ক অমিয় কুমাৰ দাস, ত্যাগবীৰ হেম বৰুৱা আৰু জ্যোতিপ্ৰসাদ আদি। দেশৰ আন অঞ্চলৰ লগত সংগতি ৰাখি বিশ্বনাথ চাৰিআলিৰ ৰাইজেও স্বাধীনতাৰ আন্দোলনত অংশ গ্ৰহণ কৰিছিল, ত্যাগ কৰিছিল আৰু বিভিন্ন প্ৰকাৰৰ নিৰ্যাতন সহ্য কৰিছিল। তাৰে এটি চমু আভাস ইয়াত দাঙি ধৰা হৈছে।

০০০ বিয়াল্লিছৰ বিছ চেপ্তেম্বৰৰ দিনটো এটা অবিস্মৰণীয় দিন। সেইদিনা বিশ্বনাথ চাৰিআলিৰপৰা দুশজনীয়া মৃত্যু বাহিনীৰ এটি দল অধিনায়ক শ্ৰীবিনীত বৰুৱাৰ পৰিচালনাত আগুৱাই গৈছিল চতিয়া আৰক্ষী চকীৰপৰা বৃটিছৰ ইউনিয়ন জেক নমাই তাৰ ঠাইত কংগ্ৰেছৰ ত্ৰিৰঙ্গ পতাকা উৰুৱাৰ মানসেৰে। মুখত আছিল তেজোদীপ্ত সংগীত, অন্তৰত আছিল মহাত্মা গান্ধীৰ চূড়ান্ত পৰীক্ষাৰ মূলমন্ত্ৰ, "কৰিম নাইবা মৰিম"। এই দিনটোলৈ যোৱাৰ আগতে আমি অকণমান অতীতৰ ঘটনাৱলীৰ ওপৰত দৃষ্টিপাত কৰিব বিচাৰিছোঁ।

১৯২০ চন। ক্ৰমাগতভাৱে গজালি মেলি অহা কংগ্ৰেছ সংগঠনে এই অঞ্চলো স্পৰ্শ কৰিছে। তেতিয়াৰ সংগঠন চৰকাৰী নিষ্পেষণ আৰু অন্যান্য কাৰণত কিছু ধীৰ গতিৰেই আগবাঢ়িছিল। ১৯২০ চনত এই অঞ্চলৰ দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মাই আন্দোলনত যোগদান কৰি ছাত্ৰসকলক উলিয়াই আনিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত নদুৱাৰৰ ৺হেম হাজৰিকা, ৺বগীৰাম শইকীয়া, ৺তিলক শৰ্মা, ৺শিৱপ্ৰসাদ আগৰৱালা প্ৰভৃতিয়ে অংশ গ্ৰহণ কৰি আন্দোলন ৰাইজৰ মাজলৈ আনি বিভিন্ন ঠাইৰ যুৱক-ছাত্ৰৰ আন্দোলনৰ পৰিসৰ বৃদ্ধি কৰিছিল। চাৰিআলিৰ ৺চেনিৰাম দাস, ৺নবীন চন্দ্ৰ ভট্টাচাৰ্য, ৺হৰনাথ হাজৰিকা প্ৰভৃতি লোকসকলেও এই অঞ্চলৰ ৰাইজৰ মাজত আন্দোলন সম্পৰ্কীয় ভাষণ দি সকলোকে এক হৈ যুঁজিবলৈ প্ৰেৰণা যোগাইছিল। ১৯২৬ চনত পাণ্ডুত বহা ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাত যোগ দিবলৈ বিশ্বনাথ চাৰিআলিৰ পৰাও ৫০ জনৰো অধিক স্বেচ্ছাসেৱক গৈছিল।

১৯৩০ চনত আন্দোলনৰ ৰূপ তীব্ৰতৰ হৈ উঠে। চৰকাৰেও আন্দোলন দমন কৰিবলৈ জেল, জৰিমনা, গুলি আদি একোকে বাদ দিয়া নাছিল। ৺লক্ষ্মীধৰ শৰ্মা আৰু ৺হেম হাজৰিকাৰ বক্তৃতাত মুগ্ধ হৈ বহু চৰকাৰী চাকৰিয়ালেও চাকৰি ইস্তফা দি আন্দোলনত যোগ দিছিল। মহাত্মা গান্ধী তেজপুৰলৈ আহোতে এই অঞ্চলৰ ৺ফণীধৰ বৰুৱা, ৺ললিত ভূঞা, ৺নাৰায়ণ দাধৰা, ৺জাতি দাধৰা আদিক মহাত্মা গান্ধীয়ে জ্যোতিপ্ৰসাদ আগৰৱালাৰ বাসভৱনৰ প্ৰাঙ্গনত নিজ হাতে গান্ধী টুপী পিন্ধাই সন্মান জনাইছিল। এওঁলোকৰ দুজনে নগাঁও জিলাত শিক্ষা শিবিৰত প্ৰশিক্ষণ লৈ আহি স্থানীয় সেৱক সকলক শিক্ষা দিছিল। কানিৰ দোকানত পিকেটিং কৰোতে গ্ৰেপ্তাৰ হোৱা ৫০ জন সেৱকৰ ভিতৰত ৺ফণীধৰ বৰুৱা আৰু ৺ললিত ভূঞাৰ ১৩ মাহকৈ ফাটেক আৰু ৫০০ টকাকৈ জৰিমনাৰ হুকুম হৈছিল। এওঁলোকক যোৰহাট জেললৈ পঠোৱা হৈছিল। সেই সময়ত ৺চেনিৰাম দাস মাজুলীগড় চাহ বাগিচাত আৰু ৺নবীন চন্দ্ৰ ভট্টাচাৰ্যদেৱে প্ৰতাপগড় চাহ বাগিচাত চাকৰি কৰি আছিল। ১৯৩০ চনত চৰকাৰে আন্দোলন অবৈধ বুলি ঘোষণা কৰাত কৰ্মীসকলে ভৰলীৰ পৰা হাৱাজানলৈকে বায়ত সভাৰ পৰিসৰ বৃদ্ধি কৰি সংগঠনৰ কাম কৰিছিল। কানি নিবাৰণী আন্দোলনত আগভাগ লোৱা ৺নাহৰ পণ্ডিত, ৺জাতি দাধৰা, ৺নাৰায়ণ দাধৰা, বিশ্বনাথৰ ৺বুদ্ধি বৰঠাকুৰ, ৺গংগা বৰকটকী, ৺যজ্ঞোৰাম, মনুৰাম, টেঙাবৰিৰ ৺ভূধৰ ফুকন, ৺তিলক বৰা, ৺দিগেন বৰা, চাৰিআলিৰ বাপী, ৺সোমনাথ বৰা, দগাঁৱৰ ৺বৃকোদৰ বায়ন, পাভৈ ৰঙামাটিৰ ৺লম্বোদৰ থাউণ্ড, হাতীশালৰ ৺ভোগৰাম হাজৰিকা, ৺কুশল হাজৰিকা, ৺ঘনশ্যাম হাজৰিকা আৰু বহুজনে কাৰাবাস আৰু নিৰ্যাতন ভোগ কৰিছিল।

১৯৩২ চনত জ্যোতিপ্ৰসাদ আগৰৱালা আৰু 'গহন চন্দ্ৰ গোস্বামীদেৱে গঠন কৰা 'বানৰ সেনা' দলত ছাত্ৰ-ছাত্ৰীসকলকো জাতীয় চেতনাৰ আন্দোলনৰ শিক্ষা দিছিল। ১৯৩২ চনত বিশ্বনাথ ৰায়ত সভাৰ অধিবেশনত ডাঃ হৰেকৃষ্ণ দাসৰ সভাপতিত্বত হোৱা সভাত ৰাজনৈতিক প্ৰস্তাৱ আদি লোৱাৰ কাৰণে দাসৰ পেঞ্চন বন্ধ কৰা হৈছিল। পিছত তেখেতৰ বন্ধ কৰা সমুদায় পেঞ্চন ঘূৰাই পোৱাত সেই টকাৰে তেজপুৰত 'অসম সেৱক প্ৰেছ' নামেৰে এটি ছপাশাল স্থাপন কৰি 'অসম সেৱক' নামেৰে এখনি সাপ্তাহিক বাতৰি কাকত উলিয়ায়। সম্পাদক আছিল শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী।

১৯৩৯ চনৰপৰা পুনৰ কংগ্ৰেছৰ আন্দোলনৰ গতি তীব্ৰতৰ হৈ আহে। দ্বিতীয় মহাযুদ্ধত বৃটিছক সহায় নকৰিবলৈ কংগ্ৰেছ মহাসভাই প্ৰস্তাৱ গ্ৰহণ কৰে। লগে লগে আন্দোলনে বৃটিছ চৰকাৰক বিব্ৰত কৰি তোলে। ১৯৪২ চনৰ ৮ আগষ্টত কংগ্ৰেছ মহাসভাই 'ভাৰত ত্যাগ' প্ৰস্তাৱ লোৱাৰ পিছত নেতাসকলক গ্ৰেপ্তাৰ কৰি নিয়াত দেশত অৰাজকতাৰ সৃষ্টি হৈছিল। পুলিচৰ নিৰ্মম অত্যাচাৰ, খানাতালাছী আদি আৰু শাৰীৰিক শাস্তিৰ তীব্ৰতাই দুই এজন সুবিধাবাদীক আঁতৰাই ৰাখিছিল। চৰকাৰে গাঁৱৰ মুখিয়াল লোকক গঞা। পুলিচ পাতি ভিতৰুৱা খবৰ লোৱাৰ ব্যৱস্থা কৰিলেও ৰাইজৰ মনোবল ভাগি পৰা নাছিল।

প্ৰতিখন গাঁৱতে একোটা শিবিৰ পাতি প্ৰতিৰক্ষা বাহিনী, মহিলা ৰেডক্ৰচ দল, শান্তিসেনাৰ প্ৰশিক্ষণ এটাৰ পিছত এটাকৈ হৈ থকাৰ উপৰিও গাঁৱৰ নামঘৰত আলোচনা সভা, বিচাৰ, পঞ্চায়ত আদি হৈ থকাটো নিত্যনৈমিত্তিক ঘটনা হৈ আছিল। সৈনিকসকলক পুৰাদমে যুঁজৰ নিয়মেৰে শিক্ষা দিয়া হৈছিল, চোৰাংচোৱা, খবৰ সৰবৰাহ আদি বিশেষভাবে শিকোৱা হৈছিল। গোপন খবৰ সদায় গোপন হৈ আছিল। সেই খবৰ অধিনায়কৰ বাহিৰে আনে জনাৰ উপায় নাছিল। নিজ নিজ দায়িত্ব পালনৰ কাৰণে সৈনিকজনে প্ৰাণ দিও গোপনীয়তা ৰক্ষা কৰিছিল। সৰ্বশ্ৰী বিপিন হাজৰিকা, বিনীত বৰুৱা, ভদ্ৰকান্ত শইকীয়া, ৺কমলা ভূঞা, শ্ৰীহেমধৰ ফুকন আৰু ভদ্ৰ হাজৰিকাই চাৰিমাহ কাল তেজপুৰত প্ৰশিক্ষণ লৈ আহি বিশ্বনাথৰ তিনিটা মৌজাৰ গাঁওবিলাকত শিবিৰ পাতি স্বেচ্ছাসেৱকৰ দল গঠন কৰে। সেই গাঁওবিলাকৰ শান্তি সেনা বাহিনীৰ বছা বছা সেৱকৰ দলে ৺গহন চন্দ্ৰ গোস্বামী, ৺জ্যোতিপ্ৰসাদ আগৰৱালা আৰু ৺কামাখ্যাপ্ৰসাদ ত্ৰিপাঠীৰ আগত বুকুৰ তেজেৰে শপত লিখি মৃত্যু বাহিনীত যোগ দিছিল। তেওঁলোকৰ সততা, নিভীকতা আৰু সাহসিকতা শেষলৈকে অটুট আছিল। নদুৱাৰৰ প্ৰতিখন গাঁৱত, চুবুৰীত সংগঠন গঢ়ি উঠিছিল। ডেকা-ডেকেৰীসকলে ঘৰুৱা কাম-বন শেষ কৰি আহি প্ৰতিদিনে শিবিৰত প্ৰশিক্ষণ লৈছিল; প্ৰচাৰৰ কাম কৰিছিল, শোভাযাত্ৰা আৰু সংগঠনৰ কামত ভাগ লৈছিল। সৈনিকসকলে দলে দলে গাঁৱে গাঁৱে জ্যোতিপ্ৰসাদৰ সংগীতৰ তালে তালে আগুৱাই যোৱা দৃশ্যত মানুহ অধীৰ আনন্দত আপ্লুত হৈ পৰিছিল। শিবিৰত থকাসকলৰ খোৱাৰ কাৰণে প্ৰত্যেক গাঁৱৰে প্ৰত্যেক ঘৰে প্ৰতি সাজৰ পৰা এমুঠি চাউল টেকেলিত থোৱাটো নিয়মৰ ভিতৰত আছিল; তাৰেই সৈনিকসকলক ভৰণ-পোষণ দিয়া হৈছিল। শিবিৰবিলাকৰ সু-পৰিচালনাৰ কাৰণে প্ৰত্যেক শিবিৰতে কাৰ্যালয় থকাৰ উপৰিও কেন্দ্ৰীয় কাৰ্যালয় সৰ্বাধিনায়ক শ্ৰীবিপিন হাজৰিকাৰ তত্বাৱধানত ভীৰগাঁৱৰ শিবিৰত আছিল। কাৰ্যালয়ৰ দায়িত্বত আছিল ৺কুমুদ চন্দ্ৰ বৰুৱা আৰু শ্ৰীপ্ৰেমানন্দ বৰা। শেষৰফালে কিছুদিন ইয়াত জিলা কাৰ্যালয়ো আছিল। ১৯৪২ চনৰ ২০ ছেপ্তেম্বৰৰ থানা দখলৰ দৰে গুৰুত্বপূৰ্ণ নিৰ্দেশনা অতি সতৰ্কতাৰে গোপনীয়ভাবে লিখি কৰি প্ৰচাৰ কৰা হৈছিল। প্ৰচাৰ বিভাগৰ দায়িত্বত শ্ৰীলীলা শৰ্মা আৰু শ্ৰীশিৱ শৰ্মা আছিল। সতৰ্কতাৰ খাতিৰত গাঁওবিলাকৰ মূল পথত জপনা দিয়া হৈছিল আৰু পহৰাৰ ব্যৱস্থা আছিল।



২০ চেপ্তেম্বৰৰ আগতেই স্থানীয় নেতা সকলক গ্ৰেপ্তাৰ কৰি নিয়ে যদিও সংগঠনৰ কাম পিছুৱাই নগ'ল। চৰকাৰী দমন কাৰ্য বিফল কৰিবলৈ ৰাইজে আগতেই নতুন নতুন নেতা নিৰ্বাচন কৰি থ'লে যাতে এজনৰ পিছত আনজনে পৰিচালনা কৰিব পাৰে। ১৮ চেপ্তেম্বৰৰ পুৱাতে চতিয়াৰ ৺বাপাৰাম গগৈ বৰুৱা, জামুগুৰিৰ ৺মদন শইকীয়া, চাৰিআলিৰ ৺নবীন চন্দ্ৰ ভট্টাচাৰ্যক একে সময়তে গ্ৰেপ্তাৰ কৰি নি বিচাৰ কৰি প্ৰত্যেককে ৬ মাহকৈ সশ্ৰম কাৰাদণ্ড বিহে। সৰ্বভাৰতীয় নিৰ্দেশনাৰ ওপৰত ভিত্তি কৰি জামুগুৰিত থকা তেতিয়াৰ জিলা কাৰ্যালয়ৰপৰা ২০ চেপ্তেম্বৰত থানা দখলৰ আঁচনি লোৱা হৈছিল। নেতাসকলক ধৰি নিয়াৰ পিছত পলাতকভাবে থাকি আন্দোমনৰ পৰিচালনাৰ দায়িত্ব ৺গহন চন্দ্ৰ গোস্বামী আৰু জ্যোতিপ্ৰসাদ আগৰৱালাই গ্ৰহণ কৰে। আমাৰ এই অঞ্চলৰ কেন্দ্ৰীয়ভাবে পৰিচালনাৰ দায়িত্ব ৺নবীন চন্দ্ৰ ভট্টাচাৰ্যৰ পিছতে ক্ৰমে সৰ্বশ্ৰী জীৱন চন্দ্ৰ বৰুৱা, শেষধৰ হাজৰিকা আৰু শিৱ ৰবঠাকুৰৰ গাত অৰ্পণ কৰা হৈছিল। চৰকাৰী আমোলাৰপৰা আৰম্ভ কৰি সকলোৱেই আন্দোলনত ভাগ লৈছিল। আনকি গোবৰকণা (৺নন্দি শইকীয়া) নামৰ এজন অন্ধ লোকেও বাতৰি সৰবৰাহত অংশ গ্ৰহণ কৰিছিল।

শেষত আহিল আৰম্ভণিতে উল্লেখ কৰা সেই চিৰস্মৰণীয় থানা দখলৰ দিনটো। থানা দখল কৰিবলৈ যোৱা দলটোৰ প্ৰথম শাৰীত আছিল হাতত ত্ৰিৰঙ্গ পতাকা লৈ শ্ৰীগংগানাথ শইকীয়া আৰু ৺সোণাৰাম ভূঞা; 'কদম কদম বঢ়ায়ে যা' গীত গাই গাই আগবাঢ়িছিল মৃত্যুবাহিনীৰ সৈনিকৰ দল। তেওঁলোকৰ হিয়াত মাত্ৰ বাজি উঠিছিল 'মৃত্যু গছকি আনা জয়জিনি'ৰ ভাব।

ইয়াৰ পিছত চৰকাৰে ধৰপাকৰ আৰম্ভ কৰে। আন্দোলনেও মোট সলাই হিংসাৰফালে আগবঢ়াত কিছু কৰ্মী পলাতক হ'বলগা হয়।

ডাকঘৰ, স্কুলঘৰ জ্বলোৱা, টেলিগ্ৰাফৰ তাঁৰ কটা, চৰকাৰী নথি-পত্ৰ ধ্বংস কৰা, ৰেল লাইন উঠোৱা, মিলিটেৰীবোৰৰ উৰাজাহাজৰ ফিল্ডত জুই দিয়া আদি কামবোৰ আন্দোলনৰ নামত চলিব ধৰে। যিবিলাক ঠাইত চৰকাৰৰ অফিচৰ ঘৰ-দুৱাৰ আৰু অন্যান্য সা-সম্পত্তি ধ্বংস হৈছিল সেই ঠাইত পাইকাৰী জৰিমনা লগোৱা হৈছিল।

পলাতক হৈ থকাসকলৰ মাজৰপৰা এনেকৈ এজন এজনকৈ পুলিচে ধৰি নি অত্যাচাৰ কৰি জেলত দিছিল, জৰিমনা কৰিছিল। জৰিমনা নিদিয়া সকলৰ ঘৰৰ বস্তু লৈ গৈছিল, বা নষ্ট কৰি পেলাইছিল।

থানাতালাচী আৰু পুলিচী অত্যাচাৰৰ প্ৰথম বলি হ'বলগা হৈছিল কেন্দ্ৰীয় কাৰ্যালয় তথা জিলা কাৰ্যালয় থকা ভীৰগাঁও। সেই গাঁৱত এঘৰ মানুহ নাছিল যি অত্যাচাৰৰ বলি হোৱা নাছিল। ভীৰ-গাঁৱৰ ৺লোকনাথ শৰ্মাৰ ঘৰ-দুৱাৰ ভাঙি লণ্ড-ভণ্ড কৰিছিল; তেওঁক ধৰি নি থানা হাজোতত নখত ৰেজী সুমুৱাই দি দাঁত ভাঙি দিও 'বিনীত-ভদ্ৰৰ' খবৰ উলিয়াবপৰা নাছিল। আনকি পুলিচেও বুজিবপৰা নাছিল যে 'বিনীত-ভদ্ৰ' একেজন মানুহ নে দুজন মানুহ। পলাতক হৈ থকা ৺চেনিৰাম দাসৰ ঘৰ-দুৱাৰো কাটি-ছিঙি লণ্ড-ভণ্ড কৰিছিল, বাটৰ কাষত থকা শ্ৰীজীৱন বৰুৱাৰ ঘৰতো বিনীত-ভদ্ৰক বিচাৰি কেইবাবাৰো তালাচী কৰিছিল! বন্দুকৰ কুন্দাৰে খুন্দিয়াই শ্ৰীগণেশ কোঁচক জীৱ-নলৈ ঘূণীয়া কৰিছিল। ইয়াৰ পিছতে তালাচী আৰম্ভ হয় ক্ৰমে গড়েহাগি, বামগাঁও, লেহগাঁও, নগাঁও, কোঁচগাঁও আৰু কমাৰ গাঁৱত। মিলি-টেৰীয়ে গাঁৱৰ শিবিৰবিলাক আৰু মূল পথৰ জপনাবিলাক খুকুৰীৰে কাটি বগৰাই পেলায়। মানুহৰ ওপৰত নিৰ্মম অত্যাচাৰ, বস্তু-বাহানি লুট কৰা আদিয়েই আছিল প্ৰধান। পুলিচৰ অত্যা-চাৰত এনেকৈ বহুতো চিৰকাললৈ ঘূণীয়া হ'ল। এই অঞ্চলৰ পলাতক হিচাপে থকাসকল

আৰু জেলৰপৰা মুক্তি পাই অহাসকলে ৰাইজৰ মনোবল ভাঙি নপৰিবলৈ বাৰেচহৰীয়া ভাওনা পতাৰো আয়োজন কৰিছিল। হাজাৰ হাজাৰ মানুহে ভেদাভেদ পাহৰি একেলগে 'বন্দে মাতৰম' ধ্বনি দিবলৈ অনুপ্ৰাণিত হৈছিল। সকলো মুনিহ-তিৰোতাই অত্যাচাৰকো অত্যাচাৰ নুবুলি গা পাতি লৈ আৰু অধিক সাহসেৰে আগবাঢ়ি গৈছিল।

জামুগুৰিৰ নবীন বৰদলৈ, ধৰ্ম গায়ন, চতিয়াৰ কমলা ভাগৱতী, থানেশ্বৰ কতিয়া, চাৰি-আলিৰ বিনীত-ভদ্ৰ, নবীন দাধৰা আদিয়ে উগ্ৰপন্থী ভাবে কামত লাগিছিল আৰু গোটেই নদুৱাৰ তল-ওপৰ লগাইছিল। মোকৰ্দমাৰ সাক্ষী কোৱাসকলক কৰ্মীসকলে ধৰি বেতাইছিল। এই খণ্ডত এনে এটা অৱস্থাৰ সৃষ্টি হৈছিল যে কোনেও দেখাকৈ বৃটিছ চৰকাৰক সহায় কৰিবপৰা নাছিল। পলাতক সকলক ইঠাইৰপৰা সিঠাইলৈ যাওঁতে বিশ্বনাথৰ (সৰ্বশ্ৰী) শিৱ বৰঠাকুৰ, কণ বৰঠাকুৰ, সুবোধ দাস আদিয়ে নাৱেৰে ৰাতি ৰাতি ব্ৰহ্মপুত্ৰ পাৰ কৰি দিছিল।

বিয়াল্লিছৰ আন্দোলনত অংশ গ্ৰহণ কৰি ত্যাগ স্বীকাৰ কৰা বিশ্বনাথ চাৰিআলিৰ আন কেই-গৰাকীমান ব্যক্তি হ'ল ৺যজ্ঞেশ্বৰ বৰা, ৺গোলোক দাস, ৺চান্দু শইকীয়া, ৺ভুবন শৰ্মা, (সৰ্বশ্ৰী) তীৰ্থেশ্বৰ শৰ্মা, নোমল বৰা, গংগাৰাম শইকীয়া, উমা শৰ্মা, দুৰ্গেশ্বৰ হাজৰিকা, হৰবিলাস বৰুৱা, নুৰ মাষ্টৰ, মোলান হাজৰিকা, ছবিলাল গজুৰেল, মহেন্দ্ৰ কাফ্লে, টিকাৰাম উপাধ্যায়, ললিত শই-কীয়া, পদম বৰুৱা, কীৰ্তি কটকী, থানু শইকীয়া, হৰেন শৰ্মা আদি।

সমূহ ভাৰতবাসীৰ ঐকান্তিক চেষ্টা, কষ্ট আৰু ত্যাগৰ ফলত ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰতে বৃটিছ সিংহৰ হুংকাৰৰপৰা মুক্তি লভিলে। ত্ৰিৰংগ পতাকা ভাৰতৰ আকাশত উৰিবলৈ ধৰিলে।

০০০

# অসমত গোষ্ঠীসত্তা: জাতীয়তা ৰক্ষাৰ বাবে সংযোগী অসমীয়াৰ প্ৰয়োজনীয়তা — ভৃগুমুনি কাগ্যুং

(১)

ভাৰতবৰ্ষৰ বহুভাষী ৰাজ্যবোৰত বাস কৰা জনসাধাৰণৰ মাজত সামাজিক ঐক্য-সম্প্ৰীতি, আত্মীয়তা, বন্ধুত্ব-ভাতৃত্ব তথা জাতীয় সংহতি ৰক্ষাৰ ক্ষেত্ৰত জনসংযোগী আঞ্চলিক ভাষাৰ ভূমিকা অনন্য।

বহু ভাষা-ভাষী জনগোষ্ঠীৰে পৰিবেষ্টিত এই বিশাল পৰ্বত-পাহাৰেৰে বিস্তৃত উত্তৰ-পূৰ্বা-ঞ্চলৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ যিদৰে সৰ্বাধিক গুৰুত্ব আছে সেইদৰে বিভিন্ন জনগোষ্ঠীবোৰৰ গোষ্ঠী সত্তা তথা বৃহত্তৰ অসমীয়া জাতিৰ জাতীয়ত্ব ৰক্ষাৰ ক্ষেত্ৰতো আনুষংগিক জনগোষ্ঠীৰ ভাষাবোৰৰ প্ৰয়োজনীয়তা আৰু প্ৰতি-ক্ৰিয়াৰ কথা আমি নুই কৰিব নোৱাৰো। পূত-পবিত্ৰ বহুভাষী অসম ৰাজ্যত জন্ম গ্ৰহণ কৰিবলৈ পোৱাটো এক সৌভাগ্যৰ কথা কিন্তু আঞ্চলিক পৰিবেশৰ প্ৰয়োজনীয় ভাষা-নীতি গ্ৰহণ কৰি গু-অনুশাসনেৰে পৰিচালিত নোহোৱাটো অকল দুৰ্ভাগ্যই নহয় জাতীয়ত্ব ৰক্ষাৰ ক্ষেত্ৰতো বিপৰ্যয়ৰো কাৰণ। গতিকে, শুদ্ধ ভাষা-নীতি প্ৰবৰ্তন আৰু গ্ৰহণৰ অবিহনে জাতীয় জীৱনৰ সৰ্বাঙ্গীন উন্নতি তথা প্ৰগতি আৰু শিক্ষায়তনিক দিশত ফলপ্ৰসু হোৱা আশা কৰিব নোৱাৰি।

ভাষাতাত্ত্বিক দিশৰপৰা পৰ্যালোচনা কৰি চালে দেখা যায়, ভাষা প্ৰকৃততে কোনো ব্যক্তিৰে জন্মগতভাৱে লাভ কৰা সহজাত প্ৰবৃত্তিৰ বস্তু নহয়। মানৱ ভাষাক পৰিবেশৰ প্ৰভাৱত আৰু জীৱনৰ প্ৰয়োজনীয়তাৰ ভিত্তিতে আয়ত্ত কৰি বিকাশ সাধন কৰা হয়। এই দৃষ্টিভংগীৰপৰা চাবলৈ গ'লে ভাষা কোনো ব্যক্তি তথা জনগোষ্ঠীৰে স্পৰ্শকাতৰ বিষয় হ'ব নোৱাৰে, কিন্তু ভাষা বিকাশৰ ক্ষেত্ৰত জনসংস্কৃতিৰ প্ৰতিক্ৰিয়াই অধিকভাৱে প্ৰভাৱ বিস্তাৰ কৰা পৰিলক্ষিত হয়। আমি ব্যৱ-হাৰিক জীৱনৰ প্ৰয়োজনীয়তাৰ পৰিপ্ৰেক্ষিতত প্ৰধানতঃ জনগণৰ আবেগিক ঐক্য আৰু শিক্ষায়-তনিক দিশৰ প্ৰতি লক্ষ্য ৰাখি গোষ্ঠীগত ভাষা-বোৰৰ লগত আঞ্চলিক ভাষাক (ৰাজ্যিক বা প্ৰশাসনিক) আনুষংগিক সংযোগী ভাষা হিচাপে গ্ৰহণ কৰাৰ বাহিৰে প্ৰশস্ত পথ নাই।

সাম্প্ৰতিক কালত অসম ৰাজ্যত যি ভাষা শিক্ষাৰ পাঠ্যক্ৰম আৰু ভাষানীতি প্ৰচলিত হৈছে, এই ভাষা-নীতি অদূৰ ভৱিষ্যতৰ ভাবী বংশধৰ সকলৰ কাৰণে সঠিক পথ-প্ৰদৰ্শক ভাষা নীতি নহয় বৰঞ্চ এই ভাষা নীতিয়ে বহু ক্ষেত্ৰতে আমাৰ জাতীয় জীৱনলৈ বিভ্ৰাট অনাই নহয় বিপৰ্যয়বো সৃষ্টি কৰিছে আৰু শুকনী নমৰা ব্যাধিৰ দৰে সময়ে সময়ে উক্ দি নতুন নতুন ভাষা সমস্যাৰ সৃষ্টি কৰি আছে।

যুগ পৰিবৰ্তন আৰু ৰাষ্ট্ৰৰ উথ্থান-পতনৰ লগে লগে ভাষা-নীতিৰো পৰিবৰ্তন হৈ থকাটো দেশ তথা জাতিৰ কাৰণে শুভ লক্ষণ নহয় তথাপি এই পৰিবৰ্তন স্বাভাৱিক হৈ পৰা দেখা যায়। আমাৰ সাধাৰণ ধাৰণা যে যুগৰ সমস্যা যুগে সমাধা কৰিলেও আবেগিকভাৱে ভাষা সমস্যা সমাধান কৰা বিষয় নহয়। যুগে যুগে জনসাধাৰণে প্ৰয়োজনৰ ভিত্তিতে ভাষাৰ বিকাশ আৰু উৎকৰ্ষ সাধন কৰি আত্ম-প্ৰতিষ্ঠা কৰিলেও ভাষাৰো এটা স্বতঃস্ফূৰ্ত ধাৰা নোহোৱা নহয়। গতিকে শিক্ষায়তনিক দিশত ভাষা-সমস্যা সমাধান কৰিবলৈ হ'লে প্ৰধানকৈ আঞ্চলিক তথা ৰাজ্যিক পৰ্যায়ৰ পৰিবেশৰ (এন্‌ভাইৰন্‌মেণ্ট) প্ৰভাব আৰু বাস্তৱ সন্মত প্ৰয়োজনীয়তাক আমি অস্বীকাৰ কৰিব নোৱাৰো। অন্যহাতেদি সৰ্বভাৰতীয় তথা আন্তৰ্জাতিক পৰ্যায়ত ইয়াৰ প্ৰয়োজনীয়তাৰ সাপেক্ষেহে শিক্ষণীয় ভাষা-শিক্ষাৰ পাঠ্যক্ৰম ৰচনা কৰাটো নিতান্ত বাঞ্চনীয়।

মানৱ শিশুৰ ভাষা-শিকা তথা ভাষা আয়ত্ত কৰা প্ৰক্ৰিয়া আৰম্ভ হয় মাতৃৰ কোলাত থকা কালৰপৰা আৰু প্ৰাক্-প্ৰাথমিক পৰ্যায়ৰ শিক্ষানুষ্ঠানক কেন্দ্ৰ কৰি আনুষ্ঠানিক লিখন-পঠন-কথনৰ মাজেদি অগ্ৰগতিৰ পথেদি ধাবিত হয়। গতিকে আমি শিশুৰ ভাষা-পাঠ্যক্ৰম ৰচনা কৰোতে সামাজিক তথা ৰাজ্যিক পৰিবেশ; বিভিন্ন সময়ত গঠিত শিক্ষা-আয়োগে দিয়া গ্ৰহণযোগ্য পৰামৰ্শাৱলী; বিভিন্ন ভাষাৰ মৰ্যাদা তথা সাংবিধানিক প্ৰদত্ত অধিকাৰ সাব্যস্ত কৰি আৰু লগতে কেন্দ্ৰীয় ভাষা নীতি পুংখানুপুংখৰূপে চালিজাৰি চাইহে শিশুৰ ফলপ্ৰসূ ভাষা নীতি প্ৰাথমিক পৰ্যায়ৰপৰা আৰম্ভ কৰি মাধ্যমিক পৰ্যায়ৰ ভাষাৰ মাধ্যমৰ লগত নিৰৱচ্ছিন্নভাৱে সম্পৰ্ক ৰক্ষা কৰি আৰু শিক্ষাৰ্থীৰ ভৱিষ্যতৰ 'মাধ্যম-ভাষা', 'বিষয়-ভাষা', 'ঐচ্ছিক-ভাষা' আদি উচ্চ শিক্ষাৰ প্ৰতি লক্ষ্য কৰি সংগতিপূৰ্ণভাৱে ভাষাৰ পাঠ্যক্ৰম ৰচনা কৰিব লাগিব। এইদৰে শিক্ষণীয় ভাষাৰ সকলোবোৰ প্ৰয়োজনীয় দিশ পৰ্যালোচনা কৰি চাই যি ভাষা-নীতিৰ নতুন পাঠ্যক্ৰম ৰচনা কৰা হ'ব তাত মেধাৱী, কম মেধাৱী, ইচ্ছুক শিক্ষাৰ্থীক অধিক ভাষা শিকাৰপৰা প্ৰতিবন্ধকৰ সৃষ্টি কৰি বঞ্চিত কৰা আৰু অনিচ্ছুক শিক্ষাৰ্থীকো সীমিত ভাষাৰ পাঠ্যক্ৰমৰ বাহিৰে ভাষা শিকাৰ নামত বৰ নোৱাৰা বোজা জাপি দি বিভ্ৰান্ত কৰা কাৰো কাম্য হ'ব নোৱাৰে। এইদৰে নতুন ভাষা পাঠ্যক্ৰমত যাতে হাইস্কুল শিক্ষান্ত পৰীক্ষাত (১) প্ৰথম ভাষা মাধ্যম ভাষা (২) দ্বিতীয় ভাষা ইংৰাজী ভাষা (৩) তৃতীয় ভাষা প্ৰয়োজন ভিত্তিক ঐচ্ছিক ভাষাহে হ'ব লাগে আৰু চাব লাগে যাতে তিনিটাতকৈ অধিক ভাষাৰ পৰীক্ষা দিবলগা নহয়। গতিকে তৃতীয় ভাষাটো বিভিন্ন মাতৃভাষী শিক্ষাৰ্থীৰ, বিভিন্ন মাধ্যমৰ শিক্ষাৰ্থীৰ অৰ্থাৎ সকলো পৰীক্ষাৰ্থীৰ কাৰণে অনুকূল পৰিবেশৰ ঐচ্ছিক (এডিচনেল লেংগুৱেজ পেপাৰ) ভাষাৰ কাকত হ'ব লাগে আৰু হাইস্কুল শিক্ষান্ত পৰীক্ষাত ইয়াক কৃতকাৰ্য বা অকৃতকাৰ্যতাৰ কাৰণে বিষয় ভাষা হিচাপে গণ্য কৰিব নালাগে — কিন্তু সকলো শিক্ষাৰ্থীয়েই তৃতীয় ভাষা হিচাপে এটা ঐচ্ছিক ভাষাৰ (বিষয় ভাষাৰ) পৰীক্ষা দিয়াটো নিয়ম কৰিব লাগে।

সাম্প্ৰতিক কালত অসম ৰাজ্যত প্ৰচলিত ভাষা-নীতি পুংখানুপুংখৰূপে পৰ্যালোচনা কৰি চালে প্ৰাথমিক পৰ্যায়ৰ শিক্ষণীয় ভাষাৰ লগত মাধ্যমিক পৰ্যায়ৰ ভাষাৰ সঠিকভাৱে সংগতি ৰক্ষিত হোৱা দেখা নাযায়। গতিকে তেনেবোৰ শিক্ষাৰ্থীয়ে ভৱিষ্যতে সকলো প্ৰকাৰে শিক্ষা লাভৰ ক্ষেত্ৰত উপকৃত হ'বলৈ হ'লে প্ৰাথমিক পৰ্যায়ৰ পৰাই মাতৃ ভাষাৰ মাধ্যমৰ বাহিৰেও ৰাজ্যিক বা প্ৰশাসনিক ভাষাৰ লগত সংগতি ৰক্ষা কৰি সংযোগী ভাষা হিচাপে "দ্বি-ভাষা নীতি" বা দুটা ভাষাৰ প্ৰচলন নীতি গ্ৰহণ কৰিব লাগিব।

আমি উপলব্ধি নকৰিলেও শিশু শিক্ষাৰ ক্ষেত্ৰত মৌখিকভাৱে আৰু লিখিতভাৱে দ্বি-ভাষাৰ মাধ্যম সদায়েই প্ৰয়োগ কৰি আহিছো। উদাহৰণ স্বৰূপে 'অন্য-মাতৃ-ভাষী অসমীয়া'ৰ বিভিন্ন ভাষা-ভাষী জনগোষ্ঠীৰ শিশুক অসমীয়া ভাষাৰ শব্দৰ অৰ্থ-জ্ঞান দিওঁতে শিশুক জ্ঞাত মাতৃ ভাষাৰ শব্দেৰে আৰু ইংৰাজী বা হিন্দী আদি ভাষাৰ নজনা শব্দৰ অৰ্থ জ্ঞান শিশুৱে জনা বা বুজি পোৱা ভাষাৰ প্ৰতি শব্দৰ যোগেদি আৰু ইংৰাজী মাধ্যমৰ বা হিন্দী মাধ্যমৰ কেন্দ্ৰীয় বিদ্যালয়বোৰতো ইংৰাজীৰ শব্দ-জ্ঞান হিন্দীৰে বা হিন্দীৰ শব্দ জ্ঞান ইংৰাজীৰে নতুবা শিক্ষকে জনা আৰু শিক্ষাৰ্থীৰ সম্যক জ্ঞান থকা বা জনা দ্বি-ভাষাৰ সহায়ত এটা ভাষাক মাধ্যম হিচাপে আৰু আনটো ভাষাক বিষয় ভাষা হিচাপে পৰিবেশৰ লগত খাপ খুৱাই শিকোৱাৰ কথা উল্লেখ কৰিব পাৰি। আজি শিক্ষিত লোকৰ মাজত বিভিন্ন দেশী-বিদেশী ভাষা শিকাৰ কাৰণে শেহতীয়া পদ্ধতি গ্ৰহণ কৰি শিকাবলৈ প্ৰয়াস কৰিলেও অনুবাদ পদ্ধতিৰে শিশু ভাষা শিকাৰ ক্ষেত্ৰত উপকৃত হোৱাৰ কথা একেবাৰে উলাই কৰিব নোৱাৰি আৰু এই পদ্ধতিৰ সম্পূৰ্ণ সলনি (চুইটচ অভাৱ) সময় সাপেক্ষেহে হোৱা সম্ভৱ।

আমাৰ শিক্ষাৰ্থীয়ে সাম্প্ৰতিক প্ৰত্যাখ্যান কৰিব নোৱাৰাকৈ পৰ্যায়ক্ৰমে মাতৃ ভাষাৰ বাহিৰেও আঞ্চলিক পৰ্যায়ৰ পৰিবেশৰ প্ৰভাৱত আৰু জীৱন যাত্ৰাৰ প্ৰয়োজনীয়তাত সংযোগী ৰাজ্যিক ভাষা অসমীয়া, ৰাষ্টীয় ভাষা হিন্দী আৰু আন্তৰ্জাতিক সংযোগী তথা 'লিংক লেংগুৱেজ' ইংৰাজী ভাষাৰ সম্যক জ্ঞান আয়ত্ত কৰিবই লাগিব।

সাধাৰণতে সৰ্বসাধাৰণক ভাষাৰ প্ৰয়োজন হয় বুজা-বুজি, আদান-প্ৰদান, ভাব বিনিময়ৰ বাবে বিশেষকৈ কথিতভাৱে পৰস্পৰৰ মাজত কিনা-বেচা, মিলা-মিছা কৰি চলিবলৈ আৰু তেওঁলোকে লিখিতভাৱে বিভিন্ন ভাষা জনাৰ প্ৰয়োজনবোধ নকৰিলেও মাতৃ-ভাষা আৰু আঞ্চলিক ভাষাত আক্ষৰিক জ্ঞান থাকিলেই তেওঁলোকৰ জীৱন যাত্ৰা চলি যায়। আমাৰ শিক্ষিত নাগৰিকৰ কাৰণে প্ৰয়োজনবোধে কৰ্মসংস্থান, ব্যৱসায়-বাণিজ্য, যোগাযোগ, আদান-প্ৰদান আদিৰ ক্ষেত্ৰত বিভিন্ন ভাষাৰ প্ৰয়োজনীয়তাৰ কথা নুই কৰিব নোৱাৰি। আমি আত্ম-শ্লাঘা আৰু আবেগবশতঃ ইংৰাজী ভাষাৰ প্ৰতি গুৰুত্ব আৰোপ নকৰিলেও আধুনিক যুগত ইংৰাজী ভাষাৰ মাধ্যমেৰেহে পৃথিবীৰ সকলোবোৰ দেশৰ পাৰস্পৰিক সংযোগ, আদান-প্ৰদান ৰক্ষিত হৈ আছে। গতিকে যুগ সাপেক্ষে আমাৰ সৰ্বভাৰতীয় পৰ্যায়তো ইংৰাজী ভাষাৰে আধুনিক নতুন নতুন আৱিষ্কাৰ, জ্ঞান-বিজ্ঞান, প্ৰযুক্তিবিদ্যা আয়ত্ত কৰাৰ লগতে পৃথিভঁৰালৰ ভাষা হিচাপে ইয়াৰ গুৰুত্ব সদায় থাকিব।

[ ২ ]

আমি অসম ৰাজ্যৰ ভাষাবোৰৰ স্থিতি সম্পৰ্কে পৰ্যালোচনা কৰি চালে পাওঁ যে যোৱা ১৯৮৬ চনলৈকে নীতিগতভাৱে স্বীকৃত ভাষাবোৰ হৈছে বঙলা, হিন্দী, মণিপুৰী, বড়ো, গাৰো, নেপালী, মিজো, খাছী, মাৰ, তেলেগু, বিষ্ণুপ্ৰিয়া, কাৰ্বি, মিচিং আৰু ৰাভা ভাষাকে ধৰি, এই ১৪ টা ভাষাৰ ভিতৰত বঙলা, হিন্দী, মণিপুৰী, বড়োভাষা মাধ্যমিক পৰ্যায়লৈকে শিক্ষাৰ মাধ্যম হিচাপে প্ৰৱৰ্তিত হৈছে আৰু "আধুনিক ভাৰতীয় ভাষা" হিচাপেও এই চাৰিটা ভাষাই উচ্চ শিক্ষাৰো স্বীকৃতি পোৱাটো উল্লেখ কৰিব পাৰি।

অসম ৰাজ্যৰ স্বীকৃত ভাষাবোৰে গ্ৰহণ কৰা ধ্বনিলিপিৰ সমীক্ষা-নিৰীক্ষা কৰিলে বঙলা, মণিপুৰী, বিষ্ণুপ্ৰিয়া, ৰাভা ভাষাৰ কাৰণে 'অসমীয়া বঙলালিপি', হিন্দী, বড়ো নেপালী ভাষাৰ কাৰণে

দেৱনাগৰী লিপি আৰু গাৰো, মিজো, খাচী, মাৰ, কাৰ্বি, মিচিং ভাষাৰ কাৰণে 'ৰোমান লিপি' গ্ৰহণ কৰা পাওঁ (দ্ৰাবিড় ভাষা গোষ্ঠীৰ তেলেগু ভাষাৰ সম্পৰ্কে যথেষ্ট তথ্য-পাতি নথকাত ইয়াত পৰ্যালোচনা কৰা হোৱা নাই)। এই প্ৰসংগত বৰ্তমানে মিচিং আৰু ৰাভা ভাষা পৰীক্ষামূলকভাৱে প্ৰাথমিক পৰ্যায়ৰ ৩য় শ্ৰেণীৰপৰা পূৰ্ব প্ৰচলিত অসমীয়া ভাষাৰ মাধ্যমৰ লগতে আনুষংগিকভাৱে সংযোগী 'বিষয় ভাষা" হিচাপে প্ৰৱৰ্তিত হৈছে।

আমি শিশুৰ ভাষা শিকাৰ লগতে ধ্বনিলিপি শিকাবো গুৰুত্ব নুই কৰিব নোৱাৰো। প্ৰাক্‌প্ৰাথমিকত শিশুৰ মাতৃভাষাৰ কাৰণে গ্ৰহণ কৰা লিপিৰ ভিত্তিত পৰৱৰ্তী কালত পৰ্যায়ক্ৰমে লিখন, পঠন প্ৰক্ৰিয়া আৰম্ভ হয়। গতিকে প্ৰাথমিক পৰ্যায়ৰ মাধ্যম ভাষাৰ লিপি যদি একে নহয় বা সাদৃশ্য নাথাকে তেতিয়া শিক্ষাৰ পৰিবেশ নথকা বিশেষকৈ অনগ্ৰসৰ জনগোষ্ঠীৰ শিশুৱে সুকীয়া সুকীয়া দুবিধ লিপিৰে দুটা ভাষা আয়ত্ত কৰা কিছু জটিল হৈ পৰিব পাৰে, কিন্তু পৰ্যায়ক্ৰমে অনুকূল পৰিবেশ ৰচনা কৰি শিক্ষা দিলে সেই জটিল সমস্যাৰ সমাধান কৰা অসম্ভৱ নহ'ব। আমি বহু সময়ত আধুনিক নগৰে-চহৰে শিক্ষিত নাগৰিকৰ পৰিবেশত ডাঙৰ-দীঘল হোৱা শিশুৰ লগত গ্ৰাম্য পৰিবেশৰ শিশুৰ তুলনা কৰি পৰিস্থিতিৰ কথা চিন্তা কৰিবলৈ পাহৰি যাওঁ। এই প্ৰসংগতে হিন্দী আৰু ইংৰাজী মাধ্যমৰ কেন্দ্ৰীয় শিক্ষানুষ্ঠানত ৩য়-৪ৰ্থ শ্ৰেণীতে অঞ্চল বিশেষৰ আঞ্চলিক ভাষাৰ লিপি আৰু ভাষাৰ লিপি আৰু ভাষাৰ সম্যক জ্ঞান দি ৫ম শ্ৰেণীৰ পৰা মাধ্যম ভাষাত গুৰুত্ব আৰোপ কৰা আৰু মাধ্যমিক পৰ্যায়ত সংস্কৃত ভাষাবো সম্যক জ্ঞান দিয়ে আৰু এইদৰে ইংৰাজী "কনভেণ্ট" আদি শিক্ষানুষ্ঠানত নগৰীয়া পৰিবেশৰ শিশুৱে নিজকে খাপ খুৱাই ৰোমান, দেৱনাগৰী, অসমীয়া লিপি আয়ত্ত কৰা বৰ্তমানে গতানুগতিক হৈ পৰা কথা উল্লেখযোগ্য।

শিশুৱে পোনতে আয়ত্ত কৰা লিপি আৰু ভাষাৰ সহায়ত অন্যবোৰ নতুন লিপি, নতুন ভাষা ক্ৰমাগতভাৱে শিকি যোৱাটো শিশু-মনোবিজ্ঞান সন্মত শিক্ষা-নীতি। কিন্তু আৰম্ভণিতে যদি শিশুক লিপি আৰু ভাষা শিকাৰ প্ৰতি আগ্ৰহ জন্মাব পৰা নাযায় তেতিয়াহ'লে শিশুৰ গোটেই জীৱনলৈকে ভাষা-শিক্ষাৰ প্ৰতি ধাউতি নোহোৱা হৈ বিৰাগ জন্মিব পাৰে। সাধাৰণ শিক্ষাৰ পাঠ্যক্ৰমৰ লগত শিক্ষাৰ্থীৰ বিভিন্ন ভাষা শিকা বিষয় ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। অসমীয়া মাধ্যমৰ শিক্ষাৰ্থীয়ে অসমীয়া ভাষাৰ ব্যুৎপত্তিগত তাত্ত্বিক দিশৰ কথা, ভাৰতীয় সভ্যতা-সংস্কৃতি, ঐতিহ্য, ধৰ্ম-দৰ্শন, জ্ঞান-বিজ্ঞান, মনস্তাত্ত্বিক দিশৰ নিহিত হৈ থকা কথাবোৰৰ সম্যক উপলব্ধিৰ কাৰণেই সংস্কৃত, পালি-প্ৰাকৃত আৰু ইছলামীয় তাত্ত্বিক, চিন্তাধাৰা, বিভিন্ন দিশৰ সম্যক জ্ঞান লভিবলৈকে আৰবিক, উৰ্দু, পাৰ্চী আদি ভাষা "তৃতীয় ভাষা" হিচাপে অধ্যয়ন কৰাটো অপৰিহাৰ্য কথা। এইদৰে অন্য-মাতৃভাষী মাধ্যমৰ শিক্ষাৰ্থীয়ে "তৃতীয় ভাষা" হিচাপে ৰাজ্যৰ প্ৰশাসনিক ভাষা নিশিকিলে ৰাজ্যৰ পদ-প্ৰাৰ্থী, কৰ্ম-সংস্থান, পাৰস্পৰিক আদান-প্ৰদান, যোগাযোগ, ব্যৱসায়-বাণিজ্য, চাকৰি- বাকৰি আদিৰ ক্ষেত্ৰত নিজকে খাপ খুৱাই লোৱাত ভাষা সমস্যাই বিভ্ৰান্তিকৰ পৰিবেশৰ সৃষ্টি কৰিব। আমি শিক্ষণীয় ভাষা-পাঠ্যক্ৰমৰ সকলোবোৰ দিশ পৰ্যালোচনা কৰি চাই বিভিন্ন ভাষা শিকাৰ অনুকূল পৰিবেশৰ ইচ্ছুক শিক্ষাৰ্থীৰ প্ৰতিবন্ধক সৃষ্টি কৰি অপৰিণামদৰ্শী হোৱাটো বাঞ্চা নকৰো আৰু সম্ভাব্য জটিল পৰিস্থিতিবো যাতে আশু সমাধান হয় তাৰ কাৰণে প্ৰাথমিক পৰ্যায়ৰ পৰাই আনুষঙ্গিক সংযোগী ভাষাৰ শিক্ষা দিয়া পাঠ্যক্ৰম ৰচনা কৰি প্ৰৱৰ্তন কৰাই প্ৰশস্ত পথ (এই 'তৃতীয় ভাষা' শিক্ষাৰ পাঠ্যক্ৰম কলিকতা বিশ্ববিদ্যালয়ৰ তলত থাকোতেও আছিল)।



অসম ৰাজ্যৰ স্বীকৃত ভাষাবোৰ পৰ্যালোচনা কৰি চালে দেখা যায় যে প্ৰাথমিক পৰ্যায়ত মাতৃভাষাৰ যোগেদি শিক্ষা দিয়া ভাষানীতি প্ৰৱৰ্তিত হ'লেও কিছুমান স্বীকৃত ভাষাই আজিও মাধ্যমিক পৰ্যায়ত মাধ্যম হিচাপে স্বীকৃতি লাভ কৰা নাই। (নেপালী, মাৰ, গাৰো আদি ভাষা এম-ই পৰ্যায়ত প্ৰৱৰ্তিত হৈছে) আৰু তেনে শিক্ষা অনুষ্ঠানত শিক্ষা লাভ কৰি অহা বিভিন্ন ভাষা-ভাষীৰ শিক্ষাৰ্থীয়ে মাধ্যমিক পৰ্যায়ত কি ভাষাৰ মাধ্যমেৰে শিক্ষা ল'বগৈ লাগিব ই এক আগন্তুক নিশ্চিত প্ৰশ্ন? কোনো শিক্ষাৰ্থীকে উচ্চ শিক্ষা লাভৰপৰা বঞ্চিত কৰাটো কাৰো কাম্য নহয় আৰু অন্যহাতেদি অবাঞ্চিত নিষ্প্ৰয়োজনীয় ভাষাৰ বোজা জাপি দিয়াও উদ্দেশ্য হ'ব নোৱাৰে। গতিকে তেনেবোৰ শিক্ষানুষ্ঠানৰ পৰা শিক্ষা লৈ অহা শিক্ষাৰ্থীৰ মাধ্যম ভাষাৰ সাল-সলনি হোৱাটো স্বাভাৱিক। এই সম্ভাব্য পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত এই মাধ্যম ভাষাৰ সমস্যা সমাধানৰ কাৰণেই মাতৃভাষাৰ মাধ্যমৰ বাহিৰেও অসম ৰাজ্যৰ প্ৰায় অঞ্চলতে প্ৰচলিত শিক্ষা অনুষ্ঠান আৰু পৰিবেশবো লগত খাপ খোৱা সহজলভ্য ৰাজ্যিক ভাষাক আনুষঙ্গিক সংযোগী ভাষা হিচাপে প্ৰাথমিক পৰ্যায়ৰ পৰাই ক্ৰমাগতভাৱে 'বিষয়-ভাষা'ৰ শিক্ষা দি অহাৰ বাহিৰে গত্যন্তৰ নাই আৰু এই সমস্যাৰ প্ৰতি লক্ষ্য ৰাখি বাস্তৱ সন্মত অনুকূল পৰিবেশ ৰচনাৰে নতুন পাঠ্যক্ৰম প্ৰস্তুত কৰি প্ৰৱৰ্তন কৰাই একমাত্ৰ ভাষা সমস্যা সমাধানৰ প্ৰশস্ত পথ।

আজি আমি আঞ্চলিক, ৰাজ্যিক তথা সৰ্বভাৰতীয় পৰ্যায়ৰ শিক্ষণীয় ভাষা শিকাৰ শিক্ষায়তনিক দিশৰ কথা তুলনামূলকভাৱে পৰ্যালোচনা কৰি চালে সৰ্বভাৰতীয় ভাষা-নীতিৰ পাঠ্যক্ৰমেৰে পৰিচালিত শিক্ষানুষ্ঠান কেন্দ্ৰীয় বিদ্যালয়বোৰত দুবিধ লিপিৰে দুটা ভাষা (ইংৰাজী আৰু হিন্দী) প্ৰাথমিক পৰ্যায়ৰপৰাই সমপৰ্যায়ত, সমমৰ্যাদাৰে সমানে গুৰুত্ব আৰোপ কৰি শিক্ষা দিয়া ভাষা-নীতি গ্ৰহণ কৰাৰ মূলতে হৈছে সৰ্বভাৰতীয় যি-কোনো প্ৰতিযোগিতাত নিজৰ পাৰদৰ্শিতা অক্ষুণ্ণ ৰখা কোনো মাধ্যমিক শিক্ষানুষ্ঠানত উচ্চ-শিক্ষা লাভৰ ক্ষেত্ৰত যাতে ভাষাৰ মাধ্যম সমস্যাই বাধাৰ সৃষ্টি কৰিব নোৱাৰে তাৰ প্ৰতি লক্ষ্য কৰি এই ভাষা-নীতি প্ৰবৰ্তন কৰা হৈছে আৰু শেহতীয়াকৈ হ'লেও শিক্ষায়তনিক দিশত ইতিবাচক স্বস্তিৰে নিশ্বাস লোৱা উপলব্ধি কৰা হৈছে। ০০০



# গুপ্তকাশী বিশ্বনাথ

শিৱনাথ বৰঠাকুৰ

বিশ্বনাথ বিশ্বৰ গৰাকী। বিশ্বৰ গৰাকীৰ অধিষ্ঠান ক্ষেত্ৰ এই বিশ্বনাথ। বিশ্বনাথ কাশী-ক্ষেত্ৰ। কিন্তু ই 'গুপ্ত-কাশী'। গুপ্ত-কাশীৰ অৰ্থ এই যে, ই কাশী বুলি জনাজাত নহয়। কিম্বদন্তী মতে, কুমুদ আৰু কৌস্তুভ নামৰ দুজনে মুনিৰ শাপত বিশ্বনাথ গুপ্ত-কাশী হ'ল।

অতীজত শোণিতপুৰ বাণাসুৰৰ ৰাজ্য আছিল। বলিৰ পুত্ৰ বাণ। বাণ বৰ শিৱভক্ত আছিল। তেওঁ শিৱক তপস্যা কৰি পিতৃৰাজ্য শোণিত-পুৰ ঘূৰাই পালে।

বাণে প্ৰতিদিনে একোখনকৈ শিৱ সাজি পূজা কৰিছিল। পূজাত সন্তুষ্ট হৈ মহাদেৱে এৰাতি ৰজাক স্বপ্নত ক'লে-- "মই তোমাৰ ৰাজ্যত স্বয়ম্ভু কাশী ৰূপে বিৰাজমান হৈ আছোঁ। ব্ৰহ্মপুত্ৰৰ পাৰত তপস্যা কৰি থকা কুমুদ আৰু কৌস্তুভ নামৰ মুনি দুজনক সুধি মোৰ অৱস্থান নিৰ্ণয় কৰা আৰু মোক পূজা কৰা।"

পিছদিনা ৰজা বালি খচকি ব্ৰহ্মপুত্ৰৰ পাৰত তপস্যা কৰি থকা মুনি দুজনৰ কাষত উপস্থিত হ'ল আৰু বিশ্বনাথৰ অৱস্থিতি সম্পৰ্কে মুনিক প্ৰশ্ন কৰিলে- "কুত্ৰ কাশী?" ধ্যানত মগ্ন হেতু মুনিয়ে ৰজাৰ প্ৰশ্ন নুশুনিলে, এতেকে উত্তৰো নিদিলে। ৰজাই পুনঃ প্ৰশ্ন কৰিলে 'কুত্ৰ কাশী?" ধ্যানত মগ্ন মুনি নিমাত হৈয়ে ৰ'ল।

কেতিয়াও কষ্ট নকৰা ৰজা, দুপৰীয়াৰ প্ৰখৰ সূৰ্যৰ তাপত তপত বালিত খোজকাঢ়ি, লাল-কাল হৈছিল। দুবাৰ প্ৰশ্ন কৰিও মুনিৰ কোনো উত্তৰ নেপাই ৰজাৰ খং উঠিল আৰু খঙতে 'কুত্ৰ কাশী' বুলি চিঞৰি উঠিল। সেই চিঞৰত দুয়ো মুনিৰ ধ্যান ভঙ্গ হ'ল আৰু ধ্যান ভঙ্গ হোৱা হেতু ক্ৰোধান্বিত মুনিদ্বয়েও লগে লগেই 'গুপ্তঃ কাশী" বুলি চিঞৰি উঠিল। মুনিৰ মুখৰপৰা ওলোৱা এই শব্দ পৰোক্ষে বিশ্বনাথৰ ওপৰত অভিশাপ হ'ল। আকস্মিকভাৱে এইদৰে অভিশপ্ত হৈ সেই ঠাইতে শিৱ সাক্ষাৎ হ'ল আৰু মুনিদ্বয়ক উদ্দেশি ক'লে, "ব্ৰাহ্মণ হৈও তোমালোকে ব্ৰাহ্মণৰ স্বাভাৱিক গুণ শম, দম, দয়া, ক্ষমা পাহৰি অকাৰণতে মোক অভিশাপ দিলা। তোমালোকৰ হিয়া দয়া-মায়া হীন শিলৰ নিচিনা।"

মহাদেৱৰ মুখৰপৰা ওলোৱা এই বাক্যও পৰোক্ষে মুনিদ্বয়ৰ প্ৰতি অভিশাপ হ'ল আৰু ততা-লিকে তেওঁলোক শিলা হৈ আহিবলৈ ধৰিলে। তেতিয়া দুয়ো মুনিয়ে অশেষ স্তুতি কৰি মহা-দেৱক ক'বলৈ ধৰিলে- "হে প্ৰভু, ভবিতব্য অখ-ণ্ডনীয়। আমি এনেদৰে অভিশপ্ত হ'বলগা আছিল। এতিয়া শাপান্ত কওক।" মহাদেৱে ক'লে- "কলিৰ শেষত ডিকুং নদীৰ পূবে, ঈশান কোণত সপ্ত-ম্লেচ্ছৰ যুদ্ধ হ'ব। সেই যুদ্ধত মৃত সৈনিক, হস্তীৰ তেজ ব্ৰহ্মপুত্ৰইদি বৈ আহি তোমালোকক স্পৰ্শ কৰিলে তোমালোক মুক্ত হ'বা। তোমালোক মুক্ত হৈ তোমালোকৰ কমণ্ডলুৰ জলেৰে মোক স্নান কৰালে, মই শাপ মুক্ত হ'ম।" মুনিয়ে পুনঃ সুধিলে "কলিৰ শেষ কেতিয়া?" মহাদেৱে ক'লে- "অসময়ত গছৰ ফল ফলিব। ব্ৰহ্মপুত্ৰইদি শিয়াল পাৰ হ'ব। মানুহ সকলো প্ৰকাৰে বিচাৰহীন হ'ব। শেষলৈ অন্ন আৰু যোনিৰহে বিচাৰ থাকিব। অৱ-শেষত সিও নোহোৱা হ'ব। তেতিয়াই কলিৰ শেষ জানিবা। তেতিয়ালৈকে মই গুপ্ত হৈ থাকিম। মানহ মোৰ ওচৰৰপৰাই আহিব, মোক চিনি নেপাব। প্ৰকৃত ভক্তইহে মোক বিচাৰি পাব।" এইবুলি কৈ মহাদেৱ অন্তৰ্ধান হ'ল।

কুমুদ আৰু কৌস্তুভৰ শাপত বিশ্বনাথ গুপ্ত কাশী হৈ আছে আৰু মহাদেৱৰ অভিশাপত কুমুদ আৰু কৌস্তুভ, শিলঘাটৰ ওচৰত ব্ৰহ্মপুত্ৰৰ পাৰত এতিয়াও শিলা হৈ আছে। সেই ডাঙৰ শিল দুটা 'দুই মুনি শিলা' নামে জনাজাত।

ৰায়বাহাদুৰ আনন্দ আগৰৱালাদেৱে তেখেতৰ 'অসমৰ পুৰাৱৃত্ত' নামৰ প্ৰবন্ধত লিখিছে: 'কুমুদ আৰু কৌস্তুভ নামেৰে চ্যৱনৰ মানস পুত্ৰ দুজন আছিল। বাণ ৰজাৰ প্ৰশ্ন উপলুঙা কৰাৰ কাৰণে শিৱৰ কোপত 'দুই মুনি শিলা' ৰূপে খ্যাতি লাভ কৰিছে।'

আন এক কিম্বদন্তী মতে, একোটি শিৱ-লিংগৰ অধিষ্ঠান ক্ষেত্ৰ বিশ্বনাথ পূৰ্ণ কাশী। পিছে, পৃথিৱীত দুখন পূৰ্ণ কাশী হ'লে, মোক্ষ লাভ কৰা জীৱৰ সংখ্যা বৃদ্ধি হৈ, সৃষ্টিৰ অস্তিত্বকে বিপন্ন কৰি তুলিব বুলি আশংকা কৰি, দেৱতাসকলে বিশ্বনাথক্ষেত্ৰৰপৰা এটি শিৱলিংগ চুৰ কৰি নি, ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে, হাতীমূৰা পৰ্বতৰ কাষৰ এক পৰ্বতত থাপিলে।

সেইখন শিৱ এতিয়া 'বাণেশ্বৰ শিৱ' নামে জনাজাত। বছৰি ঠাকুৰ আৰু বাইজে সেই শিৱ-থানত বাৎসৰিক পূজা আৰু শিৱৰাত্ৰি পাতে।



ওচৰৰ বহু দক্ষিণপৰীয়া বাইজে বিশ্বনাথলৈ বুলি আগবঢ়োৱা পূজা সেই শিৱ স্থানতে দিয়ে। ইফালে বিশ্বনাথ এক কোটিলৈ এখন কম 'উনকোটি' শিৱৰ স্থান হ'ল। সেই হেতু বিশ্বনাথৰ প্ৰত্যেকটি শিলেই একোখন শিৱ। ইয়াৰ শিল ভাঙিব বা স্থানান্তৰ কৰিব নেপায়।

বৃদ্ধ গংগা আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গমথলীত এটি শিলৰ গন্তৰত মহাপ্ৰভু বিশ্বনাথ শিৱলিংগ বিদ্য-মান। একোটি শিলতে গন্তৰ আৰু সেই শিৱলিঙ্গৰ সৃষ্টি হৈছে। প্ৰকৃতিৰ কি অপূৰ্ব সৃষ্টি! ই স্বয়ম্ভু অৰ্থাৎ নিজে নিজে হৈছে। কোনো লোকে ইয়াক নিৰ্মাণ কৰা নাই। শিল পৃথিৱীৰ অংশ বিশেষ। পৃথিৱীৰ সৃষ্টিৰ লগতে বিশ্বনাথ শিৱলিংগৰো সৃষ্টি হৈছে। বাণে কুমুদ আৰু কৌস্তুভৰ সহায়ত বিশ্বনাথৰ অৱস্থানহে নিৰ্ণয় কৰিছিল।

কালিকাপুৰাণ আৰু যোগিণীতন্ত্ৰত বিশ্বনাথ শিৱলিংগৰ বিষয়ে উল্লেখ আছে:

বৃদ্ধ গঙ্গাজলস্যান্তস্তীৰে ব্ৰহ্মসুতস্য বৈ।<br>
বিশ্বনাথাহয়ো দেৱঃ শিৱলিঙ্গ সমনিতঃ॥<br>
বিশ্বদেৰী মহাদেৰী যোনীমণ্ডল ৰূপিনী।<br>
হয়গ্ৰীৱেন যুযুধে তত্ৰ দেৱো জগতপতিঃ।<br>
হয়গ্ৰীৱং যত্ৰ হত্বা মণিকূটং পূৰাগতম॥<br>
(কাঃ পুঃ ৮০ আধ্যা)

যোগিনীতন্ত্ৰত 'পৰমেষ্ঠি ব্ৰহ্মপুত্ৰে বিশ্বশৈলেতু গহ্বৰঃ ' বুলি উল্লেখ আছে।

এই মতে, বৃদ্ধ গংগা অৰ্থাৎ বুঢ়ীগাং নদীৰ জলৰ অন্তত, ব্ৰহ্মপুত্ৰৰ পানীৰ মাজত (বৃদ্ধগঙ্গা আৰু ব্ৰহ্মপুত্ৰৰ সঙ্গমত) বিশ্বনাথ (বিশ্বদেৱ) শিৱ-লিঙ্গ আৰু যোনীমণ্ডলৰূপিনী বিশ্বদেৱী অৱস্থান কৰিছে। পূৰ্বকালত জগতপতি ভগবান বিষ্ণুৱে ইয়াতে হয়গ্ৰীৱ অসুৰৰ লগত যুদ্ধ কৰিছিল আৰু হয়গ্ৰীৱ অসুৰক বধ কৰি, হাজোৰ মণিকূটত গৈ অৱস্থান কৰিছিল। কালিকাপুৰাণত, নাটক পৰ্বতৰ পৰা (য'ত মহাদেৱৰ আশ্ৰম আছে) বৈ অহা বৃদ্ধ গঙ্গা বা বুঢ়ীগাং গঙ্গাৰ দৰেই পবিত্ৰ আৰু ফল-

দায়িনী বুলিছে- "বৃদ্ধগঙ্গাহ্বয়া সা তু গঙ্গেব ফল-দায়িনী।"

যোগিনীতন্ত্রত বিশ্বনাথক 'মানস ক্ষেত্র' বুলিছে--

"মানসং ক্ষেত্রকঞ্চৈব যত্র বিশ্বনাথো হৰঃ।"

নদুৱাৰৰ বিখ্যাত পণ্ডিত ৺গোবিন্দ চন্দ্র ভাগৱতীদেৱে এটি প্ৰবন্ধত লিখিছিল ঃ "প্ৰাচীন হস্তলিপি যোগিনীতন্ত্ৰত পোৱা গৈছে-

সৌমাৰান্তৰ্গতং ক্ষেত্ৰং
হিল্লোলা নাম নামতঃ ।
আদৌ ৰুদ্ৰ পদং জ্ঞেয়ং
মধ্যে নাগাক্ষয়স্তথা ॥
তৃতীয় বিশ্বশৈলন্তু
এতৎ ক্ষেত্ৰস্য লক্ষণম্ ॥

অৰ্থাৎ সৌমাৰ পীঠৰ অন্তৰ্গত হিল্লোল নামৰ ক্ষেত্ৰৰ আদিত ৰুদ্ৰপদ, মধ্যত নাগশংকৰ, তৃতীয়তে বিশ্বশৈল অৰ্থাৎ বিশ্বনাথ ক্ষেত্ৰ।"

ভোমোৰাগুৰিৰ ৰুদ্ৰপদত পদ, নাগশংকৰত নাভি আৰু বিশ্বনাথত শিৰ -- এইমতে হিল্লোলা ক্ষেত্ৰত এক বিৰাট শিৱৰ কল্পনা কৰা হৈছে। সত্য, ত্ৰেতা, দ্বাপৰ, কলি চাৰিও যুগতে এই ক্ষেত্ৰ পবিত্ৰ তীৰ্থ।

ৰায়বাহাদুৰ আনন্দ আগৰৱালাদেৱে 'অসমৰ পুৰাবৃত্ত' নামৰ প্ৰবন্ধত লিখিছে ঃ 'এই কন্যাশ্ৰমৰ মাহাত্ম্যৰ বিষয়ে তন্ত্ৰত লিখা আছে যে, এনেকুৱা পবিত্ৰ তীৰ্থ আগেয়েও হোৱা নাই আৰু আগলৈকো নহ'ব। সৌমাৰান্তৰ্গত এই হিল্লোলপীঠ ধনুৰ আকৃতিৰ; ইয়াৰ আদি ভাগত ৰুদ্ৰপদ, মাজ-ভাগত নাগাক্ষ নামে শিৱক্ষেত্ৰ আৰু ইয়াৰ পূৰ্ব-ভাগত বিশ্বেশ্বৰ (বিশ্বনাথ)। এই তিনিক্ষেত্ৰ থকাৰ নিমিত্তে হিল্লোল পীঠ শ্ৰেষ্ঠ বুলি বৰ্ণিত হৈছে। এতিয়া দেখা গ'ল, ৰুদ্ৰপদেদি উজাই গ'লে বিশ্বনাথ পৰ্যন্ত এই ঠাই ডোখৰ ধনুভিৰীয়া।"

নন্দীপুৰাণত উল্লেখ আছে যে ভগবান বিষ্ণুৱে সপৰিবাৰে কোটি শিৱলিঙ্গৰ অধিষ্ঠান ক্ষেত্ৰ বিশ্ব-নাথত, বিশ্বনাথ জ্যোতিৰ্লিঙ্গ পূজা কৰিছিল। যি শিৱলিঙ্গ স্বয়ম্ভূ অৰ্থাৎ নিজেই শিৱলিঙ্গ স্বৰূপে প্ৰকট হৈছে, সেয়ে জ্যোতিৰ্লিঙ্গ আৰু দেৱতাসকলে সদায় সেই লিঙ্গত পূজা কৰে।

বাৰিষা বিশ্বনাথ শিৱলিঙ্গ পানীত তল যায়। কাতি মাহত ওলায়। 'গোসাঁই ওলালে' বালি থান্দি, পৰিষ্কাৰ কৰি ঘৰ সজা হয় আৰু সাধাৰণতে, আঘোণ মাহৰ কোনো এক শুভ দিনত বছৰৰ প্ৰথম পূজা ভাগ অনুষ্ঠিত হয়। সেই দিনাৰেপৰা বহাগ মাহৰ দুই তাৰিখ অৰ্থাৎ বহাগ বিহুৰ গোসাঁই বিহুৰ দিনালৈকে দৈনিক পূজা হয়। প্ৰায়ে বহাগ বিহুৰ আগে আগে গঙ্গৰ পানীৰে উপচি পৰে। সেই হেতু মানুহে কয় 'বিশ্বনাথ গোসাঁই লৰক-ফৰক, ছমাহ জলত ছমাহ তৰত।"

বামৰ বিশ্বনাথত বাৰমাহেই বিশ্বনাথৰ পূজা হৈ থাকে। বিশ্বনাথৰ পূজা বন্ধ নহয়। বিশ্বনাথৰ পূজা বন্ধ হ'লে বিশ্বৰ অমঙ্গল হ'ব বুলি ধাৰণা আছে। 'পানীৰ বিশ্বনাথ' ওলালে, বামৰ বিশ্বনাথৰ উপৰিও, পানীৰ বিশ্বনাথতো দৈনিক পূজা হৈ থাকে।

বিশ্বনাথত বিশ্বনাথকে আদি কৰি সাতাইছখন দেৱালয় আছে। তাৰে এখন দেৱালয় 'বুঢ়া-মাধৱ' বিশ্বনাথৰপৰা আনুমানিক ১৬ কিঃমিঃ দূৰৰ প্ৰতাপ-গড় চাহ বাগিচাৰ কাষত আছে। বাকী কেইখন বিশ্বনাথ আৰু উমাটুমনিত আছে।

উমা-টুমনি বিশ্বনাথৰ পূবে ব্ৰহ্মপত্ৰৰ মাজৰ এটি সৰু মাজুলি। ই এটি ওখ টিলা। ইয়াত উমাদেৱীৰ মন্দিৰ আছে। সেই বাবে ইয়াক উমা-টুমনি বোলে।

দক্ষ-যজ্ঞত শিৱৰ ভাৰ্যা সতীয়ে দেহ ত্যাগ কৰি, পুনঃ হিমালয় ৰজাৰ কন্যাৰূপে জন্ম লৈ পাৰ্বতী নাম ল'লে। পিতৃ হিমালয়ে তেওঁক 'কালী' বুলি মাতিছিল। নাৰদৰ পৰামৰ্শ মতে, পাৰ্বতীয়ে এই জন্মতো শিৱক পতিৰূপে পাবৰ কাৰণে তপস্যা কৰিবলৈ যাবলৈ মাতৃ মেনকাক অনুমতি খুজিলে। মাতৃ মেনকাই আশ্চৰ্য হৈ 'উ-মা' অৰ্থাৎ 'অ' আই নেলাগে যাব' বুলি ক'লে। তেতিয়াৰেপৰা পাৰ্বতীৰ নাম 'উমা' হ'ল। উমাই তপস্যা কৰা স্থানৰ নাম হ'ল উমাবন। বৰ্তমান উমাটুমনি আৰু তপস্যা কৰি শিৱক সাক্ষাৎ কৰা ঠাইতেই বিশ্বনাথ শিৱ-লিঙ্গ স্বয়ম্ভৰূপে প্ৰকট হ'ল। শিৱ সাক্ষাৎ হোৱাত উমাৰ গাৰ বৰণ সলনি হৈ গৌৰী নাম পালে। হৰ-গৌৰীৰ বিবাহ হ'ল।

বামৰ বিশ্বনাথৰ অলপ দক্ষিণত চণ্ডী মন্দিৰ। সিপাৰে উমাটুমনিত উমাদেৱীৰ মন্দিৰ। চণ্ডীত সতীৰ সোঁ বাহু আৰু সোঁ স্তন আৰু উমাত বাম বাহু, বাম স্তন পৰিছিল। কালিকাপুৰাণত "চণ্ডী জালন্ধৰে গিৰৌ", "জালন্ধৰে স্তনযুগং স্বৰ্ণহাৰ বিভূষিতম্" বুলি উল্লেখ কৰিছে।

ৰায়বাহাদুৰ আনন্দ আগৰৱালাদেৱে 'কামৰূপৰ তীৰ্থ বিৱৰণ' প্ৰবন্ধত লিখিছে ঃ "উমাদেৱা-লয়ত সতীৰ বাম বাহু আৰু বাম স্তন আৰু চণ্ডী দেৱালয়ত সতীৰ সোঁবাহু আৰু সোঁ স্তন পৰা বুলি কিম্বদন্তীৰপৰা জনা যায়।" ডঃ নিৰ্মলপ্ৰভা বৰদলৈৰ সদ্য প্ৰকাশিত 'দেৱী' নামৰ পুথিতো, চণ্ডী আৰু উমাত সতীৰ স্তনযুগল পতিত হৈছিল বুলি উল্লেখ কৰিছে।

'তেজপুৰৰ পুৰণি কথা' নামৰ প্ৰবন্ধত আনন্দ আগৰৱালাদেৱে লিখিছে ঃ "বৃদ্ধ গঙ্গাৰ মুখত উমাবনত উমাই শিৱক স্বামী ৰূপে পাবৰ কাৰণে তপস্যা কৰিছিল। শিৱই বৃদ্ধ-গঙ্গাৰ মুখত যি ঠাইত উমাক দৰ্শন কৰিছিল সেই ঠাইকে বিশ্ব-নাথ বোলে। ০ ০ ০ বিশ্বনাথৰ বিশ্বশৈলত চণ্ডীৰ দেৱালয় আৰু উমাটুমনিত উমাৰ দেৱালয় আছে। ০ ০ ০ বিশ্বনাথ বাণ ৰজাৰ গুপ্ত কাশী। তাত উনকোটি শিৱলিঙ্গ থকা বুলি প্ৰবাদ আছে।"

বিশ্বনাথ পীঠৰ চাৰিসীমা পূবে নাগলেশ্বৰ, পশ্চিমে কালভৈৰৱ, উত্তৰে বীৰভদ্ৰ (বৰলাশিল), দক্ষিণে মহাভৈৰৱ (জোঙা শিল)।

বিশ্বনাথৰ প্ৰধান উৎসৱ শিৱৰাত্ৰি আৰু 'গোসাঁই ফুৰোৱা'। 'গোসাঁই ফুৰোৱা' উৎসৱ হয় প্ৰতি বছৰৰ বহাগ মাহৰ দুই তাৰিখে। সেই দিনা



বহাগ বিহুৰ 'গোসাঁই বিহু'। বামৰ বিশ্বনাথত স্বয়ম্ভূ শিৱলিঙ্গৰ উপৰিও এখন মূৰ্তি আছে। বংশী-বাদন কৃষ্ণমূৰ্তি। শিৱ আৰু বিষ্ণুৰ প্ৰভেদ নাই। এই মূৰ্তি আৰু শিৱলিঙ্গত সদায় বিশ্বনাথৰ ধ্যানত পূজা হয়। খুব সম্ভৱ 'গোসাঁই ফুৰোৱা' উৎসৱৰ বাবেই এই মূৰ্তিখন স্থাপন কৰা হৈছিল। সেইদিনা মহাপ্ৰভু বিশ্বনাথক (মূৰ্তিখন) ৰজাদিনীয়া কেকোৰা দোলাত তুলি তিনি মাইল দূৰৰ ভীৰগাঁৱলৈ ফুৰা-বলৈ নিয়া হয়। ভীৰগাওঁ বিশ্বনাথৰ ঠাকুৰ আৰু পাইকসকলৰ গাঁও। ভীৰগাঁৱৰ নামঘৰ বিশ্বনাথৰ নামঘৰ। অতীতত গোসাঁইক ফুৰাবলৈ নি, সেই নামঘৰতে ৰখা হৈছিল। পিছলৈ ক্ৰমান্বয়ে দোকান-পোহাৰ মেলাৰ বাবে ঠাই অকুলন হোৱাত, চৰকাৰী আলিৰ কাষৰ ব'ৰিলৈ আনি ৰখাৰ ব্যৱস্থা হ'ল। সেই ঠাইত সেইদিনা বহু যাত্ৰী, দৰ্শকৰ সমাগম হয় অৰু দোকান-পোহাৰ আদিৰে মেলা বহে।

বিশ্বনাথ গোঁসাই ফুৰোৱা অসমৰ এটি ৰজা দিনীয়া প্ৰচীন উৎসৱ। আহোম ৰজা ফুৰিবলৈ ওলালে দোলাৰ ওপৰত তিনিখন 'আৰোৱান' ধৰাৰ নিয়ম। বুঢ়া-গোহাঁই, বৰগোহাঁই, বৰপাত্ৰ গোহাঁই-- তিনি মন্ত্ৰী ফুৰিবলৈওলালে একোখনকৈ আৰোৱান লোৱাৰ নিয়ম। বিশ্বনাথ গোঁসাই ফুৰিবলৈ ওলালে দোলাৰ ওপৰত সাতখন 'আৰোৱান' ল'ব। আজিকালি বহু ভক্তই তেওঁলোকৰ নিজ নিজ অভীষ্ট সিদ্ধিৰ বাবে 'আৰোৱান' মানস কৰি দিয়াত আৰোৱানৰ সংখ্যা এশৰো ওপৰ হয়গৈ। দোলাখন ধুনীয়াকৈ সজোৱা হয়। আৰোৱানেৰে সৈতে গোসাঁই ফুৰোৱাৰ গোসাঁই 'যোৱা' আৰু 'অহা'ৰ দৃশ্য বৰ মনোৰম। পুৰণি কালত ৰজা, মন্ত্ৰী আৰু বিশ্বনাথ গোঁসাইৰ বাহিৰে আন কোনেও 'আৰোৱান' ব্যৱহাৰ কৰিব নোৱাৰিছিল।

ইচ্ছুক গৃহস্থই পদূলিত ভেটি সাজি পূজা যতনাই থয়। তেনে ভেটিত গোঁসাই ৰাখি যথাবিধি পূজা কৰা হয়। এইদৰে বছৰৰ আৰম্ভণিতে মহা-প্ৰভু ৰাইজৰ পদূলিয়ে পদূলিয়ে বৈ আশীৰ্বাদ দিবলৈ যায় আৰু ৰাইজেও আগন্তুক বছৰৰ মাৰি-মৰক,

দুৰ্ভিক্ষ আদি সকলো প্ৰকাৰৰ অপায় অমঙ্গল দূৰ হ'বৰ বাবে মহাপ্ৰভুৰ আশিস-নিৰ্মালি লভি ধন্য আৰু আশ্বস্ত হয়।

গধূলি গোসাঁই ঘূৰি আহি মাজৰাতি মন্দিৰ পায়হি। গোসাঁনী পক্ষৰ মানুহে গোসাঁইক মন্দিৰ। সোমাবলৈ নিদি বাধা দিয়ে। গোসাঁই-গোসাঁনী দুয়ো পক্ষৰ মানুহৰ মাজত লোকশিক্ষামূলক কথা কটা-কটি হয়। এইদৰে গোসাঁনী পক্ষৰ মানুহে চাৰিবাৰ গোসাঁইক সোমাবলৈ নিদি ঘূৰাই দিয়ে আৰু গোসাঁই পক্ষৰ মানুহে গোসাঁইক লৈ তিনিবাৰ মন্দিৰ প্ৰদক্ষিণ কৰি শেষবাৰ জোৰকৈ মন্দিৰ প্ৰবেশ কৰে।

'গোসাঁই ফুৰোৱা' বিশ্বনাথ অঞ্চলৰ সকলো সম্প্ৰদায় আৰু সকলো ধৰ্মাৱলম্বীৰে উৎসৱ। সম্প্ৰীতি-সহযোগ সমন্বয়ৰ উৎসৱ।

শিৱৰাত্ৰি চাৰিপ্ৰহৰৰ মূল পূজা পানীৰ বিশ্বনাথত হয়। তাৰোপৰি, পূৰ্বশংকৰ, বামৰ বিশ্ব-নাথ, মুক্তিনাথ আৰু কমলেশ্বৰতো শিৱৰাত্ৰি পূজা হয়। শিৱৰাত্ৰিতো বহু যাত্ৰীৰ সমাগম হয়।

চণ্ডীত দুৰ্গাপূজা, কালী পূজা, বাসন্তীপূজা হয়। বাসন্তীপূজাৰ অশোকাষ্টমী আৰু ৰাম-নৱমীত বহু যাত্ৰী আৰু স্নানাৰ্থীৰ সমাগম হয় আৰু চণ্ডীমন্দিৰ প্ৰাঙ্গনত দোকান-পোহাৰ-মেলা বহে। মুক্তিনাথ-অন্নপূৰ্ণাত অশোকাষ্টমীত অন্নপূৰ্ণাপূজা হয়। উমা দেৱালয়তো দুৰ্গাপূজা আৰু বাসন্তী পূজা হয়।

তাৰোপৰি, ৰাস-পূৰ্ণিমা, মাঘবিহু, মাঘী-সপ্তমী, মাঘী-পূৰ্ণিমা, বিহু-সংক্ৰান্তি, চন্দ্ৰ-সূৰ্য গ্ৰহণাদিত বহু যাত্ৰী, স্নানাৰ্থীৰ সমাগম হয়।

চক্ৰেশ্বৰ দেৱালয়ৰ ওচৰৰ 'চক্ৰতীৰ্থ'ত স্নান কৰিলে বহু পুণ্য হয়। আগৰ কালত বাৰুণীদিবসত বহুলোকে এই পুণ্য তীৰ্থত স্নান কৰিছিল। 'চক্ৰে-শ্বৰ' উমাটুমনিৰ উত্তৰ অংশত থকা এটা ডাঙৰ শিল। ইয়াৰ ওপৰ অংশ গোসাঁই। নামনিৰ বহল অংশত প্ৰতাপসিংহ (ভালুক পেং বা ৰামচন্দ্ৰ) ৰজাৰ দিনত চক্ৰবেহু, বাঘ-গৰু খেল আদিৰ নক্সা অঁকা আছে।

বামৰ বিশ্বনাথ মন্দিৰ চৌহদত 'ভালুক গোসাঁই' নামৰ এটা শিলত কটা মূৰ্তি আছে। প্ৰবাদ আছে ভালুক গোসাঁই থকা বাবে বিশ্বনাথলৈ ভালুক আহিব নোৱাৰে। বিশ্বনাথ অঞ্চলতে ভালুক নাই। আনকি খেল দেখুওৱা মানুহেও বিশ্বনাথলৈ ভালুক নানে। ভালুক গোসাঁইত চাকি দিলে হেৰোৱা বস্তু, গৰু-ম'হ আদি ঘূৰাই পায় অথবা সম্ভেদ পায় বুলি জনবিশ্বাস আছে।

আহোম ৰজা গদাধৰ সিংহই (চুপাত্ফাঃ ১৬৮১-১৬৯৬) বিশ্বনাথৰ পূজাসেৱা চলাবৰ কাৰণে "গোবিন্দ চন্দ্ৰ চক্ৰবৰ্তী নামৰ এজন ব্ৰাহ্মণক মাটি, মানুহ, সোণ-ৰূপৰ কোষা-অৰ্ঘা, পূজাৰ সঁজুলি, সোণৰ লগুণ, মকৰ কুণ্ডল, পাইক, নটী, ছঁ অৰা বিলৰ উপৰিও তেতেৰিবিল, চাৰিঘৰ মুছলমান দান কৰি পুত্ৰ-পৌত্ৰাদিক্ৰমে বিশ্বনাথক, ৰজাৰ নিৰাপত্তাৰ কাৰণে পজা কৰি থাকিবলৈ তাম্ৰ-পত্ৰ দি থাপিলে। তেতিয়াৰেপৰা, আজিকোপতি উক্ত ব্ৰাহ্মণৰ সতি-সন্ততিয়ে মহা-প্ৰভু বিশ্বনাথৰ পূজা-সেৱা নিয়মিতভাবে চলাই আছে।

গোবিন্দ চক্ৰবৰ্তী অতীতত 'পঞ্জাপ' প্ৰদেশৰ 'নাভা' নামৰ ঠাইৰ লোক আছিল। সেই বাবে তেওঁক আৰু তেওঁৰ বংশক 'নাভাৰি' বুলিছিল। পিছলৈ এই বংশটো 'নাভাৰি'ৰ অপভ্ৰংশ হৈ 'নতী-য়াৰী' বংশ হ'ল। মুক্তিনাথ দেৱালয়ৰ তাম্ৰফলিত 'নভিঞাৰী' বুলি শব্দটো পৰিষ্কাৰকৈ লিখা আছে।

বিশ্বনাথৰ ঐতিহাসিক গুৰুত্বও কম নাছিল। 'অসমৰ পুৰাবৃত্ত' প্ৰবন্ধত ৰায়বাহাদুৰ আনন্দ আগৰৱালাদেৱে লিখিছে ঃ "উক্ত বুৰঞ্জীৰ (কামৰূপৰ বুৰঞ্জী)পৰা জনা যায় যে ধৰ্মপালৰ তায়েক মণিচন্দ্ৰৰ ঘৈণীয়েক মৌনব্ৰতীয়ে ধৰ্মপালক ৰণত জিনি কামৰূপ অধিকাৰ কৰিলত, ধৰ্মপালে সপৰিয়ালে পলাই উজনিৰ ফালে আহিছিল। তেওঁৰ পুতেক বটুপালে বিশ্বনাথত ৰাজত্ব কৰিছিল। তেওঁৰ পুতেক সোমপালে কন্যাকাত ৰাজধানী পাতিছিল। সোমপালৰ পোষ্যপুত্ৰ ভালুক পেং বা প্ৰতাপসিংহ বৰ প্ৰতাপী ৰজা আছিল।"



অসম সাহিত্য সভাৰ ষষ্ঠদশ বাৰ্ষিক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভি-ভাষণত তেখেতেই আকৌ লিখিছে ঃ "সোমপালৰ পিছত তেওঁৰ পুতেক ভালুক পেং বা ৰামচন্দ্ৰ কোঁৱৰে প্ৰতাপসিংহ নাম লৈ ৰজা হয়। তেওঁ প্ৰতাপগড় নামে দুৰ্গ কৰায় আৰু সেই দুৰ্গৰ পৰা উত্তৰে ডফলা পৰ্বতলৈকে আৰু দক্ষিণে বিশ্বনাথ নগৰলৈকে গড় বন্ধায়। তেওঁৰ ৰাজছত্ৰত মীন অংকিত কৰা বাবে তেওঁক মীনাংক বুলিও কয়। উমাটুমনিত তেওঁৰ দিনৰ শিলালিপি আছে আৰু শিলত চক্ৰবেহু, বাঘখেল আদিও অঁকা আছে। তেওঁৰ ৰাজধানী লৌহিত্যপুৰ এতিয়াৰ বিশ্বনাথ নগৰত আছিল। সৈন্য-সামন্তবিলাক প্ৰতাপগড়ত আছিল।"

তেতিয়াৰ সেই 'গড়' এতিয়াও প্ৰতাপগড় বাগিচাৰ 'মুখৰ-গড়'ৰপৰা বিশ্বনাথলৈকে সংলগ্ন হৈ আছে। বিশ্বনাথ নগৰৰ চাৰিওফালে গড়। উমাটুমনিৰো চাৰিওফালে গড় বন্ধা আছে। দুখৰ কথা এই পুৰণি কীৰ্তিচিনবোৰ ব্যক্তি বিশেষে খানি-কাটিতো নষ্ট কৰিছেই চৰকাৰী কাৰ্যালয় নিৰ্মাণৰ বাবেও খানি-কাটি সমান কৰি নিশ্চিহ্ন কৰা হৈছে।

সেই একে অভিভাষণত "আগৰৱালাদেৱে লিখিছে ঃ "আহোম ৰাজবংশৰ প্ৰদীপ মহাৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱে বিশ্বনাথত বাহৰ কৰি কিছুদিন বাস কৰিছিল আৰু তেওঁ তাত এক দৰবাৰ পাতিছিল। ইংৰাজ গৱৰ্ণমেণ্টে এই দেশ অধিকাৰ কৰি এই অঞ্চলৰ সদৰ ঠাই প্ৰথমতে বিশ্বনাথত পাতিছিল।"

আহোম ৰজা ৰুদ্ৰসিংহই বিশ্বনাথৰ কাষত, দুটা বেলেগ বেলেগ শিবিৰত, কছাৰী ৰজা তাম্ৰধ্বজ আৰু জয়ন্তীয়া ৰজা ৰামসিংহক বন্দী কৰি থৈ, বিশ্বনাথত দৰবাৰ পাতি, এজন এজনকৈ তেওঁলোকক দৰবাৰত উপস্থিত কৰাই মিত্ৰতা স্থাপন কৰি তেওঁলোকক বিজিত ৰাজ্য পুনঃ ঘূৰাই দিছিল বুলি ছাৰ এড্ৱাৰ্ড গেইটে তেখেতৰ 'এ হিণ্টৰী অব আছাম' নামৰ বুৰঞ্জীত লিখিছে।

ইংৰাজ ৰাজত্বৰ আৰম্ভণিতে বিশ্বনাথ জিলাৰ সদৰ আছিল। তেতিয়াৰেপৰা বিশ্বনাথ টাউন। পল্টন আলি পল্টন বজাৰ (এতিয়াৰ ন-বজাৰ), পল্টন আলি (হাইস্কুলৰ কাষেদি ধেনুখনা পুখুৰীলৈ যোৱা আলি) আৰু পুৰণি গড়বোৰে এতিয়াও বিশ্বনাথৰ পুৰণি ঐতিহ্য সোঁৱৰাই আছে।

ooo



# নদুৱাৰৰ ৰায়ত সভা ঃ এটি চমু বৃত্তান্ত

তৰুণ চন্দ্ৰ শইকীয়া

### নদুৱাৰৰ ঐতিহ্য ঃ

বুৰঞ্জীয়ে চুকি পোৱাৰ আগৰেপৰাই উত্তৰৰ ডফলা, অঁকা আৰু ভূটীয়া পাহাৰৰপৰা নামনিলৈ বৈ অহা নৈবোৰেই আছিল পৰ্বত-ভৈয়ামৰ সংযোগ পথ। এই পথবোৰকে 'দুৱাৰ' বুলি কয়। পূবে হাৰাজানৰপৰা বিহালীৰ কচুজানলৈকে নামি অহা ছখন নৈৰ অঞ্চলটোক 'ছয়দুৱাৰ' তাৰপৰা ভৰলী-লৈকে 'নদুৱাৰ' আৰু ভৰলীৰপৰা পশ্চিমে পাঁচ-নৈলৈকে এই অঞ্চলটোক 'চাৰিদুৱাৰ' বুলি কয়।

নদুৱাৰ বুলিলে যাইকৈ চতিয়া, জামুগুৰি আৰু বিশ্বনাথ চাৰিআলি এই তিনি কেন্দ্ৰৰ জনবহুল আৰু প্ৰাচীন পৰিয়াললৈৰে ভৰা ঠাইখিনিকে বুজায়। অধুনাসৃষ্ট ৰাজনৈতিক বিভাজনবোৰৰ আগলৈকে বৰঘৰ, মাৰলঘৰ আৰু চ'ৰাঘৰত একেটা চৰুতে থাই-লৈ থকা এটা পৰিয়ালৰ দৰে সকলো কামতে নদুৱাৰৰ ৰাইজ মাৰবান্ধি আছিল। ইয়াৰ মূলতে আছিল সামাজিক বান্ধোন।

দক্ষিণপাৰৰ দৰে উত্তৰপাৰে যুঁজ-বাগৰ আৰু জাতি-উপজাতিৰ মাজৰ সংঘৰ্ষবোৰ বৰকৈ হোৱা নাছিল। ভূঞাৰ ৰাজত্বৰ অন্ত পৰাত অৱশ্যে ডফলাৰ উপদ্ৰৱ কিছু হৈছিল। কিন্তু আহোম সৈন্যই ডফলা দমন কৰি সলাল বৰগোহাঁইক নদুৱাৰৰ মধ্যস্থত চতিয়াত নিগাজিকৈ শাসনভাৰ দিয়াত সেই উপদ্ৰৱ নোহোৱা হ'ল।

সলাল গোহাঁইৰ শাসন কালত সমাজলৈ এটা সুস্থিৰতা আহিল। নামঘৰবোৰক কেন্দ্ৰ কৰি খেলবোৰৰ মাজত ঐক্য আৰু সংহতিয়ে গঢ় ল'লে। এই সংহতিৰ মূৰ্ত প্ৰকাশ ঘটে বাৰেচহৰীয়া ভাওনাত। এই ভাওনা জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৰে মিলনৰ থলী। প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে বাৰে চহৰীয়া ভাওনা অনুষ্ঠিত হয়। তাত সমাজৰ খেলি-মেলিবোৰ পৰ্যালোচনা কৰা হৈছিল। ধৰ্মীয় আচাৰ-বিধিবোৰৰ নতুন নিৰ্বন্ধ কৰাৰ চেষ্টা চলিছিল। ইয়াৰ ফলত সমাজখন নিকা হৈ থাকে।

ইংৰাজ অহালৈকে অলিখিত হ'লেও এই-বোৰ নীতি-নিয়মেই বৰ্তি আছিল।

### এশ বছৰৰ আগৰ অসমৰ ৰায়ত সভাবোৰ ঃ

১৮৫৭ চনৰ ভাৰতৰ প্ৰথম স্বাধীনতাৰ সংগ্ৰাম তিনিবছৰ প্ৰচণ্ডভাবে চলাৰ পিছত ইংৰাজে গুলি, ফাঁচী আৰু নিৰ্মম হত্যাকাণ্ডেৰে নিৰ্মূল কৰি পেলালে। ভাৰতৰ অন্যান্য ঠাইৰ লগত কৰা গোপন যোগাযোগ ধৰা পৰাত মনিৰাম দেৱানক ফাঁচী দিলে। অসমত সেই চেষ্টা বিফল হ'ল।

ইংৰাজ শাসকৰ হাতত আছিল সামৰিক শক্তি আৰু সামগ্ৰী; দেশবাসীৰ নাছিল কোনো সংগঠন আৰু ঐক্য। প্ৰজাৰ কল্যাণৰ বাবে দ'ল-দেৱালয়ত বৰ মগাৰ দৰে আবেদন-নিবেদন কৰাৰ বাহিৰে অইন উপায় নাছিল।

তেতিয়াৰ সম্ভ্ৰান্ত আৰু শিক্ষিত লোকসকলৰ মাজত দেশপ্ৰেম জাগি উঠিল আৰু শান্তভাবে চিন্তা কৰিবলৈ ল'লে। অভাৱ-অভিযোগবোৰৰ দাবী কৰিবলৈ সেইসকলে ৰাজহুৱা অনুষ্ঠান একোটাৰ আৱশ্যকতা অনুভৱ কৰিলে।

১৮৮৫ চনত কংগ্ৰেছৰ জন্মৰ সময়তে অসমৰ কামৰূপ, দৰং, লক্ষীমপুৰ আৰু ৺জগন্নাথ বৰুৱাৰ উদ্যমত যোৰহাটত (সাৰ্বজনিক সভা, ৰাইজ সভা) মাজুমেলীয়া ৰজা নৰনাৰায়ণ সিংহৰ সভাপতিত্বত ১৮৮৪ চনত ৰায়ত সভাৰ জন্ম হ'ল। এইবোৰ সভা আছিল জিলা ভিত্তিক বা আঞ্চলিক।

১৮৮৪ চনত ছয়দুৱাৰৰ ৺লম্বোদৰ বৰা (তেজপুৰৰ প্ৰথম বি-এ আৰু অসমীয়া উকীল), ৺হৰিবিলাস আগৰৱালা (৺জ্যোতিপ্ৰসাদৰ ককাৰক), নদুৱাৰৰ বিশ্বনাথৰ ৰায়বাহাদুৰ ৺ভবানীচৰণ ভট্টাচাৰ্য (শিক্ষাবিদ আৰু আইনজীৱী ৺দুলাল ভট্টাচাৰ্যৰ ককাৰক), চতিয়াৰ ৺লক্ষীকান্ত বৰকাকতি (লোকনায়ক ৺অমিয় কুমাৰ দাসৰ ককাৰক), চাৰিদুৱাৰৰ ৺জয়দেৱ শৰ্মা (সাহিত্যিক মহাদেৱ শৰ্মাৰ পিতৃ) আৰু কেইবাজনো গণ্যমান্য লোকে তেজপুৰতো ৰায়ত সভা পাতিলে। সভাবোৰ বহিবৰ কাৰণে গাঁও অঞ্চলৰপৰা দান-বৰঙণি তুলি টাউন হল সাজিলে। তাতে এটা লাইব্ৰেৰীও পাতিলে।

সেই টাউন হলৰ ওপৰতে এতিয়াৰ ত্যাগবীৰ হেমবৰুৱা ভৱন আৰু তেওঁৰ আবক্ষ মূৰ্তি স্থাপিত হৈছে। ১৮৮৫ চনত বোম্বে কংগ্ৰেছলৈ তেজপুৰ ৰায়ত সভাই ৺লক্ষীকান্ত বৰকাকতিক দৰ্শক প্ৰতিনিধি হিচাপে পঠাইছিল।

### প্ৰাদেশিক ৰাজহুৱা অনুষ্ঠান অসম এছ'চিয়েছনৰ জন্ম ঃ

১৯০৩ চনত গুৱাহাটীত অসমৰ প্ৰায়বোৰ ঠাইৰ ৪০ জনমান নেতৃস্থানীয় লোক গোট খাই প্ৰাদেশিক ভিত্তিত ৰাজহুৱা অনুষ্ঠান হিচাপে 'অসম এছ'চিয়েছন' গঠন কৰিলে। ১৯০৫ চনৰ এপ্ৰিলত ডিব্ৰুগড়ত প্ৰথম বাৰ্ষিক অধিবেশন বহি ৺মাণিক চন্দ্ৰ বৰুৱাক সাধাৰণ সম্পাদক, গৌৰীপুৰৰ জমিদাৰ ৰজা ৺প্ৰভাত চন্দ্ৰ বৰুৱাক সভাপতি আৰু ৺জগন্নাথ বৰুৱাক উপ-সভাপতি নিৰ্বাচন কৰিলে। জিলাই জিলাই ইয়াৰ শাখাবোৰ গঠন কৰা হ'ল। এই অনুষ্ঠানে সৰ্বপ্ৰথমে প্ৰাদেশিক ভিত্তিত চৰকাৰৰ ওচৰত বিভিন্ন দাবীবোৰ দাঙি ধৰিলে। দেশত কানি নিবাৰণ কৰা, প্ৰশাসনীয় কাৰ্যত অসমীয়া শিক্ষিত যুৱকক নিযুক্তি দিয়া, খাজনা বৃদ্ধি বদ কৰা, পূৰ্ববঙ্গৰ লগত অসমৰ চামিলকৰণৰ বিৰোধিতা আৰু ১৯১৮ চনৰ শাসন সংস্কাৰৰপৰা অসমক বাদ দিয়াৰ প্ৰতিবাদত ইংলণ্ডলৈ সজাতী দল প্ৰেৰণ কৰা আদিয়েই প্ৰধান।

১৯১৬ চনত ৺চন্দ্ৰনাথ শৰ্মাৰ নেতৃত্বত ছাত্ৰ সংগঠন হৈছিল। তেওঁলোকৰ অনেকে কলিকতা আৰু নাগপুৰৰ কংগ্ৰেছৰ অধিবেশনলৈ গৈছিল। গান্ধীজীৰ আহ্বানলৈ তেওঁলোকে সঁহাৰি দিলে।

১৯২০ চনত ৺প্ৰসন্ন কুমাৰ বৰুৱাৰ সভাপতিত্বত তেজপুৰত বহা অসম এছ'চিয়েছনৰ বাৰ্ষিক অধিবেশনে প্ৰস্তাৱ গ্ৰহণ কৰি ভাৰতীয় জাতীয় কংগ্ৰেছৰ লগত চামিল হ'ল।

### মহাত্মা গান্ধীৰ অসহযোগ আন্দোলন ঃ

১৯২১ চনত মহাত্মা গান্ধীৰ অহিংস অসহযোগ আন্দোলনৰ ঢৌৱে সমগ্ৰ ভাৰতবৰ্ষ চৌৱাই দিলে। স্কুল-কলেজ এৰি অহা ছাত্ৰ-সকল গাঁৱে-ভূঞে সোমাই পৰিল। স্বৰাজ লাভৰ সংকল্প লৈ সকলো ত্যাগ-কষ্ট বৰণ কৰিবলৈ ৰাইজ ওলাই আহিল। অসহযোগৰ ফলত শাসন কাৰ্য থৰক-বৰক হ'ল।

কিন্তু এদল উন্মত্ত জনতাই চৌৰীচৌৰাৰ থানা আক্ৰমণ কৰি অগ্নিসংযোগ কৰাত কেইবাজনো পুলিচৰ প্ৰাণ গ'ল। হঠাৎ হোৱা এই কাণ্ডত গান্ধীজী মৰ্মাহত হ'ল আৰু আন্দোলন বন্ধ কৰি দিলে। বহু দিন পৰাধীন হৈ থকা ভাৰতবাসীৰ জাতীয় চৰিত্ৰ সংশোধনৰ কাৰণে নানা দিশত

গঠনমূলক কামৰ আঁচনি দাঙি ধৰি তেওঁ সবৰ-মতীৰ তীৰত আশ্ৰম পাতিলেগৈ। অৱশ্যে এই আন্দোলনে জাতিটোৰ মনলৈ আত্মবিশ্বাস আৰু গতিশীলতাৰ ভাব আনি দিলে।

চতিয়া ৰায়ত সভা ঃ এই পটভূমিতে চতিয়াৰ বছা বছা লোকসকলে সমাজৰ কু-সংস্কাৰবোৰ দূৰ কৰি ঘাইকৈ বৈবাহিক নিয়মবোৰ সংস্কাৰৰ উদ্দেশ্যে ২৭-১২-২৩ তাৰিখে ৰাজহুৱা সভা পাতি ৺হেমধৰ বৰুৱাক সভাপতি আৰু ৺ৰবিচন্দ্ৰ শইকীয়াক সম্পাদক মনোনীত কৰি 'চতিয়া ৰায়ত সভা'ৰ প্ৰতিষ্ঠা কৰিলে। ১৯২১ চনৰ আন্দোলনৰ কৰ্মীসকলেও ইয়াত যোগ দিলে। প্ৰতিটো খেলেই ইয়াৰ একোটা গোট আৰু প্ৰতিটো পৰিয়ালেই সদস্য হ'ল। পিছৰ সাধাৰণ সভাই নীতি নিৰ্ধাৰণত 'ৰায়ত সভা এক সামাজিক অনুষ্ঠান আৰু ইয়াত ৰাজনীতি চৰ্চা কৰা নহয়' বুলি ঘোষণা কৰাৰ লগতে চৰকাৰকো জনাই দিলে। তাৰ ফলত মৌজাদাৰ, মণ্ডল, শিক্ষক আৰু স্থানীয় পুলিচ কৰ্মচাৰীসকলেও অংশ গ্ৰহণ কৰি দিহা-পৰামৰ্শ দিবলৈ পালে।

তেতিয়াৰ দিনত বিয়া কৰিবলৈ দৰা পক্ষই কন্যাপক্ষৰ বহুতো চৰ্ত পূৰাব লাগিছিল। চমুকৈ ক'বৰ হ'লে ছোৱালীৰ গা-ধন বুলি নগদ টকা দিয়া, আহ্‌লগীয়া-বাহ্‌লগীয়াক কাপোৰ দি মান ধৰা, নোৱাইতোলনী আৰু মণি পিন্ধোৱাত অযথা বাহুল্য খৰচ কৰা, কানিয়া-সেৱা আৰু ভঙুৱা মেলক কানি, ভাং দিয়া, বিয়া ভেটা, মলা চৰুৰে মান ধৰা আদি কু-প্ৰথাবোৰ ৰায়ত সভাই ৰহিত কৰিলে। শাৰী, জেকেট উঠাই দিলে। কাপোৰ কেইযোৰ দিলে হয় তাৰো নিৰিখ বান্ধিলে। সোণ-ৰূপৰ অলংকাৰবো নিম্ন-মধ্যবিত্তজনেও দিব পৰা কৰি নিয়ম বান্ধিলে। নাকফুলা উঠাই দিলে।

২৫-১-২৪ তাৰিখে নাগশংকৰৰ মৌজাদাৰ ৺বোষনাথ বৰুৱাৰ সভাপতিত্বত বহা সাধাৰণ সভাই জামুগুৰি আৰু বিশ্বনাথৰ ৰাইজক এই আঁচনিৰ প্ৰতি সমৰ্থন জনাবলৈ আহ্বান কৰিলে।

৭-৪-২৪ তাৰিখে চতিয়া, জামুগুৰি আৰু বিশ্বনাথৰ প্ৰতিনিধিসকলৰ এখন সভা বিশ্বনাথৰ ভূতপূৰ্ব মৌজাদাৰ ৺ৰাধানাথ শৰ্মাৰ সভাপতিত্বত বহি অলপ সংশোধিত আকাৰে এই আঁচনি গ্ৰহণ কৰে। এনে হোৱাত বিয়াৰ কাৰণে কেওঁৰা মহাজনৰ হাতত মাটি-ভেটি বিক্ৰী কৰা বা বন্ধক দিয়াৰ পৰা দুখীয়াসকলে সকাহ পালে।

নদুৱাৰ-চাৰিদুৱাৰ আৰু ছয়দুৱাৰ ৰায়ত সভা ঃ

১৬-৪-২৫ তাৰিখে বহা সাধাৰণ সভাত চতিয়া ৰায়ত সভাৰ সম্পাদক ৺ৰবিচন্দ্ৰ শইকীয়াৰ প্ৰস্তাৱ আৰু জামুগুৰিৰ ৺হংসধৰ ভূঞাৰ সমৰ্থনত চতিয়া, জামুগুৰি আৰু বিশ্বনাথ তিনিও কেন্দ্ৰ গোট খাই 'নদুৱাৰ ৰায়ত সভা' পতাৰ প্ৰস্তাৱ লয়।

অলপ দিনৰ পিছত চাৰিদুৱাৰ আৰু ছয়দুৱাৰতো ৰায়ত সভা হোৱাত সমগ্ৰ তেজপুৰ মহকুমাটোকে ৰায়ত সভাই সামৰি ল'লে আৰু ই এটা সাৰ্বজনিক অনুষ্ঠান হৈ উঠিল।

নদুৱাৰ ৰায়ত সভাই হাতত লোৱা কামৰ ভিতৰত ১৯২৯ চনত স্থাপন কৰা নদুৱাৰ হাইস্কুলেই প্ৰধান। গাঁৱলীয়া ঠাইত পতা এইখনেই আছিল জিলাখনৰ ভিতৰত প্ৰথম আৰু প্ৰদেশৰ ভিতৰত দ্বিতীয় হাইস্কুল। স্বাধীনতাৰ পিছত হোৱা নদুৱাৰ ৰাজহ চক্ৰ, নদুৱাৰ উন্নয়ন খণ্ড, নদুৱাৰ উপ-পঞ্জীয়ন কাৰ্যালয়, নদুৱাৰ গাঁও পঞ্চায়ত আদি 'নদুৱাৰ' নামেৰে নামকৰণ কৰা হয়।

নদুৱাৰ ৰায়ত সভাই ভাং, কানি আৰু মদৰ মহলবোৰ স্থানান্তৰ কৰা, ৰাইজে মাছ মাৰি থকাৰ কাৰণে কিছুমান বিল ডাকৰপৰা বাদ দিয়া, পানীয়ে ভঙা লোকক চাহ বাগিচাৰ পতিত মাটিত পট্টন দিয়া, বিনা মাচুলে ফৰেষ্টৰপৰা বেত, বাইজং, খেৰ, খৰি আনিবলৈ দিয়া, মুকলি পথাৰত ছোৱালীয়ে বিহু পতা, মাঘৰ বিহুত চুৰ কৰা আদি কু-কাৰ্য বন্ধ কৰা, কাউঞ্চিলত সদস্যসকলক অসমীয়া ভাষাত ক'বলৈ অধিকাৰ দিয়া, সৰ্বোপৰি আৰম্ভণিতে মৈমনসিঙিয়াৰ পৰা গ্ৰেজিং-গোপচাৰ ৰক্ষা কৰা আদিয়েই প্ৰধান। ১৯২৬ চনৰেপৰা সুদীৰ্ঘকাল চতিয়া ৰায়ত সভাই প্ৰতিৰোধ কৰি থকাৰ ফলত প্ৰথম বৰদলৈ মন্ত্ৰী সভাই ১৯৪৭ চনত পমুৱা উচ্ছেদ কৰি ছোৱাগুৰিত এটা কলনী পাতি লাইন প্ৰথা প্ৰবৰ্তন কৰে।

পুনৰ স্বাধীনতাৰ পিছত ব্যাপকভাৱে হোৱা বেদখলী দ্বিতীয়বাৰ ১৯৬৩ চনত চতিয়াৰ সিপনীয়া চাপৰিৰপৰা উচ্ছেদ কৰি ৩,৫৪৫ জন পাকিস্তানীক সীমা পাৰ কৰি পঠায়। বিশ্বনাথ-পাণপুৰ মধ্যউৰিৰ উত্তৰৰ ৩৩,০০০ বিঘা মাটি থলুৱা ৰাইজক আবণ্টন দি দক্ষিণৰ ৫০,০০০ বিঘা বেদখলকাৰীৰপৰা মুক্ত কৰি ৩১-১-৬৭ তাৰিখৰ গেজেটৰ জাননী যোগে 'সংৰক্ষিত বনাঞ্চল' ঘোষণা কৰে। থলুৱা স্বাৰ্থ ৰক্ষাত ৰায়ত সভাৰ এইটো এটা ডাঙৰ সাফল্য।

নামত ৰায়ত সভা কামত কংগ্ৰেছ ঃ

ক্ৰমাৎ কংগ্ৰেছৰ আন্দোলন তীব্ৰতৰ হৈ অহাৰ লগে লগে ৰায়ত সভায়ো ক্ষুদ্ৰাকৃতি কংগ্ৰেছৰ (Mini Congress) ৰূপ ধাৰণ কৰে। জাতীয় সংগীত গোৱা, স্বেচ্ছাসেৱকৰ কুচ্-কাৱাজ, পতাকা অভিবাদন আৰু জাতীয় নেতাসকলৰ নামত তোৰণ সজা আদি কংগ্ৰেছৰ অনুৰূপ কাৰ্যসূচী লয়।

ৰায়ত সভাই ৰাষ্ট্ৰীয় ভাৱধাৰা গ্ৰহণ কৰি পূৰ্ণ স্বাধীনতাৰ সংকল্প লয়। নদুৱাৰ ৰায়ত সভাৰ বাৰ্ষিক অধিবেশনত সভাপতিত্ব কৰাসকলৰ ভিতৰত কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, ত্যাগবীৰ হেম বৰুৱা, লোকনায়ক অমিয় কুমাৰ দাস,



গড়মূৰ সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামী, অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য, বিশিষ্ট আইনবিদ ডঃ জগদীশ মেধী, প্ৰদেশ কংগ্ৰেছৰ সভাপতি মঃ তৈয়বুল্লা চাহাব, একনিষ্ঠ দেশসেৱক ডাঃ হৰেকৃষ্ণ দাস, আইনজ্ঞ অন্নদা কুমাৰ পদমপতি, আইনজ্ঞ হৰকান্ত দাস আৰু সংগীতজ্ঞ কমলানন্দ ভট্টাচাৰ্যৰ নাম উল্লেখযোগ্য।

১৯৩১ চনৰ এপ্ৰিলত বিশ্বনাথত বহা বাৰ্ষিক অধিবেশনখন আছিল ব্যয়বহুল, সৰ্ববৃহৎ আৰু গাম্ভীৰ্যপূৰ্ণ। অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা। সংগীত পৰিচালনা কৰিছিল জ্যোতিপ্ৰসাদ আগৰৱালাই। বিৰাট আকাৰৰ ৰভাখন সাজিছিল ব্ৰহ্মপুত্ৰৰ বালিত বৰলা শিল আৰু জোঙা শিলৰ মাজত। সোঁৱে-বাঁৱে চণ্ডী আৰু উমা-মন্দিৰ। বুঢ়ীগংগা আৰু ব্ৰহ্মপুত্ৰৰ সংগম স্থলৰ এটা মনোৰম পৰিৱেশত।

সভাপতি ডাঃ হৰেকৃষ্ণ দাসক ৰথা হৈছিল বিশিষ্ট সমাজসেৱী ৺ৰামপ্ৰসাদ আগৰৱালাৰ বঙলাত। আগৰৱালাৰ হাউলীটো জাতীয় পতাকাৰে সুসজ্জিত কৰা হৈছিল। সভাপতিৰ অভিভাষণত কেইদিনমানৰ আগতে ৺জগত সিং, ৺ৰাজগুৰু আৰু ৺শুকদেৱক ফাঁচী দিয়াৰ নিন্দা কৰাত চৰকাৰে তেওঁৰ পেঞ্চন বন্ধ কৰে (অৱশ্যে প্ৰথম-বাৰ বৰদলৈ চৰকাৰ হোৱাত এই টকা ঘূৰাই দিয়ে। ডাঃ দাসে গোটেইখিনি টকা কংগ্ৰেছ পুঁজিলৈ দান দিয়ে)।

এই সভালৈ চতিয়াৰপৰা দুশমান স্বেচ্ছাসেৱকৰ দল এটা ৺গোলোক চন্দ্ৰ শইকীয়াৰ নেতৃত্বত মাৰ্চ কৰি গৈছিল। বাটৰ কাষৰ প্ৰতাপগড়, সাকোমঠা আৰু নীলপুৰ বাগিচাৰ বনুৱাসকলে গাত তুলিবলৈ এৰি এই দৃশ্য তথা লাগি চাইছিল। 'ভলণ্টিয়াৰ' দেখা তেওঁলোকৰ সেয়ে প্ৰথম আছিল। ছয়দুৱাৰৰপৰাও ৰাতি জ্যোতিপ্ৰসাদৰ পৰিচালনাত এটা ডাঙৰ সমদল হাতত

জোৰ লৈ খোজকাঢ়ি আহিছিল। তেওঁ নিজে ৰচনা কৰা "লুইতৰ পাৰৰে আমি ডেকা ল'ৰা মৰিবলৈ ভয় নাই- তেজেৰে বলিশাল যামে বোলাই' গীতটো খোজৰ তালে তালে গোৱাই আনিছিল।

ইয়াৰ পিছৰ বছৰত গমিৰিত বহা ছয়দুৱাৰ ৰায়ত সভাত সভাপতিত্ব কৰিছিল গড়মূৰ সত্ৰৰ অধিকাৰ ৺পীতাম্বৰ দেৱগোস্বামীয়ে। মহিলা সভাত সভাপতিত্ব কৰিছিল ৺চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে। এই সভাত চৰকাৰ বিৰোধী ভাষণ দিয়াৰ অপৰাধত ৺মহাদেৱ শৰ্মা, ৺লক্ষ্মীধৰ শৰ্মা, ৺মহিম চন্দ্ৰ সিংহ আৰু ৺চেনিৰাম দাসক গ্ৰেপ্তাৰ কৰি বিচাৰত ৺মহাদেৱ শৰ্মাক ৫০০ টকা জৰিমণা আৰু বাকী কেইজনক এবছৰকৈ সশ্ৰম কাৰাদণ্ড বিহিছিল।

জ্যোতিপ্ৰসাদ আগৰৱালাই সুঠাম দেহৰ ১২ গৰাকী স্বেচ্ছাসেৱিকাক অশ্বাৰোহী সৈনিক সজাই সমদল কৰি এই অধিবেশনলৈ অনা এটা চমক লগোৱা কথা আছিল। ('৪২ চনৰ গহ-পুৰ আৰু ঢেকিয়াজুলি থানাত পতাকা তুলিবৰ কৰা ক্ৰান্তিকাৰী পৰিকল্পনাত ৺জ্যোতিপ্ৰসাদৰ মানসপটত যেন এই স্মৃতি জাগ্ৰত হৈছিল)।

১৯৭১ চনত প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চ সিংহৰ সভাপতিত্বত বহা ৰায়ত সভাৰ বাৰ্ষিক অধিবেশনৰ পিছত ৰায়ত সভা বৰ্তমান নিষ্ক্ৰিয় হৈ আছে। কিন্তু কেতবোৰ সামাজিক নিয়ম কানুন আগৰ দৰেই এতিয়াও কটকটীয়াকৈ চলি ০০ আছে।



# মুছলমানৰ অসম প্ৰীতিৰ ৰেঙণি

মঃ আবুল খায়েৰ

অসম বিভিন্ন জনগোষ্ঠীৰ সন্মিলিত এখন কুঞ্জ কানন স্বৰূপ। বিভিন্ন সময়ত অসমলৈ বিভিন্ন জাতি-উপজাতিৰ আগমনৰ সাক্ষ্য বুৰঞ্জীৰ পাতত লিপিবদ্ধ হৈ আছে। সংমিশ্ৰণৰ এই ইতিহাস এদিনীয়া নহয়; ই দীঘলীয়া। এই লৌহিত্যৰ তীৰভূমিলৈ একালত আহিছিল অষ্ট্ৰিক, মঙ্গোলীয়সকল, তাৰ পিছত আগমন হ'ল আৰ্যসকলৰ। পৰৱৰ্তী কালত এই অসমক নতুন ৰূপ দিলেহি সুদূৰ প্ৰাচ্যৰ টাই জাতিৰ আহোম সকলে। ইয়াৰ লগে লগে আহি পৰিল মুছলমান, নেপালী আৰু ভাৰতৰ বিভিন্ন প্ৰান্তৰ অনেক লোক। কোনোবা হয়তো আহিল চাহ বাগিচাত জীৱিকা বিচাৰি, কোনোবা আহিল ব্যৱসায়-বাণিজ্য কৰিবলৈ, কোনোবা আহিল লুইতৰ পাৰৰ সাৰুৱা মাটিত সোণালী শইচ উৎপন্ন কৰাৰ মানসেৰে।

'অসমীয়া ভাষা আৰু সংস্কৃতি' নামৰ গ্ৰন্থত ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱে লেখিছে, "যি জনসমষ্টিয়ে অসমীয়াক মাতৃভাষা স্বৰূপে গ্ৰহণ কৰিছে- তেওঁলোকৰ দ্বাৰাই অসমীয়া জাতি আৰু সংস্কৃতি সৃষ্টি হৈছে। অসমীয়া সংস্কৃতি কোনো এক বিশেষ ফৈদ বা খেলৰ সুকীয়া বস্তু নহয়। অসমীয়া সংস্কৃতি সুগভীৰ সমুদ্ৰ। নানা জাতি আৰু উপজাতিৰ ভাব-চিন্তা, নীতি-নিয়মৰ সোঁতেৰে ই গঢ়ি উঠিছে। অসমবাসী আৰু অসমীয়া ভাষা কওঁতা হিন্দু-মুছলমান সকলো সম্প্ৰদায়ে এই সংস্কৃতিৰ সৃষ্টিত আৰু পৰিপুষ্টিত শক্তি অনুসৰি সহায় কৰিছে। কল আৰু ডিল সংযোগ হৈ সহজ সৰল অসমীয়া শব্দ কলডিল সৃষ্টি হোৱাৰ দৰে হিন্দু-মুছলমান বিভিন্ন সম্প্ৰদায়ৰ মিলনত অসমীয়া সভ্যতা আৰু সংস্কৃতিৰ উদ্ভৱ হৈছে।" —'অকল আধুনিক নহয়, পুৰণি অসমীয়া ভাষাৰ ওপৰতো ইছলামিক ভাষাৰ প্ৰভাৱ লক্ষ্য কৰিব পাৰি। ত্ৰয়োদশ শতিকাৰ অসমীয়া সাহিত্যৰ আদি কবি হেম সৰস্বতীয়ে তেওঁৰ হিন্দু আখ্যানমূলক কাব্যত 'নফৰ' শব্দ ব্যৱহাৰ কৰি বহল মনৰ পৰিচয় দি গৈছে। শংকৰদেৱেও তেওঁৰ সাহিত্যত ফৰমান, জান, চাহাব আদি ইছলামিক শব্দ ব্যৱহাৰ কৰিছে। মহাপুৰুষ শংকৰদেৱৰ সমসাময়িক অন্যান্য বৈষ্ণৱ কবিবৰ্গৰ লেখনীতো ইছলামিক শব্দ পৰিত্যক্ত হোৱা নাই।"

আমাৰ এই নিবন্ধৰ ঘাই লক্ষ্য হ'ল অসমলৈ অহা ইছলামধৰ্মী লোকসকলে অসমৰ মাটিক আপোন বুলি গ্ৰহণ কৰা আৰু অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি দেখুৱা অকৃত্ৰিম চেনেহৰ কেইটামান নিদৰ্শন দাঙি ধৰাৰ প্ৰয়াস কৰা।

মূল বিষয়লৈ যোৱাৰ আগতে অসমলৈ মুছলমানসকলৰ আগমনৰ অতীত বুৰঞ্জীৰ কিছু কথা বিচাৰ কৰি চোৱা যাওঁক।

বঙ্গৰ মুছলমান শাসনকৰ্তা মহম্মদ বখ্‌তিয়াৰ খিলিজীয়ে ১২০৬ চনত কামৰূপ ৰাজ্য আক্ৰমণ কৰি মুছলমানৰ প্ৰবেশ পথৰ সূচনা কৰিছিল। ইয়াৰ আগতেও কামৰূপত মুছলমান

আছিল বুলি জনা যায়। বিভিন্ন সময়ত মোগলে অসম আক্ৰমণ কৰোতে প্ৰতিবাৰতে কিছু সংখ্যক মুছলমান সৈন্য আহোম ৰজাৰ হাতত বন্দী হৈ থাকি গৈছিল। এওঁলোকৰ ভাষা আছিল উৰ্দু আৰু পাৰ্চী। অসমৰ ৰাইজৰ লগত হাড়ে-হিমজুৱে খাপ খুৱাবলৈ এই লোকগোষ্ঠীয়ে নিজৰ ইছলাম ধৰ্মৰ বাহিৰে সকলোখিনি জলাঞ্জলি দিছিল। অসমীয়া ভাষা, কৃষ্টি আৰু সভ্যতা গ্ৰহণ কৰি থলুৱা অসমীয়াৰ লগত মিলি গৈছিল।

১৮২৬ চনত ইংৰাজে অসম দখল কৰাৰ সময়ত অসমৰ আৰ্থিক অৱস্থা তেনেই জুৰুলা আছিল। কাৰণ মানৰ আক্ৰমণত বহুতো লোক নিধন হৈছিল আৰু ভালেমান স্বদেশ এৰি গুচি গৈছিল। ফলত পূৰ্বৰ বহুতো কৃষিভূমি আৰু জনপূৰ্ণ অঞ্চল অৰণ্যত পৰিণত হৈছিল। এই ভূমিকেই কৃষিৰ কামত ব্যৱহাৰ কৰি ব্ৰিটিছ যুগত প্ৰাৰম্ভিক যি প্ৰচেষ্টা চলোৱা হৈছিল তাৰ ফলতেই বাহিৰৰ বহলোক অসমত আহি প্ৰৱেশ কৰে। তেতিয়া যাইকৈ কৃষিকাৰ্যত পাৰ্গত আৰু পৰিশ্ৰমী বংগীয় মুছলমানসকলৰ অসমলৈ আগমন ঘটিছিল।

১৮৪৬ চনত ব্ৰহ্মপুত্ৰ নদীত 'বিভাৰ ষ্টীম নেভিগেছন কোম্পানীয়ে সৰ্বপ্ৰথম পানী জাহাজ চলায়। জাহাজৰ কেৰাণী, দোকানী, আৰিকাটি আদি নোৱাখালি, ছিলেট, চট্টগ্ৰাম আৰু ঢাকাৰ লোক আছিল আৰু তেওঁলোকৰ শতকৰা প্ৰায় ৮০ ভাগেই আছিল মুছলমান। তেওঁলোকে ব্ৰহ্মপুত্ৰ নদীৰ দুয়োপাৰৰ পৰিত্যক্ত অৰণ্যভূমি চাই গৈ স্বদেশৰ মানুহক সেই চৰসমূহলৈ উঠি আহিবলৈ উৎসাহিত কৰিছিল। এনেদৰে অনুপ্ৰাণিত হৈয়েই বিশ্বনাথৰ চৰ অঞ্চললৈ ১৮৪৮ চনত অহা দুজন ব্যক্তি হ'ল মঃ হিয়েলু চিকাৰী আৰু জামাল আৰিকাটি। ময়মনসিং, ৰংপুৰ, পাবনা, বগুৰা, ঢাকা, নোৱাখালি, কুমিল্লা, চট্টগ্ৰাম আদি ঠাইৰপৰা হাজাৰ হাজাৰ নিঃকিন-নিৰক্ষৰ খেতিয়ক আহি ১৮৭০ চনৰপৰা ১৮৯৬ চনলৈকে অসমৰ গোৱাল-
পাৰা, ধুবুৰী, মানকাছাৰৰপৰা বিশ্বনাথলৈকে ব্ৰহ্ম
পুত্ৰ নদীৰ সুবিস্তৃত তীৰভূমিত বসতি আৰ
কৰে। ১৮৮৯ চনৰ আৰম্ভণিতে কামৰূপ জিলা
ক'লাজ্বৰ মহামাৰিয়ে বৰ ক্ষতি কৰিছিল। পিছ
এই ব্যাধি মধ্য অসমতো বিয়পি পৰাত বিশেষ
নগাঁও জিলাত ২৪·৮% জনসংখ্যা হ্ৰাস হৈছিল
অসমৰ খালী ঠাইবোৰ পূৰণৰ উদ্দেশ্যে বৃটি
চৰকাৰীভাৱে কিছুমান সা-সুবিধা আগবঢ়াই মুছ
মানসকলক প্ৰব্ৰজিত কৰোৱাত উদগনি দিছি
সেই সুবিধাবোৰ হ'ল ঃ (১) ঔপনিবেশিক ভি
(২) পাঁচ বছৰলৈ দখলিকৃত মাটিৰ খাজনা
আৰু (৩) পাঁচটকীয়া ফেমিলি টিকেটেৰে
ভূমিৰ য'তেই ইচ্ছা ত'লেই যোৱাৰ সুবিধা।
সুবিধা পাই মুছলমানসকলে ১৮৮৩ চনৰ
১৯৪৫ চনলৈকে প্ৰব্ৰজন কৰিবলৈ সুযোগ

প্ৰব্ৰজিত মুছলমান লোকগোষ্ঠীৰ আগম
লগে লগে অসমৰ কৃষিৰ ক্ষেত্ৰত নতুন বিপ্
সৃষ্টি হয়। ভাল মৰাপাট খেতিয়ক বুলি
লোক পৃথিবী বিখ্যাত। প্ৰচণ্ড ৰ'দ-বৰষুণ
কৰি বছৰৰ বাৰ মাহ নানা শাক-পাচলি,
তৰকাৰী উৎপাদন কৰি নিজেও খাইছে,
খনকো স্বাৱলম্বী হোৱাত ইন্ধন যোগাইছে।
খাদ্যশস্য আৰু দুগ্ধ উৎপাদন কৰি সীমা
সৈন্য বাহিনীলৈ খাদ্য যোগান ধৰি আছে।
চনত অসমত মৰাপাট খেতি নাছিল বুলিয়েই
পাৰি। কেৱল মাত্ৰ পাঁচ হেজাৰ হেক্টৰ
মৰাপাট খেতি হৈছিল। এওঁলোকৰ
লগে লগে তিনিলাখ হেক্টৰ মাটিত মৰাপাট
হয় আৰু চৰকাৰে ইয়াৰ ফলত বুজন পৰি
বৈদেশিক মুদ্ৰা অৰ্জন কৰিবলৈ সমৰ্থ হয়

মুছলমানসকলে যি দেশত বসতি
সেই দেশৰ স্বকীয় ভাষা-কৃষ্টি, সভ্যতা,
গ্ৰহণ কৰি এক হৈ মিলি যোৱাটো পবিত্ৰ
নিৰ্দেশ আৰু ইমানৰ অংশ স্বৰূপ। সেয়ে
লাকে চীন দেশত চীনা, মিছৰত মিছৰীয়,



পাৰ্চী আৰু ইংলণ্ডত ইংৰাজী ভাষা গ্ৰহণ কৰি স্থানীয় অধিবাসীৰ লগত মিলি গৈছে। অসমতো তেওঁলোকে সেৱাৰ মনোভাৱেৰে ইয়াৰ স্থায়ী বাসিন্দাৰ লগত একাকাৰ হ'বলৈ অবিৰত চেষ্টা চলাই আহিছে। এওঁলোকৰ মাজত শিক্ষাৰ প্ৰসাৰৰ বাবে অসমীয়া মাধ্যমতেই যাইকৈ বিদ্যালয় স্থাপন কৰিছে।

১৯৬০ চনৰ অসমীয়া ভাষাক ৰাজ্য ভাষা কৰাৰ উদ্দেশ্যে চলা আন্দোলনত এই মুছলমান সকলে সৰ্বান্তঃকৰণেৰে সমৰ্থন জনাইছিল। সেই আন্দোলনত অসমীয়া ভাষাৰ হকে ৰঞ্জিত ৰৰপূজাৰীৰ দৰেই ১২ জন মুছলমান উদীয়মান ব্যক্তিয়েও প্ৰাণাহুতি দিছিল।

তাৰ পাছতে আহিল ১৯৭২ চনৰ মাধ্যম আন্দোলন। এই আন্দোলনত হাজাৰ হাজাৰ মুছলমান ৰাইজেও অংশ গ্ৰহণ কৰিছিল। মঙলদৈৰ ছাত্ৰ মোজামিল হক ছহিদ হৈছিল। অসমীয়া মাধ্যমৰ দাবীত এই লিখকে 'ভাষা সম্পৰ্কে ন অসমীয়া মুছলমানৰ অভিমত' শীৰ্ষক প্ৰবন্ধ লিখি সেই সময়ৰ 'নীলাচল' কাককত প্ৰকাশ কৰি তাৰ দ্বাৰা ৩৩ লাখ মুছলিম ৰাইজৰ সমৰ্থন আগবঢ়াইছিল, যাৰ কাৰণে অসমৰ তেতিয়াৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীশৰৎ চন্দ্ৰ সিংহদেৱে বিধান সভাত অসমীয়া মাধ্যম প্ৰতিষ্ঠাৰ স্থিৰ সিতান্ত ল'ব পাৰিছিল।

অসমত ১৯৫১ চনত হোৱা লোক পিয়লত পমুৱা মুছলমানসকলেও নিজৰ ভাষা অসমীয়া বুলিয়েই লিপিবদ্ধ কৰাইছিল। ১৯৫৬ চনত ৰাজ্য পুনৰ গঠন আয়োগ অসমলৈ আহোতে গোৱালপাৰা, ধুবুৰী, বৰপেটা আৰু নগাঁও জিলাৰ চৰবাসী মুছলমানসকলেও নিজকে অসমীয়া ভাষাভাষী বুলি সাক্ষ্য দান কৰাটো অসমৰ সংহতিৰ পক্ষে এটি গুৰুত্বপূৰ্ণ কথা। আৱহমান কালৰপৰা মুছলমানসকলে থলুৱা অসমীয়া সমাজৰ লগত মধুৰ সম্পৰ্ক গঢ়ি তুলিছে। তেওঁলোকে অসমীয়া ভাষাৰ লগতে কলা-কৃষ্টি আৰু সংস্কৃতিকো বুকুত আকোৱালি লৈছে। চৰবাসীসকলেও পুৰণি অসমীয়া মুছলমানৰ আদৰ্শকে গ্ৰহণ কৰি অসমৰ জাতীয় জীৱনৰ যাই সুঁতিৰ লগত মিলি যাবলৈ সচেষ্ট হৈছে। উদাহৰণ স্বৰূপে, চৰ অঞ্চলৰ বহু ঠাইতে এতিয়া ৰঙালী বিহুৰ দৰে এটা জাতীয় উৎসৱ অনুষ্ঠিত কৰাৰ চেষ্টা চলিছে আৰু সফলো হৈছে।

অসমীয়া ভাষা-সংস্কৃতি গ্ৰহণ কৰি অসমীয়া মাধ্যমেৰে শিক্ষিত হৈ বৰ্তমান অৰ্হতা সম্পন্ন মুছলমানসকল বিভিন্ন কৰ্মক্ষেত্ৰত নিয়োজিত হৈ অসমৰ অগ্ৰগতিত অৰিহণা যোগাইছে। অৱশ্যে আৰ্থিক অৱস্থা টনকিয়াল নোহোৱা বাবে এতিয়াও চৰ অঞ্চলৰ প্ৰায় ৯৫% লোক উপযুক্ত শিক্ষা লাভৰপৰা বঞ্চিত হৈ থাকিবলগা হোৱাটো মন-কৰিবলগীয়া।

অসমীয়া ভাষাত অনেক মুছলমান সাহিত্যিকে গ্ৰন্থ ৰচনা কৰি অসমীয়া ভাষা-সাহিত্য চহকী কৰিছে। আজান ফকিৰে ৰচনা কৰা জিকিৰ অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। গীতৰ মাজেৰে এই দুনীয়াত চলাৰ ইংগিত দিছিল তেওঁ এইদৰে ঃ

'ছাইৰ আলি বান্ধি কি কৈ ৰগাৰি
ৰৰষুণৰ টোপালত ভাগে,
শিলৰ আলি বান্ধি ৰগাৰ জানিলে
তেহে গিৰিহঁতে ৰাখে।"

কবি মফিজুদ্দিন আহমদ হাজৰিকাই 'জ্ঞান-মালিনীৰ' কবিতাত প্ৰকট কৰিলে চুফীবাদৰ ভাবধাৰা। বৰ্তমান অসমীয়া সাহিত্যলৈ চৈয়দ আব্দুল মালিকৰ অৱদান সৰ্বজনবিদিত। মহমদ পিয়াৰ, আলিমুন্নিছা পিয়াৰ, আব্দুছ চাত্তাৰ, ইব্ৰাহিম আলি আদিৰ লগতে বহুজনৰ নাম উল্লেখ কৰিব পাৰি যিসকলে

অসমীয়া ভাষা, সংস্কৃতি, গীত, খেলা-ধূলা, কথাছবি, নাটক, সাংবাদিকতা আদিৰ ক্ষেত্ৰত আন্তৰিকতাৰে নিজৰ সৃষ্টিমূলক প্ৰতিভাৰে সেৱা আগবঢ়াই আহিছে।

প্ৰসংগক্ৰমে উল্লেখযোগ্য যে চৰ অঞ্চলৰ নৱঅসমীয়াৰ মাজৰপৰাও উদীয়মান বহু লেখক-লেখিকাই অসমীয়া সাহিত্যলৈ অৰিহণা দিছে। শেষত সুসাহিত্যিক আব্দুছ চাত্তাৰৰ ভাষাতেই কওঁ- "সকলো ক্ষেত্ৰত মুছলমান সম্প্ৰদায়ে অসমীয়া ভাষাত হেজাৰ বিজাৰ শব্দ-সম্ভাৰেৰে চহকী কৰাই নহয়, সাহিত্য -সংস্কৃতিৰ ক্ষেত্ৰতো বিশেষ অৰিহণা যোগাই অসমীয়া ৰূপে অসমত বতি আছে। সম্প্ৰীতি আৰু সংহতিৰ ক্ষেত্ৰত ভাৰতৰ ভিতৰ'ত ই অপূৰ্ব নিদৰ্শন। যদি আমাৰ এনে সম্প্ৰীতিপূৰ্ণ সমাজত এতিয়া কিবা বিভেদৰ সৃষ্টি হৈছে তেন্তে সেয়া কেৱল স্বাৰ্থপৰতা আৰু ৰাজনীতিৰ মেৰপাকতহে।"

০০০



# বিশ্বনাথ চাৰিআলিৰ কলা-কৃষ্টিৰ জগতত এভুমুকি

নৰেন্দ্ৰনাথ ভট্টাচাৰ্য

সংস্কৃতি সভ্যতাৰ বাহক। সংস্কৃতি মহীয়ান হয় সুকুমাৰ কলাৰ চৰ্চাত। সুকুমাৰ কলাৰ অন্যতম অঙ্গ নাট্যকলা, নৃত্যকলা আৰু সংগীত---এই ত্ৰিধাৰা। ভাৰতীয় সংস্কৃতিক নাট্য চৰ্চা, নৃত্য চৰ্চা আৰু সংগীত চৰ্চাই মহিমামণ্ডিত কৰি তুলিছে। সুকুমাৰ কলাৰ এই ত্ৰিধাৰাৰ গভীৰ অনুশীলন আৰু চিন্তাচৰ্চাই, ভাৰতীয় সংস্কৃতিক যুগসাপেক্ষ গতিৰে ধাৱিত কৰিছে।

নাট্যজগত : অভিনয় আৰু সংগঠন :

অসমৰ অন্যতম ঐতিহ্যমণ্ডিত অঞ্চল বিশ্বনাথ চাৰিআলি অঞ্চলতো সংস্কৃতিৰ ত্ৰিধাৰাৰ চৰ্চা বিজ্ঞানসম্মত গতিৰে আগবঢ়াই নিয়াৰ প্ৰয়াস আৰম্ভ হয় বিংশ শতিকাৰ তৃতীয় দশকৰ আৰম্ভণিতে। ১৯২২ চনত বিশ্বনাথ ঘাটৰ সংস্কৃতিপ্ৰেমী আৰু নাট্যকলা চৰ্চা কৰা কেইজনমান উদীয়মান কৰ্মীৰ অক্লান্ত চেষ্টাৰ ফলত এই অঞ্চলত আধুনিক নাট্যকলা চৰ্চাৰ শুভাৰম্ভ হয়। সেই সময়ৰ স্থানীয় ॰গঙ্গানাথ বৰকটকী, ॰ৰজনী শৰ্মাবৰুৱা, ॰যজ্ঞোৰাম কলিতা, ॰জ্বালাপ্ৰসাদ আগৰৱালা, ॰ভোলানাথ দাস, ॰মহিম সিংহ, মঃ খায়ৰত আলি, ॰নবীন ভট্টাচাৰ্য, ॰তুলসীনাথ ভট্টাচাৰ্য্য, উমেশ সিং, ॰কালিৰাম পণ্ডিত, ॰আনন্দ ৰায়, ॰দেবেশ্বৰ ভট্টাচাৰ্য আদিৰ উদ্যোগত 'বিশ্বনাথ থিয়েটাৰ পাৰ্টি' গঠন হয় আৰু বিশ্বনাথ দেৱালয়ৰ নামঘৰত 'পাৰ্থ পৰাজয়' নাটক মঞ্চস্থ কৰে। 'পাৰ্থ পৰাজয়' নাটেই বিশ্বনাথ চাৰিআলি অঞ্চলৰ আধুনিক অভিনয়ৰ দুৱাৰ মুকলি কৰে।

১৯২৪ চনৰ নৰেশ্বৰ মাহত পুনৰ এই সমিতি সম্প্ৰসাৰিত কৰি ॰ৰামপ্ৰসাদ আগৰৱালাক সম্পাদক, ॰মহিম সিংহক মেনেজাৰ, ॰সূৰ্য সিংহক ধনভঁৰালী, ॰কালিৰাম পণ্ডিতক সহঃ সম্পাদক, ॰তুলসীনাথ ভট্টাচাৰ্যক সহঃ মেনেজাৰ নিৰ্বাচিত কৰে। ॰গিৰীশ বৰুৱা, ॰অমৃতলাল বৰুৱা, ॰দেবেন্দ্ৰনাথ শৰ্মা, ॰বিশ্বেশ্বৰ বৰকটকী, ॰গোলাপ শৰ্মা, ॰নিৰোদবৰণ দাস, ৰামেশ্বৰ মেধি, মিৰি মেধি, থানুৰাম ভূঞা হেডপণ্ডিত, ॰কমিনাথ শইকীয়া, ॰কালিনাথ শৰ্মা বৰকটকী, কুঞ্জ হাজৰিকা, ॰দোলন বৰঠাকুৰ আদি সভ্য ভৰ্তি হয়। সেই নৰেশ্বৰ মাহতেই বিশ্বনাথ দেৱালয়ৰ নামঘৰত 'অভিমন্যু বধ' আৰু 'দেৱলাদেৱী' নাটক মঞ্চস্থ কৰে। তেজপুৰৰ ডাঃ গোবিন্দ শৰ্মা আৰু তেওঁৰ ভায়েক ৰমা শৰ্মাই দুয়োখন নাটকতে অভিনয় কৰে।

১৯২৫ চনত বৰ্তমানৰ পূজাবাৰীত পোন প্ৰথম খেৰী ৰঙ্গমঞ্চৰ খুটা পোতে আৰু সেই বছৰৰ পূজাৰ পৰাই নিয়মিতভাৱে বিশ্বনাথ থিয়েটাৰ পাৰ্টিৰ দ্বাৰা দুৰ্গাপূজা আৰু লগতে আধুনিক নাট্যাভিনয় আৰম্ভ হয়। এই ৰঙ্গমঞ্চই বিশ্বনাথ

চাৰিআলি অঞ্চলৰ সৰ্বপ্ৰথম ৰঙ্গমঞ্চ। এই মঞ্চটিৰ নাম 'বিশ্বনাথ নাট্য মন্দিৰ' দিয়া হয় আৰু পিছলৈ বিশ্বনাথ থিয়েটাৰ পাৰ্টি 'বিশ্বনাথ নাট্য সমাজ' নামে জনাজাত হয়। এই বিশ্বনাথ নাট্য মন্দিৰেই সময়ত বিশ্বনাথ চাৰিআলিৰ বিভিন্ন ঠাইত নাট্যদল আৰু ৰঙ্গমঞ্চ গঢ়ি উঠাত সহায় কৰে।

বিশ্বনাথ নাট্য সমাজত এই অঞ্চলৰ গণ্য-মান্য নাট্যপ্ৰেমী ব্যক্তি ৺থানেশ্বৰ ভাগৱতী, ৺বুদ্ধীন্দ্ৰনাথ গোস্বামী, ৺উমাকান্ত গোস্বামী, ডাঃ ভূমিধৰ শৰ্মা, ৺সিদ্ধেশ্বৰ গোস্বামী, আৰু ৺ভদ্ৰেশ্বৰ গোস্বামীয়ে যোগ দিয়ে। উল্লেখযোগ্য যে অসমৰ বিখ্যাত অভিনেতা ৺জগৎচন্দ্ৰ বেজবৰুৱা (নগাঁও), প্ৰফুল্ল বৰুৱা (প্ৰাক্তন এম-পি), ডাঃ ললিতমোহন চৌধুৰীয়ে (তেজপুৰ) বিশ্বনাথ নাট্যমন্দিৰত অভিনয় কৰিছিল। সেই সময়ত দৰ্শক মণ্ডলীৰ মনত নিপুণ অভিনেতা হিচাপে গভীৰ সাঁচ বহুৱাব পাৰিছিল ৺দোলন বৰঠাকুৰ, ৺সূৰ্য সিংহ, ৺দুৰ্গাপ্ৰসাদ আগৰৱালা, ৺জ্বালাপ্ৰসাদ আগৰৱালা, ৺মহিম সিংহ, ৺বুদ্ধীন্দ্ৰনাথ গোস্বামী, গঙ্গাপ্ৰসাদ বৰকটকী, ৺তুলসীনাথ ভট্টাচাৰ্য, ৺চেনিৰাম দাস, ৺ৰবিধৰ দাস আৰু বুদ্ধি বৰঠাকুৰে। ১৯৭২ চনত আগৰ নাট্যমন্দিৰ ভাঙি পৰাত নতুনকৈ স্থায়ী বিশ্বনাথ নাট্যমন্দিৰ নিৰ্মাণ কৰে।

১৯৪৭ চনৰ পৰা ১৯৮৫ চনলৈ যশস্বী অভিনেতা, দক্ষ পৰিচালক, সঙ্গীতজ্ঞ শ্ৰীশিৱনাথ বৰঠাকুৰে বিশ্বনাথ নাট্যমন্দিৰৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। এখেতৰ কাৰ্যকালত বিশেষকৈ অভিনয় আৰু সঙ্গীতৰ দিশত বিশ্বনাথ নাট্যমন্দিৰে উচ্চ মান লাভ কৰিবলৈ সমৰ্থ হয়। এই কালছোৱাত অভিনয়ত বিশেষ সাফল্য লাভ কৰা ব্যক্তিসকল হ'ল শ্ৰীশিৱ বৰঠাকুৰ, ৺থানুৰাম দাস, গুণেন্দ্ৰ বৰঠাকুৰ, ৺হৰেন ৰায়, শ্ৰীসুবোধ দাস, গুৰুদাস ভঁৰালী, মঃ নুৰ মাষ্টাৰ, ৺নগেন বৰঠাকুৰ, দুৰ্গা দত্ত, ঈশ্বৰ ভট্টাচাৰ্য্য, সৰোজ দে পুৰকায়স্থ, কমী আগৰৱালা। আৰম্ভণিৰে পৰা আজিকোপতি বিশ্বনাথ নাট্য মন্দিৰত প্ৰতি বছৰেই ৪/৫ খন পূৰ্ণাঙ্গ নাটক অভিনীত হৈ আছে। বিশ্বনাথ চাৰিআলিত আধুনিক নাট্য জগতৰ প্ৰথম পোহৰ বিলোৱা বিশ্বনাথ নাট্যমন্দিৰৰ বৰ্তমান সম্পাদক শ্ৰীদীপক আগৰৱালা।

সেই সময়ত যান-বাহনৰ সুব্যৱস্থা নথকাৰ বাবে অঞ্চলটোৰ ১০।১৫ কিঃ মিঃ দূৰৰ পৰা নাট্যপ্ৰেমী ৰাইজ আহি বিশ্বনাথ ৰঙ্গমঞ্চত অভিনয়ত অংশগ্ৰহণ আৰু উপভোগ কৰাত অসুবিধা ভোগ কৰিছিল। সেয়ে অঞ্চলটোৰ মধ্যস্থান চাৰিআলিত এটা নাট্যসমাজ গঢ়ি তোলাৰ বিষয়টোৰে ১৯৩১ চনৰ ১ নৱেম্বৰত ৺যজ্ঞেশ্বৰ বৰঠাকুৰৰ সভাপতিত্বত বহা নাট্যানুষ্ঠানৰ প্ৰথম অধিবেশনত গুৰুত্ব লাভ কৰে। সেই সভাতেই ৺অমৃতলাল বৰুৱা আৰু ৺ভদ্ৰেশ্বৰ গোস্বামীক যুটীয়া সম্পাদক, ৺ভূধৰ ফুকনক সভাপতি নিৰ্বাচিত কৰা হয়। এই নাট্য সমাজ গঠনৰ অন্যান্য উদ্যোক্তাসকল আছিল ৺যজ্ঞেশ্বৰ বৰঠাকুৰ, ৺ভদ্ৰেশ্বৰ গোস্বামী, ৺মোহন শৰ্মা, ৺ধৰ্মেশ্বৰ দত্ত, ৺বুদ্ধীন্দ্ৰনাথ গোস্বামী, ৺বংশী চৌধুৰী, শ্ৰীডিম্বেশ্বৰ গোস্বামী, ৺মহোৰাম দাস, শ্ৰীহেমধৰ শৰ্মা, ৺ত্ৰিলোচন ফুকন, ৺ৰামচন্দ্ৰ গোস্বামী, ৺লোকনাথ শৰ্মা, থিৰেশ্বৰ বৰা, ৺তৰুণ ভট্টাচাৰ্য, লীলা কেওঁট, ৺নবীন ভট্টাচাৰ্য, ৺চেনিৰাম দাস, ৺চান্দু কোঁচ আদি। তদুপৰি এই অঞ্চলৰ নাট্যপ্ৰেমী ব্যক্তি ৺জগৎচন্দ্ৰ বৰুৱা, ৺ৰামলাল আগৰৱালা, সূৰ্যমল আগৰৱালা, শ্ৰীৰবিৰাম শইকীয়া, ৺হৰ হাজৰিকা, ৺ৰমাকান্ত বৰুৱা, যতীন্দ্ৰমোহন চেটাৰ্জী, ৺ভোলানাথ দাস, ৺চন্দ্ৰকান্ত বৰুৱা, ৺কৃষ্ণমোহন ফুকন, ৺থানেশ্বৰ ভাগৱতী, চন্দ্ৰ ফুকন আৰু গোলোকচন্দ্ৰ দাসৰ নাম উল্লেখযোগ্য।

নাট্য সমাজৰ স্থায়ী মাটি নথকাত চাৰিআলি হাটখোলাৰ ঘৰ এটাতে লোকেল বোৰ্ডৰ অনুমতিসাপেক্ষে নাট্যসমাজৰ কাম আৰম্ভ কৰা হৈছিল। ১৯৩১ চনৰ পৰা ১৯৩৬ চনলৈ নাট্যসমাজৰ স্থায়ী মঞ্চ নোহোৱাৰ বাবে অ'ত ত'ত পূজা আৰু নাট মঞ্চস্থ কৰি নাট্য সমাজক জীয়াই ৰখা হৈছিল। সেই সময়ত নাট্য সমাজক উৎসাহ দিবৰ বাবে নাট্য সমাজলৈ ৺যজ্ঞেশ্বৰ বৰঠাকুৰ, ৺বুদ্ধীন্দ্ৰনাথ গোস্বামী, ৺অমৃতলাল বৰুৱা, ৺নবীনচন্দ্ৰ বোথ্ৰা, শ্ৰীডিম্বেশ্বৰ গোস্বামী, ৺তৰুণ ভট্টাচাৰ্য আৰু ভোগীৰাম দাস আৰু ৺দেবেন্দ্ৰনাথ শৰ্মাই বিভিন্ন ধৰণে দান আগবঢ়ায়। ১৯৩২ চনত কাঠনিবাৰী বাগিচাৰ ডাক্তৰ ললিতবিহাৰী দাসে পেট্ৰোল গেছ লাইট এটি দান কৰে। এই অঞ্চলৰ উদ্যোগী সমাজকৰ্মী ৺চন্দ্ৰকান্ত বৰুৱাই আৰ্থিক, কায়িক আৰু মানসিক সহায় আগবঢ়াই নাট্যসমাজৰ উৎকৰ্ষ সাধনত সহায় কৰে। ৺ভূধৰ ফুকনদেৱে নাট্য সমাজক ১২০ টকা ধাৰে দি বিশ্বনাথ বঙালী পাৰ্টি এটাৰ পৰা মঞ্চৰ সা-সৰঞ্জাম কিনিবলৈ সুবিধা দিয়ে। সেই থিয়েটাৰ পাৰ্টিৰ পৰা অনা এখন তোৰণত 'বীণাপাণি থিয়েটাৰ পাৰ্টি' নাম লিখা আছিল। এই নামটোকে অলপ পৰিৱৰ্তন কৰি পিছলৈ 'চাৰিআলি বীণাপাণি নাট্য সমাজ' ৰখা হয়। ১৯৩১ চনতেই এই নাট্য সমাজে 'কালাপাহাৰ' আৰু 'ভীষ্ম' নামৰ দুখন নাটক মঞ্চস্থ কৰিছিল।

১৯৩৭ চনত চাৰিআলি ডাকঘৰৰ পোষ্টমাষ্টৰ কৃপানাথ মালাকাৰ, ৺ধীৰনাথ মেধি, মিনাৰাম বৰা আৰু ৺দেবেশ্বৰ দাসে প্ৰায় চাৰে তিনি বিঘা মাটি নাট্যসমাজক দান দি 'বীণাপাণি নাট্যমন্দিৰ' নিৰ্মাণত সহায় কৰে। ১৯৩৯ চনত দান, ঋণ, বিভিন্ন চাহ বাগিচাত অভিনয় কৰি পোৱা ধন আৰু ন-পুৰণি সভ্যসকলৰ শ্ৰমৰ বিনিময়ত ৺অমৃতলাল বৰুৱা, ৺ৰামচন্দ্ৰ গোস্বামীৰ পৰিচালনাত কাঠৰ খুটাৰ এটি খেৰী ৰঙ্গমঞ্চ তৈয়াৰ হয়। ১৯৪২ চনত নাট্য সমাজে নিজৰ ইঞ্জিনসহ জেনেৰেটৰৰ ব্যৱস্থা কৰি বিজুলী চাকি জ্বলাই অভিনয় কৰিবলৈ ল'লে। ১৯৬৪ চনত আগৰ মঞ্চটি ভাঙি এটি ঘূৰণ মঞ্চ সম্পূৰ্ণৰূপে সাজি উলিওৱা হয়। বীণাপাণি ৰঙ্গমঞ্চ অসমৰ



ভিতৰত দ্বিতীয় ঘূৰণ ৰঙ্গমঞ্চ। ১৯৫২ চনত 'দেৱাসুৰ' নাটকত পোনপ্ৰথমে সহ-অভিনয় কৰা হয়। এই নাটকত নটসূৰ্য ফণী শৰ্মা আৰু বীণা দাসে অভিনয় কৰিছিল। নাট্য সমাজৰ একনিষ্ঠ সদস্য শ্ৰীথূলেশ্বৰ শইকীয়াৰ চেষ্টাত কেইবাগৰাকীও মহিলা শিল্পী অভিনয় কৰিবলৈ ওলাই আহিছিল।

বীণাপাণি নাট্যমন্দিৰত যিসকলৰ দক্ষ অভিনয়ে আলোড়নৰ সৃষ্টি কৰিছিল সেইসকল হ'ল— ৺সিদ্ধেশ্বৰ গোস্বামী, ৺উমাকান্ত গোস্বামী, ৺ৰামচন্দ্ৰ গোস্বামী, ৺বুদ্ধীন্দ্ৰ গোস্বামী, ৺ৰামপ্ৰসাদ শৰ্মা, ৺হৰেন্দ্ৰনাথ শৰ্মা, শ্ৰীকুঞ্জ হাজৰিকা, শ্ৰীজীৱন চন্দ্ৰ বৰুৱা, শ্ৰীদুৰ্গা দত্ত, শ্ৰীবলো দাস, ৺মাণিক হাজৰিকা, ৺ভুৱন শৰ্মা, ৺লোকনাথ শৰ্মা, ৺কুমুদ বৰুৱা, শ্ৰীহেম ফুকন, শ্ৰীদুৰ্গেশ্বৰ হাজৰিকা, ৺বসন্ত বৰঠাকুৰ, মোহন শৰ্মা, থূলেশ্বৰ শইকীয়া, ভদ্ৰ শইকীয়া, ৺হেম হাজৰিকা, ৺ভৱ হাজৰিকা, বিপিন হাজৰিকা, কমলা হাজৰিকা, সৰ্বেশ্বৰ পঞ্চানন, ৺কমলা ভূঞা, ৺চেনিৰাম দাস, চেনাৰাম বৰা, ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ৺ভোলা দাস, ডাঃ নবীন শইকীয়া, হেম মহন্ত, তুলসী ফুকন, ৺ললিত শইকীয়া, ৺জিতেন বৰঠাকুৰ, তিলক ভাগৱতী, ৺দীননাথ শৰ্মা, হৰেন শৰ্মা, ৺যজ্ঞেশ্বৰ বৰা, সুশীল বৰঠাকুৰ আদি।

এই নাট্যানুষ্ঠানত শ্ৰীবিনীতচন্দ্ৰ বৰুৱা, শ্ৰীভদ্ৰকান্ত শইকীয়া আৰু কলিয়াবৰৰ ৺হৰেন শৰ্মাই দক্ষতাৰে সঙ্গীত পৰিচালনা কৰি নাট্যানুষ্ঠানৰ সৌষ্ঠৱ বঢ়াইছিল। প্ৰাচীন কামৰূপী নৃত্য সংঘৰ যশস্বী শিল্পী শ্ৰীপূৰ্ণ বৰঠাকুৰৰ মনোৰম নৃত্য আৰু নিপুণ অভিনয়ে বীণাপাণি নাট্য মন্দিৰৰ জেউতি চৰাইছিল।

সঙ্গীত নাটক একাডেমীৰ দ্বাৰা স্বীকৃত (১৯৫৪ চন) বীণাপাণি নাট্য সমাজে মাথোন ৰঙ্গমঞ্চ আৰু অভিনয়তেই সীমাবদ্ধ নাথাকি ভাষা-সংস্কৃতি, ব্যৱসায়-বাণিজ্যৰ বিকাশৰ ক্ষেত্ৰতো অৰিহণা

যোগাইছিল। এই নাট্য সমাজে 'দেশপ্ৰাণ লক্ষ্মীধৰ সোঁৱৰণী পুথিভঁৰাল' স্থাপন কৰি পঢ়ুৱৈ সমাজৰ মানসিক বিকাশত অৰিহণা যোগায়।

বীণাপাণি নাট্য সমাজ এটি মহৎ অনুষ্ঠান। ইয়াৰ বৰ্তমান সভ্য ৫০০ৰো অধিক। এই অনুষ্ঠানৰ বৰ্তমানৰ সভাপতি শ্ৰীপদ্মকান্ত ৰুইকীয়া, সম্পাদক শ্ৰীচেনিৰাম বৰা।

১৯৩৩-৩৪ চনত গড়েহাগিত ৬০ জনমান যুৱকেৰে এটি অভিনয় দল গঠন হৈছিল। সেই দলটিৰ উদ্যোক্তা আছিল ৺চেনাৰাম বৰা, পূৰ্ণ বৰা, ৺দীন শৰ্মা, ভদ্ৰ শইকীয়া, ৺লৰন কোঁচ, ত্ৰিলোচন শইকীয়া, ৺গণেশ হাজৰিকা, আৰু মহোধৰ কোঁচ। সঙ্গীত পৰিচালক আছিল শ্ৰীপ্ৰেম ভূঞা, আৰু দলটিৰ পৰিচালক আছিল শ্ৰীপদ্ম শইকীয়া।

১৯৩৯ চনত 'ৰামগাঁও বিজুলী যাত্ৰা পাৰ্টি' নামৰ এটা যাত্ৰাদল গঠন হয়। শ্ৰীউমাকান্ত শৰ্মাক মুখ্য পৰিচালক হিচাপে লৈ গঠিত হোৱা সমিতিখনৰ সদস্যসকল আছিল শ্ৰীৰজনী শইকীয়া, ৺পৰশু শৰ্মা, ৺চান্দুৰাম শইকীয়া, ৺আদিৰাম শইকীয়া, শ্ৰীলীলা শৰ্মা, ৺ভুৱন শৰ্মা, শৈল বৰঠাকুৰ, ৺গোলাপচন্দ্ৰ দাস (ভূমিজ), ৺দীননাথ দাস, ৺প্ৰেমলাল দাস (ভূমিজ), জীউৰাম বৰা, দেহীৰাম বৰা, তুৱাৰাম শইকীয়া, ৺উমা বৰা, নবীন বৰুৱা, প্ৰেমকান্ত কলিতা, ৺যদুৰাম বৰা আদি। এই পাৰ্টিয়ে প্ৰথম মঞ্চস্থ কৰা নাটকখন হ'ল ৺অতুলচন্দ্ৰ হাজৰিকাদেৱৰ 'নৰকাসুৰ' আৰু শেষ নাটকখনি হ'ল 'কনৌজ কুঁৱৰী'। এই দলটিয়ে প্ৰায় ১৫ বছৰ কাল সুখ্যাতিৰে বিভিন্ন চাহবাগিচাত অভিনয় কৰি চাহ বনুৱাৰ মাজত অসমীয়া নাটকৰ জনপ্ৰিয়তা বঢ়াই তুলিছিল।

পানীভঁৰাল অঞ্চলত বাস কৰা প্ৰাক্তন চাহ বনুৱা, কেইঘৰমান বিহাৰ, উত্তৰ প্ৰদেশৰ মানুহ আৰু অসমীয়া নেপালী লোকৰ উদ্যোগত 'পানীভঁৰাল নাট্য সমাজ' গঠন হয়। উদ্যোক্তাসকল আছিল অমৰ চান্দ, চক্ৰে দৰ্জি, দেবীয়া ঘাটোৱাৰ, কালিচৰণ বাক্তি, ভুনৰু মাহাতো, হৰিগড়, চোমৰা গুৱালা, চোহননাথ শৰ্মা, চূৰ মাহাতো, তিলক মুৰা আদি। ১৯৪১ চনত সমবায় খেতিৰ দ্বাৰা উপাৰ্জিত ধন, বৰপুৰা নিবাসী ৺নান্‌কা বোথ্ৰা আৰু বিজয়চন্দ্ৰ বৰুৱাই দিয়া কাঠেৰে এই ৰঙ্গমঞ্চ নিৰ্মাণ কৰি 'পানীভঁৰাল নাট্যমন্দিৰ' নামে নামকৰণ কৰা হয়। এই ৰঙ্গমঞ্চত ৺দীন বৰঠাকুৰ, ৺গিৰীশ বৰুৱা, ৺লোকেশ্বৰ গোস্বামীৰ পূৰ্বৰ পৰামৰ্শমতেই আজিও দুৰ্গাপূজাত ৩ দিন ধৰি নাট মঞ্চস্থ কৰা হয়। ভীৰগাঁৱৰ ৺গিৰীশ বৰুৱাই নিজৰ ধনেৰে নাট্য মন্দিৰটিত বিজুলী চাকিৰ ব্যৱস্থা কৰি দিয়ে। এই নাট্য মন্দিৰটি বিশ্বনাথ চাৰিআলি অঞ্চলৰ তৃতীয় ৰঙ্গমঞ্চ। বৰ্তমান ইয়াৰ সম্পাদক শ্ৰীপদ্ম চাও আৰু সভাপতি শ্ৰীভুনৰু মাহাতো।

১৯২৮-২৯ চনত ভীৰগাঁৱৰ যুৱকদলে গঠন কৰা এটি নাট্যদলৰ উদ্যোক্তা আছিল শ্ৰীজীৱনচন্দ্ৰ বৰুৱা, শ্ৰীবিনীত বৰুৱা, ৺চেনিৰাম দাস, ৺নবীন ভট্টাচাৰ্য, ডিগৌ ওজা, নোমল বৰা, ৺কমল বৰা, ৺দীননাথ শৰ্মা, ৺ললিত ভূঞা, ৺বিহুৰাম বৰা, ৺জীউৰাম শইকীয়া, ৰবিৰাম বৰা, ৰত্নেশ্বৰ শৰ্মা, ৺কমিনাথ বৰা, দয়াৰাম কোঁচ। এই নাট্যদলে নিজৰ গাঁৱত অস্থায়ী মঞ্চ সাজি নাট্যানুষ্ঠান অনুষ্ঠিত কৰে।

১৯৩২ চনত টেঙাবৰি আৰু ইয়াৰ ওচৰ-পাজৰে থকা কেইখনমান গাঁৱৰ সহযোগত কোঁচ গাঁৱৰ ৺মোহনচন্দ্ৰ বৰাৰ উদ্যোগত এটি নাট্যদল গঠন হয়। ইয়াক ৰূপ দিয়াসকল ৺ভেকো কাকতি, ৺লিটিক বৰা, ৺দেউৰাম বৰা, ৺ক্ষেমী হাজৰিকা, ৺পদো বৰা, ৺ভোগাই বৰা, ৺প্ৰেম কেওঁট, চেনিৰাম বৰা, ডিম্বেশ্বৰ কেওঁট আদি। এই নাট্যানুষ্ঠান প্ৰায় ৪ বছৰকাল জীয়াই আছিল।

এই অঞ্চলৰ লেহগাঁৱত ১৯২০ চনত 'বাণ বুঢ়ী গঙ্গা থিয়েটাৰ পাৰ্টি' নামে গঠিত হোৱা এটি নাট্যানুষ্ঠানৰ প্ৰধান উদ্যোক্তা আৰু পৰিচালক আছিল ৺ডম্বৰু হাজৰিকা। নামঘৰত অস্থায়ী ৰঙ্গমঞ্চ সাজি থিয়েটাৰ কৰা হৈছিল। বাণ ৰঙ্গমঞ্চৰ পৰা প্ৰেৰণা লাভ কৰা এই থিয়েটাৰ পাৰ্টিৰ উদ্দেশ্য আছিল আধুনিক নাট্যাভিনয় সম্প্ৰসাৰণ কৰা। বিশিষ্ট ভাৱৰীয়া আছিল ৺থানেশ্বৰ হাজৰিকা, ৺শান্তিৰাম হাজৰিকা, ৰত্নেশ্বৰ হাজৰিকা, ৺উমা গোস্বামী, ৺দোলন বৰঠাকুৰ, ৺ডম্বৰু হাজৰিকা, ৺ভোলানাথ ভাগৱতী, ৺মাণিক হাজৰিকা, দেবেন খাউণ্ড (কলিয়াবৰ), ৺থানেশ্বৰ ভাগৱতী আদি। ৺শান্তিৰাম হাজৰিকাৰ সংগীতেৰে সমৃদ্ধ এই দলে বিভিন্ন চাহবাগিচাত অভিনয় প্ৰদৰ্শন কৰিছিল।

১৯৫৬ চনত লেহগাঁৱৰ 'জয়হিন্দ পুথিভঁৰাল'ৰ সদস্যসকলৰ উদ্যোগত আন এটি নাট্যদল গঠন হয়। এই দলটিয়ে নিজগাঁৱৰ লগতে কাষৰীয়া চাহ বাগিচাসমূহত নাটক মঞ্চস্থ কৰি সংগৃহীত ধনেৰে পুথিভঁৰালটি নতুন ৰূপত গঢ় দিছিল। এই দলটিৰ উদ্যোগতে লেহগাঁৱৰ মহিলাসকলে 'মনিৰাম দেৱান' আৰু 'শোণিত কুঁৱৰী' নাট প্ৰদৰ্শন কৰিছিল। ১৫ বছৰ কাল সুখ্যাতিৰে মঞ্চাভিনয় চলোৱা নাট্য দলটিৰ উদ্যোক্তা আৰু অভিনেতা আছিল (সৰ্বশ্ৰী) জীৱন হাজৰিকা, জীতেন ভাগৱতী, হেম মহন্ত, লীলা দাস, যোগেন ভাগৱতী, বিপিন হাজৰিকা, ধৰ্মেশ্বৰ হাজৰিকা, নগেন ভাগৱতী, প্ৰবীণ ভাগৱতী, সৰু হাজৰিকা, ইনু শইকীয়া, অগ্নি দেৱী আদি।

১৯২৯ চনত কলিয়াবৰৰ ৺মোহনচন্দ্ৰ বৰাই চাৰিআলি কোঁচগাঁৱত এটি যাত্ৰা পাৰ্টি খোলে। এওঁ নিজে এজন অভিনেতা আৰু সঙ্গীতজ্ঞ আছিল। এই পাৰ্টিটোৱে নিজ গাঁৱৰ উপৰিও এই অঞ্চলৰ বিভিন্ন চাহ বাগিচাত যাত্ৰাভিনয় প্ৰদৰ্শন কৰিছিল। এই দলৰ সংগীত আৰু নৃত্যাংশত আছিল ৺পুৱাৰাম ভূঞা আৰু শ্ৰীটুনিৰাম বৰা।

১৯৬২ চনত চাৰিআলিৰ কেইজনমান উদ্যোগী



যুৱকৰ প্ৰচেষ্টাত সদৌ অসম ভিত্তিত সূৰ্য বৰা সোঁৱৰণী একাংক নাট প্ৰতিযোগিতাৰ সূচনা কৰা হয়। সেই নাট প্ৰতিযোগিতাৰ পৰিচালনা সমিতিৰ সদস্যসকল আছিল (সৰ্বশ্ৰী) সূৰ্য খনিকৰ, সৰ্বেশ্বৰ পঞ্চানন, কুমুদ শৰ্মা, তুলসী ফুকন, বেদ শৰ্মা, নগেন শৰ্মা, গোবিন্দ চৌধুৰী, হৰিপ্ৰসাদ গোস্বামী, দুৰ্গা ভাগৱতী, দুল ভাগৱতী, তৰুণ শইকীয়া, থুল বৰা, চিদা ভাগৱতী, উমেশ শৰ্মা, ধীৰেন বৰঠাকুৰ, মুকুল শৰ্মা, কৰুণা শৰ্মাবৰুৱা, ৺পৰমা শইকীয়া আদি।

১৯৬২ চনত প্ৰথম প্ৰতিযোগিতা চাৰিআলি উঃ মাঃ বিদ্যালয়ৰ আনন্দিৰাম হলত অনুষ্ঠিত হৈছিল। গৌৰৱৰ কথা যে প্ৰথম অনুষ্ঠানৰ সৌষ্ঠৱ বঢ়াইছিল নটসূৰ্য ফণী শৰ্মা, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ দৰে বিচাৰক মণ্ডলীয়ে। লগতে এই অনুষ্ঠানত বিখ্যাত শিল্পী অনুপমা ভট্টাচাৰ্যও উপস্থিত আছিল। বছৰে বছৰে এই প্ৰতিযোগিতাৰ সৌষ্ঠৱে প্ৰসাৰতা লাভ কৰিলে।

'সদৌ অসম সূৰ্য বৰা সোঁৱৰণী একাংক নাট প্ৰতিযোগিতা'ই বছৰে বছৰে উন্নতিৰ জখলাত আগবাঢ়ি ১৯৮৬ চনত ৰূপালী জয়ন্তী উৎসৱ পয়োভৰেৰে পাতিবলৈ সক্ষম হয়। আজি ২৮ বছৰ কাল এই অনুষ্ঠানে আমোদ-প্ৰমোদ দিয়াৰ উপৰিও নতুনচাম ডেকাক অভিনয় চৰ্চা, নাটক ৰচনা আৰু পৰিচালনাৰ বিষয়ে দুৱাৰ মুকলি কৰি দিছে। এই অনুষ্ঠানত মিলিত হয় অসমৰ বিভিন্ন অঞ্চলৰ অভিনেতা-অভিনেত্ৰী নাট্যকাৰসকল আৰু ৰাইজে উপভোগ কৰিবলৈ পায় প্ৰতিবছৰেই ভিন্ন ৰুচিৰ নাটক।

সদৌ অসম সূৰ্য বৰা সোঁৱৰণী একাংক নাট প্ৰতিযোগিতাই এই অঞ্চলত নতুন নতুন নাটক, নাট্যকাৰ, অভিনেতা আৰু পৰিচালক সৃষ্টি কৰাত অৰিহণা যোগাইছে। অভিনেতাসকলৰ ভিতৰত ডঃ সুশীল গোস্বামী, (সৰ্বশ্ৰী) ৰবীন নেওগ, হীৰা তালুকদাৰ, মৃদুলা বৰুৱা আৰু অসীম বোথ্ৰাই

ইতিমধ্যে বোলছবি জগততো প্ৰৱেশ কৰিছে। অভিনেতা কুমুদ শইকীয়া, বনমালী বৰঠাকুৰ আদিও এই অনুষ্ঠানৰে সৃষ্টি। অসমৰ কেইবাজনো প্ৰখ্যাত অভিনেতাই প্ৰতিভাৰ বিকাশ ঘটাইছিল এই প্ৰতিযোগিতাতে। এই অনুষ্ঠানৰ প্ৰেৰণাত সৃষ্টি হোৱা নাট্যকাৰসকল হ'ল ঃ (সৰ্বশ্ৰী), তৰুণ শইকীয়া, ডঃ সুশীল গোস্বামী, ৰাজেন্দ্ৰনাথ বৰ-ঠাকুৰ, ভবেন শৰ্মা, ৰাম শইকীয়া, দেবেন শইকীয়া, সুভাষ চৰকাৰ, নগেন শইকীয়া, ৰমণী হাজৰিকা, আৰু সুভাষ চাহা। ইয়াৰ ভিতৰত শ্ৰীতৰুণ শই-কীয়াই নাট্যকাৰ হিচাপে সৰ্বভাৰতীয় স্বকৃতি লাভ কৰি অকল বিশ্বনাথ চাৰিআলিৰে নহয়, সদৌ অসমৰে গৌৰৱ বঢ়াইছে।

এই অনুষ্ঠানটিয়ে নাট্যানুষ্ঠানৰ উপৰিও নাটক সম্পৰ্কে আলোচনা চক্ৰ আদিৰো আয়োজন কৰি আহিছে। চৰকাৰী পঞ্জীয়নভুক্ত এই অনুষ্ঠানটিয়ে ইতিমধ্যে চৰকাৰৰ পৰা ভূমি আবণ্টন পাইছে আৰু সেয়ে এটি মঞ্চ নিৰ্মাণৰ আঁচনি হাতত লোৱা হৈছে। বৰ্তমান এই অনুষ্ঠানটিৰ সভাপতি শ্ৰীজীতেন ভাগৱতী আৰু সম্পাদক শ্ৰীযতীন শৰ্মা।

বিশ্বনাথ চাৰিআলিৰ আন এটি উল্লেখযোগ্য সাংস্কৃতিক সংগঠন হ'ল 'তুৰঙ্গম'। ১৯৭৯ চনত জন্ম লাভ কৰা এই অনুষ্ঠানে অসমৰ বিভিন্ন ঠাইত পূৰ্ণাঙ্গ আৰু একাঙ্ক নাট মঞ্চস্থ কৰি গৌৰৱ কঢ়িয়াই আনিছে। ১৯৮৯ চনত মৰাণত অনু-ষ্ঠিত হোৱা অসম নাট্য সন্মিলনৰ নাট প্ৰতি-যোগিতাত শ্ৰীদীপক মহন্তৰ 'উলঙ্গ ৰজা' নাটখনি মঞ্চস্থ কৰি ক্ৰমে শ্ৰেষ্ঠ দল, শ্ৰেষ্ঠ অভিনেতা, ২য় শ্ৰেষ্ঠ অভিনেতা আৰু শ্ৰেষ্ঠ শিশুশিল্পীৰ সন্মান লাভ কৰে।

১৯৮৪ চনত 'তুৰঙ্গম' সাংস্কৃতিক সংগঠনে 'যুগ' নামৰ অসমৰ প্ৰথম ভি-ডি-অ' কথাছবি নিৰ্মাণ কৰে আৰু শেহতীয়াকৈ 'ককাদেউতাৰ কাণ্ড' নামৰ এটি কেছেট গুৱাহাটীৰ 'ফিল্ম ক্ৰাফ্‌ট'ত বাণীবদ্ধ কৰে।

১৯৮০ চনত জন্মলাভ কৰি ১৯৮৭ চনত পঞ্জীয়নভুক্ত হোৱা এই অঞ্চলৰ আন এটি নাট্য সংগঠন হ'ল 'ত্ৰিমূৰ্তি গোষ্ঠী'। এই অনুষ্ঠানে উত্তৰ পূৰ্বাঞ্চলৰ একমাত্ৰ অনুষ্ঠান 'জ্যোতিৰূপা'ৰ নাট প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰি শ্ৰেষ্ঠ অভি-নেতা, শ্ৰেষ্ঠ কৌতুক শিল্পী, শ্ৰেষ্ঠ নাট্যকাৰ আৰু শ্ৰেষ্ঠ পৰিচালকৰ সন্মান লাভ কৰে। ইয়াৰ উপ-ৰিও দুলিয়াজান, নগাঁও, যোৰহাট, চতিয়া, হাটবৰ আদি অসমৰ বিভিন্ন ঠাইত নাট প্ৰতিযোগিতাত শ্ৰেষ্ঠ প্ৰতিযোগী দলৰ সন্মান লাভ কৰে।

আন এটি উল্লেখযোগ্য নাট্য সংগঠন 'ৰসৰাজ শিল্পী সমাজ'। ১৯৮০ চনত জন্ম লাভ কৰা এই অনুষ্ঠানটিয়ে অসমৰ বিভিন্ন ঠাইত অনুষ্ঠিত হোৱা একাংক নাট প্ৰতিযোগিতাত বিশেষ সাফল্য লাভ কৰাৰ উপৰিও গুৱাহাটীৰ জ্যোতিৰূপাৰ দ্বাৰা আয়োজিত সাতভনীৰ মাজত পতা একাংক নাট প্ৰতিযোগিতাত ২য় স্থান আৰু একে বছৰতে সদৌ অসম সূৰ্য বৰা সোঁৱৰণী একাংক নাট প্ৰতি-যোগিতাত প্ৰথম স্থান লাভ কৰিছিল। এই অনুষ্ঠানটিৰ বৰ্তমান সম্পাদক শ্ৰীপৰেশ বৰুৱা, সভাপতি শ্ৰীদেবেন শইকীয়া।

বিশ্বনাথ চাৰিআলিৰ মহিলা সমিতিৰ সৌজ-ন্যতো কেইবাবাৰো পূৰ্ণাংগ নাটক আৰু একাংক নাটকৰ অভিনয় কৰাটো উল্লেখযোগ্য।

ওপৰত উল্লিখিত সংগঠনকেইটিৰ উপৰিও বৰ্তমান বিশ্বনাথ চাৰিআলিৰ বিভিন্ন অংশত কেইবাটাও নাট্য সংগঠন গঢ় লৈ উঠিছে।

সংগীত আৰু নৃত্য জগতৰ ৰেঙণি ঃ

বিশ্বনাথ চাৰিআলিত আধুনিক নাট্যাভিনয় আৰম্ভ হোৱাৰ লগে লগেই সংগীত আৰু নৃত্যৰ চৰ্চা হয় আৰু ৰঙ্গমঞ্চই সংগীত আৰু নৃত্য চৰ্চাৰ কেন্দ্ৰ হৈ পৰে। যিহেতু এই অঞ্চলত আধুনিক নাট্যান্দোলনৰ সময়ত সংগীত আৰু নৃত্যকলা বিদ্যালয়ত শিক্ষা লাভ কৰা কোনো ব্যক্তি নাছিল, সেয়ে যিকেইজন ব্যক্তিয়ে সুকুমাৰ কলাৰ এই দুটি ধাৰাত নিজৰ প্ৰচেষ্টাত যৎকিঞ্চিত জ্ঞান লাভ কৰিছিল, সেইসকল ব্যক্তিয়েই এই অঞ্চলত সংগীত আৰু নৃত্যৰ বিকাশত প্ৰাণ ঢালি দিলে। ইয়াৰ ফল হিচাপে এই অঞ্চলৰ গাঁও-ভূঁইৰ সংস্কৃতিপ্ৰেমী যুৱক-যুৱতীৰ কিছু অংশই সংগীত আৰু নৃত্যৰ জ্ঞান লাভ কৰিবলৈ সুবিধা পালে।

বিশ্বনাথ নাট্য মন্দিৰৰ জৰিয়তে সংগীত আৰু নৃত্য চৰ্চা কৰি ইয়াৰ সম্প্ৰসাৰণ কৰা ব্যক্তিসকলৰ ভিতৰত ৺কালীপ্ৰসাদ আগৰৱালা, ৺গিৰীশচন্দ্ৰ বৰুৱা, ৺গঙ্গা কটকী, ৺জ্বালাপ্ৰসাদ আগৰৱালা, শিৱ বৰঠাকুৰ, ৺মনু সিং, নুৰ মহম্মদ, ৺ৰবিধৰ দাস, শান্তি দাস আৰু ৺থানু দাসৰ নাম উল্লেখ-যোগ্য। এই অঞ্চলত সৰ্বপ্ৰথমে বিশ্বনাথ নাট্য মন্দিৰতে পিয়ানোৰ ব্যৱহাৰ কৰা হয়। এই বাদ্যযন্ত্ৰটি ১৯৩১ চনত ৰামপ্ৰসাদ আগৰৱালাই নিজৰ পৰিয়ালৰ বাবে আনে যদিও বিশ্বনাথ নাট্য মন্দিৰত ব্যৱহাৰ কৰিবলৈ দিয়ে।

বীণাপাণি নাট্যমন্দিৰৰ মজিয়াত সংগীত আৰু নৃত্যৰ চৰ্চা কৰি ইয়াৰ সম্প্ৰসাৰণ কৰা ব্যক্তি-সকলৰ ভিতৰত ৺লোকনাথ শৰ্মা, ৺অমৃতলাল বৰুৱা, বিনীত বৰুৱা, হেম ফুকন, ৰমা বৰা, গণেশ কোঁচ, ত্ৰিলোচন শইকীয়া, ৺জীউৰাম শইকীয়া, ৺ঘনশ্যাম শইকীয়া, ৺ভোলা দাস, ৺যোগেশ্বৰ বৰা, শশীধৰ বৰা, ভূমিধৰ দাস, পূৰ্ণ বৰঠাকুৰৰ নাম স্মৰণীয়।

উল্লেখযোগ্য যে বীণাপাণি নাট্য সমাজে সংগীত বিষয়ৰ উৎকৰ্ষ সাধনৰ হেতু শ্ৰীভদ্ৰকান্ত শইকীয়াক কুৰিটকীয়া বৃত্তি এটি দি ১৯৪৬ চনত লক্ষ্ণৌৰ ভাটখাণ্ডে সংগীত মহাবিদ্যালয়ত পঢ়িবলৈ পঠিয়ায়। শ্ৰীশইকীয়াই চাৰেতিনি বছৰমান সংগীত চৰ্চা কৰি 'মধ্যমা' পাছ কৰি আৰ্থিক দৈন্যৰ বাবে সিমানতে শিক্ষাৰ সামৰণি পেলায়। তেৱেঁই এই অঞ্চলৰ সংগীত শিক্ষা লাভ কৰা প্ৰথম ব্যক্তি। তেওঁ বিশ্বনাথ চাৰিআলিক সংগীত বিষয়ত আগবঢ়াই নিয়াৰ আশাৰে এখন সংগীত বিদ্যালয় আৰম্ভ কৰে। দুখৰ বিষয় যে নানা অসুবিধাৰ বাবে এই বিদ্যালয়খন দীৰ্ঘস্থায়ী নহ'ল। ইয়াৰ কিছু বছৰৰ পাছত এই অঞ্চলৰ কেই-গৰাকীমান সংগীতপ্ৰিয় ব্যক্তিৰ চেষ্টাত অঞ্চলটিৰ ছাত্ৰ-ছাত্ৰীসকলক সংগীত শিক্ষা দিয়াৰ উদ্দেশ্যে এখনি সংগীত বিদ্যালয় মুকলি কৰা হয়। ২৫ জনমান ছাত্ৰ-ছাত্ৰী আৰু দুগৰাকী শিক্ষকেৰে ১৯৭৪ চনৰ ১৯ অক্টোবৰত চাৰিআলি বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰত সংগীত শিক্ষাৰ পাতনি মেলা হয়। প্ৰাৰম্ভতে এই অনুষ্ঠানৰ নাম 'সংগীতালয়' আছিল। ইয়াৰ প্ৰতিষ্ঠাৰ অগ্ৰণী ব্যক্তি (সৰ্বশ্ৰী) পৰমানন্দ দাস, দ্বীজেন গোস্বামী, মিলন ভূঞা, যুগল শৰ্মা, ডিম্বেশ্বৰ শৰ্মা, আৰু জগৎ বড়াই সঞ্চালক মণ্ডলী হিচাপে অনুষ্ঠানটি পৰিচালনা কৰে।

১-৭-৭৫ তাৰিখৰ পৰা এই অনুষ্ঠানটিৰ দায়িত্ব এখন সাধাৰণ সভা পাতি ৰাইজৰ হাতত অৰ্পণ কৰা হয়। সভাই অনুষ্ঠানটিৰ নামটো সলাই 'বিশ্বনাথ চাৰিআলি সংগীত বিদ্যালয়' ৰাখে আৰু ১১ জনীয়া সদস্যৰে এখন পৰিচালনা সমিতি গঠন কৰি দিয়ে।

লক্ষ্ণৌৰ ভাটখাণ্ডে সংগীত বিদ্যাপীঠৰ আঁচনি অনুসৰি এই বিদ্যালয়ত ছাত্ৰ-ছাত্ৰীসকলক শিক্ষা দিয়া হয়। বৰ্তমান ছাত্ৰ-ছাত্ৰীৰ সংখ্যা প্ৰায় ২০০ জন। ১৯৭৯ চনৰ পৰা ভাটখাণ্ডে বিদ্যাপীঠৰ অধীনত এই বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীয়ে কণ্ঠ সংগীত আৰু তবলাবাদনত প্ৰথমা, মধ্যমা, বিশাৰদ পৰীক্ষা দি উত্তীৰ্ণ হৈ আহিছে।

পঞ্জীয়নভুক্ত এই অনুষ্ঠানটিক চৰকাৰে

ইতিমধ্যে ভূমি আবন্টন দিয়াত পৰিচালনা সমিতিয়ে গৃহনিৰ্মাণৰ আঁচনি হাতত লৈছে। ৰাইজে আশা ৰাখিছে যে অনুষ্ঠানটিয়ে পূৰ্ণাঙ্গ ৰূপ লাভ কৰি বিশ্বনাথ চাৰিআলিক সংগীতৰ দিশত আগবঢ়াই নিব। শ্ৰীপৰমানন্দ দাসে ১৯৭৪ চনৰ পৰা ১২ বছৰ কাল অনুষ্ঠানটিৰ সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰাৰ পাছত শ্ৰীদ্বিজেন গোস্বামীয়ে দুবছৰ এই ভাৰ বহন কৰে। বৰ্তমান এই অনুষ্ঠানটিৰ সম্পাদক শ্ৰীক্ষীৰ কলিতা আৰু বিদ্যালয় উন্নয়ন সমিতিৰ সম্পাদক শ্ৰীভবানন্দ গোস্বামী। সংগীত বিদ্যালয়ৰ উন্নতিত সৰ্বশ্ৰী গোবিন্দ চৌধুৰী, ৰামনাৰায়ণ দাস, অৰুণ দাধৰা, দয়াৰাম বৰুৱা আদিৰ অৱিহণাও উল্লেখযোগ্য।

এই অঞ্চলৰ ৰাইজে শংকৰী কলা-কৃষ্টিৰ চৰ্চা আৰু বিকাশৰ নিতান্ত আৱশ্যক বুলি গণ্য কৰি শ্ৰীমন্মথ নাথ শৰ্মাক সভাপতি, শ্ৰীনগেন শৰ্মাক সম্পাদক আৰু শ্ৰীলীলা উপাধ্যায়ক সহকাৰী সম্পাদক হিচাপে লৈ এখন পৰিচালনা সমিতি গঠন কৰি ২৫-৭-৮৫ তাৰিখে গড়েহাগি গাঁৱত আনুষ্ঠানিকভাৱে শংকৰী কলা-কৃষ্টিৰ কেন্দ্ৰৰ শুভাৰম্ভ কৰে। তেতিয়াৰ পৰা এই অনুষ্ঠানত বহুতো ছাত্ৰ-ছাত্ৰীয়ে সত্ৰীয়া নৃত্য, বৰগীত, খোল-বাদন আদি বিষয়ত প্ৰশিক্ষণ গ্ৰহণ কৰি আছে।

ইতিমধ্যে এই অনুষ্ঠানটিয়ে চৰকাৰৰ পৰা গৃহ নিৰ্মাণৰ বাবে ভূমি আবন্টন পোৱাৰ উপৰিও এককালীন দুহেজাৰ টকাৰ এটি অনুদান পাইছে। বৰ্তমান ৩৫ জন প্ৰশিক্ষাৰ্থী থকা এই কেন্দ্ৰটিৰ সকলো দিশৰ উন্নতিৰ কাৰণে প্ৰশিক্ষক শ্ৰীবিপুল শৰ্মাই অহোপুৰুষাৰ্থ কৰি আছে। ১৯৬১ চনত বিশ্বনাথ ঘাটৰ উদ্যোগী অনুসূচীত সম্প্ৰদায়ৰ যুৱক-যুৱতীসকলৰ আপ্ৰাণ চেষ্টাৰ ফলত 'বিশ্বনাথ উদীয়মান শিল্পী সন্থা' নামৰ এটা অনুষ্ঠানৰ জন্ম হয়। নৃত্য, গীত, অভিনয়ৰ চিন্তা-চৰ্চা আদি উদ্দেশ্য আগত ৰাখি এই অনুষ্ঠানে কাম কৰি আহিছে। উদীয়মান শিল্পী সমাজে বিশ্বনাথ চাৰিআলি অঞ্চলত অভিনয় আৰু নৃত্য প্ৰদৰ্শন কৰাৰ উপৰিও অসমৰ বিভিন্ন অঞ্চল আৰু চাহ বাগিচাত অভিনয়, নৃত্য-গীত পৰিৱেশন কৰি দৰ্শকমণ্ডলীৰ পৰা ভূয়সী প্ৰশংসা লাভ কৰিব পাৰিছে। এই অনুষ্ঠানে চাৰিআলিত অনুষ্ঠিত 'অসম—৮৬'ৰ সাংস্কৃতিক অনুষ্ঠানত উচ্চমান-বিশিষ্ট অনুষ্ঠান পৰিৱেশন কৰাৰ বাবে ১৯৮৬ চনত মহকুমা পৰিষদে ৩,৫০০ টকাৰ অনুদান আগবঢ়াইছে। এই অনুষ্ঠানৰ দ্বাৰা আয়োজিত আৰু পৰিচালিত 'বিশ্বনাথ ঘাটৰ ৰাসোৎসৱ' এটা উল্লেখযোগ্য অনুষ্ঠান।

কথাছবিৰ জগতত বিশ্বনাথ চাৰিআলি ঃ

বিশ্বনাথ চাৰিআলিৰ সাংস্কৃতিক স্নায়ুকেন্দ্ৰ বীণাপাণি নাট্যমন্দিৰৰ সৌজন্যত বহু বছৰৰ পূৰ্বেই এখন অসমীয়া ছবিৰ প্ৰযোজনা কৰাৰ সংকল্প লৈ কলাপ্ৰেমী এচাম লোকে বিভিন্ন ব্যক্তিৰ পৰা দান-বৰঙণি সংগ্ৰহ কৰে। এই প্ৰচেষ্টা নানা অসুবিধাৰ হেতু সফল নহ'ল।

কেইবছৰমানৰ পিছত ১৯৬৯-৭০ চনত সুঅভিনেতা শ্ৰীপ্ৰমোদ বৰুৱাৰ উদ্যোগত (সৰ্বশ্ৰী) সৰ্বেশ্বৰ পঞ্চানন, ভদ্ৰকান্ত শইকীয়া, যোগেন ভাগ-ৱতী, জিতেন ভাগৱতী, ডাঃ কোমেশ্বৰ বৰা, আৰু উমা শৰ্মাৰ ঐকান্তিক প্ৰচেষ্টাত গীতিকাৰ আৰু নাট্যকাৰ শ্ৰীবীৰেন শৰ্মাৰ নাটক 'অভিযান'ক কথাছবিত ৰূপ দিয়াৰ কাম আৰম্ভ কৰা হয়। ১৯৭৩ চনৰ ফেব্ৰুৱাৰী মাহত বিশ্বনাথ চাৰি-আলিত নিৰ্মাণ কৰা প্ৰথম কথাছবি অভিযানে মুক্তি লাভ কৰে।

ইয়াৰ পিছত শ্ৰীপ্ৰমোদ বৰুৱাই একক প্ৰচেষ্টাৰে শ্ৰীসুশীল ভূঞাৰ কাহিনীৰ চিত্ৰৰূপ দি দ্বিতীয়খন কথাছবি 'অনুতাপ' উলিয়ায়। শ্ৰীবৰুৱাৰ আন দুখন কথাছবি হ'ল 'উপপথ' আৰু 'প্ৰতি-দান'। তেওঁ আৰু দুখন কথাছবি নিৰ্মাণৰ কাম হাতত লৈছে।



উল্লেখযোগ্য যে বিশ্বনাথ চাৰিআলিৰ পৰা ওলোৱা কথাছবি কেইখনে স্থানীয় আৰু অসমৰ অন্যান্য ঠাইৰ শিল্পীসকলৰ প্ৰতিভা বিকাশত অৱিহণা যোগাইছে। অভিযান কথাছবিত অভিনয় কৰা মৃদুলা বৰুৱা অসমীয়া কথাছবি জগতৰ বৰ্তমান এগৰাকী সুদক্ষা অভিনেত্ৰী। সেইদৰে ৰবীন নেওগ, হীৰা তালুকদাৰ আদিৰ প্ৰতিভা বিকাশতো সহায় কৰিছে। ৰীতি তালুকদাৰ আৰু ৰিমঝিম বৰুৱাৰ নামো এই ক্ষেত্ৰত উল্লেখ কৰিবলগীয়া। শ্ৰীবৰুৱাৰ কথাছবিৰ মাজেৰে পৰিচালনাৰ ক্ষেত্ৰত হেমন্ত দত্ত, সুজিত সিংহ, নেপথ্য গায়ক-গায়িকা হিচাপে সমৰ হাজৰিকা আৰু মিতালী চৌধুৰীয়ে কথাছবি জগতত প্ৰতিষ্ঠা লাভ কৰিছে। তেখেতৰ কথাছবিতে অসমৰ প্ৰথম মহিলা পৰিচালিকা হিচাপে শ্ৰীমনিমা হাজৰিকাই নিজ প্ৰতিভা বিকাশৰ সুবিধা পায়।

বিশ্বনাথ চাৰিআলিৰ প্ৰথম কথাছবি অভিনেতা-অভিনেত্ৰীসকল হ'ল ক্ৰমে শ্ৰীভদ্ৰকান্ত শইকীয়া (লাচিত বৰফুকন কথাছবি) আৰু মেনকা ৰায়-বৰুৱা। শ্ৰীপদ্মনাথ কৈৰীয়েও 'ৰতনলাল' কথা-ছবিত ভাল অভিনয় কৰিছিল। বৰ্তমান অসমৰ কথাছবি জগতৰ এজন সুপৰিচিত অভিনেতা ডঃ সুশীল গোস্বামী বিশ্বনাথ চাৰিআলিৰে শিল্পী।

বিশ্বনাথ চাৰিআলি অঞ্চলত থকা নেপালী, বঙালী, চাহ-জনজাতি, বড়ো, কাৰবি আদি বিভিন্ন জনগোষ্ঠীৰ মাজতো কলা-কৃষ্টিৰ অনুষ্ঠান আছে। সেইবোৰৰ জৰিয়তে জনগোষ্ঠীসমূহৰ নিজস্ব কলা-কৃষ্টিৰ উপৰিও থলুৱা গীত-মাতবো চৰ্চা কৰা হয়।

আমি আশা কৰোঁ, বিশ্বনাথ চাৰিআলিৰ কলা-কৃষ্টিৰ বিকাশে ভৱিষ্যতে অসমৰ কলা-কৃষ্টিৰ জগতলৈ গৌৰৱ কঢ়িয়াই আনিব। ০০০



# নিধি লিবাই ফাৰোৱেলৰ সাহিত্য-কৰ্ম

ফটিক হাজৰিকা

প্ৰথম অসমীয়া বাৰ্তালোচনী 'অৰুনোদই'ৰ পাতত বিবিধ প্ৰবন্ধ-পাতি নিয়মীয়াকৈ লেখা ব্যক্তি-সকলৰ ভিতৰত লেখতলবগীয়া এজন আছিল নিধি লিবাই ফাৰোৱেল। অসম প্ৰকাশন পৰিষদৰ দ্বাৰা গ্ৰন্থৰূপত পুনৰ্মুদ্ৰিত অৰুনোদইৰ প্ৰথম খণ্ডৰ ভূমিকাত সম্পাদক ডঃ মহেশ্বৰ নেওগদেৱে কৈছে, 'লেখাৰ পৰিসৰৰ ফালৰ পৰা অসমৰ খ্ৰীষ্টিয়ান সাহিত্যলৈ এওঁৰে দান-বৰঙণি সকলোতকৈ সৰহ। কিতাপ আকাৰত তেওঁৰ বেছি বস্তু ওলোৱা নাছিল। কিন্তু আধুনিক সহজ অসমীয়াত সম্পৰ্ণ বাইবেল প্ৰকাশ কৰিবৰ ব্ৰাউনৰ যি আঁচনি আছলি, তাত ফাৰোৱেলৰ যোগদান বিশিষ্ট আছিল আৰু তেওঁৰ পিছতহে হোৱাইটিং আৰু গানি ছাহাব লগ লাগি ১৯০৫ চনত সম্পূৰ্ণ পুস্তকখনি ওলাব পৰা কৰে। তেওঁৰ বিশেষ দান বুলি ধৰা হয় ওল্ড টেষ্টামেন্টৰ দুই Books of Samuel আৰু Books of Kings অৰ অনুবাদ।'

উল্লিখিত বিশেষ দানৰ উপৰি ফাৰোৱেলৰ নানা ধৰণৰ লেখাৰ মাজত ফুটি উঠিছিল ধৰ্ম প্ৰচাৰ আৰু পৰোপকাৰ সাধনৰ দুৰ্বাৰ আকাংক্ষা। ১৮৪১ খ্ৰীষ্টাব্দৰ ১৩ জুনত খ্ৰীষ্টিয়ান ধৰ্মত দীক্ষিত হোৱা তীক্ষ্ণ বুদ্ধিৰ চেমনীয়া নিধিৰাম পৰবৰ্তী কালত জনাজাত হয় নিধি লিবাই ফাৰোৱেল ৰূপে। এই নতুন ধৰ্মত দীক্ষিত হোৱা এওঁৱেই অসমৰ প্ৰথম লোক। সংঘাত আৰু সংগ্ৰামৰ মাজেদি জীৱন অতিবাহিত কৰা নিধিৰামৰ জন্ম-স্থান আছিল বৰ্তমান বিশ্বনাথ মহকুমাৰ গহপুৰ। নিধিৰামৰ বিবাহ সম্পন্ন হয় খ্ৰীষ্টিয়ান বিধিমতে। বিবাহৰ বাতৰিও প্ৰকাশ পাইছিল অৰুনোদইত। "জুলাই মাহৰ ৮ তাৰিখে স্ৰীনিধি লিবাই ফাবোএল আৰু শ্ৰীমতি ইলাইজা নচিমনি ওআৰ্দ, ইবিলাক দুইৰো খ্ৰিষ্টিয়ান বিধিৰে আৰু কম্পানিৰ নতুন কানুন মতেও নগাওঁ জিলাত বিবাহ হল; স্ৰীজুত পাদুৰি স্তদাৰ্দ চাহাবে বিবাহ দিএ, স্ৰীজুত কাপ্তান বটলৰ চাহাব বিবাহৰ ৰেজেষ্ট্ৰাৰ।" খ্ৰীষ্টিয়ান মিচনৰ লগত আন্তৰিকতাৰে জড়িত হৈ পৰা এইজন ব্যক্তিৰ কৰ্মজীৱনৰ স্বীকৃতি আজিও সোঁৱৰাই আছে শিৱসাগৰ নগৰৰ খ্ৰীষ্টিয়ান কবৰখানাত থকা সমাধিফলকৰ বাণীয়ে--- 'From boyhood his life was spent in mission service as writer, preacher, poet and translator. He showed uncommon ability and great fidelity.

ছপাখানাৰ উদ্ভাৱনে মানৱ প্ৰগতি ক্ষীপ্ৰতৰ কৰি তোলাৰ কথা সৰ্বজনবিদিত। অসমীয়া মানুহেও ছপাখানাৰ আখৰৰ সংস্পৰ্শলৈ আহিল অৰুনোদইৰ যুগত। নতুন এই যন্ত্ৰৰ বিষয়ে মানুহৰ নানান কৌতুহল। পদ্য-গদ্যত ছপাখানাৰ বিষয়ে লেখিলে কেইবাজনো লেখকে। 'কোন বিধি কৰি দিলে জন্ত্ৰ নিৰুপন, কোনে কহি অন্ত পাৰ তাহাৰ কথন।' বুলি দয়াৰাম চেটিয়াই অৰুনোদই কাকত কিদৰে ছপা আৰু বন্ধা হয় সেই বিষয়ে দিয়া সুদীৰ্ঘ বৰ্ণনা বেছ আকৰ্ষণীয়ঃ

নানা দেসে নানা বাত্ৰা জত জত পাই,
ডাকেৰে সিসব কথা ইথানে পঠাই;
মাচুলক দিয়া পাচে তাহাক আনই,
জিতো কথা অতি ভাল তাহাক লিখই।
তাত জত কথা থাকে কম্পোচ কৰই,
মিছা কথা তাৰ মধ্যে কিচু নে লেখই;
ওপৰে কাগজ দিয়া আখৰ চাপই;
চাহাবক দিএ নিয়া তাহাক পৰ্হই।
পহি সুনি পাই তাত জতেক অসুধ,
কৰেক্ত কৰিয়া পাচে তাক কৰে সুধ।
এইমতে হলে পাচে ফৰ্মক বান্ধই,
হজুৰ হকুম মতে তাহাক চাপই।

নিধি ফাৰোআলেও অৰুনোদইত লেখিছিল 'ছপাখানাৰ আখ্যান'ঃ

'আগৰ কালত কোনো মানুহে ছাপাখানাৰ জন্ত্ৰ আৰু সেই কৰম কিৰুপে কৰে তাক কেৱে নেজানিছিল। খেহ দেসত হলে কাঠৰ ওপৰত আখৰ কাটি পাচে তাতে মহি দি কুঁচি এৰে থপিয়াই চাপিছিল, তাৰ বাহিৰে একোকে নে জানে।---পাচে গতনবৰ্গ নামেৰে এজন মানুহে আখৰ বেলেগাই কাটি জোঁটাই জোঁটাই দিবলৈ ধৰিলে; তাতে একে আখৰ অনেক বেলি অনেক পুথিত সুমাই চাপিব পাৰে। পাচে কাঠৰ আখৰ বেগাই খ্যাই হই, ইয়াকে দেখি সিহৰ ওপৰত আখৰ কাটিবলৈ ধৰিলে।---আগেএ অনেক মানুহে কিতাপ সাস্ত নোপোআতে অধিককৈ পহিব নোৱাৰিচিল; কিন্তু এতিয়া দেসে দেসে চাপা কৰা কিতাপ গৈচে আৰু অনেকে পহিছে, আগেএ ভদ্ৰ-লোকৰ বাহিৰে সামান্যলোকে সৰহকৈ পহিব নোআৰে, তেওঁ এতিয়া অনেক পহি গিয়ান বুধি পাইচে, আৰু জাক জি কিতাপ লাগে চাপাখানালৈ আহিলে তাকে গোআ জাই।'

'বিদ্যাৰ বিসয়ে উপদেস' দিবলৈ গৈ নিধি



ফাৰোআলে কৈছে---'বন্ধুহীন মানুহৰ সকলো গোনে সুন্য, দানহিন মানুহৰ সম্পতি সুন্য, কিন্তু বিদ্যাহিন মানুহৰ জিৱনেই সুন্য হই।' অৰুনোদই পৰ্হা লৰাবিলাকলৈ ফাৰোৱেলৰ সঁকিয়নি ঃ

'তোমালোকে জেতিয়া আপোন পিত্ৰি মাত্ৰিৰ আগ্যা ভাঙ্গা, তেতিয়া সিবিলাকে আচাৰিৰে অলপ সাস্তি দিএ, তাতে বৰ দুখ পালো বুলি জানা; কিন্তু জেতিয়া ইস্বৰে তোমালোকক সাস্তি দিএ তেতিয়া পিত্ৰি মাত্ৰিৰ দৰে হাতত আচাৰি ধৰি দুটা চাইটা কোব নেমাৰে। তেওঁ অনেক ভাৱে সাস্তি দিএ, কেতিয়াবা তোমালোকলৈ জ্বৰ, নৰিয়া, আৰু কিবা বিসম ৰোগ পঠাই তাতে তোমালোকে বহু-দিনলৈ অতি দুখ পাই কেঁকাই থাকা; এনে দুখকে ইস্বৰৰ সাস্তি বোলে। হেমোৰ অতি প্ৰিয়সকল এনে সাস্তি পাবলৈ তোমালোকে পাপ নকৰিবা আৰু ধৰমি মানুহক দেখা পালে নিন্দা নকৰি অতি সমাদৰ কৰিবা।'

'গিয়ান সব্দেৰে এক অমূল্য বস্তু আচে' বুলি অসমৰ মানুহলৈ লক্ষ্য কৰি ফাৰোৱেলে আক্ষেপৰ সুৰত কৈছে ঃ

'আমাৰ এই দেসৰ মানুহৰ আগত গিয়ান আৰু তাকে বৰ্হোআৰ কথা কলে হাঁহি কই আমাৰ আগত কি গিয়ানৰ কথা কৈচ, আমাৰ জানো গিয়ান নাই। কিন্তু জিবিলাক মানুহ বুধিমন্ত সিবিলাকে জি জি গিয়ানৰ কথা সুনে তাক উপ-লখ্যা নকৰে। কেৱল বিচাৰ পৰ কৰি তাকে ভাল দেখিলে, অতি প্ৰমে সিকে; বিসেসকৈ ইংৰাজি আমেৰিকাৰ লোক বিলাকলৈ মন কৰিলে জানিব পাৰে, কিয়নো সিবিলাকৰ পুৰুসানুক্ৰমৰে পৰা এনে গিয়ান বুধি আছিল, সেয়ে নহই, কিন্তু আগৰ কালৰ ইংৰাজি মানুহ অসমিয়াতকৈ নিৰ্বুধি আছিল, তথাপি সিবিলাক এতিয়া অতিসই বুধিমন্ত আৰু সকলো কৰমতে নিপুন, আৰু বলে সক্তিত পৰাক্ৰমি হৈ আচে। বোলা যদি কেনেকৈ ইমান গিয়ানি হল, বাৰু কওঁ সুনা, সিবিলাকে তোমা-

লোকৰ নিচিনা আমাক কি গিয়ান লাগিছে বুলি উপলংঘা নকৰিলে, কিন্তু জতে জি জি বুধি গিয়ান দেখে আৰু সুনে তাকে পাবৰ নিমিত্তে বৰ খেদ কৰি তাকে নেগাই মানে ৰাতিএ দিনে জতন কৰি অভ্যাস কৰে।'

সকলো পিতৃ-মাতৃয়েই আপোন সন্তান গুণবান, বুদ্ধিমান আৰু সজ চৰিত্ৰৰ হোৱাটো কামনা কৰে। কোমল মনৰ ল'ৰা-ছোৱালী বহু সময়ত বিপথে যায়। সেয়ে পিতৃ-মাতৃ সচেতন হোৱা প্ৰয়োজন। 'পিত্ৰি মাত্ৰিএ লৰাক কেনেকৈ সিকাব' লাগে তাকে আলোচনা কৰি ফাৰোৱালে কৈছে, 'হে পিত্ৰি-মাত্ৰি সকল, তোমালোকৰ লৰা চোআলি জেতিয়া বেয়া হই জাই, তেতিয়া কাৰ দোস বুলি ভাবিচা ? লৰা চোআলিৰ দোস হইনে ? তোমালোকৰ লৰা চোআলিৰ দোস হওঁতে হই কিন্তু ঘাই দোস হলে তোমালোকৰ ওপৰতহে পৰিচে। ---তোমালোকে আপোনাৰ সতি সন্তানক সৰু কালতে সিকাবলৈ শ্ৰম নকৰিলা, আৰু জদি দাই-জগৰ পাওঁতে কেতিয়াবা কেতিয়াবা সাস্তিও দিচিলা তথাপি উচিতভাৱে তাক নকৰিলা। সেই কাৰণে তোমালোকৰ সকলো চেনেহৰ পাত্ৰ লৰাবোৰ দুষ্ট হৈ গ'ল। এই কাৰণে ল'ৰা চোআলিবোৰক নম্ৰভাবে সিকাবলৈ জতন কৰা আৰু বিসেসকৈ মাক বাপেকৰ সজ কৰমৰ আহিএ সিহঁতৰ কোমল মন মগ্ন কৰা হওক।'

প্ৰভু যিচুৰ বাণী সাৰোগত কৰি 'আপোনাৰ দৰে লোকৰ হিত' সাধিবলৈ ফাৰোৱালে দৃষ্টান্ত দি বুজাবৰ যত্ন কৰিছে এইদৰে ঃ 'কোনো মানুহৰ জদি বন্দি থাকে, পাচে সেই বন্দিক ৰাতিএ দিনে টান বন কৰাই অধিকাৰৰ বৰ লাভ হই, আৰু তাক কেতিয়াও বন্দি অৱস্থাৰ পৰা মুকলি কৰিব নোখোজে, এনে মানুহেও আপোনাৰ মনত বিবেচনা কৰি চাওক। জেনেকৈ লোকৰ বন্দি ৰাই ভাল পাইচো, সেইৰূপে জদি মোকো কোনোএ বন্দি বোআ হলে, আৰু কেতিয়াও মোক মুকলি নকৰা হলে মোৰ মন কেনে দুখেৰে পূৰ হলহেতেন। এনেকৈ সকলোএ আপোন আপোন মনত সকলো কথা প্ৰথমে বিবেচনা কৰি লোকলৈ কৰোক।'

জটিল সংসাৰত মানুহে এমুঠি সুখেৰে থাবলৈ হ'লে স্বভাৱ চৰিত্ৰ ভাল হ'ব লাগে। ইয়াৰ বাবে সৰু কালৰে পৰাই অনুশীলনৰ প্ৰয়োজন। বিবিধ 'সুবুধি বচনে'ৰে মানুহৰ মন শুদ্ধ কৰিবলৈ সচেষ্ট হোৱা ফাৰোৱেলৰ অকৃত্ৰিম উপদেশ ঃ 'আগলৈ ভাল হবৰ নিমিত্তে বৰ্তমান কালত পৰিস্ৰম কৰা। ---জদি তোমাৰ সৰিল দেখাত সোভা হই, তেন্তে তাৰে সৈতে ইশ্বৰে দেখাত আপোনাৰ মনকো সোভা কৰা। সাংসাৰিক অলঙ্কাৰতকৈ জি অলঙ্কাৰ পিন্ধাত ইশ্বৰে সোভা দেখে, সেই ধৰম ৰূপ মনৰ নিৰ্মল অলঙ্কাৰ পিন্ধা। সেয়ে হলে অনন্ত কাললৈ স্বৰগ ৰাজ্যত জিলিকি থাকিবা।'

ফাৰোৱেলে 'অৰুনোদই'ত অনেক প্ৰবন্ধ লেখিছিল। বাইবেলৰ বৰ্ণাঢ্য কাহিনী, হিন্দুস্থানৰ বুৰঞ্জী, বিবিধ আখ্যান, তীৰ্থৰ বিবৰণ আদিৰ উপৰিও সৰল ভাষাত ৰচনা কৰিছিল ভালেমান তুতি-গীত আৰু কবিতা। গীতৰ মাজেদি তেওঁ 'নিস্তাৰৰ উপাই' দিছে। 'ইশ্বৰৰ দসম আগ্যা' শুনাইছে। লগতে দিছে বিবৰণ 'প্ৰভু যিচু খ্ৰিস্টৰ'। আৰু পাপীৰ শেষ স্থান নৰকৰ ঃ

পাপতে নৰক জাই অনন্ত জাতনা পাই
সেই দুখে মজে সৰ্বকাল;
পাপ কৰ্ম মহাভাৰ, বিবেচনা কৰা তাৰ
পাপ কৰ্মে নৰকৰ জাল।

আনগিনে স্বৰগ---

স্বৰ্গ অতি প্ৰেম মই সুপবিত্ৰ থান,
ইশ্বৰৰ ভ্ৰিত্য লোকে ভুঞ্জে পুন্য দান;
কেৱল সুখৰ ভোগ আচে সেহি ঠাই;
ত্ৰাণ প্ৰতিফল পাই, দুখ মাত্ৰ নাই।

স্বৰগ আৰু নৰকৰ তুলনা দিয়েই ক্ষান্ত নেথাকি ফাৰোৱেলে 'শুনা সৰ্বজন অমৃত বচন' বলি 'বিনয় বচনো' শুনাইছে।

জদিহে নেমানা ভুঞ্জিবা জাতনা
নৰক সাস্তি অনন্ত;
তেতিয়া তোমাৰ নহৱ নিস্তাৰ
দহিব অগ্নি প্ৰচণ্ড।
সদা সৰ্বখ্যণ দগ্ধ হ'ব মন
নেপাব কোনো সান্তনা
ইন্দ্ৰি আদি জত সব হৱ নষ্ট
আত্মাহে পাব যাতনা।

বিনয় বচনৰ অন্তত কবিৰ নিবেদন এইধৰণৰ সংকটৰপৰা উদ্ধাৰ পাবলৈ হ'লে সবেও 'খ্ৰিষ্টত কৰা আস্ৰই'। পুৰণি সাঁচত ঢলা হ'লেও ডঃ মহেশ্বৰ নেওগদেৱে অসমীয়া সাহিত্যৰ ৰূপৰেখাত কোৱাৰ দৰে "এওঁৰ কবিতাত নতুন আদৰ্শলৈ আঁতৰি আহিবৰ যত্নও দেখা যায়। গতিকে আধুনিক অসমীয়া কবিতাৰ দুৰ্বল আৰম্ভণি ফাৰোৱেলত হয়'।

অৰুণোদইত প্ৰকাশ পোৱা ফাৰোৱেলৰ 'তিৰ্থৰ বিবৰণ' বেছ দীঘলীয়া। কেইবাটাও সংখ্যাত বিয়পি আছে। লেখিছে ছবি, পয়াৰ, দুলড়ি আৰু লেচাৰি ছন্দত। ইয়াত আছে কামাখ্যাৰ বিবৰণ, হয়গ্ৰিৱ মাধৱ আৰু কেদাৰ নাথৰ বিৱৰণ, জনক পুৰৰ বিৱৰণ, অজোধ্যাৰ বিৱৰণ, গয়াৰ বিৱৰণ, দ্বাৰিকাৰ বিৱৰণ আৰু কালিঘাটৰ বিৱৰণ। এই 'তিৰ্থৰ বিবৰণ' আচলতে অনুবাদহে। শিৰোনামাত উল্লেখ আছেই Wandering of a Pilgrim—From the Bengali বুলি। বিবৰণৰ কিছুমান কথাই হিন্দু ধৰ্মৰ লোকক অসন্তুষ্ট কৰিব পাৰে বুলি সন্দেহ কৰা ফাৰোৱেলে 'তিৰ্থৰ বিবৰণ পৰ্হা লোকলৈ' মিনতি জনাইছে এই বুলি- 'তোমালোকে আদিৰে পৰা যি যি তীৰ্থৰ বিবৰণ পহিলা, তাত বাহিৰে ব্ৰিন্দাবনকে আদি গংগা সাগৰলৈকে চাৰি পাঁচ তিৰ্থৰ বিবৰণ লিখি প্ৰকাস কৰিবলৈ নহ'ল, কিয়নো এতিয়া জিবোৰ তিৰ্থৰ বিবৰণ তোমালোকৰ আগত প্ৰকাস কৰিলোঁ, ইয়াৰে সৈতে সেই তিৰ্থৰ কথাও প্ৰাই একে। --মই জি জি পাইচো তাকেহে লিখিচো, আৰু মোৰ লিখাৰ ভিতৰত জদি নিন্দাৰূপ কথাও আচে, তাক মই আপুনি ৰচনা কৰা নহওঁ; পুৰ্বে জি সন্যাসিএ তিৰ্থ ভ্ৰমণ কৰি জি দেখিলে, তাকেহে তেৱেঁ ৰচনা কৰি প্ৰকাস কৰিলে। এই হেতুকে মই কাকো নিন্দা কৰিচোঁ বা কৰিবলৈ ইচা আচে এনে নহই। -পদ ভাবে ৰচনা কৰা অতি কঠিন, কেৱল পণ্ডিত লোকেহে তাক কৰিবৰ সমৰ্থ হই, এই হেতুকে যদি তাৰ ভিতৰত কোনো অসুবিধা কথা আছে, তাত দোস ন ধৰিব।'

ফাৰোৱেলৰ লেখাৰ অন্তৰ্নিহিত উদ্দেশ্য তেনেই প্ৰকট। অধ্যয়নৰ মাজেদি 'ভুল আৰু অস্বৰূপ পথ এৰি জেন সত্য যুক্তি দিয়া পথত আস্ৰই কৰে' তাৰ বাবে কামনা কৰিছে। তাৰোপৰি সাধাৰণ পঢ়ুৱৈক ওপৰে ওপৰে কথাবোৰ নলৈ 'তোমালোকে জি পৰ্হা, তাক মনেৰে ভাবিলেহে কিছু বুজিব পাৰিবা' বুলি ইংগিত দি থৈছে। অৰুণোদইৰ পাঠকক তেওঁ পাৰ্যমানে 'মধুৰস' দিয়াৰ প্ৰয়াসো কৰিছে। আৰু সেই ৰস? 'পাপি লোকে ইশ্বৰৰ সাও পাই, কিন্তু ধৰমি লোকে তেওঁৰ আসিৰ্বাদ পাই'। 'গাহৰিৰ গাত অলঙ্কাৰ জেনে, নিলাজি তিৰোতাৰো সুন্দৰ ৰূপ তেনে।' অহঙ্কাৰি লোক সকলোৰে ঘিণ লগা, নম্ৰবিলাকে আটাইৰে আদৰ পাই।' 'চল কৰি লোৱা বস্তু প্ৰথমে সোআদ, কিন্তু পাচে তিতা হব।'

খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ কামত ফাৰোৱেল এবাৰ নিজৰ জন্ম ঠাইতো উপস্থিত হৈছিল। 'তিনিজন ভাইৰ মিস্যনেৰি যাত্ৰা'ত তাৰ সুদীৰ্ঘ বিবৰণ আছে।

'এনেকৈ আমি কলঙ্গপুৰত ফুৰি এটাই ১৯ তাৰিখে তাৰপৰা এবেলাৰ উজনি হোআ গহপুৰ নামে মোৰ জন্ম ঠাইলৈ গলোঁ। তাতো মোৰ আগৰ চিনাকিবোৰৰ আগত ৬ দিন মান থাকি প্ৰভুক কিৰ্তন কৰিলোঁ। সিবিলাকে মোৰ মুখৰপৰা যিচু খ্ৰিষ্টৰ প্ৰাচিতৰ বচন সুনি বৰ বিস্মই জেন

পালে। -- ২২ তাৰিখে মোৰ সৰিল অতি ভাল নোহোআত ভাইবিলাকে সৈতে দূৰৈ গাঁৱলৈ জাব নোআৰিলোঁ, তেওঁ ওচৰৰ গাঁৱতে ফুৰি ১০।১২ জন লোকৰ আগত অলপ বেলি ইস্বৰৰ কথা কবলৈ পালোঁ। ---এই ৰূপে সেই মোৰ জনমভূমিত অহাই জোআই সাত দিনমান থকা হল। আৰু সেই থকা দিনৰ ভিতৰত আমি দিনে দিনে তিনি কুৰি বা চাৰি কুৰি মান মানুহৰ আগত প্ৰভুৰ বাক্য কবলৈ পাইচিলোঁ। ---জি দিনত আমি গহ-পুৰৰ পৰা আহিলোঁ, তেতিয়া মই সেই মোৰ আপোন গাঁৱলৈ বাটৰপৰা ঘূৰি ঘূৰি চাই মনত ভাবিলোঁ, হাই হাই, ইস্বৰে এই ঠাইলৈ আপোনাৰ কুসল পঠিয়ালে, মানুহবিলাকে জদি এই বাত্ৰা গ্ৰাজ্য কৰা হলে, তেন্তে সিবিলাকৰ কেনে আনন্দৰ কাৰণ হলহেতেন।'

'পৰম ইস্বৰে প্ৰিণ্টি কৰাৰ কথা'ৰপৰা 'নিস্তা-ৰৰ উপায়'লৈকে বাইবেলৰ বিভিন্ন কাহিনী দৃণ্টান্ত সহ সাধাৰণ অসমীয়া পাঠকৰ মনোগ্ৰাহীকৈ দাঙি ধৰা ফাৰোৱেলে ভগবানৰ পৰম ভক্তয়ো যে বিপদ সংকুল পথ অতিক্ৰম কৰিবলগীয়া হয় তক বহু ঠাইত বৰ্ণনা কৰিছে। কিন্তু সকলোতে প্ৰয়োজন মনৰ দৃঢ়তাৰ। তেহে ইণ্সিত লক্ষ্যত উপনীত হোৱাৰ সম্ভাৱনা। তেওঁ এঠাইত লেখিছে ঃ

জিসব পৰম ভক্ত হৈবেক ভাই,  
ইস্বৰৰ আজ্ঞা সিৰে ধৰি থাকিব সদাই;  
মৰণতো সিসবৰ নহৰ সংসই,  
মুক্তিৰ আহ্লাদে সিতো থাকিব নিৰ্ভই।

ফাৰোৱেলৰ প্ৰকাশিত অনুবাদ গ্ৰন্থখন আছিল 'ভাৰতীয় দণ্ডবিধি আইন' (খ্ৰীঃ ১৮৬৫)। আন এখন প্ৰকাশিত গ্ৰন্থ পদাৰ্থ বিদ্যাৰ সাৰ অৰ্থাৎ ইস্বৰে স্ৰজা বস্তুৰ কথাত শিক্ষক আৰু ছাত্ৰৰ কথোপকথন।

খ্ৰীণ্টৰ ধৰ্মৰ সেৱক ফাৰোৱেলৰ সমাধি-লিপি অনুসৰি ১৮৭৩ চনৰ ২৮ জানুৱাৰীত ৫০ বছৰ বয়সত তেওঁৰ মৃত্যু ঘটে।

০০০



# ক্ষুদ্ৰ আলোচনীৰ বৃহৎ ভূমিকা

## সুভাষ সাহা

"নানা অৰ্থনৈতিক আৰু সামাজিক কাৰণত অসমীয়া কিতাপৰ প্ৰকাশ আৰু প্ৰচাৰ নিতান্তই সীমাবদ্ধ। ফলত, অসমীয়া সাহিত্য ঘাইকৈ আলোচনীজীৱী।"

অসমীয়া গল্প-সংকলনৰ দ্বিতীয় খণ্ডৰ পাত-নিত গল্পকাৰ-ঔপন্যাসিক-সাংবাদিক হোমেন বৰ-গোহাঞিদেৱে উক্ত মন্তব্য কৰিছিল। অসমীয়া সাহিত্যৰ কথা ক'বলৈ গলে ক'ব পাৰি--একমাত্ৰ আলোচনীয়েই অসমীয়া লেখক-লেখিকাৰ আত্ম-প্ৰকাশৰ আশাৰ স্থল, আলোচনীৰ বাহিৰে অন্য-ভাৱে আত্মপ্ৰকাশ (গ্ৰন্থ প্ৰকাশ) কৰাৰ কথা ভাবিবই নোৱাৰে। এককথাত ক'বলৈ গলে আলোচনীয়েই অসমীয়া সাহিত্যৰ ধাত্ৰী। সেইবাবেই অসমীয়া সাহিত্যৰ বুৰঞ্জীত একো একোখন আলোচনীক কেন্দ্ৰ কৰি এচাম নতুন লেখক-লেখিকা সৃণ্টি হোৱা দেখোঁ। 'জোনাকী আৰু বিজুলীক কেন্দ্ৰ কৰিয়েই বিকাশ লাভ কৰিছিল ৰোমাণ্টিক সাহিত্যই।'

আধুনিক অসমীয়া সাহিত্যৰ প্ৰকাশ আৰু বিকাশ হয় সম্বাদপত্ৰ আৰু আলোচনীক কেন্দ্ৰ কৰিয়েই। অসমৰ বেছিভাগ প্ৰতিণ্ঠিত লেখক-লেখিকা অৰুণোদই, বাঁহী, জোনাকী, বিজুলী, আৱাহন, পছোৱা, প্ৰৱাহ, ৰামধেনু, নবযুগ, আমাৰ প্ৰতিনিধি, নতুন পৃথিৱী, প্ৰকাশ, পান্থপাদপ, আজিৰ সময়, আদি আলোচনী আৰু অসংখ্য ক্ষুদ্ৰ আলো-চনীক কেন্দ্ৰ কৰিয়েই আত্মপ্ৰকাশ কৰিছিল আৰু বহুতে এতিয়াও সাহিত্য-চৰ্চাত নিৰলসভাবে লাগি আছে।

অসমীয়া আলোচনীৰ ঐতিহাসিক ধাৰা ঃ

১৮৪৮ চনতেই অলিভাৰ টমাছ কট্টাৰৰ সম্পাদনাত শিৱসাগৰৰ পৰা প্ৰকাশ হৈছিল প্ৰথম অসমীয়া আলোচনী আৰু কাকত অৰুণোদই সম্বাদপত্ৰ। এইখন আলোচনীৰ পিছত ঊনবিংশ শতিকাত মুঠ ১৪ খন আলোচনী প্ৰকাশ পাইছিল। ইয়াৰ ভিতৰত একমাত্ৰ অৰুণোদই সম্বাদপত্ৰ ৩৭ বছৰ, বিজুলী আৰু আসাম বিলাসিনী ১২ বছৰ কাল চলিছিল কিন্তু বাকীবোৰ আলোচনীৰ স্থায়িত্ব কাল আছিল তেনেই চুটি।

কুৰি শতিকাৰ প্ৰাক স্বাধীনতা কালত (১৯০১-১৯৪৭) প্ৰকাশিত আলোচনীসমূহৰ আয়ুসকালৰ ফালে লক্ষ্য কৰিলেও আমি একেই ছবি দেখা পাওঁ। যদিও ঊনবিংশ শতিকাৰ তুলনাত এই সময়ছোৱাৰ আলোচনীসমূহৰ সংখ্যাগত বৈচিত্ৰ্য, বিষয়বস্তুৰ গভীৰতা, প্ৰকাশভঙ্গীৰ অভিনৱত্ব, গ্ৰাহকসংখ্যা তুলনামূলকভাবে বহুত উন্নত আৰু ঐতিহাসিকভাৱে তাৎপৰ্যপূৰ্ণ। কুৰি শতিকাৰ আৰম্ভণিতে প্ৰকাশ পোৱা পদ্মনাথ গোহাঞিবৰুৱা সম্পাদিত বন্তী (১৯০০) আৰু সত্যনাথ বৰা সম্পাদিত গুৱাহাটীৰ পৰা নতুন ৰূপত প্ৰকাশ পোৱা জোনাকী (১৯০১-০৯) ৰ পৰা আৰম্ভ কৰি ১৯৪৭ চনলৈকে ২৮ খনতকৈও অধিক আলোচনী প্ৰকাশ পাইছিল।

কেৱল সংখ্যাৰ দিশৰ পৰা এখন আলোচনীৰ ভূমিকা মূল্যায়ণ কৰিব নোৱাৰি। প্ৰশ্ন হৈছে এই আলোচনীসমূহে অসমীয়া সাহিত্যলৈ আগবঢ়োৱা অৱদানৰ স্বৰূপ কি? কম-বেছি পৰিমাণে প্ৰতিখন আলোচনীয়েই অসমীয়া সাহিত্য ভঁৰাললৈ বিভিন্ন দিশত বৰঙণি যোগাইছে। কিন্তু সমাজ বাস্তৱতা ফুটাই তোলাত উক্ত আলোচনীবোৰত প্ৰকাশিত সাহিত্যৰাজি কিমানদূৰ সাৰ্থক আছিল, এনে প্ৰশ্ন নিশ্চয় অপ্ৰাসঙ্গিক নহ'ব। উনবিংশ আৰু কুৰি শতিকাৰ যুগ-সন্ধিক্ষণত থিয় হৈ আৰু স্বাধীনতা আন্দোলনৰ এক বিৰাট কৰ্মকাণ্ডৰ প্ৰেক্ষাপটত উক্ত আলোচনীসমূহে অসমীয়া সাহিত্য আৰু সমাজজীৱনলৈ নতুন চিন্তা, নতুন আদৰ্শৰ বাট দেখুৱাব পাৰিছিলনে? এনে প্ৰশ্নৰ উত্তৰৰ মাজতেই আলোচনীসমূহৰ ভূমিকা সম্পৰ্কে সঠিক বিশ্লেষণ সম্ভৱ বুলি আমাৰ বিশ্বাস।

প্ৰাক-স্বাধীনতাকালৰ বেছিভাগ অসমীয়া সাহিত্যিকেই ৰোমাণ্টিক আদৰ্শত সাহিত্য চৰ্চা কৰিছিল যাৰ ফলস্বৰূপে তেওঁলোকৰ সাহিত্যত সমাজ বাস্তৱতাৰ ছবি সামগ্ৰিকভাৱে পাবলৈ নাই। সামাজিক দায়বদ্ধতা সম্পৰ্কে লেখকসকল উদাসীন আছিল। এফালে উদাসীনতা আৰু আনফালে সাম্ৰাজ্যবাদী বৃটিছ শাসকসকলৰ গুণানুকীৰ্তন কৰাটোৱেই আছিল এই লেখকসকলৰ সাহিত্যিক চৰিত্ৰ। কিন্তু এই ক্ষেত্ৰত একমাত্ৰ ব্যতিক্ৰম আছিল কুৰি শতিকাৰ ৩০ৰ দশকৰ পৰা আত্মপ্ৰকাশ কৰা ডাঃ দীননাথ শৰ্মা সম্পাদিত 'আৱাহন' (১৯২৯--৪০), আৰু কমলনাৰায়ণ দেৱ সম্পাদিত 'জয়ন্তী' (১৯৩৮-৪৯) নামৰ দুখন আলোচনী। এই দুখন আলোচনীয়েই গোনপ্ৰথমবাৰৰ বাবে অসমীয়া সাহিত্যৰ ৰোমাণ্টিক ধাৰাৰ বিৰুদ্ধে স্পষ্ট প্ৰতিবাদ ঘোষণা কৰি এক নতুন, জীৱনমুখী আৰু বলিষ্ঠ ধাৰাৰ প্ৰৱৰ্তন কৰিবলৈ সক্ষম হয়। স্বৰাজোত্তৰ কালত অসমীয়া সাহিত্যত নতুন বাস্তৱবাদী যি ধাৰাৰ বিকাশ লাভ হ'ল তাৰ সূত্ৰপাতো কৰিছিল এই দুখন আলোচনীয়ে। 'আৱাহনে' অসমীয়া জাতিৰ জীৱনতে নতুন প্ৰেৰণা যোগায়। ন ন লেখক সৃষ্টিৰ উপৰিও আৱাহনে অসমীয়া জাতিক অন্যান্য ভাৰতীয় তথা বিশ্ব সাহিত্যৰ লগত সম্যক পৰিচয় কৰাই দিয়ে।' (ডঃ হেমন্ত কুমাৰ শৰ্মা, অসমীয়া বিশ্বকোষ, প্ৰথম খণ্ড)। 'জয়ন্তীৰ' ভূমিকা সম্পৰ্কে আলোচনা কৰি হোমেন বৰগোহাঞিদেৱে মন্তব্য কৰিছে ঃ 'প্ৰাচীন জীৱনবীক্ষাৰ বিকল্প হিচাপে জয়ন্তীয়ে দাঙি ধৰিছিল মাৰ্ক্সীয় দৰ্শনাশ্ৰিত এক নতুন জীৱন দৰ্শন। অসমীয়া লেখকসকলক জীৱন আৰু জগতৰ প্ৰতি যি নতুন দৃষ্টিভংগীৰ সন্ধেদ দিলে অসমীয়া সাহিত্যত তাৰ সূক্ষ্ম আৰু সুদূৰপ্ৰসাৰী প্ৰভাৱ কোনেও অস্বীকাৰ কৰিব নোৱাৰে।' সেয়ে কুৰি শতিকাৰ ত্ৰিছ আৰু চল্লিছৰ দশক দুটা অসমীয়া সাহিত্যৰ প্ৰাণসঞ্চাৰী যুগ।

স্বৰাজোত্তৰ কালৰ আলোচনী সাহিত্য ঃ

স্বৰাজোত্তৰ কালৰ চল্লিছৰ দশকটোৰ প্ৰথম তিনিটা বছৰত (১৯৪৭-৫০) আমি মুঠতে তিনিখন আলোচনী পাওঁ। ১৯৩৮ চনত প্ৰকাশ পোৱা জয়ন্তী মাজতে কিছুদিন বন্ধ থাকি ১৯৪৩ চনৰ পৰা পুনৰ নতুন ৰূপত প্ৰকাশ পাই ১৯৪৯ লৈকে চলিছিল। ১৯৪৮ চনৰ পৰা ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা সম্পাদিত ৰংঘৰ প্ৰথমতে শিশু আলোচনী হিচাপে প্ৰকাশিত হ'লেও সেই একে বছৰতে 'ডাঙৰ'ৰ বুলি প্ৰকাশ হয়। এই ৰংঘৰৰ নামেই ৰামধেনু হয়গৈ। তৃতীয়খন আলোচনী আছিল হেমবৰুৱা সম্পাদিত পছোৱা (১৯৪৮-৪৯)।

পঞ্চাছৰ দশকটোত আমি মহেন্দ্ৰ বৰা সম্পাদিত মণিদীপ (১৯৫০-৫৯), যতীন্দ্ৰ গোস্বামী সম্পাদিত মাতৃভূমি (১৯৫২), গৌৰীকান্ত তালুকদাৰ সম্পাদিত দীপক (১৯৫৪-৬৬) আৰু দিলীপ শৰ্মা-কেশৱ মহন্ত সম্পাদিত প্ৰবাহ (১৯৫৫- মুঠ ৯ টা সংখ্যা) মাত্ৰ ৪ খন আলোচনী পাওঁ। পঞ্চাছৰ দশকৰ তুলনাত ষাঠিৰ দশকৰ আলোচনীৰ সংখ্যা যথেষ্ট বৃদ্ধি পায়। এই দশকটোত আমাৰ প্ৰতিনিধি (১৯৬০-৮১), সাদিনীয়া নৱযুগ, (১৯৬২-৬৭), নতুন প্ৰতিনিধি (১৯৬৫-৭০), সমকালীন (১৯৬৬--৬৮), মন (১৯৬৭, মুঠ ৪ টা সংখ্যা), বিজ্ঞান জেউতি (১৯৬১- চলি আছে), নক্সা (১৯৬৭--৬৮), বিস্ময় (১৯৬৮-), প্ৰহৰী (১৯৬৮), অসমীয়া (১৯৬৮) আদি মুঠ দহখন আলোচনী পাওঁ। এই দশকটোৰ আটাইতকৈ লক্ষণীয় দিশ হ'ল এয়ে যে ৪০ ৰ দশকত জয়ন্তীয়ে সূচনা কৰা নতুন প্ৰগতিবাদী ধ্যানধাৰণাৰ পৰিসৰ এই দশকটোত যথেষ্ট বৃদ্ধি পায়। কেৱল গুণগত দিশতেই নহয়, সংখ্যাগত দিশতো প্ৰগতিবাদী লেখক আৰু বাস্তৱবাদী তথা ৰোমাণ্টিক আদৰ্শৰ লেখকসকলৰ মাজত এটা স্পষ্ট বিভাজন চকুত পৰে। হোমেন বৰগোহাঞিদেৱে এই দশকটোক 'মোহভংগৰ দশক' বুলি অভিহিত কৰিছে। কিয়নো এই সময়ত সমাজ-সংস্কৃতি আৰু সাহিত্যিক নতুনকৈ বিচাৰ কৰি চোৱাৰ প্ৰয়োজন হৈছিল। কেইজনমান সমালোচকে (ডঃ হীৰেণ গোহাঁই আৰু ভবেন বৰুৱা প্ৰমুখ্যে) এই ভূমিকা গ্ৰহণ আৰু পালন কৰি সমসাময়িক জীৱনবীক্ষা আৰু সাহিত্য চিন্তাত নতুন তেজ সঞ্চাৰ কৰিবলৈ চেষ্টা কৰিছে।'

সত্তৰ দশকটোক ক্ষুদ্ৰ আলোচনীৰ পয়োভৰৰ যুগ বুলিও ক'ব পাৰি। কিয়নো এফালে শিক্ষাৰ বিস্তাৰ, গণতান্ত্ৰিক আন্দোলনৰ অগ্ৰগতিৰ ফলত সমাজ-চেতনাৰ বিকাশ আৰু অসমৰ চুকে-কোণে ছপাশালৰ অগ্ৰগতিয়ে অসংখ্য ক্ষুদ্ৰ আলোচনী প্ৰকাশত অবিহণা যোগাইছিল।

ক্ষুদ্ৰ আলোচনীৰ বৃহৎ ভূমিকা ঃ

ব্যয়-বহুল আৰু কষ্টসাধ্য অসমীয়া আলোচনীৰ বজাৰত ক্ষুদ্ৰ আলোচনীসমূহৰ ভূমিকা কেৱল দুঃসাহসিকেই নহয়, গভীৰ প্ৰেৰণাদায়কো।



অৱশ্যে ওপৰত উল্লিখিত আলোচনীসমূহৰ বেছিভাগেই চৰিত্ৰৰ ফালৰপৰা ক্ষুদ্ৰই। বৃহৎ প্ৰতিষ্ঠানৰ দ্বাৰা প্ৰকাশিত আলোচনীৰ বাহিৰে সকলো আলোচনীকেই আমি ক্ষুদ্ৰ বুলি ক'ব পাৰো! তথাপিও স্থায়িত্ব আৰু প্ৰচাৰৰ সীমাবদ্ধতাৰ দিশৰপৰা আমি উক্ত আলোচনীবোৰৰ লগত এটা পাৰ্থক্য টানি ক্ষুদ্ৰ আলোচনীৰ ভূমিকা সম্পৰ্কে আলোচনা কৰিব খুজিছোঁ।

সাধাৰণতে অসমীয়া সাহিত্য বিষয়ক যিকোনো আলোচনাতেই এনে এটা অভিযোগ শুনা যায় যে, আৱাহন, ৰামধেনুৰ পিছত অসমীয়া সাহিত্যত তেনে উল্লেখযোগ্য সাহিত্য সৃষ্টি হোৱা নাই। সেই সময়ছোৱাত অসমীয়া সাহিত্যৰ যি জোৱাৰ আছিল, সেই জোৱাৰত ইতিমধ্যে ভাটা পৰিছে। এই অভিযোগ কিমান দূৰ সঁচা সেয়া বিতৰ্কৰ বিষয়।

ক্ষুদ্ৰ আলোচনীসমূহৰ আটাইতকৈ উল্লেখনীয় দিশ হ'ল ইয়াৰ আদৰ্শনিষ্ঠতা। তথাকথিত প্ৰতিষ্ঠিত লেখক-লেখিকাৰ লিখনিৰ প্ৰতি মোহ নৰখাকৈ নতুন লেখক-লেখিকাক আত্মপ্ৰকাশ কৰাৰ সুযোগ দিয়াটো ক্ষুদ্ৰ আলোচনীসমূহৰ অতি গুৰুত্বপূৰ্ণ আৰু প্ৰশংসনীয় কাম। ক্ষুদ্ৰ আলোচনীৰ বাধা প্ৰতি খোজে খোজে, অৰ্থৰ অভাৱ, পাঠকৰ অভাৱ, উপযুক্ত লেখনিৰ অভাৱ, সৰ্বোপৰি উন্নত ছপাশালৰ অভাৱ আদি এশ এবুৰি সমস্যা লৈ এই ক্ষুদ্ৰ আলোচনী সমূহে নীৰৱে অথচ একনিষ্ঠ প্ৰচেষ্টাৰে সাহিত্য চৰ্চা কৰি আহিছে। সাধাৰণতে আমাৰ প্ৰতিষ্ঠিত সমালোচকসকল ক্ষুদ্ৰ আলোচনী সমূহৰ প্ৰতি উদাসীন। গুৱাহাটীৰপৰা প্ৰকাশিত আলোচনীসমূহকেই তেওঁলোকে অসমীয়া সাহিত্যৰ প্ৰতিনিধিত্ব বুলি ধৰি লয়। এনে দৃষ্টিভঙ্গীৰপৰাই ক্ষুদ্ৰ আলোচনী সমূহত প্ৰকাশিত বহু গুৰুত্বপূৰ্ণ আৰু ভাল গল্প-কবিতা-প্ৰবন্ধ-নাটক আদিয়ে প্ৰায়েই স্বীকৃতি নাপায়। যিযান সোনকালে সমালোচকসকলে এনে দৃষ্টিভঙ্গী পৰিহাৰ কৰি

উদাৰ দৃষ্টিভংগী ল'ব পাৰিব সিমানেই অসমীয়া সাহিত্যৰ মঙ্গল। এক গভীৰ সামাজিক দায়বদ্ধতা আৰু সুনিৰ্দিষ্ট আদৰ্শবোধৰ বাবেই ক্ষুদ্ৰ আলোচনীবোৰে বৃহত্তৰ পাঠকৰ অজ্ঞাতে এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আছে। এই আলোচনী সমূহৰ বেছিভাগ এচাম নিষ্ঠাবান বামপন্থী যুৱক-যুৱতীৰ প্ৰচেষ্টাত প্ৰকাশিত। ফলত এই আলোচনী সমূহে অসমৰ চুকে-কোণে সমাজ জীৱনৰ আৰ্থ-সামাজিক সংকটৰ বস্তুনিষ্ঠ চিন্তা-চৰ্চাৰ বাট মুকলি কৰিছে। এই আলোচনীসমূহৰ বিস্তাৰিত আলোচনা সম্ভৱ নহয় যদিও আমি আলোচনীসমূহৰ কেৱল নামহে উল্লেখ কৰিম।

অসমীয়া সাহিত্যত ক্ষুদ্ৰ আলোচনীৰ আৰম্ভণি ক'বলৈ গ'লে পঞ্চাশৰ দশকৰ পৰাই আৰম্ভ হয়। ১৯৫৫ চনতেই কবি হীৰেণ ভট্টাচাৰ্য সম্পাদিত চলচিত্ৰ বিষয়ক আলোচনী চিত্ৰবন প্ৰকাশ হৈছিল। মাত্ৰ কেইটামান সংখ্যা প্ৰকাশ হৈয়েই আলোচনীখন মৃত্যুমুখত পৰে। ইয়াৰ পিছত কেবাখনো চলচিত্ৰ বিষয়ক ক্ষুদ্ৰ আলোচনী প্ৰকাশ পায়- ইয়াৰ ভিতৰত ভূপেন হাজৰিকা সম্পাদিত গতি (১৯৫৭), পুণ্যধৰ দাস সম্পাদিত মন-বিকাশ (১৯৭০-৭২), অপূৰ্ব দাস সম্পাদিত মিনি আলোচনী চিত্ৰম (১৯৭১-৭২), বিশেষভাৱে উল্লেখযোগ্য।

ক্ষুদ্ৰ আলোচনীৰ ভিতৰত কবিতা কাকতেই আটাইতকৈ বেছি। ১৯৭১ চনত প্ৰথম প্ৰকাশ পাইছিল পবিত্ৰ কুমাৰ ডেকা, হীৰেণ গোহাঁই, ৰবীন্দ্ৰ সৰকাৰৰ দ্বাৰা গঠিত সম্পাদনা সমিতিৰ দ্বাৰা সম্পাদিত প্ৰথম অসমীয়া কবিতা কাকত। এই কাকতখনে অসমীয়া কবিতা জগতত এক আলোড়নৰ সৃষ্টি কৰিছিল। মাত্ৰ দহ পইচা মূল্যৰ এই কাকতখনত নতুন কবিসকলে আত্মপ্ৰকাশ কৰাৰ উপৰিও অনুবাদ কবিতাৰ এটি বিশেষ সংখ্যাও প্ৰকাশ পাইছিল। মাত্ৰ এবছৰকাল চলি এই কাকতখনৰ মৃত্যু ঘটে। ইয়াৰ পিছত কটন কলেজৰ এচাম উদ্যোগী ছাত্ৰ কবিৰ প্ৰচেষ্টাত প্ৰকাশ হয় মাহেকীয়া কবিতা (১৯৭২)। একে সময়তে যোৰহাটৰপৰা নগেন শইকীয়া সম্পাদিত সাম্প্ৰতিক, বোকাখাতৰপৰা ৰফিকুল হুছেইন সম্পাদিত চিতাৰ বুকুৰ চৰাই, কবিতা গোষ্ঠীৰ দ্বাৰা সম্পাদিত চেকিয়াজুলিৰপৰা প্ৰকাশিত বাংলা-অসমীয়া দ্বি-ভাষী ৰণক্ষেত্ৰত কবিতা প্ৰকাশ পায়।

তিনিচুকীয়াৰপৰা মদন শৰ্মা সম্পাদিত আজিৰ কবিতা (১৯৮৩), ধেমাজিৰপৰা কেশৱ গগৈ সম্পাদিত প্ৰত্যুষ (১৯৮৭), মৃদুল বৰুৱা সম্পাদিত বোকাখাতৰ দুমহীয়া প্ৰতিধ্বনি (১৯৮২), লাৱণ্য দেৱী গোস্বামী সম্পাদিত লক্ষীমপুৰৰ মানসী (১৯৮৬), ৰমেশ শইকীয়া সম্পাদিত সময়ৰ কবিতা (১৯৮৭), বঙিয়াৰপৰা প্ৰকাশিত মুকুল কলিতা সম্পাদিত ইস্পাতৰ ফুল (১৯৮৭), গুৱাহাটীৰপৰা পথিক গোষ্ঠীৰ সম্পাদনাত প্ৰকাশিত পথিক (১৯৮৪), নন্দলাল সেনগুপ্ত সম্পাদিত প্ৰতিকল্প (১৯৮৪), আৰু কবিতা দত্ত সম্পাদিত পান্থপাদপ (১৯৭৮-৮৮)। ইয়াৰ ভিতৰত পান্থপাদপ কবিতা কাকতখনে দহ বছৰ অতিক্ৰম কৰি এক অভিলেখ স্থাপন কৰিছে। ব্যক্তিগত উদ্যোগত প্ৰকাশ কৰা এনে প্ৰশংসনীয় আলোচনীৰ উদাহৰণ পাবলৈ নাই। কবিতা বিষয়ক এই আলোচনী-কাকতবোৰে অতি স্পষ্ট আৰু বলিষ্ঠভাৱে কবিতাক সংগ্ৰামৰ হাতিয়াৰ কৰি তুলিবলৈ কাব্য চৰ্চাত ব্ৰতী হৈছে। অসমৰ নতুনচাম প্ৰগতিকামী কবিসকলে এই আলোচনী-কাকতৰ মাজেদিয়েই আত্মপ্ৰকাশ কৰিছে। বিশেষকৈ বিগত বিদেশী বিতাড়ন আন্দোলনৰ অন্ধকাৰ সময়ছোৱাত পান্থপাদপে দায়বদ্ধ অসমীয়া কবিসকলৰ মানৱতাবাদী বলিষ্ঠ প্ৰতিবাদৰ কবিতা সমূহ প্ৰকাশ কৰি ঐতিহাসিক দায়িত্ব পালন কৰিছিল।

কবিতা আলোচনীৰ উপৰিও বিবিধ বিষয়ক সাহিত্য আলোচনী এই সময়ছোৱাত প্ৰকাশ পায়। তাৰে ভিতৰত কুশ দত্ত সম্পাদিত পূৰ্বাকাশ, ফাতেমা খাতুন সম্পাদিত ইনচাফ, ইব্ৰাহিম আলি সম্পাদিত শিশু আলোচনী কাঁচিজোন, ডিব্ৰুগড়ৰপৰা তফজ্জুল আলি সম্পাদিত সঙ্গম, হৰিপ্ৰসাদ নেওগ সম্পাদিত গতিপথ, জমিৰুদ্দিন আহমেদ সম্পাদিত মিনাৰ, বৰপেটাৰপৰা ইলামুদ্দিন দেৱান সম্পাদিত আজান, শিৱসাগৰৰপৰা বীৰেণ বৰকটকী সম্পাদিত হিমাচল, সুৰেশ ৰাজখোৱা সম্পাদিত শিশু আলোচনী ৰ'দালি, গুৱাহাটীৰপৰা উদয়ন বিশ্বাস সম্পাদিত বাংলা-অসমীয়া দ্বি-ভাষী একা এবং কয়েকজন (১৯৭৭-) অশ্বিনী কুমাৰ শৰ্মা সম্পাদিত নীলাকাশ, পবিত্ৰ বৈশ্য সম্পাদিত অগ্নিকাল, (১৯৮৬), দিলীপ শৰ্মা সম্পাদিত ক্ৰান্তি (১৯৭৩), নতুন প্ৰহৰ গোষ্ঠী সম্পাদিত গুৱাহাটীৰ নতুন প্ৰহৰ (১৯৮১-৮৪), পুলক গগৈ সম্পাদিত প্ৰথম কাৰ্টুন আলোচনী কাটুন (১৯৭১-৭৫), অজিত কুমাৰ শৰ্মা সম্পাদিত 'মানুহ' আৰু ডঃ পবিত্ৰ কুমাৰ শৰ্মা সম্পাদিত 'লহৰ' বিশেষভাৱে উল্লেখযোগ্য।

ইয়াৰ উপৰিও অন্যান্য প্ৰগতিশীল আলোচনীৰ ভিতৰত ১৯৭২-৭৫ চনৰ ভিতৰত প্ৰকাশ পোৱা যোৰহাটৰ জ্ঞানপূজাৰী, হীৰেন গগৈ সম্পাদিত গণবাৰ্তা, প্ৰদীপ গগৈ সম্পাদিত গণ প্ৰতিনিধি, অমূল্য মহন্ত সম্পাদিত ফিৰিঙতি, গুৱাহাটীৰ হীৰেন গোহাঁই সম্পাদিত পদাতিক আৰু কলাখাৰ উল্লেখনীয়।

দায়বদ্ধ প্ৰগতিশীল সাহিত্য আন্দোলন গঢ়ি তোলাৰ ক্ষেত্ৰত সাহিত্য সংগঠন হিচাপে নতুন সাহিত্য পৰিষদৰ বিভিন্ন শাখাসমূহে বিশেষ কৃতিত্ব দাবী কৰিব পাৰে। এই সংগঠনৰ শাখাসমূহে যি উন্নত মানৰ ক্ষুদ্ৰ আলোচনী প্ৰকাশ কৰি আহিছে, সেয়া তুলনাহীন। অসমৰ কোনো সাহিত্য সংগঠনেই এনে ভূমিকা পালন কৰা আমাৰ চকুত পৰা



নাই। অসমৰ চুকে-কোণে আনকি পশ্চাদপদ গাঁও অঞ্চলৰপৰাও এই সংগঠনৰ শাখাসমূহে আলোচনী প্ৰকাশ কৰি সাহিত্য আন্দোলনক এক নতুন তেজ দিবলৈ চেষ্টা কৰিছে। উদাহৰণ স্বৰূপে, গুৱাহাটী আঞ্চলিক সমিতিৰ আমাৰ সাহিত্য সচেতনতা শাখাৰ মহিলা আলোচনী সচেতনতা, গোলাঘাট শাখাৰ বীক্ষণ, নামৰূপ শাখাৰ প্ৰতিবাদ, বৰপেটাৰ মন্দিয়া শাখাৰ ক্ৰান্তি, মৰিগাঁও শাখাৰ প্ৰগতি লেখা, মানকাছাৰ শাখাৰ বৰলুইতৰ ধাৰ, ধুবৰী শাখাৰ উদয়ন, শিৱসাগৰ শাখাৰ অনুশীলন, সৰু পথাৰ শাখাৰ ফেঁহুজালি, বঙালমৰা শাখাৰ জুঁইফুল, লক্ষীমপুৰ শাখাৰ ফেহুজালিৰ বেলি, দেৰগাঁও শাখাৰ সতীৰ্থ বিশেষভাৱে উল্লেখযোগ্য।

এই আলোচনীসমূহৰ প্ৰত্যেকখনেই নিয়মীয়াকৈ নহ'লেও গোলাঘাট শাখাৰ বীক্ষণে পঞ্চম বছৰত, গুৱাহাটী শাখাৰ আমাৰ সাহিত্যই ৪ৰ্থ বছৰত, নামৰূপৰ প্ৰতিবাদে ৪ৰ্থ বছৰত ভৰি দিছে। এই আলোচনীসমূহত প্ৰকাশিত ৰচনাৰাজি কেৱল বিষয়বস্তুৰ ফালৰপৰাই যে আকৰ্ষণীয় তেনে নহয়, প্ৰকাশভংগীৰ ফালৰপৰাও স্বকীয়তা দাবী কৰিব পৰা। এই আলোচনীসমূহৰ আটাইতকৈ ডাঙৰ অৱদান এয়ে যে অসমত এচাম নিষ্ঠাবান দায়বদ্ধ লেখক-লেখিকা সৃষ্টি কৰাটো—জনগণ আৰু জনগণৰ গণতান্ত্ৰিক আন্দোলনৰ লগত যিসকলৰ অতি নিবিড় সম্পৰ্ক। অসমীয়া সাহিত্য জগতত এনে বলিষ্ঠ দায়বদ্ধ লেখকগোষ্ঠী ইয়াৰ আগতে সৃষ্টি হোৱা নাছিল। ক্ষুদ্ৰ আলোচনীক কেন্দ্ৰ কৰি সৃষ্টি হোৱা এই চাম লেখক-গোষ্ঠীয়ে জয়ন্তীয়ে সূচনা কৰা অসমীয়া সাহিত্যৰ প্ৰগতিবাদী ধাৰাটোক কেৱল সমৃদ্ধই কৰা নাই- দিছে নতুন তেজ, নতুন মাত্ৰা। এই অৱদানেই অসমীয়া সাহিত্যৰ বিশেষ তাৎপৰ্যপূৰ্ণ দিশ। এনে অৱদানৰ ক্ষেত্ৰত হীৰেন গোহাঁই সম্পাদিত নতুন পৃথিৱী (১৯৭২-), নিত্য বৰা সম্পাদিত সাম্প্ৰতিক সাময়িকী (১৯৭৭-৮৪)।

উদয়ন মিশ্র সম্পাদিত অঙ্গীকাৰ (১৯৭১-৭৫), যতীন্দ্ৰনাথ বৰগোহাঁঞি সম্পাদিত সমকাল (১৯৭৫-৭৭), অৱনী চক্ৰৱৰ্তী সম্পাদিত চিৰন্তন (১৯৭২-৮৪)ৰ ভূমিকাও অনস্বীকাৰ্য। কিয়নো এই আলোচনীসমূহত প্ৰকাশিত গল্প-কবিতা-প্ৰবন্ধসমূহত শোষিত-নিপীড়িত শ্ৰমিক-কৃষক-ছাত্ৰ-যুৱক-নিম্ন মধ্যবিত্তৰ দুখ-বেদনা, আশা-নিৰাশা আৰু সংগ্ৰামৰ ছবি ইয়াৰ আগতে ইমান স্পষ্টভাৱে প্ৰকাশ পোৱা নাছিল- মূলতঃ লেখকসকলৰ দায়বদ্ধতাৰ অভাৱত। নবীন লেখকসকলে সেই সাহস দেখুৱাব পাৰিছে। বৰ্তমান সমাজ-ব্যৱস্থাৰ প্ৰতি নতুন লেখকসকলৰ অকণো আস্থা নাই। শোষণভিত্তিক এই সমাজ ব্যৱস্থা ভাঙি এখন নতুন শ্ৰেণীহীন, শোষণহীন সমাজ প্ৰতিষ্ঠা কৰাৰ প্ৰতি এওঁলোক কেৱল আগ্ৰহীয়েই নহয়- তাক ৰূপায়িত কৰিবলৈও বাস্তৱ ক্ষেত্ৰত সক্ৰিয়।

প্ৰগতিবাদী আলোচনীৰ উপৰিও এই সময়ছোৱাত চলচ্ছিত্ৰ, নাট্য-সাহিত্য, ক্ৰীড়া, শিশু, ৰহস্য আদি বিষয়ক বহু আলোচনী প্ৰকাশ পাইছে। ইয়াৰ ভিতৰত ৰংঘৰ (১৯৮০-৮৪), শিল্পীৰ পৃথিৱী (১৯৮১-৮৮), প্ৰতিশ্ৰুতি (১৯৮৪), শ্ৰীময়ী (১৯৮৭-), সীৱলু (১৯৮৪-৮৫), আজিৰ সময় (১৯৮৪-৮৮), লোকায়ত (১৯৮১-৮২), মৌচাক (১৯৮৪-), নতুন আৱিষ্কাৰ (১৯৮৮-), ৰূপকাৰ (১৯৮৭-), চিফুং (১৯৮৯-) আদি উল্লেখযোগ্য।

উপসংহাৰৰ পৰিবৰ্তে ঃ

ক্ষুদ্ৰ আলোচনীৰ সংখ্যাগত আৰু গুণগত বৈচিত্ৰ্যই এইটো স্পষ্টভাৱে প্ৰমাণ কৰে যে বৃহত্তৰ পাঠকৰ অজ্ঞাতে ক্ষুদ্ৰ আলোচনীসমূহে এক বৃহৎ ভূমিকা পালন কৰি আহিছে। এই আলোচনাত আমাৰ জ্ঞাত আলোচনীসমূহৰহে নাম উল্লেখ কৰা হ'ল। আমাৰ অজ্ঞাতে অসমৰ চুকে-কোণে অসংখ্য এনে ক্ষুদ্ৰ আলোচনী প্ৰকাশ পাই আহিছে- যি আলোচনীসমূহৰ মাজেদি এচাম তৰুণ অথচ সম্ভাৱনাপূৰ্ণ লেখক গোষ্ঠীয়ে নীৰবে সাহিত্য চৰ্চা কৰি আছে। স্বাধীনোত্তৰ কালৰ অসমীয়া সাহিত্যৰ এই দিশটো অতি তাৎপৰ্যপূৰ্ণ দিশ। সামগ্ৰিকভাৱে ক'বলৈ গ'লে- এইটো লক্ষ্য কৰা যায় যে এই সময়ছোৱাৰ সাহিত্যৰাজি অধিক বাস্তৱবাদী। অতি দুৰ্বলভাৱে প্ৰবাহিত প্ৰগতিবাদী ধাৰাটোৱেও ৭০ ৰ দশকত বলিষ্ঠ ৰূপত আত্মপ্ৰকাশ কৰে। লেখকসকলৰ সামাজিক দায়বদ্ধতাৰ বিষয়টোও তুলনামূলকভাৱে অধিক আলোচিত হৈছে এই সময়ছোৱাত। ফলত বিশুদ্ধ সাহিত্যবাদী আৰু প্ৰগতিবাদী দায়বদ্ধ লেখকসকলৰ মাজতো স্পষ্ট বিভাজন চকুত পৰে এই সময়ছোৱাত। তথাপিও এই কথাও ঠিক যে আলোচনীৰ সংখ্যাৰ অনুপাতে প্ৰকাশিত সাহিত্যৰাজিৰ গুণগত মানদণ্ড সিমান আশাব্যঞ্জক নহয়। ইয়াৰ কাৰণ কেবাটাও। আলোচনীসমূহৰ ইতিহাসৰফালে চকু দিলেই দেখা যাব যে--

১। প্ৰকাশিত আলোচনীৰ বেছি ভাগৰেই স্থায়িত্বকাল তেনেই কম। বেছিভাগ আলোচনী দুই এবছৰ চলি মৃত্যু মুখত পৰিবলগা হৈছে। প্ৰহৰীৰ প্ৰস্তাৱনা সংখ্যাত সম্পাদক যোগেশ দাসদেৱে সম্পাদকীয়ত লিখিছিল- 'আজিৰ দিনতো অসমীয়া আলোচনীৰ সমস্যাৰ ওৰ নপৰিল। মানুহৰ দৰে ভাৰতৰ ভিতৰতে অসমৰ আলোচনীৰো জন্ম-মৃত্যুৰ হাৰ আটাইতকৈ বেছি। অসমীয়া ভাষা-সাহিত্যৰ কাৰণে এই অৱস্থা অতিশয় ক্ষতিকৰ'। ফলত এখন আলোচনীত আত্মপ্ৰকাশ কৰা এজন লেখক বা লেখিকাই আলোচনীখনৰ মৃত্যুৰ লগে লগে সাহিত্য চৰ্চা ধোঁৱা চাঙত তুলি থ'ব লগা হয়। এনে দুঃখজনক ঘটনাৰ বাবে প্ৰায় ক্ষেত্ৰতেই প্ৰতিশ্ৰুতিপূৰ্ণ প্ৰতিভাবান লেখক-লেখিকাৰ মূল্যবান সৃষ্টিৰপৰা আমি বঞ্চিত হ'বলগা হয়।



২। আলোচনীসমূহ বেছিভাগ ক্ষেত্ৰতেই ব্যক্তিগত উদ্যোগত নাইবা দুই এজন ব্যক্তিৰ দ্বাৰা গঠিত একো একোটা গোষ্ঠীৰ প্ৰচেষ্টাত প্ৰকাশ কৰা হয়। ফলত এনে আলোচনীৰ ব্যৱসায়িক ভিত্তি তেনেই দুৰ্বল।

৩। বেছি ভাগ ক্ষেত্ৰতেই সম্পাদক বা উদ্যোক্তাসকলৰ কোনো সুনিৰ্দিষ্ট আদৰ্শ আৰু পৰিকল্পনা নাথাকে। ফলত আলোচনী প্ৰকাশ কৰাটো এক-ধৰণৰ 'হুজুগ' যেন লাগে।

এনে দুৰ্বলতা সত্বেও এইটো স্বীকাৰ কৰিবই লাগিব যে আলোচনীয়েই অসমীয়া সাহিত্যৰ ধাত্ৰী আৰু আলোচনী অবিহনে অসমীয়া সাহিত্যৰ ভৱিষ্যত অন্ধকাৰ। এই ক্ষেত্ৰত ক্ষুদ্ৰ আলোচনী-সমূহৰ ভূমিকা নিঃসন্দেহে বিশেষভাৱে গুৰুত্বপূৰ্ণ।

০০০



# বিশ্বনাথ চাৰিআলিৰ প্ৰগতিত মহিলা

ধনদা কলিতা

নাৰী-পুৰুষৰ যুটীয়া প্ৰচেষ্টাৰ অবিহনে এখন সমাজৰ উন্নতি কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। কিন্তু সামাজিক পৰম্পৰাই নাৰীৰ প্ৰচেষ্টাখিনি দৃশ্যপটলৈ অহাটো নিবিচৰা কাৰণেই তাহানিৰে-পৰা সমাজৰ প্ৰতি থকা নাৰীৰ অৱদানবোৰত যথোপযুক্ত আলোকপাত কৰা হোৱা নাই।

বিশ্বনাথ চাৰিআলিৰ প্ৰগতিৰ ক্ষেত্ৰতো নাৰীৰ অৱদানসমূহ প্ৰচলিত সমাজ ব্যৱস্থাৰ ব্যতিক্ৰম' নহয়। ঐতিহ্যমণ্ডিত বিশ্বনাথ অঞ্চলৰ মুখ উজ্বল কৰি ৰাখিবলৈ সময়ানুসাৰে বিভিন্ন দিশত মহিলাই পৰোক্ষভাৱে চেষ্টা চলাই আহিছে বুলি ক'লেও অত্যুক্তি কৰা নহয়। একোজন উপযুক্ত সন্তানক জন্ম দি অঞ্চল তথা দেশৰ প্ৰকৃত নাগৰিক কৰি গঢ়ি তুলিবলৈ মাতৃসকলে সদায়ে কামনা কৰে। এইক্ষেত্ৰত বিশ্বনাথ চাৰিআলিৰ নাম ৰাখি সাহিত্যা-কাশত ভোটাতৰা হৈ জিলিকি থকা দেশৰ সুযোগ্য সন্তান অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য, দেশপ্ৰাণ লক্ষ্মীধৰ শৰ্মা, দীননাথ শৰ্মাদেৱক জন্ম দিয়া তিনিগৰাকী মাতৃক সঁুৰৰিব লাগিব।

ভাৰতীয় সমাজ-ব্যৱস্থাই স্ত্ৰী-শিক্ষাৰ প্ৰতি উদাসীনতাৰ মনোভাব লোৱাৰ কাৰণেই এটা সময়ত নাৰীসকলো শিক্ষাৰপৰা বঞ্চিত হ'বলগীয়া হৈছিল। বিশ্বনাথ চাৰিআলিতো শিক্ষিতা মহিলা সেই সময়ত নাছিল বুলিব পাৰি। সমাজ ব্যৱস্থাক উলাই কৰি শিক্ষা লাভ কৰিবপৰা নাছিল যদিও প্ৰতিভাবান মহিলা বহুতো আছিল যিসকলে গৌৰৱ নামঘৰতে নিজৰ প্ৰতিভা প্ৰকাশ কৰিছিল। আখ-ৰৰ জ্ঞান অলপো নথকাকৈও কীৰ্তন, ভাগৱত, ৰামায়ণ, মহাভাৰত মুখস্থ মাতিবপৰা মহিলা চাৰিআলিত আছিল। এই ক্ষেত্ৰত উল্লেখযোগ্য মহিলাসকল হ'ল ৺তৰৈ বৰা (সামৰিখোৱা), ৺মাইকণ হাজৰিকা, ৺প্ৰেমলতা বৰা (বিশ্বনাথ দগাঁও)।

নাৰী সমাজৰ অৱহেলিত অৱস্থাৰ উন্নতি কল্পে ৰাজা ৰামমোহন ৰায়, দয়ানন্দ সৰস্বতী, গোবিন্দ ৰাণাদে, মহাত্মা গান্ধী আদি মণীষীসকলে স্ত্ৰীশিক্ষা প্ৰচলনৰ বাবে যি জাগৰণৰ সৃষ্টি কৰি-ছিল তাৰেই ফল হিচাপে ১৯৩৩ চনত বিশ্বনাথ চাৰিআলিত এখন বালিকা প্ৰাইমেৰী বিদ্যালয় স্থাপন হ'ল। বিশ্বনাথ, সাকোমঠা, বাঘমৰা এই তিনিটা মৌজাৰ ভিতৰত এইখনেই প্ৰথম বালিকা বিদ্যালয় আছিল। এই বিদ্যালয়খনৰ নাম দিয়া হৈছিল বাঘমাৰী বালিকা প্ৰাইমাৰী বিদ্যালয়। প্ৰতিকূল পৰিস্থিতিক আওকাণ কৰি জান কেইগৰাকী ছাত্ৰীয়ে এই বিদ্যালয়ত পঢ়িবলৈ আহিল।

বিদ্যালয়খনিৰ প্ৰথম প্ৰধান শিক্ষয়িত্ৰী আছিল ৺বিমলা সুন্দৰী বৰা (কৰতিগাঁও)। তেখেতৰ পিছত শ্ৰীতিলেশ্বৰী দাস আৰু শ্ৰীমোক্ষদা দেৱীয়ে ক্ৰমান্বয়ে প্ৰধান শিক্ষয়িত্ৰী হিচাপে থাকি ভালেমান ছাত্ৰীক জ্ঞানৰ পোহৰ দিছিল। শিক্ষাৰ প্ৰসাৰ হোৱাৰ লগে লগে বাঘমাৰী বালিকা প্ৰাইমাৰী বিদ্যালয়-খন মজলীয়া বিদ্যালয়লৈ উন্নীত হোৱাত ছাত্ৰী-সকলৰ শিক্ষাৰ সুবিধা আগতকৈ বৃদ্ধি পালে। সেই সময়তে লেহগাঁৱত অন্য এখন প্ৰাইমাৰী বিদ্যা-লয় স্থাপিত হ'ল। লেহগাঁৱৰ বিশিষ্টা মহিলা ৺ঘন-কান্তি ভাগৱতীৰ নামেৰে তেওঁৰ পুত্ৰসকলে প্ৰতিষ্ঠা কৰা এই বিদ্যালয়খনৰ নাম ঘনকান্তি বালিকা প্ৰাইমাৰী বিদ্যালয়। লেহগাঁৱৰ শ্ৰীসুখলতা হাজৰিকা আছিল এই বিদ্যালয়ৰ প্ৰথম প্ৰধান শিক্ষয়িত্ৰী। একে সময়তে ভীৰগাঁও প্ৰাইমাৰী বিদ্যালয়ৰ প্ৰথম প্ৰধান শিক্ষয়িত্ৰী হিচাপে শিক্ষকতা কৰিছিল ৺তিলো-ত্তমা দাসে (ভীৰগাঁও)। শিক্ষাজগতলৈ অৰিহণা আগবঢ়াই উপযুক্ত ছাত্ৰ-ছাত্ৰীক গঢ়ি তুলিবলৈ ব্ৰতী হোৱা কেইগৰাকীমান উল্লেখযোগ্য মহিলা হ'ল সৰ্বশ্ৰী সিদ্ধেশ্বৰী দাস, তৰবৰী হাজৰিকা, সৰ্বা-কান্তি দাস, যমুনা হাজৰিকা, তৰু ভূঞা, পূণ্যপ্ৰভা বৰুৱা, নৰমী বৰুৱা, ৺দিব্যৰতী দেৱী আৰু টিকেশ্বৰী দেৱী। বিশ্বনাথ চাৰিআলিত বৰ্তমান শিক্ষিতা মহিলাৰ সংখ্যা যথেষ্ট বৃদ্ধি পাইছে। শিক্ষিতা মহিলাসকলে বিদ্যালয়, মহাবিদ্যালয়, অফিচ আদিত চাকৰি কৰাৰ উপৰিও অন্যান্য দিশতো আগবাঢ়ি যাব ধৰিছে।

জাতিৰ পিতা বাপুজীৰ আহ্বানক্ৰমে ১৯৪২ চনত স্বাধীনতা আন্দোলনে ব্যাপক ৰূপ ধাৰণ কৰিছিল। বিশ্বনাথ চাৰিআলিৰ নাৰীসকলেও পুৰুষৰ লগে লগে আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। এই ক্ষেত্ৰত মহিলাসকলক নেতৃত্ব দিয়া এই অঞ্চলৰ সৰ্বশ্ৰী শ্ৰীথানেশ্বৰী বৰা (দগাঁও), তিলেশ্বৰী বৰা (খৰাশিমলু), পদ্মাৱতী বৰা (ভীৰ গাঁও), চাৰুবালা হাজৰিকা (নামবাঘমৰা), আৰু শৈবা বৰাৰ (কমাৰগাঁও) নাম উল্লেখযোগ্য।

নাৰী সংগঠনৰ প্ৰয়োজনীয়তা বিশেষভাৱে উপলব্ধি কৰি কেইগৰাকীমান উৎসাহী মহিলাই ১৯৪৮ চনতে 'বিশ্বনাথ চাৰিআলি কেন্দ্ৰীয় মহিলা সমিতি' নামেৰে এটা মহিলা অনুষ্ঠান গঠন কৰি-ছিল। সেই উৎসাহী দলটোৰ উল্লেখনীয় মহিলা সকল হ'ল সৰ্বশ্ৰী মোক্ষদা দেৱী, তিলেশ্বৰী দাস, অহল্যা আগৰৱালা, প্ৰতিভা বৰুৱা, সুৰবালা গোস্বামী, দীনেশ্বৰী দেৱী, নৰ্মদা দেৱী, স্বৰ্ণলতা দেৱী আৰু ডিম্বেশ্বৰী দেৱী। মহিলাসকলক সং-গঠিত হৈ বাইজৰ কাম কৰিবলৈ উদগণি দিয়া লোকসকলৰ ভিতৰত ৺নবীন চন্দ্ৰ ভট্টাচাৰ্যদেৱৰ নামটি স্মৰণীয়। এই মহিলা অনুষ্ঠানটিৰ তেখে-তেই আছিল প্ৰথম সভাপতি। বিশ্বনাথ চাৰিআলিত কেন্দ্ৰীয় মহিলা সমিতিৰ বৰ্তমান ২২ টা শাখা আছে। এই শাখাসমূহে বিভিন্ন সামাজিক দিশ আন্দোলন আদি সামৰি কাৰ্যপন্থা হাতত লৈ কাম কৰি আছে।

এই অঞ্চলৰ সক্ৰিয় সমিতিবোৰৰ ভিতৰত উত্তৰ-চাৰিআলি মহিলা সমিতিৰ উদ্যোগত বোৱা-কটা উৎপাদন কেন্দ্ৰ এটা চলি আছে। ইয়াৰ যোগেদি ভালেখিনি মহিলা আৰ্থিক দিশত স্বাৱলম্বী হ'ব পাৰিছে। বিশ্বনাথ দগাঁৱৰ জোনাকী মহিলা সমিতিৰ শিপিনীসকলেও বোৱা-কটা শিল্পৰ যোগে-দিয়েই সমিতিৰ আৰ্থিক দিশ টনকিয়াল কৰিবলৈ সক্ষম হৈছে। সেইদৰে বিশ্বনাথঘাটৰ তিনিওখন সমিতি, গলিয়া সমিতি ওপৰ বাঘমৰা মহিলা সমিতি, নগাঁও শিপিনী সংঘ আৰু পূব চাৰিআলি মহিলা সমিতিয়েও তাঁত বোৱা, ফুল উঠোৱা, উল গোঠা আদিৰ প্ৰশিক্ষণ চলাই আছে।

চাৰিআলিত 'লেখিকা সমাৰোহ সমিতি' নামেৰে মহিলাৰ সাহিত্য সংগঠন এটা আছে। সাহিত্যৰ দিশত সদায় পিছপৰি থকা মহিলাসকলৰ সুপ্ত প্ৰতিভা বিকাশৰ বাবে এই অনুষ্ঠানে যথেষ্ট সুবিধা আগবঢ়াইছে। কবিতা, প্ৰবন্ধ, চুটিগল্প আদিৰ প্ৰতিযোগিতা, সাহিত্যৰ আলোচনাচক্ৰ, স্বৰচিত গল্প-কবিতা পাঠ আদি অনুষ্ঠানেৰে মহিলা সকলক সাহিত্য চৰ্চাৰ প্ৰতি আগ্ৰহী কৰাৰ প্ৰচেষ্টা কৰা হৈছে। এইক্ষেত্ৰত আগভাগ লোৱা

মহিলাসকলৰ ভিতৰত সৰ্বশ্ৰী কনকলতা নেওগ, স্বৰ্ণ হাজৰিকা, মোক্ষদা দেৱী, চম্পা কলিতা, অজন্তা ওজা, ধনদা কলিতা আৰু ত্ৰিবেণী গগৈৰ নাম উল্লেখ কৰিব পাৰি।

কলা-কৃষ্টিৰ দিশতো চাৰিআলিৰ মহিলাসকলে যথেষ্ট পাৰদৰ্শিতা দেখুৱাব পাৰিছে। এই অঞ্চলৰ প্ৰথম মহিলা অভিনেত্ৰী হিচাপে শ্ৰীশশেশ্বৰী বৰুৱাক (বিশ্বনাথ) অভিহিত কৰিব পাৰি। বিশ্বনাথ চাৰিআলি কেন্দ্ৰীয় মহিলা সমিতিৰ সৌজন্যত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ ৰচিত নাটক 'শোণিত-কুঁৱৰী' দুবাৰ আৰু 'ৰূপালীম' এবাৰ বীণাপাণি নাট্য সমাজৰ মঞ্চত অভিনীত কৰি মহিলাসকলে শিল্পী মনৰ পৰিচয় দিবলৈ সক্ষম হৈছে। তদুপৰি কেন্দ্ৰীয় মহিলা সমিতি আৰু বিশ্বনাথ জিলা সমিতিৰ সৌজন্যত একাধিকবাৰ একাংকিকা নাটকৰ প্ৰতিযোগিতা পাতি নাট্যমোদী ৰাইজৰপৰা প্ৰশংসা লাভ কৰিছে।

নৃত্য, গীত আদিৰ প্ৰতি সমাজৰ আকৰ্ষণ বাঢ়ি অহাৰ লগে লগে বিশ্বনাথ চাৰিআলিতো সত্ৰীয়া নৃত্যৰ বিদ্যালয় আৰু সংগীত বিদ্যালয় স্থাপিত হৈছে। ইয়াৰ দ্বাৰা ভালেখিনি ছাত্ৰ-ছাত্ৰীয়ে নৃত্য-গীতত পাৰদৰ্শিতা দেখুৱাব পৰা হৈছে। এসময়ত সমাজে নৃত্য-গীতক সহৃদয়তাৰে গ্ৰহণ কৰিব পৰা নাছিল। তেনে সময়তো সমাজৰ বিৰূপ মন্তব্যলৈ আওকাণ কৰি নৃত্য প্ৰদৰ্শন কৰি প্ৰশংসা লাভ কৰা মহিলা কেইগৰাকী হ'ল সৰ্বশ্ৰী ৰুণু বৰুৱা, বিমল বৰা, অভি ৰয় আৰু ৰিণি দাধৰা। নতুন যুৱতীসকলৰ দিনত ভালেকেইগৰাকী নৃত্যৰ প্ৰতি ৰাপ থকা যুৱতী ওলাইছে। তাৰ ভিতৰত শ্ৰীৰিম্‌ঝিম্‌ বৰুৱাৰ নাম উল্লেখযোগ্য।

বিশ্বনাথ চাৰিআলিৰে জীয়াৰী শ্ৰীমৃদুলা বৰুৱাই অভিনয় প্ৰতিভাৰে অসমীয়া কথাছবি জগতত এখন আছুতীয়া আসনৰ অধিকাৰী হৈছে। নাটক আৰু কথাছবিত অভিনয় কৰি সুনাম অৰ্জন কৰা আন এগৰাকী মহিলা হ'ল শ্ৰীহীৰা নেওগ। শ্ৰীৰিম্‌ঝিম্‌ বৰুৱা আৰু শ্ৰীৰীতি তালুকদাৰেও সম্প্ৰতি কথাছবিত অভিনয় কৰি সুখ্যাতি অৰ্জন কৰিছে।

১৯৫৬ চনত চাৰিআলি বালিকা উচ্চ ইংৰাজী বিদ্যালয় স্থাপিত হয়। এই বিদ্যালয়ৰ প্ৰতিষ্ঠাতা প্ৰধান শিক্ষয়িত্ৰী শ্ৰীবীণা আগৰৱালা এই অঞ্চলৰ প্ৰথম স্নাতকোত্তৰ ডিগ্ৰীধাৰী মহিলা। বিদ্যালয়খনিৰ সহকাৰী শিক্ষয়িত্ৰীসকল (সৰ্বশ্ৰী) সত্যৱতী বৰা, নিৰদা গোহাঁই, স্বৰ্ণ হাজৰিকা, সূৰ্যপ্ৰভা বৰা (শইকীয়া), অণু বৰুৱা। এই অনুষ্ঠানে আৰম্ভণিৰে পৰা আজি পৰ্যন্ত অসংখ্য মহিলাক শিক্ষিত কৰি তুলিছে। দ্বিতীয় মহিলা প্ৰধান শিক্ষয়িত্ৰী হিচাপে চাকৰি কৰা শ্ৰীৰেণু শইকীয়াই অলপতে অৱসৰ গ্ৰহণ কৰাত বৰ্তমান শ্ৰীসত্যৱতী বৰাই প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্ব গ্ৰহণ কৰিছে। বৰ্তমান সময়ত অঞ্চলটোৰ ভালেকেইগৰাকী মহিলাই স্নাতকোত্তৰ আৰু ডাক্তৰী উপাধি লাভ কৰি বিভিন্ন অনুষ্ঠানত চাকৰি কৰি থকাটোৱেই মহিলাৰ শিক্ষাৰ সন্তোষজনক অগ্ৰগতিৰ কথাই সূচনা কৰে। স্থানীয় বিদ্যালয়-মহাবিদ্যালয়ত প্ৰতিবছৰে বাঢ়ি অহা ছাত্ৰীৰ সংখ্যা আৰু পৰীক্ষাসমূহত ছাত্ৰীৰ সাফল্য সঁচাকৈয়ে শুভলক্ষণ।

অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনতো চাৰিআলিৰ মহিলাসকলে আনসকলৰ লগতে সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰি নিৰ্যাতন ভোগ কৰিছিল। বিশ্বনাথ চাৰিআলি কেন্দ্ৰীয় মহিলা সমিতিয়ে অঞ্চল তথা অসমৰ জ্বলন্ত সমস্যা নাৰী নিৰ্যাতন, মূল্যবৃদ্ধি মাদকদ্ৰব্য নিবাৰণ, চিকিৎসালয়ৰ অৱস্থা উন্নীতকৰণ আদিৰ প্ৰতিবাদ জনাই একাধিকবাৰ শোভাযাত্ৰা কৰি মহকুমাধিপতিক স্মাৰক পত্ৰ প্ৰদান কৰিছে। বৰ্তমান চাৰিআলিৰ মহিলাসকল সংগঠিত হৈ গাঁও, সমাজ তথা জাতিৰ হিতৰ অৰ্থে কাম কৰিবলৈ দৃঢ়তাৰে সংকল্প গ্ৰহণ কৰিছে।

বিশ্বনাথ চাৰিআলিৰ উন্নতিৰ বাবে এসময়ত মহিলাসকলে পৰোক্ষভাৱে অবিহণা যোগাব লগা হৈছিল যদিও বৰ্তমান মহিলাৰ অৱদানৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষণ হৈছে। সমাজৰ প্ৰগতিৰ ই এটা শুভ লক্ষণ।

০০০

# গাংমৌথান

দিলীপকুমাৰ বৰুৱা

শ্ৰীমন্ত শংকৰদেৱৰ আদিপুৰুষ চণ্ডীবৰে উত্তৰে বৌতা আৰু দক্ষিণে কপিলীলৈকে অসমৰ মধ্য অংশত কমতা ৰজাৰ অধীনত শাসন কৰিছিল। পিছলৈ চণ্ডীবৰে ৰাজ্যৰ ৰাজধানী টেম্বুৱানীলৈ তুলি নিয়ে আৰু সেই ঠাই বৌতাতকৈ দ বাবে তাৰ নাম 'বৰদোৱা' হয়। চণ্ডীবৰৰ মৃত্যুৰ পিছত তেওঁৰ প্ৰথম পুত্ৰ ৰাজধৰে বৰদোৱাত আৰু দ্বিতীয় পুত্ৰ গদাধৰে উত্তৰ পাৰৰ বিশ্বনাথৰ ওচৰলৈকে ৰাজ্য বিস্তাৰ কৰে। পিছলৈ গদাধৰৰ ৰাজ্যপতন ঘটাত তেওঁৰ ৰাজ্যৰ বিভিন্ন অংশত ভূঞাবংশৰ বিভিন্ন শাসকে শাসন চলায়। আনহাতে ৰাজধৰে বানপানীৰ বাবে ৰাজধানী আলিপুখুৰীলৈ তুলি নিয়ে। ৰাজধৰৰ পিছত সূৰ্যবৰ আৰু তাৰপিছত কুসুম্বৰ আলিপুখুৰীত শিৰোমণি ভূঞাৰ গাদিত বহে। কুসুম্বৰ শিৰোমণি ভূঞাৰ পিছত পিতামহ জয়ন্ত-মাধৱৰ অনুৰোধত শংকৰদেৱ এশঘৰ মানুহৰ ওপৰত গোমস্থা বা সৰুভূঞা হয়। পিছলৈ সকলোৱে মিলি শংকৰক শিৰোমণি ভূঞা পাতে আৰু তেওঁ আকৌ ৰাজধানী আলিপুখুৰীৰ পৰা বৰদোৱালৈ তুলি নিয়ে। তাতে শংকৰে ৰাজ্যচৰ্চা আৰু ধৰ্মচৰ্চা দুয়োটা সমান্তৰালভাৱে আৰম্ভ কৰে।

কিছুদিনৰ পিছত শংকৰে তীৰ্থভ্ৰমণৰ বাবে যাবলৈ মনস্থ কৰে আৰু শিৰোমণি ভূঞা ৰাব কিছুদিনৰ বাবে পিতামহ জয়ন্তৰ ওপৰত এৰি থৈ যায়। কিন্তু তীৰ্থযাত্ৰাৰ পৰা ঘূৰি আহি শংকৰে শিৰোমণি ভূঞা ৰাব পুনৰ গ্ৰহণ কৰে যদিও তেওঁৰ মন ৰাজ্য চৰ্চাতকৈ ধৰ্মচৰ্চাৰ প্ৰতিহে বেছিকৈ আকৃষ্ট হৈ পৰে। এই সময়ত নিকটৱৰ্তী কছাৰী ৰজাৰ লগত হোৱা যুদ্ধৰ বাবেও শংকৰৰ ভূঞা ৰাজ্য সংকটত পৰিছিল। কিছু কছাৰীক ভূঞা-সকলে অন্যায়ভাৱেও হত্যা কৰিছিল। ফলত কছাৰীসকল বেছি বিদ্ৰোহী হৈ ভূঞাসকলক তীব্ৰভাৱে আক্ৰমণ কৰাত আশংকাৰ সৃষ্টি হৈছিল। শংকৰদেৱে নিজেও ভূঞাসকলৰ এনে অন্যায়ৰ ভৱিষ্যত চিন্তি শংকিত হৈ পৰিছিল। তদুপৰি সেই সময়ত ৰাজ্য চৰ্চাতকৈ ধৰ্মচৰ্চাৰ প্ৰতি শংকৰ বেছি আকৃষ্ট হৈছিল। সেয়েহে সংঘাতপূৰ্ণ অৱস্থাত ৰাজ্যচৰ্চাতকৈ ব্ৰহ্মপুত্ৰ পাৰ হৈ নিৰিবিলি স্থানত ধৰ্মচৰ্চা কৰাহে উত্তম বুলি শংকৰদেৱে বিবেচনা কৰিলে। এই সম্বন্ধে কায়স্থ সমাজৰ ইতিবৃত্তত ৺হৰিনাৰায়ণ দত্তবৰুৱাই লিখিছে ঃ 'ইয়াৰ উপৰি প্ৰভুৱে ভাবিলে কছাৰীবিলাক যিদৰে ক্ৰমে হেঁচি আহিছে ভৱিষ্যতে সদায় ৰণ-বিগ্ৰহত লিপ্ত থাকিলেহে ৰাজ্য-ধন-জন-সম্ভ্ৰম ৰক্ষা কৰিব পৰা হ'ব। নিজে ৰাজ্যচৰ্চাত লিপ্ত থাকিলে ধৰ্মচৰ্চা নহ'ব---আন ভূঞাৰ ওপৰত শিৰোমণি ভূঞা ৰাব

দিও নিশ্চিন্ত থাকিব নোৱাৰি; সেইকাৰণে প্ৰভুৱে দক্ষিণ কুলৰ ৰাজ্য ত্যাগ কৰি উত্তৰপাৰ হোৱাকে স্থিৰ কৰিলে।' (পৃঃ ৫০)

ব্ৰহ্মপুত্ৰ পাৰ হৈ উত্তৰ পাৰে শংকৰদেৱে পেহাৱৰক কেতাইখাঁই ইতিপুৰ্বে বাস কৰি থকা গাংমৌ নামে ঠাইত নামঘৰ, মণিকূট সাজি থাকিবলৈ লয়। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ প্ৰতিষ্ঠিত উক্ত গাংমৌথান ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে তেজপুৰৰ পৰা ১০৪ কিঃ মিঃ পূবে বিহালী নামে ঠাইত অৱস্থিত। শংকৰদেৱ প্ৰকৃততে কিমান চনত গাংমৌলৈ আহিছিল তাৰ সঠিক তথ্য চৰিত পুথিসমূহত পোৱা নাযায়। ব্ৰহ্মপুত্ৰৰে পাৰ হৈ একৰাতি শিঙৰীত, একৰাতি ঘিলাধাৰীত থাকি গাংমৌ ওলোৱাৰ কথা 'বৰদোৱা গুৰুচৰিত'ত পোৱা যায়। সেই সময়ত শংকৰদেৱৰ বয়স ৬৭ বছৰ বুলিও উল্লেখ আছে। শংকৰদেৱৰ জন্মৰ চনৰ লগত উক্ত ৬৭ বছৰ যোগ কৰিলে ১৪৩৮ শক (১৫১৬ চন) হয়। আকৌ 'কথা গুৰুচৰিত'ত গাংমৌলৈ অহাৰ আগেয়ে শংকৰদেৱে বৌতাত ছমাহ থকাৰ কথা উল্লেখ আছে। উক্ত পুথিত লিখিছে : '---পিচে ৰ'তাতে ৰহি জ্ঞাতি মিত্ৰে এটা খেতি কৰি খাই সুস্থই ছমাহ আছে। পাচে কোচ মৰাণ লাগি দেশ ভাঙিছে---নিশা আকাশীবানি শুনি পুৱা উজাল। আহি গাংমৌত থিত লৈ কৃষি গৃহ কৰি ৰ'ল বাৰেও ভূঞা।" (পৃঃ ৪৪)। আনহাতে 'কায়স্থ সমাজৰ ইতিবৃত্ত'ত শংকৰদেৱ গাংমৌথানলৈ অহাৰ কথা এইদৰে লিখিছে : "শ্ৰীশংকৰদেৱে ভূঞাসকলক আগেয়ে ব্ৰহ্মপুত্ৰ পাৰ কৰি পঠালে; পাচত নিজে গৈ সিবিলাকৰ সৈতে প্ৰথমতে ভলকা-গুৰিত পাচত কোমোৰাকুটাত কিছুদিন থাকি ব্ৰহ্মপুত্ৰেদি উজাই গ'ল। গাংমৌ কেতাইখাঁৰ নগৰ; প্ৰভুৱে বুঢ়ীগঙ্গাইদি সোমাই গাংমৌ পালে। গাংমৌত গুৰুৱে হাটী-বাটি পাতিলে, নামঘৰ মণিকূট সাজিলে, লগৰ ভূঞাসকলক লুইতৰ মুখলৈ এঘৰ এঘৰকৈ বহুৱালে। গাংমৌত গুৰুৰ পুত্ৰ ঠাকুৰ তিনিজন জন্ম হয়। গুৰু তাতে ৭॥ বছৰ বাস কৰে, এই সময়ত গুৰুৱে ৰাজ্যচৰ্চা কৰা নাছিল। ধৰ্ম্মচৰ্চাহে কৰিছিল।" (পৃঃ ৫০)। বেজবৰুৱাই এইবোৰৰ পৰাই হয়তো সিদ্ধান্তলৈ আহিছিল যে গাংমৌত শংকৰদেৱ ৭ বছৰ ৬ মাহ আছিল। স্থানীয় মৌখিক কিংবদন্তীয়েও শংকৰদেৱ গাংমৌত ৭ বছৰ ৬ মাহ থকা বুলি কয়। 'কথা গুৰুচৰিত'ৰ মতে গাংমৌত শংকৰদেৱ 'আদপাঁচ' অৰ্থাৎ ছাৰে পাঁচবছৰ আছিল। এইবোৰৰ পৰা হিচাপ কৰি ১৪৩৮ ৰ পৰা ১৪৪১ শকৰ ভিতৰত শংকৰদেৱ গাংমৌলৈ অহা বুলি থিৰাং কৰিব পাৰি। আকৌ কায়স্থ সমাজৰ ইতিবৃত্তত শংকৰদেৱে খ্ৰীঃ ১৫১০, অৰ্থাৎ ১৪৩২ শকতে গাংমৌ এৰা বুলি লিখিছে। ফলত গাংমৌলৈ অহা আৰু গাংমৌ এৰা সঠিক সময় বিতৰ্কপূৰ্ণ।

গাংমৌলৈ শংকৰদেৱৰ লগত তেখেতৰ দ্বিতীয় পৰিবাৰ কালিন্দী, দুই পিতামহ জয়ন্ত-মাধৱ আৰু আন আন পৰিয়ালবৰ্গ আহিছিল। গাংমৌলৈ অহাৰ আগেয়ে শংকৰদেৱে বৰদোৱাত চিহ্নযাত্ৰা ভাওনা কৰি অপূৰ্ব শিল্পী প্ৰতিভাৰ পৰিচয় দিছিল। গাংমৌত শংকৰদেৱে নিশ্চয় সেইস্থানৰ ভূঞা কেতাইখাঁৰ সহায়ত নামঘৰ সাজি ব্ৰহ্মপুত্ৰ আৰু বৰগাং নদীৰ সংগম স্থলত থাকিবলৈ লৈছিল। সেই সময়ত বৰ্তমানৰ বিহালী নামৰ পৰিবৰ্তে সেই সমগ্ৰ অঞ্চলৰ নাম গাংমৌ থকাহে সম্ভৱ। ইয়াতে শংকৰদেৱৰ তিনিজন পুত্ৰ জন্ম হোৱা বুলি কায়স্থ সমাজৰ ইতিবৃত্তত লিখিছে। কিন্তু ডঃ মহেশ্বৰ নেওগে গাংমৌত শংকৰদেৱৰ প্ৰথম পুত্ৰ ৰামানন্দৰ জন্ম বুলিহে সিদ্ধান্ত কৰিছে। আনহাতে বেজবৰুৱাদেৱে গাংমৌত শংকৰদেৱৰ দ্বিতীয় পুত্ৰ কমললোচন আৰু তৃতীয় পুত্ৰ হৰিচৰণৰ জন্ম বুলি লিখিছিল। গাংমৌত শংকৰদেৱৰ দুই পিতামহ জয়ন্ত-মাধৱৰ মৃত্যু হয়।

গাংমৌথানতে শংকৰদেৱে ইতিমধ্যে বৰদোৱাতে লিখিবলৈ আৰম্ভ কৰা কীৰ্তন পুথি পুনৰ ৰচনা কৰাত মনোনিবেশ কৰে। কীৰ্তনৰ পাষণ্ড মৰ্দন, অজামিল উপাখ্যান আৰু প্ৰহলাদ চৰিত্ৰ গাংমৌথানতে শংকৰদেৱে লিখি সমাপ্ত কৰে (কায়স্থ সমাজৰ ইতিবৃত্ত পৃঃ ৫০)। তদুপৰি 'গোপালে কি গতি কৈলে' আৰু 'পাৱে পৰি হৰি' বৰগীত দুটাও গাংমৌ থানতে লিখা বুলি 'কথা-গুৰুচৰিত' পুথিত উল্লেখ আছে (পৃঃ ৪৪)। দৈত্যাৰি ঠাকুৰৰ মতে কাশীৰ পৰা অহা জগদীশ মিশ্ৰৰ পৰা গাংমৌথানতে শংকৰদেৱে ভাগৱত গ্ৰন্থ শুনে আৰু ভাগৱত পাঠৰ অন্তত জগদীশ মিশ্ৰৰ গাংমৌত মৃত্যু হয় আৰু ভাগৱত গ্ৰন্থ শংকৰদেৱৰ হাতলৈ আহে। 'বৰদোৱা গুৰু-চৰিত' মতে গাংমৌথানত সতানন্দ ওৰফে দেৱীদাস ওৰফে পেনপেনি কায়স্থ নামে বিশ্বনাথ দেৱালয়ৰ দেৱীভক্ত কায়স্থই ব্ৰহ্মপুত্ৰৰে উজাই শংকৰদেৱৰ শৰণ লৈ 'বৰভকত' নাম পায়। পেনপেনি কায়স্থৰ পুত্ৰ চাৰিগৰাকীৰ নামেৰে বিশ্বনাথ চাৰিআলিৰ দগাঁৱত চাৰিকৃষ্ণ থান বৰ্তমানো আছে।

শংকৰদেৱ গাংমৌত থকা অৱস্থাত এই অঞ্চলৰ আৰ্থিক, সামাজিক তথা জনগোষ্ঠীয় বসতিৰ অৱস্থা কেনে আছিল সেইবোৰ দিশ বৰ্তমানো বিশ্লেষণ হোৱা নাই। প্ৰচলিত কিংবদন্তীসমূহহে এইবোৰ দিশ অধ্যয়নৰ সমল হ'ব পাৰে। আলোচনা দীঘল হোৱাৰ ভয়ত এইদিশ বৰ্তমানে আলোচনাৰ পৰা বিৰত থকা হ'ল। থোৰতে উল্লেখ কৰিব পাৰি যে প্ৰচলিত কিংবদন্তীমতে পৰমানন্দ মিৰি দেউৰী আতৈ নামৰ লোকে গাংমৌত শংকৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰে আৰু গাংমৌ এৰাৰ সময়ত এওঁকেই শংকৰে থানৰ দায়িত্ব অৰ্পণ কৰি থৈ যায়। বৰ্তমান গাংমৌ থানৰ কাষত থকা মিৰি পথাৰে এই অঞ্চলত সেই সময়ত মিছিং লোক থকাৰ সম্ভেদ দিয়ে। তদুপৰি হেলেম মিছামাৰীৰ জনৈক লোকে এতিয়াও পৰমানন্দৰ বংশৰ বুলি কৈ গৌৰৱ কৰে। আন এটা কিংবদন্তীমতে বৰ্তমান এছিয়াৰ



বৃহত্তম চাহবাগিচা মোনাবাৰী অঞ্চলৰ জনৈক মনা নামৰ কৃষকে শংকৰদেৱৰ শৰণ ভজন লৈ 'মনা-ভকত' নাম পায়; আৰু মনাভকতৰ ঘৰৰ ভেটি অঞ্চলেই বৰ্তমান মোনাবাৰী চাহবাগিচা অঞ্চল। তদুপৰি অৰুণাচলৰ এজন মিচি গামেও গাংমৌত শংকৰদেৱৰ শৰণ লৈ বৰভকত হোৱা বুলি কিং-বদন্তীৰ পৰা জনা যায়। এই মিচিগামৰ কিং-বদন্তীটো যথেষ্ট দীঘল আৰু শুনিবলৈ ভাললগা। এনে বহুত কিংবদন্তী গাংমৌথানৰ লগত জড়িত হৈ আছে আৰু ক্ৰমে বৃদ্ধলোকৰ মৃত্যুৰ লগে লগে এইবোৰ হেৰাই যোৱাৰ উপক্ৰম হৈছে।

গাংমৌ এৰি শংকৰদেৱে আত্মীয়-স্বজন সহ মাজুলীৰ ধুৱাহাট নামৰ স্থানলৈ যায় গৈ। বৰদোৱা গুৰু চৰিতত ডফলাই গোবধৰ বাবে শংকৰদেৱে গাংমৌ এৰা বুলি লিখিছে। বেজবৰুৱাই ভোটৰ ভয়ত গাংমৌ এৰা বুলি মন্তব্য দিছে। ডঃ মহেশ্বৰ নেওগে ৰামচৰণ ঠাকুৰৰ মত সমৰ্থন কৰি কৈছে যে শংকৰদেৱে কোঁচৰ আক্ৰমণৰ ভয়তহে গাংমৌ এৰিছিল।

বৰ্তমানে শংকৰদেৱ প্ৰতিষ্ঠিত পুৰণি গাংমৌ থানখন নাই। খহনীয়াত মূল থানখন আনুমানিক ১৯২৭।২৮ চনত ব্ৰহ্মপুত্ৰত জাহ গ'ল। এই পুৰণি থানখন প্ৰথমতে খেৰৰ আছিল আৰু ইয়াৰ আশে-পাশে যথেষ্ট পুৰণি শিল আছিল। থানৰ কামতে থকা এটা গাঁত থকা শিলৰ পৰা অনবৰত পানী ওলাই আছিল বুলিও দেখা বৃদ্ধ লোকে কয়। পিছত থানৰ গৃহ স্থানীয় ৰঘুবীৰ ছেত্ৰী নামৰ নেপালী বৈষ্ণৱ গো-পালকে তেজপুৰৰ পৰা টিনপাত আনি নিৰ্মাণ কৰি দিয়ে। খহনীয়াৰ সময়ত ৰাইজে টিনপাতবোৰ আঁতৰাই আনে। গাংমৌ থানৰ গাতে লগাকৈ থকা বগা পদুম ফুলেৰে ভৰা শংকৰদেৱৰ দিনৰ পদুমনি পুখুৰী-টোৰ এক অংশও উক্ত খহনীয়াতে জাহ যায়। বৰ্তমানে শংকৰদেৱৰ বাসগৃহ বুলি প্ৰবাদ থকা ওখ স্থান বিশেষত প্ৰায় একলাখতকৈও অধিক

টকা ব্যয় কৰি নতুনকৈ গাংমৌথানখন নিৰ্মাণ কৰা হৈছে। ১৯৮১ চনৰ ১৬ জুলাই তাৰিখে এই নৱনিৰ্মিত গাংমৌথান প্ৰতিষ্ঠা কৰা হয়। ইয়াত বৰ্তমানে শংকৰদেৱৰ দিনৰ একো পুৰণি বস্তু নাই। কিছুদিনৰ আগতে স্থানীয়ভাৱে পোৱা এটা শিলৰ মূতিক বাইজে শংকৰদেৱৰ মূতি বুলি গাংমৌথানত সংৰক্ষণ কৰিছে। এই মূতিৰ ফটো কিছু বছৰ আগতে 'অসমবাণী' কাকতৰ কোনো এটা সংখ্যাত প্ৰকাশ হৈছিল। অৱশ্যে মূৰ্তিটো আমাৰ দৃষ্টিত বৌদ্ধ মূতি যেনহে অনুমান হয়।

বৰ্তমানে এই গাংমৌথানখন পুনৰ ব্ৰহ্মপুত্ৰই গৰাখহাই আগবাঢ়ি অহাত থানখন ব্ৰহ্মপুত্ৰৰ কাষ চাপি গৈছে। গৰাখহনীয়া বোধ কৰি এই ঐতিহাসিক থানখন ৰক্ষা কৰিবলৈ সদৌ দৰং জিলা (অবিভক্ত) ছাত্ৰ সন্থাকে ধৰি বিভিন্ন সংগঠনে দাবী উত্থাপন কৰি আহিছে। অৱশ্যে বৰ্তমানে এই দিশত তেনে কোনো প্ৰচেষ্টা দেখা নাই। তদুপৰি গাংমৌথানৰ সমূহ দিশ সামৰি থানখনৰ সুস্থ ইতিহাস উদ্ধাৰৰ বাবেও প্ৰচেষ্টাৰ প্ৰয়োজন আছে। কিয়নো গাংমৌথানৰ বুকুতে শংকৰদেৱে ৰাজ্য চৰ্চাৰ চিন্তা সম্পূৰ্ণ পৰিত্যাগ কৰি কায়-মনোবাক্যে ধৰ্ম চৰ্চাত ব্ৰতী হৈ পৰে। শংকৰদেৱৰ এই মানসিক উত্তৰণৰ সঠিক বৈজ্ঞানিক বিশ্লেষণৰ বাবেও গাংমৌথানৰ ইতিহাস উদ্ধাৰৰ গুৰুত্ব আছে বুলি আমি ভাবো। ০০০



# ভিন্ন গ্ৰাম, ভিন্ন নাম / স্বৰ্ণ হাজৰিকা

ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে 'অসমৰ লোকসংস্কৃতি' নামৰ গ্ৰন্থত অসমৰ গাঁৱৰ বিষয়ে কৰা আলোচনা প্ৰসংগত কৈছে, গাঁও স্থাপনত যাইকৈ স্থান নিৰ্বাচনৰ ওপৰতহে অধিক মন দিয়া হয়। ইয়াৰ কাৰণে ওখ বাৰী মাটি, ৰাজআলিৰ কাষ, পুখুৰী, নৈ, নিজৰা আদিৰ পাৰ উপযুক্ত। গাঁও পতা প্ৰসংগত পুৰণি প্ৰবাদ এফাঁকি মন কৰিবলগীয়াঃ "কূল ল কূল ল নদীৰ কূল ল, সঙ্গ ল সঙ্গ ল জাতিৰ সঙ্গ ল।" বিশেষকৈ আগৰ দিনত যাতায়াতৰ সুবিধা নদীয়েদি; সেইদেখি প্ৰায়বোৰ পুৰণি নগৰ, গাঁও নদীৰ পাৰত পতা হৈছিল। বাট-পথৰ সুচল হোৱাত আহোম যুগৰপৰা আমাৰ দেশত গাঁওবোৰ যাইকৈ ৰাজআলিৰ কাষত স্থাপন কৰাৰ ব্যৱস্থা হ'ল। প্ৰতিখন গাঁৱৰে এক ভৌগোলিক সীমাৰ বাহিৰেও সুকীয়া সুকীয়া নাম আছে। এই নামবোৰৰপৰা স্থান বৈশিষ্ট্য (যেনে গাখীৰ খোৱা), স্থান মাহাত্ম্য (শিৱথান), প্ৰকৃতি পৰিচয় (তামোলবাৰী), কোনো জাতিৰ প্ৰাধান্য (গণক পুখুৰী) আদি বুজিব পাৰি।

বিশ্বনাথ চাৰিআলি অঞ্চলৰ সৰু-বৰ যিবোৰ গাঁও আছে সেই গাঁৱৰ নামবিলাকৰ ওপৰত চলোৱা সমীক্ষাই বৰুৱাদেৱৰ উল্লিখিত কথাবোৰৰ সত্যতা প্ৰমাণ কৰে। এই অঞ্চলত থকা লুইতৰ পাৰৰ বিশ্বনাথৰ কথাই ধৰা যাওঁক। একালত বাণাসুৰে ইয়াত বিশ্বনাথ ক্ষেত্ৰ স্থাপন কৰিবলৈ লোৱাৰ পৰাই ঠাইখনৰ নাম বিশ্বনাথ হয়। এক কথাত ক'বলৈ গ'লে এজন দেৱতাৰ নামেৰেই ঠাইখনৰ নামকৰণ কৰা হ'ল।

বিশ্বনাথৰ নিচেই সমীপতে আছে বিশ্বনাথ দগাঁও। ঠাইখনৰ ভূমিভাগ দ। চাৰিওপিনে পথাৰ। নদীকূলস্থ এই ঠাইখন দগাঁও নামেৰেই আজিও পৰিচিত। বিশ্বনাথ দেৱালয়ৰ ৪ কিঃমিঃ উত্তৰে ভীৰগাঁও। এই গাঁৱত বহাগৰগোসাঁই বিহুৰ দিনা এখন মেলাত হোৱা জনতাৰ ভীৰৰপৰাই এই ঠাইখনৰ নামো ভীৰগাঁও হয়। ভীৰগাঁৱৰ কাষতেই পানীভঁড়াল গাঁও অৱস্থিত। এই অঞ্চলত বাৰমাহে পানী থকা পদুমনি পুখুৰীটো অতীজত পানীৰ ভঁড়াল হিচাপে গণ্য কৰা হৈছিল। সেই পানী ভঁড়ালৰ ব্যৱহাৰ ইংৰাজ শাসনৰ আৰম্ভণি কালত আনকি চৰকাৰী লোকেও ব্যৱহাৰ কৰাৰ কথা মাহুহে কয়। ইয়াৰেপৰাই পানীভঁড়াল নামটোৰ উৎপত্তি।

কেতিয়াবা জীৱ-জন্তুক কেন্দ্ৰ কৰিও গাঁৱৰ নাম দিয়া প্ৰথা অসমত বহুত আছে। হাতীবন্ধা, শিয়ালমৰা, গাহৰি পুখুৰী আদিয়েই ইয়াৰ নিদৰ্শন। চাৰিআলিৰ ওপৰ বাঘমৰা অঞ্চলটো একালত হাবি-জংঘলেৰে পৰিপূৰ্ণ আছিল। ইয়াতেই ৰাইজে একগোট হৈ জাল পাতি বাঘ ভেটি মাৰিছিল। ইয়াৰপৰাই এই ঠাইৰ নামৰ উৎপত্তি হয়। সম্প্ৰতি এই অঞ্চলটো ওপৰ, মাজ আৰু নাম বাঘমৰা

নামে জনাজাত হৈছে। চাৰিআলিৰ পূবপ্ৰান্তৰ সামৰিখোৱা গাঁৱৰ নামটোৰ উৎপত্তিত গোমাই আছে নগাঁও জিলাৰ সামৰুখোৱা নামৰ ঠাইৰ পৰা দুঘৰ মানুহ আহি অতীজত এই ঠাইত খানিকা পতাৰ কাহিনী। আন এটা মত হল, অতীজত এই ঠাইত বিভিন্ন মানুহৰ মাজত হোৱা বাদ-বিবাদ বুজাপৰাৰ মাজেদি মিতমাত কৰি সকলোকে সামৰি লৈ প্ৰীতিভোজ খোৱাৰ প্ৰথা এটা থকাৰপৰাই সামৰিখোৱা নামটি হয়।

এখন বৃহৎ গাঁও- নাম লেহগাঁও। ঠাইখন চাৰিআলিৰ উত্তৰে। এই উন্নত জনবহুল গাঁওখনৰ নামৰ উৎপত্তিৰ বিষয়ে দুটা মত শুনিবলৈ পোৱা যায়। 'লেহ' শব্দৰ অৰ্থ হ'ল এবিধ বাম মাটিত হোৱা বন। অতীজত এনে বন এই অঞ্চলত বহু ঠাই জুৰি আছিল। সেই লেহ বনৰপৰাই উৎপত্তি হোৱা গাঁৱৰ নাম যেনে-- উলুবাৰী, তৰাজান, বাঁহবাৰী আদিৰ কথা স্মৰণ কৰিব পাৰি। আন এচাম লোকে কয়- 'লেহ' ফৈদৰ নামানুসাৰে ঠাইখনৰ নাম লেহগাঁও হয়।

জাতিবাচক শব্দৰপৰা অসমত উৎপত্তি হোৱা গাঁৱৰ সংখ্যা অনেক। বামুণগাঁও, কেওটকুছি, কলিতাগাঁও আদিয়েই ইয়াৰ উদাহৰণ। চাৰিআলিৰ কোঁচগাঁওখনেই এই কথাৰ সত্যতা দাঙি ধৰিছে। একালত এই অঞ্চলত কোঁচবংশৰ সুদক্ষ চিকাৰী সপৰিয়ালে আন ঠাইৰপৰা আহি ইয়াৰ বাসিন্দা হয়হি। সময়ত তেওঁলোকৰ পৰিয়াল বাঢ়িল। আন কিছুমান মানুহেও ঠাইখন সুচল পাই ঘৰ-দুৱাৰ সাজিবলৈ লয়। ঠন ধৰি উঠিল এখন গাঁও। এই গাঁৱে এদিন নাম পালে কোঁচগাঁও। অসমত ঘাইকৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে নদুৱাৰ, চাৰিদুৱাৰ, ছয়দুৱাৰ অঞ্চলত নগাঁও নামৰ ঠাই কেবাখনো আছে। ইয়াৰ কাৰণ এই যে অতীজত দক্ষিণপাৰৰ নগাঁও জিলাৰপৰা নানান প্ৰাকৃতিক দুৰ্যোগ আৰু লগতে মানভগনৰ কালত বহু লোকে আহি উত্তৰ পাৰত বসতি আৰম্ভ কৰে। উল্লিখিত লেহগাঁৱৰ পূবত অৱস্থিত নগাঁৱৰ উৎপত্তি এইদৰে হয় বুলি কোৱা লোকৰ সংখ্যা সৰহ।

নগাঁৱৰ দৰে 'বৰি' গাঁৱৰ সংখ্যা অসমত কম নহয়। 'বৰি' শব্দটো মূলত সংস্কৃতৰ 'ব্ৰতিকা' শব্দৰপৰা আহিছে। ইয়াৰ অৰ্থ হ'ল ওখ আৰু বননি হৈ থকা মাটি বা চন পৰি থকা ওখ মাটি। বৰ্তমানৰ বৰিগাঁওখনো যি অঞ্চলত অৱস্থিত সেই ঠাইখন জনাকীৰ্ণ হোৱাৰ আগতে ই আছিল এখন বিস্তীৰ্ণ মুকলি ঠাই। হয়তো পহিলাচাম বাসিন্দাই এই মুকলি ঠাইখনৰ ওখ আৰু বননিৰ প্ৰতি লক্ষ্য ৰাখি বৰিগাঁও নাম থৈছিল।

আন এখনি গাঁও কোবাই গড়া। এই গাঁৱৰ নামৰ উৎপত্তিৰ লগত দুটা মত শুনিবলৈ পোৱা যায়। প্ৰথমটো হ'লঃ এই ঠাইত অতীজতে ধাতু পিটি কোবাই বাচন-বৰ্তন বনোৱা মানুহ এজন আছিল। সেই মানুহজনৰপৰাই ঠাইখনৰ নাম কোবাইগড়া হয়। আন এটা মতে কয় সেই অঞ্চলৰ এজন অতীব সুন্দৰ চেহেৰাৰ মানুহ দেখি কোনো এক ৰজাই মন্তব্য দিছিলঃ "মানুহজন সোণাৰীয়ে সোণ পিটি কোবাই মূতি গঢ়াৰ দৰেহে"। ৰজাৰ সেই কথাষাৰৰপৰাই মানুহজনৰ নাম কোবাই গড়া হয় আৰু সেই নামানুসাৰে ঠাইখনৰো নাম কোবাইগড়া গাঁও হয়।

চাৰিআলিৰ উত্তৰ অঞ্চলত এটা পুখুৰী আছে তাৰ নাম কুঁৱৰী পুখুৰী। এই পুখুৰীৰ পাৰৰ ঠাইখন বৰ্তমান কুঁৱৰী নামে জনজাত। জনবিশ্বাস মতে প্ৰতাপসিংহ ৰজাই তেওঁৰ ৰাণীৰ ব্যৱহাৰৰ বাবে এই পুখুৰী খন্দাইছিল। আন এখন গাঁও মৰলগাঁৱৰ উৎপত্তিৰ বিষয়ে খবৰ কৰি জনা গ'ল অতীজতে এই ঠাইত বাস কৰা এজন প্ৰভাৱশালী লোক মৰল শইকীয়াৰপৰাই পৰৱৰ্তী কালত ঠাইখনৰ পাম মৰলগাঁও ৰূপে জনাজাত হয়। গাওঁখন চাৰিআলি নগৰৰ প্ৰায় সীমাতে অৱস্থিত।

বিশ্বনাথ চাৰিআলিৰ প্ৰায় ৬ কিঃমিঃ উত্তৰৰ এখন উন্নত ঠাই হ'ল পাভৈ। পাভৈ নামেৰে চাৰিআলিত ইতিমধ্যে কেইবাটাও অনুষ্ঠান গঢ়ি উঠিছে। একালত ঠাইখনত পাভ মাছ প্ৰচুৰ পৰিমাণে পোৱা গৈছিল বাবেই ঠাইখনৰ নাম পাভ শব্দৰপৰা অপভ্ৰংশ হৈ পাভৈ হয়গৈ। আন কেতবোৰ লোকে আকৌ কয়, পাভৈ নামৰ মটক ৰজাৰ কুঁৱৰী এগৰাকীৰ নামানুসাৰে ঠাইখনৰ নাম পাভৈ হয়গৈ।



আগতেই উল্লেখ কৰা হৈছে গছৰ নামৰপৰাও কেতিয়াবা একোখন ঠাইৰ নাম হয়। ইয়াৰে এটা উদাহৰণ খৰাশিমলু। প্ৰকাণ্ড আগমৰা শিমলু এজোপাৰপৰাই গাঁওখনৰ এই নাম হয়। জৰাগছৰ আধিক্যৰপৰা হোৱা আন এখন গাঁৱৰ নাম জৰাবাৰী। অৱশ্যে আন কিছুমানৰ মতে পুৰণি কালত কোনো এক ৰজাৰ বিষয়াৰ অত্যাচাৰত ঠাইখনৰ লোক জৰ্জৰিত হোৱাৰ বাবেই ঠাইখনৰ নাম জৰাবাৰী হয়।

বন্যপ্ৰাণী বনৰজা বাঘৰপৰা হোৱা বাঘমাৰী অঞ্চলটো চাহ বাগিচা সমন্বিতে এটা বিৰাট অঞ্চল। অতীজতে এই অঞ্চলটো হাবি-বননিৰে ভৰা আছিল। বাঘকে ধৰি ই আছিল বিভিন্ন বন্যপ্ৰাণীৰ লীলা ভূমি ; কিন্তু আজি ইয়াৰ চেহেৰাৰ তেনেই পৰিবৰ্তন ঘটিল।

গড়েহাগি এখন আদৰ্শ গাঁও। উৎপত্তিৰ বিষয়ে অনুসন্ধান কৰোতে কিছুমান লোকে ক'লে, অতীজতে ঠাইখন গৰা আৰু হাবিৰে ভৰা আছিল আৰু তাৰপৰাই হ'ল গৰাহাবি। আন কিছুমানৰ মতে এই অঞ্চলত জাক পাতি গড়ে আহি বিচৰণ কৰিছিল। সেই গড়ৰ নামৰ পৰাই গড়েহাগি নামৰ উৎপত্তি হয়। গাঁৱৰ নামফলকত 'গঁড়েহাগি' নামটো প্ৰয়োগ কৰা দেখা গৈছে।

চাৰিআলি নগৰৰ পশ্চিম প্ৰান্তৰ চাহবাগিচাই ঘেৰা এটি অঞ্চল নীলপুৰৰ উৎপত্তিৰ বিষয়ে প্ৰশ্ন কৰাত যি উত্তৰ পোৱা গ'ল সি হ'ল এনেকুৱাঃ "কলিকতাৰ নীলমণি নামৰ এগৰাকী মহিলাই প্ৰতিষ্ঠা কৰা বাগানখনেই প্ৰথমতে ঠাইখনত জনবসতিৰ সূচনা কৰে। উক্ত মহিলা গৰাকীৰ নামৰপৰাই পৰৱৰ্তী কালত ঠাইখন নীলপুৰ নামে জনাজাত হয়।

কৃষিজীৱি বিভিন্ন সম্প্ৰদায়ৰ লোকৰ বসতি অঞ্চল কুমলীয়া লুইতৰ উত্তৰপাৰৰ এক বিস্তীৰ্ণ অঞ্চল। অতীজতে এই অঞ্চল কোমল ঘাঁহৰ বননিৰে ভৰি থকাৰপৰাই মানুহে ঠাইখনৰ নাম কুমলীয়া দিছিল।

একোখন গাঁৱে একোখন সৰু বুৰঞ্জী বুকুত লৈ থাকে। এই বুৰঞ্জী খুচৰিলে অনেক আমোদজনক আৰু কৌতুহল উদ্দীপক কথা ওলাই পৰে। এই সৰু নিবন্ধত চাৰিআলি অঞ্চলৰ আশে পাশে থকা সৰু বৰ কেইখনমান গাঁৱৰ নামৰ উৎপত্তিৰ বিষয়ে মাত্ৰ পৰ্যালোচনা কৰা হ'ল। ০০০



# বিশ্বনাথ মহকুমাৰ এখনি পুৰণি বড়ো গাঁও কাঁড়ীগেৰাজ

তুলাৰাম মোছাহাৰী

বিশ্বনাথ মহকুমাৰ অন্তৰ্গত ৰক্ষজান মৌজাৰ কাঁড়ীগেৰাজ এখন অতি পুৰণি বড়ো গাঁও। ঘাঁহিগাঁও চাৰিআলিৰপৰা ই ৬ কিঃমিঃ উত্তৰে। বিগত ১৯৮৩ চন আৰু ১৯৮৯ চনত হোৱা নিন্দনীয় ভাতৃঘাতী সংঘৰ্ষবোৰত এই গাঁওখনে ইয়াৰ অৰ্ধেক অবড়ো লোকৰ সৈতে কোনো বিৰূপ মনোভাব পোষণ নকৰি শান্তি সম্প্ৰীতিৰে বসবাস কৰি থাকি এক উল্লেখযোগ্য আদৰ্শ প্ৰতিষ্ঠা কৰিছে।

কাঁড়ীগেৰাজ গাঁৱত বড়ো লোকৰ সংখ্যা ৭৫ ঘৰ। গাঁওখনৰ প্ৰথম আৰম্ভণি সম্পৰ্কে নিৰ্দিষ্টকৈ জনা নগ'লেও আহোম যুগতে যে হৈছিল সেই কথা নিশ্চয়কৈ জানিব পাৰি। গাঁৱৰ বৃদ্ধ লোকসকলে, তেওঁলোকৰ উপৰিপুৰুষ সকলৰ পৰা শুনি আমাক কোৱা মতে, অসমত যেতিয়া আহোমসকলে ৰাজত্ব কৰিছিল, তেতিয়া উত্তৰৰ পাহাৰীয়া জাতিবোৰে (ডফলা) তেওঁলোকৰ সীমাৰ ওচৰত থকা আহোম ৰাজাৰ গাঁওবোৰ বাৰে বাৰে আক্ৰমণ কৰিছিল। সেইবাবে পাহাৰীয়া জাতিবিলাকৰ পৰা গাঁওবোৰ ৰক্ষা কৰিবলৈ প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত ডফলা গড়টো বন্ধোৱাৰ উপৰিও সেই ঠাইত অনেক ধনু-কাঁড় লৈ যুদ্ধ কৰিবপৰা ৰণুৱা কাঁড়ী সৈন্যৰ চাউনি নাইবা এটা গেৰাজ পতা হৈছিল কাৰণে গাঁওখনৰ নাম কাঁড়ীগেৰাজ হয়। বৰ্তমান কাঁড়ীগেৰাজ গাঁৱত পুৰণি গড়টোৰ কোনো স্মৃতি-চিহ্ন নাই।

মুঠ কথাত ক'বলৈ হ'লে, কাঁড়ীগেৰাজৰ বড়োসকলৰ শিক্ষা-দীক্ষা, অৰ্থনৈতিক, সামাজিক তথা সাংস্কৃতিক অৱস্থাই অসমৰ বহু ঠাইৰ বড়োলোকবো প্ৰতিনিধিত্ব কৰে বুলি ক'ব পাৰি। গাঁওখনৰ মুঠ ১৫০ ঘৰ বড়ো আৰু আন লোকৰ মাজত থকা একমাত্ৰ শিক্ষানুষ্ঠানটি হৈছে কাঁড়ীগেৰাজ প্ৰাথমিক বিদ্যালয়। বড়োসকলৰ মাজত শিক্ষাৰ বিশেষ অগ্ৰগতি হৈছে বুলিব নোৱাৰি। স্নাতকোত্তৰ ডিগ্ৰীধাৰী লোক অদ্যপৰিমিত কোনো এজন ওলোৱা নাই। এতিয়ালৈকে মাত্ৰ চাৰিজন স্নাতক হৈছে আৰু এইকেইজনেই হৈছে গাঁওখনৰ বড়োসকলৰ মাজত চাকৰিয়াল। ইয়াৰ বাহিৰে কোনো চৰকাৰী চাকৰিয়ালো নাই। বৰ্তমান উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু মহাবিদ্যালয়ত পঢ়ি থকা মুঠ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ১২ জন; ইয়াৰে পাঁচগৰাকী ছোৱালী। কিন্তু এতিয়ালৈকে কোনো ছোৱালীয়ে ডিগ্ৰী পৰ্যায়ত পঢ়াৰ সৌভাগ্য হোৱাগৈ নাই।

শিক্ষাৰ অৱস্থাই গাঁওখনৰ অৰ্থনৈতিক অৱস্থাবো প্ৰতিফলন কৰিছে। কৃষিজীৱী গাঁওখনৰ সকলো পৰিয়ালৰে কম-বেছি পৰিমাণে খেতিৰ উপযোগী মাটি আছে যদিও বছৰ জুৰি তেওঁলোকক খাবলৈ নাটে। ৭৫ ঘৰৰ ভিতৰত মাত্ৰ ২০ ঘৰৰহে বছৰটো খাবলৈ আটে। বাকীসকলে নাটনি পৰা দিনবোৰ চলাবলৈ বাগিচাত হাজিৰা-মজুৰীৰ কাম কৰে আৰু কোনো কোনোৱে মদৰ ব্যৱসায় কৰিবলগা হয়। গৰু, গাহৰি, ছাগলী, হাঁহ, কুকুৰা, পাৰ ইত্যাদি হ'ল সকলো পৰিয়ালৰে পোহনীয়া জীৱ-জন্তু। কোনো কোনো পৰিয়ালৰ ম'হও আছে; পিছে গাখীৰ বেচিব পৰাকৈ নাই। টেটোনবাৰী বজাৰেই হৈছে গাঁওখনৰ একমাত্ৰ বেহা-বেপাৰৰ ক্ষেত্ৰ। তাতেই গঞ্চালোকে নিজৰ ধান-চাউল আৰু আন আন পোহনীয়া জীৱ-জন্তু বিক্ৰী কৰি আৱশ্যকীয় বস্তুবোৰ কিনে। পিছে টেটোনবাৰীৰ পকী আলিলৈ অহা গাঁওখনৰ একমাত্ৰ ডেৰ কিঃমিটাৰ দৈৰ্ঘ্যৰ পথটোত আজি পৰ্যন্ত কোনো গাড়ী-মটৰ চলাবপৰা অৱস্থা হোৱাগৈ নাই। গাঁওখনত কোনো লোকৰে পকী ঘৰ নাই, টিনৰ বাতামী ঘৰ অৱশ্যে দহ ঘৰমানৰ আছে। কোনো লোকৰে স্থায়ী দোকান-পোহাৰ কিম্বা অন্য কাৰিকৰী বৃত্তি নাই। ছোৱালীবিলাকে বজাৰৰপৰা সূতা কিনি নিজৰ আৱশ্যকীয় কাপোৰ-কানি ঘৰুৱা তাত শালত বৈ-কাটি লয়।

অৰ্থনৈতিক দুৰাৱস্থাৰ মাজতো গাঁওখনৰ সামাজিকতা তথা সাংস্কৃতিক জীৱন বৰ্ণাঢ্য বুলিব পাৰি। আদিম ধৰ্মীয় ৰবাই বাথৌ বা শিৱ পূজাৰ প্ৰাধান্য অদ্যাপি গাঁওখনত দেখা যায়। তথাপি তেত্ৰিশ কোটি আন দেৱতাৰ বিশ্বাসো আছে। ৰবাই বাথৌৰ পূজা সাধাৰণতে ক'লা বা বগা ৰঙৰ ভোবোলা ছাগলী বলি দি ঘৰে ঘৰে ৰহাগৰ এক তাৰিখে পাতে। শিৱকে কেন্দ্ৰ কৰি পতা এই পূজাত ৩৩ কোটি দেৱতাকো একেলগে ২৩ ভাগত বিভাগ কৰি পূজা দিয়া হয়। পূজা কৰা থাপনা পাতি ২৩ ভাগত কলপাত ভগাই দি তাত দুযোৰ তামোল পাণ দি দুযোৰ মতা-মাইকী কুকুৰা বলি দিয়াৰ নিয়ম। তাৰ পাছতেহে বগা বা ক'লা ছাগলী বলি দিয়া হয়।

শিৱ পূজা আৰু আনুষংগিক উক্ত পূজাটোৰ উপৰি গাঁওখনত প্ৰচলিত আন এটা বিশেষ পূজা হৈছে 'হাচুং ফঁুজা' বা বনদেৱতাৰ পূজা। অৱশ্যে এই পূজা কুবেৰক উদ্দেশ্যে দিয়া হয় বুলিহে কোৱা হয়। ই গাঁওখনৰ সামূহিক পূজা। ইয়াকে গাৰ্জা পূজাও বোলে। গাঁৱৰ ৰাইজে সাধাৰণতে জেঠ মাহৰ এটা শনিবাৰে মিলিত হৈ গাঁৱৰ কাষৰীয়া এডোখৰ হাবি-বনে আগুৰি থকা ঠাইত পূজাৰ বেদী বা গাৰ্জাশালি বনাই এই পূজা পাতে। এই পূজাত নিজৰ নিজৰ দিব লগা কুকুৰা, ছাগলী আদি বলি দি হোৱাৰ পাছত পূজাৰ থানৰপৰা স্বকীয় বস্তুখিনি পুনৰ উঠাই ঘৰলৈ লৈ অনাৰ নিয়ম প্ৰচলিত আছে।

অন্যান্য ঠাইৰ বড়োসকলৰ দৰে খেৰায় নৃত্য আৰু পূজা কাঁড়ীগেৰাজ গাঁৱৰো এটা উল্লেখযোগ্য মহোৎসৱ। এই নৃত্য ফাগুণ বা চ'ত মাহত গাঁৱৰ ৰাইজে সমবেত হৈ উদ্‌যাপন কৰে। এই অনুষ্ঠান উপলক্ষে গাঁৱৰ এক নিৰ্দিষ্ট ঠাই বাচি লোৱা হয় আৰু তাতে এখন থাপনা পতা হয়। এই নৃত্যৰ উপলক্ষে এজন দেওধাই বা দেৱধ্বনি আৰু পূজাৰ কাম সম্পাদন কৰিবলৈ এজন পুৰোহিত বা দেউৰী থাকে। যিজনে পূজাৰ থলিত নাচিব তেওঁৰ ঘৰত গাঁৱৰ ৰাইজে পূজাৰ আগৰাতি মাদল, বাঁহী আদি বজাই নৃত্য-গীত কৰাৰ নিয়ম। পিছদিনা ৰাইজে এখন ৰঙীণ গামোচাৰে সৈতে এযোৰ মাদল (খাম), এযোৰ বাঁহী (চিফুং) আৰু এযোৰ মঞ্জৰী (জমা) আদি বজাই বজাই দেওধাজনক আদৰি পূজাৰ বেদীলৈ লৈ আনে। পূজাৰ থলিত দেউৰীজনে মন্ত্ৰাদি গাই দেউৰীক নচুৱাই থাকে। দেওধাইৰ নৃত্য চলি থকা অৱস্থাতে ছাগলী বলি দিয়া হয়। এই পূজাত ওঠৰজন দেৱতাৰ উপলক্ষে পূজা দিয়া আৰু সেই কাৰণে দেওধাজনে ওঠৰজন দেৱতাৰ উদ্দেশ্যে ওঠৰ প্ৰকাৰে নৃত্য কৰিব লাগে। সেই নাচ চলি থকাৰ সময়তে দেওধায়ে গঞা ৰাইজৰ ভূত-ভৱিষ্যতৰ কথা কৈ দিব পাৰে আৰু ৰাইজেও তেওঁৰ বক্তব্যকে দেৱতাৰ বাণী বুলি বিশ্বাস কৰে।

গাঁওখনত প্ৰচলিত বিবাহ পদ্ধতি মন কৰিব-

লগীয়া। কোনো ল'ৰাৰে ছোৱালী চাব লগা হ'লে সামাজিক নিয়মানুযায়ী অভিভাবক পিতৃ-মাতৃয়ে গাঁৱৰ মুখিয়াল দুজন লোক, দুগৰাকী মহিলা আৰু দুগৰাকী গাভৰু ছোৱালীক প্ৰথমে ছোৱালী ঘৰলৈ ছোৱালী চোৱাৰ বাবে লগত লৈ যায়। যাওঁতে লগত মদৰ কলহ নাইবা ইয়াৰ বিকল্প কোনো বস্তু নিয়াৰ নিয়ম। এইদৰে পাঁচবাৰমান অহা যোৱা কৰাৰ পাছত দুয়ো ঘৰৰ মাজত বুজা-পৰা হ'লে বিয়াৰ সিদ্ধান্তলৈ আহে। বিয়াৰ দিন ধাৰ্য হোৱাৰ লগে লগে বিয়াৰ লাগতিয়াল সামগ্ৰী যোগাৰ কৰা হয়। সেই সময়তে ল'ৰাৰ অভিভাৱকে ছোৱালীৰ মাক-বাপেকক নাইবা অভিভাবকক নিজৰ ঘৰলৈ মাতি আনি এটা গাহৰি মাৰি ভাত খুৱায় আৰু গাহৰিটোৰ আধা মাংস ছোৱালীৰ ঘৰলৈও পঠাই দিব লাগে। কাঁড়ীগেৰাজৰ সকলো বড়ো লোকেই যিহেতু শৈৱধৰ্মী বা আদিম ধৰ্মাৱলম্বী সেই কাৰণে তেওঁলোকৰ প্ৰচলিত সামাজিক নিয়ম মতে বিয়াৰ দিনা দৰাই কন্যাৰ ঘৰলৈ কন্যা আনিবলৈ নাযায়, বৰং কন্যাইহে দৰাৰ ঘৰলৈ অহাৰ নিয়ম। বিয়াৰ পাছত আঠ দিনৰ দিনা দৰা-কন্যা দুয়ো কিছুমান খাদ্য-বস্তু লগত লৈ কন্যাৰ ঘৰলৈ আঠমঙ্গলা খাবলৈ যাব লাগে। এই নিয়ম আন অসমীয়া মানুহৰ সৈতে একে।

কাঁড়ীগেৰাজৰ বড়োসকলে অসমৰ অন্যান্য সম্প্ৰদায়ৰ দৰেই বহাগ বিহুক জাতীয় উৎসৱ হিচাপে পালন কৰে। এই বিহু চ'ত মাহৰ শেষৰ দিনৰপৰা আৰম্ভ কৰি বহাগৰ সাত দিনলৈকে পতা হয়। বহাগ বিহুৰ প্ৰথম দিনা, অৰ্থাৎ গৰু বিহুৰ দিনা বড়োসকলে চৰুছাঁই-মিঠাতেল মিহলাই গৰুবোৰৰ গাত ক'লা ক'লা দাগ লগাই দিয়ে আৰু লগতে শিংবোৰত মিঠাতেল ঘঁহি দিয়ে। ইয়াৰ পাছত দীঘলতি, মাখিয়তিৰ লগতে এটা নতুন খৰাহিত নাইবা চাকত লাও, বেঙেনা, হালধি, থেকেৰা আদি চকলিয়াই কাটি লৈ গৰুবোৰ নৈত গাধুৱাবলৈ খেদি লৈ যায়। গধূলি তৰা বা মৰাপাটৰ পৰা বাটি উলিওৱা ন-পঘাৰে গৰুবোৰ বন্ধা হয়। বন্ধাৰ আগতে পঘাবোৰত তেল হালধি ঘঁহি লোৱা হয়। সেই সন্ধ্যাতেই ঢেকীয়া, মাখিয়তি আৰু পথৰুৱা বিহলঙনিৰ সৈতে পদূলিত জাগ বা থুপা দিয়া হয়। উল্লেখনীয় কথা এই যে গৰু বিহুৰ দিনাই বড়ো তিৰোতাসকলে চিৰা, পিঠা আদি জা-জলপান ঢেঁকীত খুন্দি লয়।

গৰু বিহুৰ দিনা, অৰ্থাৎ বহাগ মাহৰ পহিলা তাৰিখে বড়োসকলে ব্যক্তিগতভাৱে এটা পূজা কৰে। সেয়াই হৈছে আমি ওপৰত উল্লেখ কৰি অহা শিৱ পূজা বা বৰাই বাথৌ। এই পূজা নকৰালৈকে ঘৰৰ প্ৰধান ব্যক্তিজনে কাৰো ঘৰত জা-জলপান কিম্বা মদ-পানী আদি খাব নোৱাৰে আৰু উক্ত দিনা তেওঁলোকে বৰাই বাথৌক পূজা আদি নিদিয়া পৰ্যন্ত সকলোৱে একো নোখোৱাকৈ থাকে। পূজাটো পতাৰ পাছতেই ইজনে আনজনক ঘৰলৈ গৈ বিহু খাব পাৰে। সেই দিনা বড়ো ডেকা গাভৰুৱে নতুন নতুন গামোচা দি মাক-দেউতাকক সন্মান জনাই আৰু আবেলি হ'লে গাঁৱৰ ডেকা-গাভৰুৱে মিলি গাঁৱত বিহু মাৰিবলৈ ওলাই যায়।

ইয়াৰ পাছত আহিল মাঘৰ বিহু। আজিৰপৰা তিনিপুৰুষমানৰ আগলৈকে মাঘ বিহুত কাঁড়ীগেৰাজৰ বড়োসকলে হাবিৰপৰা খৰি কাটি আনি এঠাইত মেজি সাজি তাত ঘিউ ঢালি যজ্ঞ কৰিছিল। সম্প্ৰতি অন্যান্য অসমীয়া লোকৰ দৰে পুহ মাহৰ দোমাহীৰ দিনা পথাৰত ভেলা ঘৰ সাজি তাত ৰাতি গাঁৱৰ সকলো মানুহে মিলি ভোজ ভাত খায়। তাৰ পাছদিনা ৰাতি নৌপুৱাওতেই গা-পা ধুই ভেলাঘৰত জুই লগাই দিয়ে আৰু তেতিয়াই সকলোৱে আহি মেজিৰ জুই পুৱায় আৰু মেজিলৈ মাহ-চাউল-তিল আদি উৎসৰ্গা কৰি অগ্নিত সেৱা কৰে। ইয়াৰ লগতে সৰুৱে ডাঙৰৰ ওচৰত আঁঠুলৈ আশীৰ্বাদ বিচাৰে আৰু ডাঙৰেও আশীৰ্বাদ দি সৰুক মৰম যাচে।



কাতি বিহু, অৰ্থাৎ কঙালী বিহু উদ্‌যাপন কৰা নিয়মো বড়োসকলৰ মাজত আছে। অৱশ্যে আকালৰ দিনত হোৱা বাবে কঙালী বিহুটো অতি সামান্য ভাবেহে পালন কৰা হয়। উক্ত দিনা তেওঁলোকে সন্ধ্যা ধাননি পথাৰত বন্তি জ্বলায়। পথাৰৰ যি ঠাইত চাউল-বন্তি থোৱাৰ ব্যৱস্থা কৰে সেই ঠাইখন ধুনীয়াকৈ লৈ তাতে বন্তি জ্বলায়। এইদৰে আমাৰ বড়োসকলৰ মাজত বিভিন্ন উৎসৱ আৰু পূজা-পাৰ্বণ পতাৰ নিয়ম প্ৰচলিত আছে।

কাঁড়ীগেৰাজ গাঁৱৰ দৰে আৰু ইয়াতোকৈ সকলো দিশতে অনগ্ৰসৰ বড়োলোকৰ গাঁও অসমত অগণন আছে। যুগে যুগে নানান অভাৱ-অনাটন আৰু সংঘাতৰ মাজতো বড়োসকলে নিজস্ব সংস্কৃতি জীয়াই ৰখাৰ লগতে বৃহৎ অসমীয়া জাতিৰ বৈচিত্ৰময় সংস্কৃতিৰ শোভাবৰ্ধনত এটা গুৰুত্বপূৰ্ণ অৰিহণা আগবঢ়াই আহিছে। সেয়েহে অসমৰ আন উন্নত সম্প্ৰদায়বিলাকে তেওঁলোকৰ প্ৰতি থকা সৰ্বপ্ৰকাৰ অৱজ্ঞা আৰু অৱহেলা মনৰ নিভৃত কোণৰপৰা নিঃসৰণ কৰি তেওঁলোকৰ সুখ-দুখৰ সমভাগী হোৱাটো একান্ত বাঞ্ছনীয়। ০০০



# সমবায় আন্দোলন আৰু বিশ্বনাথ চাৰিআলি

* নন্দেশ্বৰ কেওট *

অসমৰ সমবায় আন্দোলনৰ অগ্ৰগতিৰ ইতিহাসত বিশ্বনাথ চাৰিআলিয়ে এক বিশেষ স্থান অধিকাৰ কৰি আহিছে। ইয়াৰ কোনো কোনো সমবায় অনুষ্ঠানে ইতিমধ্যে সোণালী জয়ন্তী পালনৰ প্ৰস্তুতি চলোৱাৰ পথত।

বিশ্বনাথ চাৰিআলি অঞ্চলৰ সমবায় আন্দোলন আৰু সমবায় সংগঠনৰ ইতিহাস আৰম্ভ কৰিবলৈ যাওঁতে আমি এই অঞ্চলৰ প্ৰথম সমবায় অনুষ্ঠানটিৰ আৰম্ভণিৰ বিষয়ে কিছু আভাস দিয়া অপ্ৰাসংগিক নহব।

আমাৰ দেশত সমবায়ৰ আৰম্ভণি হয় গাঁৱলীয়া দুখীয়া কৃষকসকলক সুদখোৰ মহাজনৰ হাতৰপৰা ৰক্ষা কৰিবলৈ প্ৰতিষ্ঠা কৰা সমবায় গাঁৱলীয়া বেংকসমূহকলৈ। দেশৰ অন্যান্য ঠাইত গঠিত হোৱাৰ দৰে এই অঞ্চলতো প্ৰথম সমবায় গাঁৱলীয়া বেংকটো ১৯২৭ চনত বিশ্বনাথ ৰায়ত সভাৰ সৌজন্যত গঠিত হৈছিল বুলি জনা যায়। এই বেংকটোৰ এলেকাত বৰ্তমান বিশ্বনাথ চাৰিআলিৰ নগৰ সমিতি এলেকাৰ ওচৰ-পাজৰৰ ১৬ খন গাঁও আছিল। ইয়াত প্ৰথম অৱস্থাত ৩০/৪০ জন মানুহ অংশীদাৰ আছিল। ই ১৯২৭ চনৰেপৰা ১৯৪৪-৪৫ চনলৈকে নিয়মিতভাৱে কাম কৰি আছিল বুলি জনা যায়। পিছৰ কালছোৱাত ইয়াৰ সভ্য সংখ্যা ১০১ জন পৰ্যন্ত বৃদ্ধি পাইছিল বুলি জনা যায়। উক্ত সমবায় বেংকৰ প্ৰথম সভাপতি আছিল ৺নাহৰ চন্দ্ৰ বৰুৱা আৰু সম্পাদক আছিল ৺ডম্বৰুধৰ হাজৰিকা। উক্ত বেংকটো পিছত 'চাৰিআলি সেৱা সমবায়' লৈ ৰূপান্তৰিত হৈছিল যদিও চৰকাৰৰ আঁচনিমতে পিছত অৱসায়নত দিয়াৰ ব্যৱস্থা হয়।

বিশ্বনাথ চাৰিআলি অঞ্চলত সমবায় সংগঠনৰ এয়ে সূত্ৰপাত। ইয়াৰ পিছৰেপৰা গাঁৱলীয়া বেংক, বয়ন কন্‌জুমাৰ্ছ ষ্টোৰ্চ, ট্ৰেডিং কো-অপাৰেটিভ, সমবায় আদি বিভিন্ন প্ৰকাৰৰ সমবায় অনুষ্ঠানসমূহ ক্ৰমান্বয়ে এই অঞ্চলৰ গাঁওসমূহত গঠিত হৈ ৰাইজৰ সেৱা কৰাৰ লগতে অংশীদাৰ সভ্যসকলৰ আৰ্থিক উন্নতিত অৰিহণা যোগাই আহিছে। এই সমবায় অনুষ্ঠানসমূহৰ গঠন, পৰিচালনা আদিৰ লগতে স্থানীয় ভালেমান ব্যক্তি জড়িত আছিল। তাৰে ভিতৰত মুষ্টিমেয় কেইজনমানহে জীৱিত আছে। এই সমবায় সমূহৰ গঠনৰ ক্ষেত্ৰত বীণাপাণি নাট্য সমাজৰ অৱদানো কম নহয়। বিশ্বনাথ চাৰিআলি অঞ্চলত বৰ্তমান বিভিন্ন প্ৰকাৰৰ ৪০ খন পঞ্জীভুক্ত সমবায় সমিতি আছে। ইয়াৰ ভিতৰত সকলোবিলাক সমবায় বৰ্তমান কাৰ্যৰত অৱস্থাত নাই। এই আলোচনাত মূল কিছু সমিতিৰ বিৱৰণ দিয়াৰ চেষ্টা কৰা হৈছে। ইতিমধ্যে উঠি যোৱা সমিতিসমূহৰ বিৱৰণ ইয়াত স্থানাভাৱত দিয়া হোৱা নাই।

সমবায় আন্দোলনৰ প্ৰগতিৰ ক্ষেত্ৰত বিশ্বনাথ চাৰিআলি অঞ্চলৰ বিভিন্ন গাঁৱত গঠিত হোৱা বিশেষকৈ কন্‌জুমাৰ্ছ কো-অপাৰেটিভ আৰু ট্ৰেডিং কো-অপাৰেটিভ কেইখনেই বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে।

১৯৪৪-৪৫ চনতে এই অঞ্চলৰ বিভিন্ন গাঁৱত গঠিত হোৱা কন্‌জুমাৰ্ছ কো-অপাৰেটিভ কেইখনৰ ভিতৰত বৰ্তমানে জীৱিত অৱস্থাত থকা দুখন হ'ল বীণাপাণি কো-অপাৰেটিভ ষ্টোৰ্চ লিঃ আৰু বিশ্বনাথ চাৰিআলি কো-অপাৰেটিভ ষ্টোৰ্চ লিঃ।

৩১-১-৪৫ তাৰিখত অসম সমবায় আইনৰ অধীনত পঞ্জীভূক্ত হোৱা বীণাপাণি কো-অপাৰেটিভ ষ্টোৰ্চৰ আৰম্ভণিতে ৩১ জন অংশীদাৰ আৰু ২৩২·৫০ টকা অংশৰ মূলধন আছিল। সমিতিখনৰ প্ৰথম সভাপতি হিচাপে ৺চন্দ্ৰকান্ত বৰুৱা আৰু প্ৰথম সম্পাদক হিচাপে ৺অমৃতলাল বৰুৱাই কাৰ্য নিৰ্বাহ কৰিছিল। বীণাপাণি নাট্য সমাজৰ সভ্য নোহোৱাকৈ কোনো এই সমিতিৰ সভ্য হ'ব নোৱাৰিছিল।

আৰম্ভণিতে মাত্ৰ নিয়ন্ত্ৰিত মূল্যৰ সামগ্ৰীৰ খুচুৰা আৰু পাইকাৰী ব্যৱসায় আৰম্ভ কৰি এই অঞ্চলৰ ৰাইজৰ লাগতিয়াল প্ৰায় সকলো বস্তুৰে যোগান ধৰিব পৰাকৈ সমিতিয়ে সকলো তৰহৰ বস্তুৰ যেনে, ঔষধ, কাপোৰৰ খুচুৰা আৰু পাইকাৰী ব্যৱসায়, জোতা, চামৰাৰ বস্তু, ফটোতোলা, চাইকেল আদিৰ ব্যৱসায় হাতত লৈছিল। তাৰে ভিতৰত কেইবাটাও শাখাই লোকচান ভৰাত বৰ্তমানে মাত্ৰ ঔষধ, মনোহাৰী আৰু অত্যাৱশ্যকীয় সামগ্ৰীৰ শাখাহে আছে।

সমিতিয়ে ১৯৪৯ চনৰপৰা ১৯৫২ চন পৰ্যন্ত লোকচান ভৰিছিল। তাৰ বাহিৰে প্ৰতি বছৰেই লাভ কৰি আহিছে। সমিতিৰ অৱনতিৰ কালছোৱাত স্থানীয় কেইবাজনো ব্যক্তিৰ ধন আৰু অন্যান্য সহায়ৰ বলত অৱস্থাৰ পুনৰুথ্থান হয়। সেইসকলৰ ভিতৰত ৺দেবেশ্বৰ দাস, ৺কমলা ভূঞা, ৺চন্দ্ৰকান্ত বৰুৱা, শ্ৰীৰজনী ভাগৱতীৰ নাম উল্লেখযোগ্য। তাৰোপৰি সমিতিখনৰ সু-পৰিচালনা আৰু অগ্ৰগতিৰ ক্ষেত্ৰত প্ৰাক্তন সভাপতিসকল ক্ৰমে ৺চন্দ্ৰকান্ত বৰুৱা, ৺হৰনাথ হাজৰিকা ৺ভূধৰ শৰ্মাফুকন, ৺মোহন চন্দ্ৰ শৰ্মা, ৺তৰুণ চন্দ্ৰ ভট্টাচাৰ্য, ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, (সৰ্বশ্ৰী) কুমুদ শৰ্মা, উমা শৰ্মা, গোলোক হাজৰিকা আৰু বৰ্তমানলৈকে সম্পাদকৰ দায়িত্ব বহন কৰি অহা শ্ৰীভদ্ৰকান্ত শইকীয়া আৰু অন্যান্য কৰ্মচাৰীসকলৰ অৱদান লেখত ল'বলগীয়া।

স্থানীয় ৰাইজক সস্তীয়া মূল্যত নিত্য ব্যৱহাৰ্য সামগ্ৰী যোগান ধৰা আৰু স্থানীয় বীণাপাণি নাট্য সমাজৰ উন্নতি তথা বিশ্বনাথ চাৰিআলিৰ কলা-কৃষ্টিৰ উন্নতি সাধনৰ উদ্দেশ্য আগত ৰাখি সমিতিখনে কামত পদক্ষেপ লৈছিল। এনেভাৱে গঠিত এই সমিতিখনে শোণিতপুৰ জিলা তথা অসমৰ সমবায় আন্দোলনত এটা বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। নানা ঘাত-প্ৰতিঘাতৰ মাজেদি আগবাঢ়ি আহি সমিতিয়ে নিজা ঘৰ-দুৱাৰ মাটি-বাৰীৰ অধিকাৰী হোৱাৰ উপৰিও সদস্যসকলক প্ৰতিবছৰে লভ্যাংশ দিয়া আৰু বীণাপাণি নাট্য সমাজক এটি বুজন পৰিমাণৰ লভ্যাংশ প্ৰতি বছৰে প্ৰদান কৰি নাট্যানুষ্ঠানটি জীয়াই ৰখাত অৰিহণা যোগোৱাটো উল্লেখযোগ্য। বিশ্বনাথ চাৰিআলিৰ স্নায়ুকেন্দ্ৰ স্বৰূপ এই সমিতিখনে অঞ্চলটোৰ সামাজিক, কৃষ্টিমূলক, অৰ্থনৈতিক আদি বিভিন্ন দিশত অৰিহণা যোগাই আহিছে।

সমিতিৰ বৰ্তমান গড়ে বছৰি প্ৰায় ২৩ লাখ টকাৰ ব্যৱসায়ৰ লেন-দেন হয়। সমিতিৰ বৰ্তমান মুঠ সভ্য সংখ্যা ৪৪৩ জন আৰু অসম চৰকাৰৰ অংশৰ মূলধন সহ সমিতিৰ অংশপ্ৰাপ্ত মূলধন ৬১,৭১২·০০ টকা। তাৰোপৰি সমিতিৰ অন্যান্য সা-সম্পত্তিৰ মূল্য যোৱা ৩১।৩।৮৯ তাৰিখত ৩,০০,৬৫০·০০ টকা আছিল।

সমিতিয়ে যোৱা ১৯৬৯-৭০ চনতে ৰূপালী জয়ন্তী উৎসৱ পালন কৰে আৰু বৰ্তমান সোণালী জয়ন্তী উদ্‌যাপন কৰাৰ পথত।

আন এখন কো-অপাৰেটিভ ষ্টোৰ্চ হ'ল বিশ্বনাথ কো-অপাৰেটিভ ষ্টোৰ্চ লি ঃ । এই সমিতিখনো বীণাপাণি সমবায়ৰ সমসাময়িক। বিশ্বনাথ আৰু সাকোমঠা মৌজা এলেকাভুক্ত এই সমিতিৰ সভ্যসংখ্যা বৰ্তমান ১৯৯ জন আৰু অংশপ্ৰাপ্ত মূলধন ৪৯,০৮৫·০০ টকা। সমিতিয়ে বৰ্তমানে বিশেষকৈ জোতা ব্যৱসায়তে মনোনিবেশ কৰি আছে। সমিতিৰ নিজা ঘৰ-মাটিৰ মূল্য বৰ্তমান ৫৮,০৫৭'০০ টকা। সমিতিখনৰ অগ্ৰগতিৰ ক্ষেত্ৰত প্ৰাক্তন সভাপতি ৺চেনিৰাম দাস আৰু প্ৰাক্তন সম্পাদক জোৱাদ আহমেদৰ অৱদান উল্লেখযোগ্য। এই সমিতিয়েও যোৱা ১৯৬৯-৭০ চনতে ৰূপালী জয়ন্তী উৎসৱ পালন কৰিছে।

অসম চৰকাৰৰ আঁচনি অনুযায়ী দ্বিতীয় মহাসমৰৰ পিছত এই অঞ্চলত গঠিত হোৱা ট্ৰেডিং কো-অপাৰেটিভ সমূহৰ ভিতৰত পাভৈ কো-অপাৰেটিভ লিঃ নামৰ সমিতিখন সক্ৰিয় হৈ আছে। সেই সময়ত প্ৰতিষ্ঠা হোৱা বহুতো সমবায় সমিতি নিষ্ক্ৰিয় হ'ল। কিন্তু পাভৈ ট্ৰেডিং সমবায় সমিতিখন সক্ৰিয় হৈ থকাৰ উপৰিও অসমৰ ভিতৰত এটা লেখত ল'বলগীয়া অনুষ্ঠান হৈ আছে। মুঠ ৪৬ খন গাঁও সমিতিৰ এলেকাত অন্তৰ্ভুক্ত কৰি ১৯৪৮ চনতে সমবায় আইনৰ অধীনত পঞ্জীভুক্ত হৈ ৯২১ জন সভ্য আৰু ৪৬১৫·০০ টকা অংশ-প্ৰাপ্ত মূলধনেৰে সমিতিখনে প্ৰথম সভাপতি শ্ৰীকুঞ্জনাথ হাজৰিকা আৰু সম্পাদক ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ তত্বাৱধানত কাম আৰম্ভ কৰে। সমিতিৰ সভ্যসকলৰ অংশ মূলধন আৰু সদস্যসকলৰ জমাধন আৰু ৺থানেশ্বৰ ভাগৱতীৰপৰা পোৱা গোন্ধৰ হেজাৰ টকাৰ ধাৰৰ ধনেৰে প্ৰথম অৱস্থাত মাথোন নিয়ন্ত্ৰিত মূল্যৰ খাদ্যদ্ৰব্য আৰু কাপোৰৰ ব্যৱসায় আৰম্ভ কৰে। পৰৱৰ্তী কালত ব্যৱসায় আন দিশলৈও প্ৰসাৰিত হয়। সেয়ে হ'ল মনোহাৰী দ্ৰব্য, ৰেডিঅ', আটাচাকি, বিদ্যুৎ সৰঞ্জাম, নিয়ন্ত্ৰিত মূল্যৰ খাদ্য আদি। কিছুদিনৰ আগলৈকে সমিতিখনে এই অঞ্চলত কাপোৰৰ ব্যৱসায়ৰ মূল্যমানৰ সমতা স্থিৰ ৰাখিছিল। উক্ত ব্যৱসায়সমূহৰ ভিতৰত সমিতিখনে বৰ্তমানে ৰেডিঅ' আৰু আটাচাকিৰ ব্যৱসায় বন্ধ কৰিছে। যোৱা ১৯৭২-৭৩ চনৰ সাধাৰণ সভাৰ সিদ্ধান্ত মৰ্মে সমিতিয়ে নিজাববীয়াকৈ এটা কথাছবি গৃহ নিৰ্মাণৰ আঁচনি লয়। ২১-১-৮০ তাৰিখে ইয়াৰ আধাৰ শিলা স্থাপন কৰা হয়। সদস্যৰপৰা গ্ৰহণ কৰা জমা, ঋণ আৰু অংশৰ মূলধন আৰু এপেক্স বেংকৰ স্থানীয় শাখাৰপৰা গ্ৰহণ কৰা ঋণেৰে কথাছবি গৃহৰ নিৰ্মাণৰ কাম শেষ হোৱাত ২০-৪-৮৭ তাৰিখত ইয়াৰ দ্বাৰ উন্মোচন কৰা হয়। কথাছবি গৃহটিৰ নিৰ্মাণত মুঠ ৪২,২১,১১২·৭০ টকা ব্যয় হয়।

বৰ্তমান সমিতিখনৰ সভ্য সংখ্যা ২২১৩ জন আৰু অসম চৰকাৰৰ অংশৰ মূলধন সহ সমিতিৰ বৰ্তমান অংশ প্ৰাপ্ত মূলধনৰ পৰিমাণ ১১,৪৪,২০০'০০ টকা। সমিতিয়ে বৰ্তমান প্ৰতি বছৰে গড়ে ৩৫ লাখ টকাৰ ব্যৱসায়ৰ আদান-প্ৰদান কৰে। যোৱা ৩১-৩-৮৯ তাৰিখত সমিতিৰ মাটি, ঘৰ, চিনেমাগৃহ আৰু অন্যান্য সা-সম্পত্তিৰ মূল্য ৫৬ লাখ টকা। সমিতিখনে লাভৰ ধনেৰে ইতিমধ্যে স্থানীয় কেইবাটাও অনুষ্ঠানত সাহায্য আগবঢ়াইছে। সমিতিখনৰ অগ্ৰগতিৰ ক্ষেত্ৰত প্ৰাক্তন সভাপতি-সকল শ্ৰীকুঞ্জনাথ হাজৰিকা, শ্ৰীমোহন বৰা, ৺ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, ৺থানেশ্বৰ ভাগৱতী, শ্ৰীযোগেন ভাগৱতী, ডাঃ কোমেশ্বৰ বৰা আৰু লগতে ১৯৫৩-৫৪ চনৰেপৰা সম্পাদকৰ দায়িত্বত কাৰ্যনিৰ্বাহ কৰা শ্ৰীলোকনাথ কোঁচ আৰু অন্যান্য কৰ্মচাৰীসকলৰ অৱদান উল্লেখযোগ্য। সমিতিখনে যোৱা '৭২-'৭৩ চনত ৰূপালী জয়ন্তী উৎসৱ পালন কৰিছে।

এই অঞ্চলৰ কৃষিকাৰ্যৰ অগ্ৰগতিৰ বাবে খেতিয়ক কৃষকসকলৰ মাজত গঠন কৰা ১৬ খন সেৱা সমবায় ১৯৭১-৭২ চনৰ ভিতৰত সমবায় বিভাগৰ আঁচনি অনুসৰি অৱসায়নত দিয়া হয়। তাৰ পিছত যোৱা ১৯৭৩ চনত তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীশৰৎ সিংহৰ দিনত অসম চৰকাৰৰ বৈপ্লৱিক আঁচনি মতে গঠিত গাঁও পঞ্চায়ত সমূহক এলেকা হিচাপে লৈ গাঁও পঞ্চায়ত পৰ্যায়ৰ সমবায় সমিতিসমূহ গঠন কৰা হয়। সেই মৰ্মে বৃহত্তৰ বিশ্বনাথ চাৰিআলি এলেকাত গঠিত হোৱা ৫ খন সমিতিয়ে আজিকোপতি অত্যাৱশ্যকীয় খাদ্য আৰু নিয়ন্ত্ৰিত মূল্যৰ কাপোৰৰ যোগান, মুকলি বজাৰৰ কাপোৰ, সাৰ-বীজৰ ব্যৱসায় আদি চলাই আছে।

প্ৰতি বছৰে দুয়োটা ঋতুতে ৰাষ্ট্ৰীয়কৃত বেংক আৰু এপেক্স বেংকৰপৰা খেতিয়কসকলক অল্পম্যাদী আৰু মধ্যম্যাদী ধাৰৰ যোগান ধৰি সমিতিসমূহে খেতিয়কসকলৰ আৰ্থিক দিশত উন্নতি সাধন কৰাত সহায় কৰিছে। সমবায় বিভাগৰ আঁচনি অনুসাৰে ইতিমধ্যে চাৰিখন সমবায়ে গুদামঘৰ নিৰ্মাণ কৰি ব্যৱহাৰ কৰি আছে।

আৰম্ভণিৰেপৰা প্ৰায় লাভৰ ঘৰতে চলি অহা বিশ্বনাথ চাৰিআলি মাকেটিং আৰু কন্‌জুমাৰ্ছ কো-অপাৰেটিভ নামৰ সমিতিখনক যোৱা ২৬।৪।৮৬ তাৰিখত চৰকাৰী আঁচনি মতে মহকুমা ভিত্তিত পাইকাৰী গ্ৰাহক সমবায় সমিতিলৈ ৰূপান্তৰ কৰা হয়। সমিতিখনে বিশ্বনাথ চাৰিআলিৰ নগৰ এলেকাৰ অত্যাৱশ্যকীয় খাদ্য সামগ্ৰীৰ পাইকাৰী ব্যৱসায় চলোৱাৰ উপৰিও মহকুমাটোত নিয়ন্ত্ৰিত মূল্যৰ কাপোৰৰ যোগান ধৰি আহিছে। সমিতিৰ বৰ্তমান সভ্য সংখ্যা ১১৬ জন আৰু অংশপ্ৰাপ্ত মূলধন (অসম চৰকাৰৰ মূলধন সহ) ৯৮,৪০১·০০ টকা। বৰ্তমান সম্পত্তিৰ মুঠ মূল্য ৫,৩৬,৭০২·০০ টকা।

২৬-১-৬২ তাৰিখত বিশ্বনাথ চাৰিআলিত তেজপুৰ সমবায় কেন্দ্ৰীয় বেংকৰ দ্বাৰা স্থাপন কৰা শাখাটোৱে এই অঞ্চলৰ সমবায় ৰাইজ, সমবায় সমিতিসমূহ আৰু স্থানীয় ব্যৱসায়ীসকলক বিভিন্ন দিশত সেৱা আগবঢ়োৱাৰ উপৰিও যথেষ্ট উৎসাহ যোগাইছিল। কেন্দ্ৰীয় সমবায় বেংকৰ অন্যান্য শাখাৰ লগতে স্থানীয় শাখাটোও অসম সমবায় এপেক্স বেংকৰ লগত চামিল হয়। তেতিয়াৰেপৰা এপেক্স বেংকৰ এই শাখাটোৱে স্থানীয় সমবায় সমিতি আৰু ব্যৱসায়ী আৰু অন্যান্য ৰাইজক ধৰি যোগানৰ ব্যৱস্থা কৰি আহিছে। ইতিমধ্যে এই শাখাটোৱে কেন্দ্ৰীয় সমবায় বেংকৰ পূৰ্বৰ মাটিতে নতুন ভৱন নিৰ্মাণ কৰি কাম চলাই আছে।

উত্তৰপৰীয়া ৰাইজৰ চেষ্টাত এই অঞ্চলত স্থাপিত হোৱা এটি লেখত ল'বলগীয়া অনুষ্ঠান আছিল উত্তৰ অসম সমবায় চেনিকল লিমিটেড। এই অনুষ্ঠান স্থাপনৰ গুৰিতে আছিল এই অঞ্চলৰ প্ৰথম শিল্পানুষ্ঠান গঢ় দিওঁতা ৺বুদ্ধীন্দ্ৰনাথ গোস্বামী ডাঙৰীয়া। ১৯৬৭-৬৮ চনত পঞ্জীভুক্ত হোৱা সমবায় চেনিকলটিৰ নিজা খাণ্ডচাৰী চেনি ফেক্টৰী স্থাপনৰ কাম ৭০-৭১ চনত সম্পূৰ্ণ কৰিছিল। চৰকাৰৰপৰা মঞ্জুৰী পোৱা ২৫৫৫ বিঘা মাটিৰ ভিতৰত কিছু মাটিত কুঁহিয়াৰ খেতি কৰি ৪৫১৬ কুইণ্টল কুঁহিয়াৰেৰে যোৱা ৭১-৭২ চনত প্ৰথম ২৪৮ কুঃ খাণ্ডচাৰী চেনি উৎপাদন কৰে। এইভাবে যোৱা ১৯৭৯ চনলৈকে সমবায় চেনিকলটিত খাণ্ডচাৰী চেনি উৎপাদনৰ কাম চলিছিল। উৎপাদনৰ কালছোৱাত মিলটোত মুঠ ৪৮১১'৯৫ কুঃ চেনি উৎপাদিত হৈছিল। ১৯৭৯ চনৰ পিছৰপৰা মূলধনৰ অভাৱত আৰু চেনিকলৰ যন্ত্ৰপাতিৰ বিকল অৱস্থা আহি পৰাত, মেৰামতিৰ কাৰণে আৱশ্যকীয় মূলধন নোহোৱাৰ পৰিপ্ৰেক্ষিতত চেনিকলটো নিষ্ক্ৰিয় হৈ পৰে।

কথাছবি প্ৰযোজনা আৰু উৎপাদনৰ ক্ষেত্ৰটো এই অঞ্চলত সমবায় সমিতিয়ে অংশ গ্ৰহণ কৰিছিল। স্থানীয় কেইজনমান উদ্যোগী ব্যক্তিৰ চেষ্টাত গঢ়ি উঠা 'বিষ্ণু-জ্যোতি সমবায় চলচিত্ৰ পৰিষদ' নামৰ সমিতিখনে বিশ্বনাথ চাৰিআলিৰপৰা পোন প্ৰথমবাৰৰ বাবে সমবায় ভিত্তিত 'অভিযান' নামৰ কথাছবিখন উলিয়াইছিল।

এই অঞ্চলত গঠিত ৪ খন সমবায় কৃষি-পামৰ ভিতৰত দুখনে সুচাৰুৰূপে কাম চলাই আছে। সমিতি দুখনৰ নিজ দখলত থকা মুঠ মাটিকালি ৮৯৭ বিঘা আৰু মুঠ সভ্যসংখ্যা ১২৪ জন। সমিতি দুখনৰ সদস্যসকলে ব্যক্তিগতভাৱে আৰু সমূহীয়াকৈ কৃষিপামৰ মাটিত খেতিবাতি কৰি নিজৰ তথা সমিতিৰ আৰ্থিক উন্নতিত সহায় কৰি আহিছে।

মীন শিল্পৰ ক্ষেত্ৰত দুখন মীন সমবায় সমিতিয়ে চৰকাৰৰপৰা মীনমহলৰ বন্দোৱস্তি লৈ এই অঞ্চলৰ মৎস্যজীৱী পৰিয়ালসমূহক মাছ মাৰি জীৱিকা নিৰ্বাহৰ সুবিধা কৰি দিছে। সমিতি দুখনৰ মুঠ সভ্য সংখ্যা ৪৭৯ জন আৰু অংশপ্ৰাপ্ত মূলধন ৫২১৫০'০০ টকা। সমিতি দুখনৰ ব্যৱসায়ৰ পৰিসৰ সীমিত হোৱাৰ বাবে বিশেষ লাভ কৰিব পৰা নাই।

অন্যান্য সমিতিসমূহৰ ভিতৰত সক্ৰিয় অৱস্থাত থকা বিশ্বনাথ বহুমুখী সমবায় প্ৰতিষ্ঠান নামৰ সমিতিখনে খাদ্য দ্ৰব্যৰ ব্যৱসায় ভালদৰে চলাই আছে। সমিতিখনৰ মুঠ সভ্য সংখ্যা ১৫ জন আৰু অংশপ্ৰাপ্ত মূলধন ৭০০০'০০ টকা। বৰ্তমানে লোকচান নভৰাকৈ সমিতিখন চলি আছে।

এই অঞ্চলৰ দুখন দুগ্ধ উৎপাদন সমবায়ে গাখীৰ সংগ্ৰহ কৰি চৰকাৰী ডায়েৰী ফাৰ্মত যোগান ধৰি থকাটো উল্লেখযোগ্য। সমিতি দুখনৰ বৰ্তমান মুঠ অংশীদাৰ ১৬৮ জন, অংশপ্ৰাপ্ত মূলধন ৪৪২০'০০ টকা আৰু কাৰ্যকৰী মূলধন ৩০,৪৬৫'০০ টকা। অঞ্চলটোত থকা দুখন শিল্প সমবায়ৰ এখনহে সক্ৰিয় হৈ আছে। সঞ্চয় আৰু ঋণদান সমবায়ৰ ক্ষেত্ৰত এই অঞ্চলত থকা দুখন সমিতিৰ ভিতৰত এখন নিষ্ক্ৰিয় অৱস্থাত আছে। বাকীখনে বিশ্বনাথ মহাবিদ্যালয়ত সদস্যসকলক নিয়মীয়াকৈ ঋণদান কৰি আছে। এই সমিতিত বৰ্তমান সদস্য সংখ্যা ৮২ জন, অংশৰ মূলধন ২৪৬০'০০ টকা আৰু মুঠ কাৰ্যকৰী মূলধন ৩,২৮,৯৭০'০০ টকা।

কেইবাখনো হাইস্কুলত সমবায় বিভাগৰ দ্বাৰা পঞ্জীভুত নোহোৱা সমবায়ভিত্তিক সঞ্চয় আৰু ঋণদান সমিতি আছে। অঞ্চলটোত এখন প্ৰাথমিক গৃহ-নিৰ্মাণ সমবায় সমিতিও আছে। ইয়াত তিনিখন বয়ন সমবায় প্ৰতিষ্ঠান আছে।

বিশ্বনাথ চাৰিআলিৰ মাজমজিয়াত সমবায় আদৰ্শত গঢ়ি উঠা এটি উল্লেখযোগ্য প্ৰতিষ্ঠান হ'ল হিমালয় ইণ্ডাষ্ট্ৰিজ প্ৰাঃ লিঃ। কেইবাজনো ত্যাগী ব্যক্তিৰ প্ৰচেষ্টাত গঢ়ি উঠা এই প্ৰতিষ্ঠানে চাৰিআলিত পোন প্ৰথমবাৰৰ বাবে বিজুলী পোহৰৰ যোগান ধৰিছিল। এই প্ৰতিষ্ঠানৰ 'চাৰিআলি টকীজ' নামৰ এটি কথাছবি গৃহ আৰু 'আমাৰ প্ৰেছ' নামৰ এটি ছপাশাল আছে। তদুপৰি প্ৰতিষ্ঠানটোৰ এটা ভ্ৰাম্যমান কথাছবি প্ৰদৰ্শন গোটও আছে।

বিশ্বনাথ চাৰিআলি বাইজৰ সমবায়ৰ প্ৰতি থকা আস্থা আৰু বিশ্বাসে বীণাপাণি কোঃঅঃ ষ্টোৰ্চ লিঃ, পাণ্ডৈ ট্ৰেডিং কোঃঅঃ ছোচাইটি লিঃ, বিশ্বনাথ চাৰিআলি কোঃঅঃ ষ্টোৰ্চ আদিৰ দৰে সমবায় সমিতি সমূহ জীয়াই ৰাখি অসমৰ সমবায় আন্দোলনক আগবঢ়াই নিয়াত সফল হৈছে। এই আস্থা আৰু বিশ্বাসৰ বলতে বলীয়ান হৈ এসময়ত ইয়াৰ সমবায়ী ৰাইজে বিশ্বনাথ চাৰিআলিক সমবায় নগৰীত ৰূপান্তৰিত কৰিবলৈ প্ৰেৰণা পাইছিল।

উক্ত লব্ধপ্ৰতিষ্ঠ সমবায় অনুষ্ঠানকেইটি এই অঞ্চলৰ সমবায় সমিতি সমূহৰ আদৰ্শ স্বৰূপ। হিচাপ-পত্ৰ ৰখাৰ নিয়ম প্ৰণালীকে ধৰি সমিতি পৰিচালনাৰ বিভিন্ন পৰামৰ্শ সমিতিসমূহে এই অনুষ্ঠান কেইটিৰপৰা পায় বুলি জনা যায়। তাৰোপৰি অসমৰ বিভিন্ন ঠাইৰ সমবায় সমিতিৰ বিষয়-ববীয়াসকলেও প্ৰশিক্ষণৰ অংগ হিচাপে সময়ে সময়ে এই সমিতিসমূহৰপৰা শিক্ষা গ্ৰহণ কৰে।

আমাৰ দেশত সমবায় আন্দোলনৰ নেতৃত্ব তেনেই দুৰ্বল। তথাপিও আশা কৰা যায় যে অতি-যাতে সুদক্ষ পৰিচালকসকলৰ নেতৃত্বত এই ঠাইৰ আদৰ্শস্থানীয় সমবায় অনুষ্ঠানসমূহে সমবায় আন্দোলনৰ বিভিন্ন দিশত অৰিহণা যোগাই যাব পাৰিব।০০০

# যুগে যুগে ভাৰতীয় নাৰী

মোক্ষদা দেৱী

মানৱ সভ্যতাৰ ফেহুঁজালিৰপৰাই নাৰীয়ে সমাজ গঠনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰি অহাৰ কথা ইতিহাস স্বীকৃত। নাৰী আৰু পুৰুষ মিলিয়েই একোটা পৰিয়াল তথা একোখন সমাজ। নাৰীক বাদ দি সমাজ ব্যৱস্থা প্ৰচলন হ'ব নোৱাৰে। মানৱ সভ্যতাৰ কষটি শিল হৈছে নাৰী।

আদিম অৱস্থাত যেতিয়া মানুহে গছৰ ফল-মূল খাই বা কেঁচা মঙহ খাই জীৱন ধাৰণ কৰিছিল, তেতিয়া সমাজ ব্যৱস্থা বুলি কোনো কথা নাছিল। কিন্তু মানুহে যেতিয়া সেই অজ্ঞান আন্ধাৰৰপৰা সভ্যতাৰ পথলৈ আগবাঢ়ি আহিল, তেতিয়া মানুহে ঘৰ সাজি থাকিবলৈ ল'লে, মিলিজুলি এখন সমাজ পাতি থাকিবলৈ আৰম্ভ কৰিলে। সেই সমাজখনকে আদিম সাম্যবাদী সমাজ বোলা হৈছিল। সেই সমাজত নাৰীৰ স্থানৰ ভাৰসাম্য ৰক্ষা কৰা হৈছিল। অৰ্থাৎ পুৰুষ আৰু নাৰীৰ সমান অধিকাৰ আছিল। নাৰী হ'ল মূল উৎস, নাৰী সৃষ্টিকাৰিণী। সেই সময়ত নাৰীয়েহে পুৰুষক কাম কৰাত উৎসাহ উদ্দীপনা যোগাইছিল। তেতিয়া সমাজ আছিল মাতৃ প্ৰধান। পুৰুষে কেৱল ধনু-কাঁড় লৈ বাহিৰতে থাকিবলৈ বিচাৰিছিল। নাৰীয়ে দলীয় বান্ধোনৰ জৰিয়তে তেওঁলোকক সমাজ পাতি থাকিবলৈ প্ৰেৰণা যোগাইছিল। মাতৃ-প্ৰধান সমাজত কোনো কলুষতা নাছিল।

আৰ্য সভ্যতাৰ আৰম্ভণিতে নাৰীয়ে ৰাজনীতি, সমাজনীতি আদিত অংশ গ্ৰহণ কৰি পুৰুষৰ সমান অধিকাৰ লাভ কৰিবলৈ সক্ষম হৈছিল। বৈদিক যুগতো নাৰীয়ে বিশেষ স্থান লাভ কৰিছিল। সেই সময়ত নাৰীয়ে বিভিন্ন শাস্ত্ৰ অধ্যয়ন কৰিছিল। আত্ৰেয়ী, মৈত্ৰেয়ী, গাৰ্গী, লীলাৱতী, খনা প্ৰভৃতি ব্ৰহ্মবিৎ নাৰীসকলে অংক শাস্ত্ৰ, দৰ্শন শাস্ত্ৰ, জ্যোতিষ শাস্ত্ৰ আদিত পাৰদৰ্শিতা লাভ কৰাৰ কথা শাস্ত্ৰকাৰসকলে উল্লেখ কৰি গৈছে। বৈদিক যুগৰ নাৰী যজ্ঞসভা, ধৰ্মালোচনা সভা আদিলৈ আমন্ত্ৰিত হৈছিল আৰু ব্ৰহ্ম বিষয়ৰ আলোচনাত অংশ গ্ৰহণ কৰি পাণ্ডিত্যত কোনো কোনো ক্ষেত্ৰত পুৰুষকো চেৰ পেলাইছিল।

মহাকাব্য ৰামায়ণ, মহাভাৰত আদিতো নাৰী চৰিত্ৰৰ এটা উজ্জ্বল দিশ দেখিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে, সীতাই স্বামীৰ সত্যধৰ্ম ৰক্ষাত স্বামীৰ পদানুসৰণ কৰি সাহস আৰু প্ৰেৰণা যোগোৱাৰ লগতে নিজে দুষ্কৃতিকাৰী ৰাৱণৰ হাতত লাঞ্চিতা, অপমানিতা হৈও সতীত্ব ৰক্ষা কৰিছিল। সাৱিত্ৰীয়ে অখণ্ড যুক্তি-তৰ্কৰ দ্বাৰা যম ৰজাৰ অন্তৰ জয় কৰি মৃত স্বামীৰ জীৱন ঘূৰাই আনিছিল। দ্ৰৌপদীয়ে নিজৰ সাহসেৰে, উপযুক্ত প্ৰশ্নবাণেৰে হস্তিনাপুৰৰ ৰাজসভা থকা-সৰকা কৰিছিল। হস্তিনাপুৰৰ ৰাজ সভাৰ ৰজা প্ৰমুখ্যে মহীয়ান সদস্যসকলৰ বুকু কঁপাই তুলিছিল। গান্ধাৰীয়ে কুৰুক্ষেত্ৰ যুদ্ধৰ আগমুহূৰ্তত 'যথা ধৰ্ম, তথা জয়,

বুলি পাণ্ডৱসকলকহে আশীৰ্বাদ কৰি দেশত ন্যায় প্ৰতিষ্ঠা কৰাৰ প্ৰয়াস কৰিছিল। এনে ধৰণৰ নাৰীৰ উজ্বল চৰিত্ৰৰ কাহিনীৰে মহাকাব্য ভৰি আছে।

আৰ্যোত্তৰ যুগত সামন্তবাদী সমাজ ব্যৱস্থাৰ কৱলত পৰি বহিঃশত্ৰুৰপৰা নিজকে ৰক্ষা কৰিবলৈ নাৰীয়ে পুৰুষৰ ওপৰত নিৰ্ভৰ কৰিবলৈ লোৱাৰ পৰিপ্ৰেক্ষিতত সুযোগ সন্ধানী পুৰুষে নাৰীৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰাৰ সুযোগ লাভ কৰে। তেতিয়াৰ পৰা সমাজখন পুৰুষ প্ৰধান সমাজলৈ ৰূপান্তৰিত হয়। অনেক দাৰ্শনিক, শাস্ত্ৰজ্ঞ, সন্ত, মহন্তসকলেও নাৰীক পুৰুষৰ আশ্ৰয় প্ৰাৰ্থিনী বুলিহে অভিহিত কৰিবলৈ ল'লে। সৃষ্টিৰ শ্ৰেষ্ঠ জীৱ মানুহৰ জীৱন অন্বেষণকাৰী মনীষী মনুৱে কৈ থৈ গৈছে "পিতা ৰক্ষতি কৌমাৰে, ভৰ্তা ৰক্ষতি যৌৱনে, বৃদ্ধতে ৰক্ষতি পুত্ৰঃ ন স্ত্ৰী স্বাতন্ত্ৰ্যমৰ্হতি"। দৰ্শন শাস্ত্ৰত সন্ত, মহন্তসকলেও কৈছে "পথি নাৰী বিবৰ্জিতা", "কামিনী-কাঞ্চনম নৰকস্য দ্বাৰম"। পৃথিৱীৰ আনবোৰ দেশতো এনেকুৱা পৰিস্থিতিত নাৰীৰ অৱমাননা ঘটিছিল। এৰিষ্টটল, মিল্‌টন, ৰুছ', ফ্ৰয়েড আদি চিন্তা নায়কসকলেও নাৰীক পুৰুষৰ অধীন বুলিহে অভিমত প্ৰকাশ কৰিছিল।

আমাৰ দেশলৈ এনে এটা যুগ নামি আহিল যেতিয়া নাৰীৰ স্থান হৈ পৰিল ঘৰৰ চাৰিবেৰৰ মাজত। নাৰী-পুৰুষৰ কামবো বিভাজন হ'ল। পুৰুষে উপাৰ্জন আৰু নাৰীয়ে ঘৰৰ ভিতৰখন পৰিচালনা কৰিবলগা হ'ল। নাৰীয়ে এই পুৰুষ-প্ৰধান সমাজখনৰপৰা নিজকে ৰক্ষা কৰিবলৈ অসমৰ্থ হ'ল। আনহাতেদি নাৰীৰ নিৰাপত্তাৰ অজু-হাত লৈ শিক্ষা-সংস্কৃতিৰপৰা নাৰীক আঁতৰাই ৰখা হ'ল। পিতৃ-মাতৃয়ে কন্যা সন্তানতকৈ পুত্ৰ সন্তানহে কামনা কৰিবলৈ ল'লে। বাল্যবিবাহ, বহুবিবাহ, সতীদাহ আদি কু-সংস্কাৰে আৱৰি ধৰাত নাৰীৰ মৰ্যাদাৰ আৰু অৱনতি ঘটিল। এইখিনিতে উল্লেখ কৰিব পাৰি যে ৰাজা ৰাম-মোহন ৰায়, দ্বাৰকানাথ ঠাকুৰ, লৰ্ড বেন্‌টিংক আদি কেইজনমান ব্যক্তিৰ যত্নত এই কু-সংস্কাৰ সমূহৰ অৱসান ঘটে।

এনে হোৱা সত্বেও কোনো কোনো নাৰীয়ে যে তাৰ মাজেদিয়েই নিজৰ ব্যক্তিত্ব প্ৰকাশ কৰিব পৰা নাছিল এনে নহয়। আমাৰ অসমত আহোম ৰাজত্বৰ কালত মূলা গাভৰুৱে দেশৰ হকে অস্ত্ৰ ধৰি শত্ৰুৰ হাতত প্ৰাণ বিসৰ্জন দিছিল। জয়মতী কুঁৱৰীয়ে দেশৰ, জাতিৰ মংগলৰ কাৰণে স্বেচ্ছা-চাৰী ৰজাৰ হাতত জীয়াতু ভুগি প্ৰাণ এৰিছিল। অতি সাধাৰণ পৰিয়ালৰ ছোৱালী হৈও ফুলেশ্বৰী কুঁৱৰীয়ে আহোম ৰাজদণ্ড হাতত লৈছিল। ৰাধা-ৰুক্মিণীয়ে বিপ্লৱী আন্দোলনত অংশ গ্ৰহণ কৰি ৰাজশক্তিৰ বিৰুদ্ধে যুদ্ধক্ষেত্ৰত নামিছিল। বাণ-ৰজাৰ কন্যা উষাৰ সখি চিত্ৰলেখাই চিত্ৰ নৈপুণ্যৰ সহায়েৰে দ্বাৰকাৰ অনিৰুদ্ধ কুমাৰৰ মন জয় কৰি কুমাৰক হৰণ কৰি আনি বন্ধুত্বৰ প্ৰতিদান দিছিল।

আমাৰ দেশত বৃটিছ শাসন আৰম্ভ হোৱাত বেয়াৰ মাজতো এটা শুভ লক্ষণ পৰিস্ফুট হৈছিল। সেয়ে হৈছে আংশিকভাৱে হ'লেও স্ত্ৰী শিক্ষাৰ প্ৰচলন। ইয়াৰ দ্বাৰা কিছুসংখ্যক মহিলা সাক্ষৰ হৈছিল। সুখৰ কথা ১৯১৮ চন মানৰপৰা মাহামানৱ মহাত্মা গান্ধীয়ে ভাৰতীয় নাৰীৰ স্বাধীনতাৰ বাবে প্ৰচেষ্টা চলায়। গান্ধীজীৰে যত্নতে নাৰীয়ে সমান অধিকাৰ লাভ কৰাৰ ফলতে ভোটাধিকাৰ পায় আৰু পৰ্দা প্ৰথাৰ বিলোপ সাধন কৰা হয়। সেই সময়ত বৃটিছ সিংহৰ বিৰুদ্ধে মহামানৱ মহাত্মা গান্ধীৰ নেতৃত্বত হিমালয়ৰপৰা কুমাৰিকালৈকে আৰু শদিয়াৰপৰা কচ্ছলৈকে যি স্বৰাজ আন্দোলন গঢ় লৈ উঠিছিল তাত পুৰুষৰ সমানে নাৰীয়েও অংশ গ্ৰহণ কৰি স্বাধীনতা যুঁজত জপিয়াই পৰিছিল। ৺কস্তুৰবা গান্ধী, ৺সৰোজিনী নাইডু, শ্ৰীমতী বিজয়লক্ষ্মী পণ্ডিত, ৺ইন্দিৰা গান্ধী, নগাৰাণী গাইডালু আদি নাৰীসকলৰ লগতে অসমৰো ৺চন্দ্ৰপ্ৰভা শইকীয়ানী, শ্ৰীমতী অমলপ্ৰভা দাস, শ্ৰীমতী পুষ্পলতা দাস, শ্ৰীমতী ইন্দিৰা মিৰি, ৺গুণেশ্বৰী দেৱী প্ৰভৃতি নাৰীসকলে আন্দোলনত অংশ গ্ৰহণ কৰি যথেষ্ট দুখ-কষ্ট সহ্য কৰাৰ উপৰিও কাৰাবাস খাটে। ইয়াৰ আগতেও ১৮৫৭ চনৰ স্বাধীনতা যুঁজত ঝান্সীৰাণী লক্ষ্মীবাঈয়ে বৃটিছ সিংহৰ বিৰুদ্ধে ঘোঁৰাত উঠি অস্ত্ৰ ধৰি যুদ্ধ কৰি ছহিদ হৈছিল। '৪২ ৰ গণ আন্দোলনতো অসম জীয়াৰী কনকলতা, ভোগে-শ্বৰী ফুকননী আদিয়ে প্ৰাণ আহুতি দি ছহিদ হোৱাৰ কথা সকলোৱে জানে। '৪২ ৰ এই আন্দোলনত সদৌ অসমৰে আৰু অনেক জ্ঞাত-অজ্ঞাত নাৰীয়ে আন্দোলনত জপিয়াই পৰি নিৰ্যাতন ভুগিছিল। শোণিতপুৰ জিলাৰে আমাৰ নিচেই ওচৰৰ চতিয়া, নাগশংকৰ আদি ঠাইৰ কেইবা গৰাকী নাৰীয়ে আন্দোলনত জপিয়াই পৰি কাৰাবাস খাটিছিল।

অসমৰ ছৰছৰীয়া অস্তিত্ব ৰক্ষাৰ আন্দোলনতো দলে বলে মহিলাই ৰাজপথলৈ ওলাই আহি ছাত্ৰ শক্তিৰ পিছতে থিয় দি ল'ৰাহঁতক সাহস আৰু প্ৰেৰণা যোগাইছিল। অনেক নাৰীয়ে নিৰ্যাতন ভুগিলে, দুই এগৰাকী ছহিদ হ'ল।

সাহিত্যৰ ক্ষেত্ৰটো নাৰীৰ অৱদান কোনো গুণে কম নহয়। শ্ৰীমতী অমৃতা প্ৰীতম, শ্ৰীমতী আশাপূৰ্ণা দেৱী, শ্ৰীমতী মৈত্ৰেয়ী দেৱী, আৰু আমাৰ অসমৰ পদ্মশ্ৰী নলিনীবালা দেৱী, শ্ৰীমতী নিৰ্মল-প্ৰভা বৰদলৈ, শ্ৰীমতী মামণি ৰয়চম গোস্বামী, শ্ৰীমতী স্নেহ দেৱী আদি নাৰীয়ে সাহিত্যত উচ্চ আসন লাভ কৰাৰ কথা সকলোৱে জানে। ইয়াৰ ভিতৰত শ্ৰীমতী আশাপূৰ্ণ দেৱীয়ে জ্ঞানপীঠ বঁটা লাভ কৰিছে আৰু ৺নলিনীবালা দেৱীয়ে 'অসম সাহিত্য সভা'ৰ দৰে মহান অনুষ্ঠানৰ সভানেত্ৰীৰ আসন অলংকৃত কৰিছিল। অসমৰ "ঘৰ জেউতি যুগ"ৰ ৺পুণ্যলতা দুৱৰা, ৺সুধালতা দুৱৰা, ৺কমলা-লয়া কাকতি, ৺ধৰ্মেশ্বৰী দেৱী বৰুৱানী আদিৰ পৰা আৰম্ভ কৰি জ্ঞাত-অজ্ঞাত আৰু অনেক নাৰীয়ে বহুমূলীয়া অৱদানেৰে ভাষা-সাহিত্যৰ উন্নতি সাধন কৰি আহিছে।



স্বাধীনতাৰ পিছত আমাৰ দেশৰ নাৰীয়ে যথেষ্ট সা-সুবিধা পোৱা বুলি অনুমান হয়। বৰ্তমানৰ যুগক "নাৰীৰ প্ৰগতিৰ যুগ" বুলি ক'লেও বঢ়াই কোৱা নহয়। উদাৰ আৰু নিঃসংকোচ মনেৰে নাৰীয়ে আজি উন্মুক্ত আকাশৰ তলত মুকলি বতাহ লৈ প্ৰাণী জগত বা জীৱজগতৰ তথা মানৱ কল্যা-ণৰ হকে কাম কৰি যোৱাৰ সুবিধা আহৰণ কৰিছে। আজি শিক্ষা-দীক্ষা, চাকৰি, ব্যৱসায়-বাণিজ্য সকলো ক্ষেত্ৰতে নাৰীয়ে পুৰুষৰ সমানে খোজ মিলাই যোৱাৰ প্ৰচেষ্টা চলিছে। বৰ্তমান সময়ত নাৰীবৰ্ষ পালনকে আদি কৰি নাৰী স্বাধীনতাৰ প্ৰতি সমাজ তথা ৰাষ্ট্ৰই বিশেষ গুৰুত্ব আৰোপ কৰাটো শুভ লক্ষণ বুলি ভৰা হৈছে যদিও সঁচাকৈয়ে জানো নাৰীয়ে বিচৰামতে পুৰুষৰ সমান অধিকাৰ লাভ কৰিব পাৰিছে? যুগ পৰিৱৰ্তনৰ দোমোজাত নাৰীয়ে প্ৰগতিৰ পথ মোকোলাই ল'বৰ কাৰণে কঠোৰ সংগ্ৰামত অৱতীৰ্ণ হ'বলগা হৈছে। আজিও নাৰী যৌতুক প্ৰথাৰ বলি হৈছে। কু-সংস্কাৰ বা অন্ধ চিন্তাধাৰা আদিৰ বীজ সমাজৰ পৰা সম্পূৰ্ণৰূপে নিৰ্মূল কৰিব নোৱাৰাৰ দৃষ্টান্ত অলেখ আছে। যদিও পূৰ্বতে ৰাজা ৰামমোহন ৰায় প্ৰমুখ্যে সমাজ সংস্কাৰকসকলে সতীদাহ আদি কু-সংস্কাৰবোৰ আইনৰ সহায়ত নিৰ্মূল কৰিছিল তথাপি ইয়াৰ বীজ পুনৰ অংকুৰিত হোৱাৰ দৃষ্টান্ত স্বৰূপে ৰাজপুত নাৰী ৰূপ কনোৱাৰক মৃত স্বামীৰ চিতাত বলপূৰ্বকভাৱে পুৰি মৰাৰ কথা সৰ্বজনবিদিত।

আকৌ এইখন অসমতে প্ৰায় পাঁচশ বছৰৰ আগতে মহাপুৰুষ হৰিদেৱে তেওঁৰ অবিবাহিতা কন্যা ভুবনেশ্বৰীক ধৰ্মৰ সকলো ভাৰ অৰ্পণ কৰি-ছিল আৰু পিতৃবাক্য পালন কৰি অবিবাহিতা থাকি ভুবনেশ্বৰীয়ে ধৰ্মৰ গুৰুভাৰ গ্ৰহণ কৰিছিল। পাঁচশ বছৰৰ আগতে মহিলাক এনে উচ্চস্থান দিয়া ভাৰতৰ ইতিহাসত বিৰল। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱেও নাৰীক উচ্চ স্থান দিয়াৰ কথা জনা যায়। তাৰ

উদাহৰণ ৰাধিকা শান্তি। অথচ সিজনাৰে আদৰ্শত গঢ়ি উঠা বৰপেটাৰ কীৰ্ত্তনঘৰত আজিও নাৰীৰ প্ৰবেশ নিষেধ হৈ থকাটো বিস্ময়কৰ কথা।

প্ৰগতিৰ পথত সমাজৰ লগত (পুৰুষৰ) সমানে খোজ দি জাতি তথা ৰাষ্ট্ৰৰ উন্নতিত আগভাগ ল'বলৈ প্ৰয়াস কৰা নাৰী বা মহিলা এতিয়াও নিৰ্যাতিতা, ধৰ্ষিতা আৰু লাঞ্চিতা হ'ব লগা হোৱাটো চিন্তনীয় আৰু পৰিতাপৰ বিষয় হৈছে। যাৰ ফলত একবিংশ শতিকালৈ আগবাঢ়ি আহিব খোজা উশৃংখল যুৱ মানসিকতাৰ বিকাৰগ্ৰস্ততাই সমাজখনক থমকি ৰ'বলৈ বাধ্য কৰিছে। লগতে প্ৰতিবাদৰ ধ্বনি তুলি ৰাজপথলৈ নাৰী ওলাব লগা হৈছে। সেয়েহে নতুন যুগৰ কবি, শিল্পী, সাহিত্যিক, নাট্যকাৰসকলে নিজ নিজ প্ৰতিভাৰে দূৰদৰ্শন, আকাশবাণী আদিকে ধৰি বিভিন্ন মাধ্যমেৰে সমাজক সচেতন কৰি নাৰীক মুক্তভাৱে বিচৰণ কৰি নিজ নিজ অধিকাৰ সাব্যস্ত কৰাৰ সুযোগ দিলেহে সুস্থ, সবল আৰু নিকা সমাজ গঠন হ'ব আৰু তেনে হ'লেহে নাৰীয়ে প্ৰগতিৰ সেন্দুৰী আলিত বাট বুলিবলৈ সক্ষম হ'ব। ০০০



# ঐনিতমত যুগ-মানস

হৰেন্দ্ৰনাথ পেগু

ঐনিতম যদিও অৰ্বাচীন কালৰ সৃষ্টি মিচিং সংস্কৃতিৰ বাহক স্বৰূপে ইয়াৰ গুৰুত্ব অনন্য। অশিক্ষিত, নিৰক্ষৰ মিচিং জনসাধাৰণৰ ইতিহাস জ্ঞান আৰু যুগচেতনাৰ সাক্ষ্য বহন কৰি আহিছে ঐনিতমে। যিকোনো যুগজয়ী শিল্প বা কলা কৰ্ম যুগৰ প্ৰভাৱৰপৰা মুক্ত নহয়। সেয়েহে সমসাময়িক সমাজ জীৱন আলোড়িত কৰা কাৰ্য-কলাপ তথা চিন্তা-চৰ্চাৰ চাপ ঐনিতমত বিদ্যমান।

ঐনিতমৰ কেন্দ্ৰীয় সুৰ প্ৰেম-প্ৰীতি যদিও সময়ে সময়ে ই সামূহিক জীৱনৰ হাঁহি-কান্দোন, আশা-নিৰাশাৰ ধ্বনি-প্ৰতিধ্বনিৰে মুখৰিত হৈ উঠে। প্ৰাকৃতিক দুৰ্যোগত পতিত অসহায় মানৱৰ আৰ্ত-চিৎকাৰ ঐনিতম সমূহত প্ৰচুৰ। ১৯৫০ চনৰ প্ৰলয়ংকাৰী ভূমিকম্পৰ পিছত আত্মীয়-স্বজন হেৰুৱাসকলৰ হৃদয় ভেদি ওলাই আহিছিল ঃ

তাৰীমঃতন তনা তনালা
আদি ৰাগঃ ৰানা ৰানালা
ৰীগাম ভলুম নৃয়ুদামতনী ॥

ভূমিকম্পৰ জোকাৰণি আৰু পাহাৰীয়া গৰা খহনীয়াই আমাৰ সমাজখনৰ সলিল সমাধি ৰচনা কৰিলে।

কেতিয়াবা আকৌ প্ৰকৃতিৰ বুকুত নিৰপত্তাহীনতাই মানৱ হৃদয় ভীতি-বিহ্বল কৰি তোলে ঃ

ৰীলী ঐয়া গৃচাদঃ কুৰা-কুৰি দুমুৰা
কাজী ঐয়া চিলাৰয় ৰূপুম গমপুমচুড়ালা

এয়া পশ্চিমৰপৰা প্ৰলয়ৰ ধুমুহা বলিছে। আহা মোৰ 'অইয়াও'[1], আমি সাৱতা-সাৱতিকৈ মৰো আহা।

যুগে যুগে ৰাজনীতিৰেই সমাজ পৰিচালিত হৈ আহিছে। সেয়েহে ঐনিতমসমূহতো ৰাজনৈতিক উপমা বা চিন্তাৰ অভাৱ নাই। ইন্দিৰা গান্ধী প্ৰধান মন্ত্ৰী হোৱাৰ লগে লগে সমগ্ৰ ভাৰত জুৰি বাদ-প্ৰতিবাদৰ ঢৌ উঠিল। তাৰ প্ৰভাৱে ঐনিতমকো ৰেহাই নিদিলে। কোনো ইন্দিৰা প্ৰেমীয়ে ঐনিতমত সুৰ তুলিলে ঃ

তীলি আচচে তীচালা গৃতুজিকং অমানংকাং
ইন্দিৰাৰ মিগম দলা অপান মিৰীম অমানকাং।

বাঢ়নী পানী অহাৰ লগে লগে দ-ৰাম সকলো সমান হ'ল। তদ্ৰুপ ইন্দিৰা গান্ধী গাদীত বহাৰ লগে লগে ধনী-দুখীয়া সকলো সমান হ'ল।

আকৌ কোনো ইন্দিৰা বিদ্বেষীয়ে ঐনিতম জুৰিলে ঃ

ইন্দিৰা গান্দি মিগম দলা ৰানপানী বিদান্ত।

অৰ্থাৎ ইন্দিৰা গান্ধীয়ে ৰাজপাট দখল কৰাৰ বাবেই ৰাইজ ৰানপানী বিধ্বস্ত হৈ পৰিছে।

দেশৰ প্ৰায়বোৰ মহান ব্যক্তিৰ নামতেই ঐনিতম পোৱা যায়। মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু আৰু লালবাহাদুৰ শাস্ত্ৰীৰ নামত অলেখ ঐনিতম পোৱা যায়। ইয়াৰ ভিতৰত নেহৰুৰ পৰলোক গমনৰ পিছত ৰচিত মনোৰম ঐনিতম এটি তুলি দিব পাৰি ঃ

পকপনী কপাকদী বান্দৰ দদ্‌গা পুনানী,
কক্‌পনী পৰকদী নেহৰুম দদ্‌গা পুনানী।

প্ৰথম থোক কলেৰে বান্দৰৰ দহা-কাজ পতা হয় আৰু ডাক দিয়া কুকুৰাটোৰে নেহৰুৰ দহা-কাজ পতা হ'ব। নক'লেও হয়, ঐনিতমটোত

১। অইয়াও— মৰমৰ, লাহৰি, চেনাই আদি অৰ্থত।

মিচিংসকলৰ মৃত সংস্কাৰৰ প্ৰভাব স্পষ্ট।

দেশত যুদ্ধ-বিগ্ৰহ তথা বহিঃআক্ৰমণ চলি থকা অস্থিৰ অৱস্থাত ৰচিত ঐনিতমসমূহত তদনুৰূপ অৱস্থাৰ প্ৰতিফলন লক্ষ্য কৰা যায়ঃ

চিলঃ চিপো পৌচমা চাইনা যুদ্ধঃ আনিনদাক,
ঐনম দুকৰপ পৌচমা ৰেল গাৰী আনিদাক।

আজি মোৰ মৰণলৈ ভয় নাই, ওচৰতে চীনা ৰণাঙ্গন আছে। হেৰা অইয়াও, তোক পলুৱাই নিবলৈ ভয় কিহৰ? ওচৰতে ৰেল গাড়ী আছে। ইয়াত চীন-ভাৰত যুদ্ধ আৰু জোনাইলৈ খোলা নতুন ৰেলপথৰ সমান্তৰাল চিত্ৰ এটি ফুটি উঠিছে।

চীন-ভাৰত যুদ্ধৰ পিছতেই ভাৰত-পাকিস্তান যুদ্ধই ঐনিতমৰ ভিতৰ চ'ৰাত ভূমুকি মাৰিছে। প্ৰেমিক বা প্ৰেমিকাই সদায়েই প্ৰতিপক্ষ শত্ৰু দলক পাকিস্থান উপমাৰে তিৰস্কাৰ কৰাৰ চেষ্টা কৰেঃ

পাঃৰীম দাকিল পাকিস্তান গুলি পদং অমদুং,
ঐনম দাকিল অতুৰু ডেগাৰ পদং অমদুং।

পাহাৰ টাকি পাকিস্তান সৈন্যই গুলিৰ বৃষ্টি নমাইছে আৰু ঠিক তেনেকৈ অইয়াওক টাকি শত্ৰুপক্ষই ডেগাৰৰ বৰ্ষা নমাইছে!

কেতিয়াবা শান্তিৰ সময়ত কোনোৱে ঐনিতম জোৰে ঃ

মেলেতাৰিপ আংগেমা লতুয়াৰিপ চিগেমা
বাগৱতীয়াপ আংগেমা আদিন দলূল চিগেমা।

ইয়াৰ অৰ্থ হ'ল মিলিটাৰিত সোমায় অকাল মৃত্যুক আহ্বান নকৰো আৰু ভাগৱতী ধৰ্ম লৈ মাংস নোখোৱাকৈ নমৰো।

এই ঐনিতম ফাঁকিত যুদ্ধবিমুখ মনোভাব এটি লক্ষ্য কৰা যায়। কিন্তু ইয়াৰ মুখ্য উদ্দেশ্য হৈছে দ্বিতীয়শাৰীৰ ভাগৱতী ধৰ্মৰ সংযমৰ প্ৰতি অনীহা প্ৰকাশ। এই অনীহাৰ মাজেদিয়েই প্ৰকাশ পাইছে মিচিং সমাজৰ পৰা বৈষ্ণৱ ধৰ্মৰ এক মৃদু জোকাৰণি।

বৈজ্ঞানিক আৱিষ্কাৰৰ চমৎকাৰজনক বাতৰিয়েও অশিক্ষিত মিচিং ডেকা-গাভৰুৰ অন্তৰত ৰেখাপাত নকৰাকৈ থকা নাই। ৰাছিয়াৰ চন্দ্ৰ অভিযানে ঐনিতমত কেনে কৌতুহল সৃষ্টি কৰিছে তলৰ ঐনিতমটো লক্ষ্য কৰিলেই স্পষ্ট হ'বঃ

ৰাচিয়া ৰকেটদী পঃসঃম দীংকাল কানানী।
আমিন-কামান চিতিদী অইনক অচিন লানানী।

ৰাছিয়াৰ ৰকেটেৰে চন্দ্ৰৰ খবৰ লোৱা হয় আৰু নামবিহীন চিঠিখনেৰে অইয়াওৰ অন্তৰখন জুখি চোৱা হয়।

কেতিয়াবা ঐনিতমৰ যোগেদিয়েই কোনো প্ৰেয়স-প্ৰেয়সীয়ে পৰস্পৰে প্ৰশ্নৰ অৱতাৰণা কৰেঃ

পেট্ৰুল পুংদীম উকদদঃ অকল দুঙান ৰেগানিক
অইকো মীলা গৃদদঃ অকল দুঙাল ৰুপুৱা?

পেট্ৰল পুঙত জুই জ্বলোতে বৈজ্ঞানিকসকল ক'ত আছিলা? আৰু অইয়াও জনীয়ে মোক ত্যাগ কৰাৰ সময়ত ৰুপুৱা (মধ্যস্থকাৰী) তুমি ক'ত আছিলা?

ডিগবৈৰ পেট্ৰল পুঙৰ আকাশলংঘী অগ্নিশিখাই বৈজ্ঞানিকসকলক এনে প্ৰশ্ন কৰিবলৈ মিচিং ডেকা-গাভৰুক প্ৰেৰণা যোগাইছিল।

বৈজ্ঞানিক আৱিষ্কাৰৰ লগে লগে ব্যৱসায়-বাণিজ্যৰ সম্প্ৰসাৰণৰ চাপো ঐনিতমৰ মাজত সোমাই পৰিছে ঃ

অইয়া অইয়া ঔমনাচিন অইৱ গৱতাত চুতমা
কলিকতা বাদুলি অইৱ এতকাপচুতনী।

অইয়াও অইয়াও কৰি কাতৰ বিননিৰ পিছতো অইয়াওৱে মাত নিদিলে। কলিকতাৰ তলাৰে অইয়াওৱে নিজৰ মুখ চিৰদিনৰ কাৰণে বন্ধ কৰিলে।

ইয়াত কলিকতাৰপৰা আমদানিকৃত তলাৰ উল্লেখ মিচিং ডেকা-গাভৰুৰ বহিৰ্জগতৰ লগত সম্পৰ্কৰ ইংগিত দিয়ে।

ওপৰৰ সংক্ষিপ্ত আলোচনাৰপৰা দেখা যায় যে ঐনিতম নিজে বিশুদ্ধ ইতিহাস নহ'লেও ইয়াত সময়, ঘটনা আৰু সমাজ জীৱনৰ ক্ৰম এটি অনুধাৱন কৰিব পৰি। প্ৰবাহমান সময়ৰ বুকুত ঐনিতমৰ খাজে খাজে ৰৈ যোৱা এনে মনোৰম চিত্ৰৰ সাহিত্যিক মূল্যৰ লগতে ঐতিহাসিক গুৰুত্ব অনস্বীকাৰ্য।

০০০

# একাংকিকা

ড° সুশীল গোস্বামী

একাংকিকাৰ ঘটনা বা কাৰ্যক মাথোন এটা দৃশ্যতে উপস্থাপিত কৰিব লাগেনে? বহু স্থান আৰু কাল ব্যাপী থকা কাৰ্য একাংকিকাৰ ক্ষেত্ৰত বৰ্জনীয় নেকি? অভিনয়কলাৰ সৈতে ঘটনাৰ কালমাত্ৰা সমান হ'ব লাগে নে নাই? আৰম্ভণিৰেপৰা উপসংহাৰ পৰ্যন্ত ঘটনাৰ ক্ৰমপৰিণতি তথা আৰোহণ থাকিবই লাগিব নেকি? একংকিকা সম্পৰ্কত এইবোৰ প্ৰশ্ন প্ৰায়ে উত্থাপিত হয়। একাংকিকাৰ সংজ্ঞা আৰু স্বৰূপৰ বিশ্লেষণত এইবোৰ প্ৰশ্নৰ উত্তৰ পোৱা যাব। প্ৰথমতে একাংকিকা সম্পৰ্কত সামান্য ঐতিহাসিক অৱলোকনৰ প্ৰয়োজনবোধ কৰা হৈছে।

পৃথিৱীৰ প্ৰাচীনতম একাংক নাটখন মহাকবি ভাসৰ দ্বাৰা সংস্কৃত ভাষাতে ৰচিত হৈছিল বুলি জনা যায়। মহাকবি ভাসৰ নাটকত এটা মাত্ৰ কালঘটনাক এটা মাত্ৰ দৃশ্যত আৰু এটা মাত্ৰ কাল-পৰ্বত তথা অবিচ্ছিন্ন কালধাৰাত উপস্থাপিত কৰাৰ চেষ্টা পৰিলক্ষিত হয়। ডং সত্যেন্দ্ৰনাথ শৰ্মাই তেখেতৰ 'অসমীয়া নাট্য-সাহিত্য' নামৰ গ্ৰন্থত মন্তব্য দিছে এনেধৰণে, "মহাকবি ভাসৰ 'উৰুভঙ্গ' নামৰ ব্যায়োগখন অলপ পৰিবৰ্তন কৰি আধুনিক একাংকিকাৰ শাৰীত সহজে বহুৱাব পাৰি।" ব্যায়োগৰ বাহিৰেও সংস্কৃত নাট্য সাহিত্যত উৎসৃষ্টিকাংক, ভাণ আৰু বীথী-- এই তিনিবিধ এক অংকীয়া ৰূপকৰ প্ৰচলন আছিল। তদুপৰি ওঠৰবিধ উপৰূপকৰ ভিতৰত সৰহভাগেই, যেনে, নাটাৰাসক, হল্লীশ, গোষ্ঠী, কাব্যম, ৰাসকম, জানিকা, বিলাসিকা আদি এক অংকযুক্ত আছিল। তথাপি আধুনিক একাংকিকা সংস্কৃত নাটৰ আদৰ্শ আৰু প্ৰভাৱত গঢ়ি উঠিছে বুলি ক'ব নোৱাৰি। কিয়নো একাংকিকাৰ লক্ষণ কেৱল অংকৰ সংখ্যাতে আবদ্ধ নহয়। উপৰোক্ত গ্ৰন্থত ডঃ শৰ্মাই এই মতামতো দিছে, "-- আধুনিক একাংকিকাৰ ক্ষেত্ৰত যি ৰচনাবিধান আৰু কৌশল প্ৰয়োগ হোৱা দেখা যায় তাৰ লগত সংস্কৃত নাটৰ ৰচনাবিধি বিভিন্ন। সংস্কৃত নাট ৰসপ্ৰধান আৰু কাব্যধৰ্মী, কিন্তু আধুনিক নাট বাস্তৱাত্মক। সংস্কৃত নাটত সংঘাতৰ মহত্ব আৰু তীব্ৰতা নথকাত tension নাই আৰু তাৰ ফলত ভাবৰ ঘণীভূত একাগ্ৰতা (concentration)ও নাই।"

এতিয়া এইটো সকলোৱে মানি লৈছে যে আধুনিক একাংকিকা পাশ্চাত্য নাটৰ আদৰ্শ আৰু প্ৰভাবত গঢ়ি উঠিছে। একাংকিকাৰ অন্যতম লক্ষণ স্বল্পায়তন- প্ৰথম পৰ্যায়ৰ ট্ৰেজেদিবোৰত বিদ্যমান। ডঃ শৈলেন ভৰালীয়ে তেখেতৰ 'ট্ৰেজেদি বিচাৰ' গ্ৰন্থত ট্ৰেজেদিৰ লক্ষণ আলচ কৰিবলৈ লৈ কৈছে, "ট্ৰেজেদিৰ সূচনা হয় গ্ৰীচত। গ্ৰীক দেৱতা ডায়নিচাচৰ জীৱনৰ কৰুণ কাহিনীক অৱলম্বন কৰি যি নাট উপস্থাপিত কৰা হৈছিল সেয়ে আছিল ট্ৰেজেদি। প্ৰথমতে দেৱতাজনৰ উদ্দেশ্যে আয়োজিত বিশেষ কোনো অনুষ্ঠানত ভক্তসকলে কৰুণ গীত (ডিথিৰাম্ব) গাই তেওঁলৈ শ্ৰদ্ধা নিবেদন কৰিছিল।

এই গীতবোৰক কোৱা হৈছিল ছাগ-গীত। ক্ৰমে এই গীতবোৰক (সমবেত সংগীত বা কোৰাচ) নাটকীয় ৰূপ দিয়াত ট্ৰেজেদি নামে অভিহিত হ'ল।" যিহেতুকে সমবেত সংগীত বা কোৰাচক কেন্দ্ৰ কৰি গ্ৰীক নাটকৰ জন্ম হৈছিল, সেই কাৰণে কোৰাচেই আছিল সেই গ্ৰীক নাটকৰ ঐক্য-বিধায়ক মূল শক্তি। কোৰাচেই আছিল সূত্ৰধাৰ আৰু আৰু কোৰাচৰ দ্বাৰাই নাটকীয় ঘটনাবোৰৰ বিভিন্ন পৰ্বৰ মাজত সংযোগ ৰক্ষা কৰা হৈছিল; গতিকেই গ্ৰীক নাট্যকাহিনীত সুস্পষ্ট অংক বিভাগৰ প্ৰয়োজন অপৰিহাৰ্য যেন বোধ হোৱা নাছিল। গ্ৰীক নাট্য কাহিনী কম-বেছি পৰিমাণে সন্ধি-বিভক্ত কোৰাচৰ দ্বাৰা, কিন্তু অংক-বিভক্ত নহয়। এই হেতুকে যদিও গ্ৰীক নাটকক একাংক পঞ্চাংক একো বিশেষণেই দিয়া নাযায়, তথাপি গ্ৰীক নাট্যক ঘটনা-ঐক্য, কাল-ঐক্য আৰু স্থান-ঐক্য নিষ্ঠাৰ সৈতে মানি চলিছে, তেতিয়াই ই একাংকিকাৰ সমগোত্ৰীয় হৈছে। ডঃ সাধন কুমাৰ ভট্টাচাৰ্যই বাংলা ভাষাত লিখা তেখেতৰ "নাটকেৰ ৰূপ, ৰীতি ও প্ৰয়োগ" নামৰ গ্ৰন্থৰ এঠাইত এনেদৰে মন্তব্য কৰিছে ট্ৰেজেদি সম্পৰ্কত, "যি কোনো এখন গ্ৰীক ট্ৰেজেদিক বিশ্লেষণ কৰিলেই আমি দেখিবলৈ পাম যে প্ৰত্যেক নাটকতেই একোটি মাত্ৰ ঘটনাক উপস্থাপিত কৰাৰ চেষ্টা কৰা হৈছে- বৃত্তৰ এটা মাত্ৰ ধাৰা, তাত কোনো উপধাৰা নাই আৰু বৃত্তৰ মাজত যি ঘটনাক স্থান দিয়া হৈছে তাৰ কাল-ব্যাপ্তিও খুবেই কম অৰ্থাৎ ঘটনাৰ আৰু অভিনয়ৰ কালমাত্ৰাৰ মাজত কোনো অসঙ্গতি নাই।"

ট্ৰেজেদিৰ কাহিনী গঠন সম্পৰ্কত এৰিষ্টটলে তিনিটা ঐক্য মানি চলাৰ কথা কৈছে- ঘটনাৰ ঐক্য, স্থানৰ ঐক্য আৰু কালৰ ঐক্য। ট্ৰেজেদিয়ে যিটো ঘটনাক অনুকৰণ কৰে তাৰ আদি, মধ্য আৰু অন্ত স্পষ্ট হৈ উঠিব লাগে আৰু প্ৰতিটো অংশৰে ঘটনাৰ সৈতে এৰাব নোৱাৰা সম্বন্ধ থাকিব লাগে। "Tragedy is an imitation of a whole and complete action of some amplitude.....Now a whole is that which has beginning, a middle and an end. (Aristotle)

একাংকিকাৰ সংজ্ঞা দাঙি ধৰিবলৈ হ'লে ক'ব লাগিব যে ই সেই শ্ৰেণীৰ দৃশ্য-কাব্য যাৰ সমগ্ৰ কাৰ্য তথা ঘটনা একেটি মাত্ৰ অংকৰ পৰিসৰত আৰু স্বল্পায়তনত উপস্থাপিত হয়। যিকোনো এটা খণ্ড দৃশ্যতকৈ একাংকিকা বেলেগ এই কাৰণে যে একাংকিকাৰ কাৰ্য যিমানেই সৰু নহওক, ই প্ৰকৃততে এটা 'সমগ্ৰ' ঘটনা অৰ্থাৎ আদি-মধ্য অন্তযুক্ত এটা সম্পৰ্ণ বৃত্ত—an organic whole। দুই, তিনি, চাৰি আৰু পাঁচ অংক বিশিষ্ট নাটকৰ সৈতে একাংকিকাৰ পোনপটীয়া পাৰ্থক্য হ'ল যে একাংকিকাৰ কাৰ্য এটা মাত্ৰ অংকৰ পৰিসৰত উপস্থাপিত হয়।

একাংকিকাই স্বতন্ত্ৰ শিল্পকৰ্মৰ মৰ্যাদা তেতিয়াই লাভ কৰিব পাৰিছে- যেতিয়াই ইয়াৰ বৃত্ত হৈছে আদি মধ্য-অন্তযুক্ত- a organic whole। গতিকে বৃহদায়তন কোনো নাটকৰ বিচ্ছিন্ন কোনো অংক অৰ্থাৎ কোনো কাৰ্যৰ বিশেষ এটা পৰ্ব বা সন্ধিক একাংক নাটকৰ মৰ্যাদা দিব নোৱাৰি। সেই দৰে এটা অংকৰ পৰিসৰত অসমন্বিত তথা অসমগ্ৰ ঘটনাৰ বিন্যাস কৰিলেও সেয়া একাংকিকা ৰচনা কৰা নহ'বও পাৰে। একাধিক অংকযুক্ত নাটকৰ কাৰ্য তথা ঘটনাত যিদৰে ক্লাইমেক্স (Climax) অভিমুখী এটা আৰোহণশীল ক্ৰমগতি থাকে, সেইদৰে একাংকিকাৰ স্বল্প কালব্যাপী ঘটনাটো আৰম্ভণিৰপৰা উপসংহাৰ পৰ্যন্ত এটা ক্ৰমপৰিণতি তথা আৰোহণ থাকিব লাগে।

আদৰ্শ একাংকিকা হ'ল সেইখন য'ত ঘটনা-ঐক্য, কাল-ঐক্য আৰু স্থান-ঐক্যৰ নিযুক্ত সমাবেশ ঘটে। কোৱা বাহুল্য যে স্থান সমাবেশ আৰু কালৰ ঐক্য ৰক্ষা প্ৰকৃততে তেতিয়াহে সম্ভৱ যেতিয়া একাংকিকাৰ ঘটনা হয় সৰল আৰু একক। স্থান-ঐক্য বুলিলে আমি বুজো যে যি দৃশ্যত ঘটনা তথা কাৰ্য আৰম্ভ সেই একেই দৃশ্যৰ ভিতৰতে ঘটনাৰ মধ্যভাগ আৰু অন্ত উপস্থাপনা কৰা অৰ্থ হ'ল দৃশ্য সজ্জাৰ কোনো পৰিবৰ্তন নঘটিব। যি নাটকৰ সমস্ত ঘটনা এটা মাত্ৰ স্থান বা দৃশ্যত ঘটে, সেই নাটকক আমি স্থান-ঐক্য বিশিষ্ট নাটকৰ আদৰ্শ দৃষ্টান্ত হিচাপে গ্ৰহণ কৰিব পাৰো। আনহাতেদি স্থান ঐক্য নষ্ট নোহোৱাকৈ দৃশ্যটোৰ পৰিসৰো বৃদ্ধি কৰি ল'ব পাৰি, অব্যৱহিতভাৱে নতুন স্থানলৈ ইয়াক সম্প্ৰসাৰিত কৰি। জানিবা দুৱাৰ বা খিড়িকী এখন খুলি দিওঁতেই সন্মুখৰ দৃশ্যটোৰ সংলগ্ন কোনো কক্ষ বা বাৰান্দাত ঘটি থকা কাৰ্য তথা ঘটনা দেখিবলৈ পোৱা গ'ল; এতিয়া ঘটনাৰ উপস্থাপনা একস্থানৰপৰা অন্য-স্থানলৈ আঁতৰি গ'ল, দ্বিধাবিভক্ত হৈ গ'ল; হ'লেও সন্মুখৰ মূল দৃশ্যৰ সৈতে নতুন দৃশ্যটো মিলি যোৱাত নতুনকৈ অন্তৰ্ভুক্ত স্থানকণৰ ব্যৱধান নাইকিয়া হৈ গ'ল। কিছুমান গ্ৰীক নাটকত এই-ধৰণৰ যৌগিক স্থান-ঐক্য লক্ষ্য কৰা যায়। উপৰোক্ত ক্ষেত্ৰত নিৰন্তৰতাই স্থান-ঐক্য তথা ঐকদেশিকতা অক্ষুণ্ণ ৰাখিছে; অৰ্থাৎ আপাত দৃষ্টিত ঘটনাক একাধিক স্থানত ব্যাপ্ত যেন লাগিলেও নিৰন্তৰতা আছে বাবে ঘটনাটো একেটা দৃশ্যৰেই অন্তৰ্গত বুলি গ্ৰহণযোগ্য হৈছে। গতিকে মূল দৃশ্যৰপৰা ঘটনা যদি এনেকুৱা কোনো স্থানলৈ আঁতৰি নাযায়, যি স্থান অসংলগ্ন আৰু মূল দৃশ্যৰ স্থানৰ সৈতে একেলগে দেখিবলৈ পোৱাটো সম্ভৱ হ'ব নোৱাৰে তেনেহ'লে ঘটনাৰ স্থান-ঐক্য সম্পূৰ্ণ নষ্ট হৈ নাযায়। আকৌ আন এক ধৰণেও নিৰন্তৰতা ৰক্ষা কৰা বিভিন্ন স্থান বা দৃশ্যত ঘটনাক বিচ্ছিন্ন কৰা সত্ত্বেও

য'ত স্থান পৰিবৰ্তন এনে ধৰণে কৰা হয় যে এটা দৃশ্যৰপৰা যেন এটা দৃশ্যলৈ অগসাৰণে ঘটনাৰ ক্ৰম বা ধাৰা বিচ্ছিন্ন নকৰে অৰ্থাৎ এটা দৃশ্য অনিবাৰ্যভাৱে অন্য এটাত দৃশ্যত সংক্ৰমিত হয়- তেনেহ'লে নিৰন্তৰতাৰ প্ৰতিভাস বা মায়া সৃষ্টি



কৰা হয়। অৱশ্যে এই ধৰণে অৰ্থাৎ প্ৰাতিভাসিক নিৰন্তৰতাৰ দ্বাৰা ৰক্ষা কৰা স্থান-ঐক্যক বিশুদ্ধ ঐক্য বুলিব নোৱাৰি। আৰু একাংক নাটৰ বাবে একাধিক দৃশ্য কল্পনা বৰ্জন কৰিব লাগে। লেডী গ্ৰেগৰি ৰচিত "Rising of the Moon" নামৰ একাংকিকাত স্থান-ঐক্য, কাল-ঐক্য আৰু ঘটনা-ঐক্যৰ আদৰ্শ সমন্বয় দেখিবলৈ পোৱা যায়। আনহাতেদি ডব্লিউ জেকবৰ গল্পৰ লুইজ পাৰ্কাৰে দিয়া নাট্য ৰূপ "The Monkey's Paw"ত ঘটনা একেই স্থানত ঘটিছে কিন্তু ঘটনাৰ কাল এৰাতি এদিনত পাৰ হৈ পাচদিনাখনৰ ৰাতিলৈকে ব্যাপ্ত হৈছে। এই নাটকত তিনিটা দৃশ্য তিনিটা বিচ্ছিন্ন কালত উপস্থাপিত কৰা হৈছে। ঘটনাটো বহু ঘন্টা সাপেক্ষ; তাৰ আৰম্ভণি আৰু উপসংহাৰৰ মাজত বহুত ঘন্টাৰ ব্যৱসান আছে। The Monkey's, Paw ক একাংক নাটৰ মৰ্যাদা দিব নোৱাৰি যদিহে একাংকিকাৰ আদৰ্শ ৰূপটোক অৰ্থাৎ স্থান-ঐক্য, কাল-ঐক্য আৰু ঘটনা-ঐক্যৰ আমি প্ৰাধান্য দিও। J.M. Synge ৰচিত "Riders to the Sea"ত স্থান-ঐক্য ৰক্ষা হ'লেও ঘটনাৰ কালমাত্ৰা আৰু উপস্থাপনাৰ কালমাত্ৰাৰ মাজত পূৰ্ণ সংগতি ৰক্ষা হোৱা নাই। এইখিনিতে John Born ৰ মন্তব্য স্মৰণযোগ্য "The ideal one-act play is a concise unbroken expression of a simple idea untra-mmelled by side issues and unnece-ssary elaboration. It is not a three-act play condensed on a thing so empty that use of the world 'sketch' to define it is applicable. It can be about anything......and it can be in any vein-poetic, comic experimental or straight. But when the curtain falls the audience must be sure that what they have seen is complete

and not a mere chapter of something else."

ইউৰোপীয় নাটকৰ ইতিহাস পৰ্যবেক্ষণ কৰিলে দেখা যাব যে মধ্যযুগৰ শেষত আৰু renaissanceৰ আৰম্ভতে interludeৰ ৰূপত লঘু চুটি নাটক কিছুমান ৰচিত হৈছিল। উনবিংশ শতাব্দীত এনে লঘু চুটি নাটবোৰে বৃহদায়তন পঞ্চাঙ্ক নাটকৰ যৱনিকা উত্তোলক (Curtain raiser)ত বা পৰিশিষ্ট (afterpiece) নাটৰ আখ্যা পায়। কালক্ৰমত এই লঘু নাটবোৰে উন্নতি লাভ কৰি কলাত্মক একাংকিকাত পৰিণত হ'ল। বিংশ শতাব্দীৰ আদি ভাগতে একাংকিকাই পূৰ্ণ প্ৰতিষ্ঠা লাভ কৰে।

০০০



# উত্তৰ পাৰ সমভূমি মণ্ডলৰ কৃষি উৎপাদনঃ সমস্যা আৰু সম্ভাৱনা / ড° লালুপ্ৰসাদ উপাধ্যায়

বৰষুণ, ভূভাগ আৰু মাটিৰ বৈশিষ্ট্য অনুযায়ী অসম প্ৰদেশখনক বিস্তৃতভাৱে ছটা কৃষি জলবায়ু মণ্ডলত ভাগ কৰা হৈছে। এই মণ্ডল কেইটা হৈছেঃ (১) উত্তৰপাৰ সমভূমি মণ্ডল (লক্ষীমপুৰ, ধেমাজি, দৰং আৰু শোণিতপুৰ জিলা), (২) উজনি ব্ৰহ্মপুত্ৰ উপত্যকা (শিৱসাগৰ, যোৰহাট, গোলাঘাট আৰু ডিব্ৰুগড় জিলা), (৩) মধ্য ব্ৰহ্মপুত্ৰ উপত্যকা (নগাঁও আৰু মৰিগাঁও) (৪) নামনি ব্ৰহ্মপুত্ৰ উপত্যকা (কামৰূপ, বৰপেটা, নলবাৰী, গোৱালপাৰা, বঙাইগাঁও, ধুবুৰী আৰু কোকৰাঝাৰ জিলা) (৫) বৰাক উপত্যকা (কাছাৰ আৰু কৰিমগঞ্জ জিলা) আৰু (৬) পাৰ্বত্য মণ্ডল (কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ জিলা)।

এই নিবন্ধটোত অসমৰ উত্তৰপাৰ সমভূমি মণ্ডলৰ কৃষি উৎপাদনৰ সমস্যাৱলী আৰু সম্ভাৱনাৰ ওপৰত আলোকপাত কৰিবলৈ প্ৰয়াস কৰা হৈছে।

উত্তৰপাৰ সমভূমি মণ্ডলৰ অভিলক্ষণ ঃ

এই মণ্ডলৰ মুঠ মাটিকালি হৈছে ১৪,৪২১ বৰ্গ কিঃমিঃ। অসমৰ মুঠ মাটি কালিৰ ১৮'১৭% এই মণ্ডলে আগুৰি আছে আৰু ইয়াৰ জনসংখ্যা অসমৰ মুঠ জনসংখ্যাৰ ১৬'৭৪%। জনবসতিৰ ফালৰপৰা বসতিৰ গড় ঘনত্ব প্ৰতি বৰ্গ কিঃমিঃত ১৭০ জন আৰু কমান্বয়ে পূব দিশলৈ এই ঘনত্বৰ মান পাতল। ধেমাজি জিলাত এই মান প্ৰতি বৰ্গ কিঃমিঃত ৯৪ জনৰ বিপৰীতে দৰং জিলাৰ মংগলদৈ মহকুমাত ২৪১ জন বৰ্গ কিঃমিঃ।

আকৃতি, জলবায়ু আৰু ভূমি ঃ

এই মণ্ডলটো তিনিটা সমান্তৰাল ভু-আকৃতি অঞ্চলত বিভক্ত কৰিব পাৰি ঃ (১) হিমালয়ৰ নামনিৰ পাহাৰসমূহ- এই অঞ্চলৰ মাটি পলসুৱা আৰু ঘন হাবিৰে ভৰা। ইয়াৰ দক্ষিণে সোৱণশিৰীৰ পৰা বৰনদীলৈকে সৰু সৰু চাহ বাগিচাৰে পৰিপূৰ্ণ। (২) মধ্যাঞ্চল- এই অঞ্চল পুৰণি পলসুৱা মাটিৰে গঠিত আৰু আম্লিক। নদীৰ কাষৰীয়া মাটি নিৰভূমি ভাগ নতুন পলসেৰে গঠিত। এই মাটি নিৰপেক্ষ বা কম আম্লিক গুণ বিশিষ্ট, আৰু (৩) দ নদীয় অঞ্চল- ব্ৰহ্মপুত্ৰৰ নদীৰ পাৰেৰে এই অঞ্চল গঠিত। দ মাটি ভাগত দ পানীৰ ধান (গভীৰ জলজ ধান/বাওধান) আৰু এই বলয়ৰ উত্তৰফালে দৰং জিলাৰ বিস্তৃত এলেকাত মৰাপাটৰ খেতি কৰা হয়।

এই মণ্ডলৰ জলবায়ুৰ ঘাই বৈশিষ্ট্য হৈছে- জলবায়ুত আদ্ৰতাৰ মাত্ৰা ৮০% আৰু গড় হিচাপে বৰষুণৰ মান ১০০০ মিঃমিঃ। ঋতু অনুযায়ী এই অঞ্চলৰ উষ্ণতাৰ তাৰতম্য হোৱা দেখা যায়। জুলাই আগষ্ট মাহত উষ্ণতাৰ উচ্চমান ৩৭° চেল. আৰু জানুৱাৰী মাহত নিম্ন মান ৫° চেল.। বৰ্ষা ঋতুৰ ৭ মাহতেই মুঠ বৰষুণৰ ৫০% বৰষুণ হয়।

ভূভাগৰপৰা জলপৃষ্ঠৰ গভীৰতা ৫ মিটাৰতকৈ কম। জলপৃষ্ঠৰ উচ্চতা অধিক হোৱা বাবে এই মণ্ডলত ভূ-তল জলসিঞ্চনৰ সম্ভাৱনা বেছি। বিভিন্ন নৈ সমূহৰপৰাও উত্তোলক জলসিঞ্চনৰ অধিক সুবিধা আদায় কৰিব পাৰি। এই মণ্ডলৰ ভূভাগৰ ২৮% বানাগ্ৰস্ত। এক প্ৰাক্কলন মতে লক্ষীমপুৰ আৰু ধেমাজি জিলাৰ বানাক্ৰান্ত মাটিকালি ১,০০,৫০০ হেক্টৰ। ইয়াৰে ৬৪,৫০০ হেক্টৰ মাটি সম্পূৰ্ণভাৱে আৰু ৩৬,০০০ হেক্টৰ মাটি সাময়িকভাৱে বানাক্ৰান্ত হৈ থাকে। দৰং জিলাত এনেদৰে বানাক্ৰান্ত হৈ থকা মাটিকালি হৈছে ৩২,০০০ হেক্টৰ।

এই মণ্ডলৰ উৎপাদিত শস্য সমূহ ঃ

এই মণ্ডলৰ উৎপাদিত বিভিন্ন শস্যৰ মাটিকালি, উৎপাদনৰ পৰিমাণ, উৎপাদকতা সমগ্ৰ ৰাজ্যৰ সম্পৰ্কত তুলনামূলকভাৱে তলত দেখুওৱা হৈছে ঃ অসমৰ মুঠ ধান খেতিৰ মাটিকালিৰ ১৭.৫৬% এই মণ্ডলৰ অন্তৰ্ভুক্ত আৰু ইয়াৰ উৎপাদনৰ পৰিমাণ মুঠ উৎপাদনৰ ১৫.৮২%। সচৰাচৰ তিনিধৰণৰ ধানখেতি কৰা হয়। যেনে, শৰৎকালীন (আহু), শীতকালীন (শালি আৰু বাও) আৰু গ্ৰীষ্মকালীন (বৰো)। গ্ৰীষ্মকালত কৰা ধানৰ (বৰো) উৎপাদনৰ পৰিমাণ প্ৰতি হেক্টৰত ১২৫৫.৫ কিঃগ্ৰাঃ। তুলনামূলকভাৱে, ই অসমৰ গড় উৎপাদনতকৈ (৭৮৫ ৫ কিঃগ্ৰাঃ/হেঃ) প্ৰতি হেঃত ৪৭০ কিঃগ্ৰাঃ অধিক। কিন্তু আটাই কেইবিধ ধানৰ হিচাপত এই মণ্ডলত মুঠ ধানৰ উৎপাদন তুলনামূলকভাৱে ৰাজ্যখনৰ মুঠ ধানৰ উৎপাদনতকৈ প্ৰতি হেঃত ১০১ কিঃগ্ৰাঃতকৈও কম। মাহজাতীয় শস্যৰ ক্ষেত্ৰত এই মণ্ডলত মুঠ উৎপাদন প্ৰতি হেক্টৰত ৬৮৭.৪৮ কিঃগ্ৰাঃ। শতকৰা হিচাপত এই উৎপাদন ৰাজ্যখনৰ তুলনাত প্ৰতি হেঃত ৫৩.৫৪ ভাগ আৰু ইয়াৰ পৰিমাণ ৰাজ্যখনৰ গড় উৎপাদনৰ হাৰতকৈ প্ৰতি হেক্টৰত ২৭০ কিঃ গ্ৰাঃৰ অধিক। তৈলবীজ উৎপাদনৰ ক্ষেত্ৰতো এই মণ্ডল অধিক অগ্ৰগামী। গড় হিচাপে ইয়াৰ উৎপাদনৰ হাৰ প্ৰতি হেক্টৰত ৫২৭.৫ কিঃ গ্ৰাম আৰু ইয়াৰ পৰিমাণ ৰাজ্যখনৰ মুঠ উৎপাদনতকৈ প্ৰতি হেক্টৰত ৬৭ কিঃগ্ৰাঃতকৈও অধিক। (ৰাজ্যখনৰ মুঠ গড় উৎপাদন ৪৬০.৬৮ কিঃগ্ৰাঃ।হেঃ)। তৈলবীজৰ খেতি ৰাজ্যখনৰ মুঠ মাটিকালিৰ ১৮.৭২% আৰু মুঠ উৎপাদনৰ ২১.৩৬%।

এই মণ্ডলত ৰাজ্যখনৰ মুঠ মাটিকালিৰ শতকৰা ৬.৯৮ ভাগত গোমধানৰ খেতি কৰা হয় আৰু ৰাজ্যখনৰ তুলনাত ইয়াৰ পৰিমাণ ৬.৭৪ ভাগ। এই মণ্ডলৰ মুঠ মাটিকালিৰ শতকৰা ১১.৪৪ ভাগত ঘেঁহু খেতি কৰা হয় আৰু ৰাজ্যখনৰ মুঠ উৎপাদনৰ তুলনাত ইয়াৰ পৰিমাণ ১০.২৮ ভাগ। ৰাজ্যখনৰ মুঠ কালিৰ শতকৰা ১২.৫৪ ভাগত কুঁহিয়াৰ খেতি কৰা হয় আৰু ৰাজ্যখনৰ এই মণ্ডলত ইয়াৰ উৎপাদন সমগ্ৰ ৰাজ্যখনৰ তুলনাত ৯.১৯%। ৰাজ্যখনৰ মুঠ কালিৰ ২২.৩৭% মাটিত আলুখেতি কৰা হয় আৰু ইয়াৰ উৎপাদন ১৬.৫০%। এই মণ্ডলত সমগ্ৰ ৰাজ্যখনৰ মৰাপাট খেতিৰ মুঠ কালিৰ ১৬.৫৩% এই মণ্ডলত কৰা হয় আৰু ৰাজ্যখনৰ মুঠ মৰাপাট উৎপাদনৰ ১৪.২৮% এই মণ্ডলত উৎপাদন হয়।

এই মণ্ডলত কপাহ আৰু মেস্তা এই দুবিধ শস্যৰ খেতি ৰাজ্যখনৰ মুঠ মাটিকালিৰ ১৫.০২% আৰু ১৫.১৪ ভাগত কৰা হয়। ৰাজ্যখনৰ মুঠ উৎপাদনৰ তুলনাত কপাহ আৰু মেস্তাৰ উৎপাদন এই মণ্ডলত যথাক্ৰমে ১৩.৪৮% আৰু ১৪.১৫%। ৰাজ্যখনৰ এই মণ্ডলত .মুঠ মাটিকালিৰ শতকৰা ৩৭.৫৫ ভাগত ধপাতৰ খেতি কৰা হয় আৰু ইয়াৰ উৎপাদনৰ হাৰ ২২.৩১%। এই মণ্ডলত মুঠ মাটিকালিৰ শতকৰা ১৭.৯৮ ভাগত মিঠা আলুৰ খেতি কৰা হয় আৰু ইয়াৰ উৎপাদন সমগ্ৰ ৰাজ্যখনৰ উৎপাদনৰ তুলনাত ১৮.০৪%।



ওপৰৰ আলোচনাৰপৰা দেখা যায় যে সমগ্ৰ ৰাজ্যখনৰ মুঠ মাটিকালি আৰু উৎপাদনৰ ১৫%। এই উত্তৰপাৰ সমভূমি মণ্ডলৰ তলত উল্লিখিত শস্যসমূহ, যেনে ধান, তৈলবীজ, মাহজাতীয় শস্য, আলু, ধপাঁত আৰু মিঠা আলু আদিৰ জৰিয়তে উৎপাদন হয়। কেৱল নিম্নোল্লিখিত শস্যসমূহৰ ক্ষেত্ৰতহে এই মণ্ডলৰ উৎপাদন ৰাজ্যখনৰ গড় উৎপাদনতকৈ অধিক। সেই শস্যসমূহ হৈছে-- গ্ৰীষ্মকালীন ধান (বৰো), তৈলবীজ আৰু মাহজাতীয় শস্য। আন বহুশস্যৰ গড় উৎপাদনৰ ক্ষেত্ৰত এই মণ্ডল সমগ্ৰ ৰাজ্যখনৰ মুঠ মাটিকালি আৰু উৎপাদনতকৈ পিছপৰা।

ধান, তৈলবীজ, মাহ জাতীয় শস্য, মৰাপাট, ঘেঁহু আদিয়েই হৈছে এই মণ্ডলৰ মুখ্য শস্য। মাটিকালিৰ ক্ষেত্ৰত এই শস্যসমূহে অধিকাৰ কৰা মাটিকালিৰ শতকৰা হাৰ হৈছে- ধান ৭৮%; তৈল বীজ ৯%, মাহ জাতীয় শস্য ৩%, মৰাপাট ৩% আৰু ঘেঁহু ২%। মুঠ মাটিকালিৰ ২৩% বনাঞ্চলে আগুৰি আছে। এই মণ্ডলৰ অধিকাংশই জনজাতীয় লোকৰ বসতিপূৰ্ণ। ধান খেতি এই মণ্ডলৰ বৈশিষ্ট্য। গভীৰ জলজ ধান লক্ষীমপুৰ আৰু ধেমাজি জিলাৰ বাবে অধিক উপযোগী। দৰং জিলাৰ আন প্ৰধান শস্য সমূহ হৈছে মাহ জাতীয় শস্য, তৈলবীজ আৰু মৰাপাট। এই মণ্ডলত শালিধান একক খেতি হিচাপে অধিক জনপ্ৰিয়।

শস্যৰ উৎপাদন হ্ৰাস হোৱাৰ কাৰণ ঃ

এই মণ্ডলৰ বিভিন্ন শস্যৰ উৎপাদন নিম্নমুখী হোৱাৰ মূল কাৰণ সমূহ তলত আলোচনা কৰা হ'ল ঃ

বানপানীৰ কবলত পৰা অঞ্চলসমূহৰ বাবে উপযোগী ধানৰ সঁচৰ অভাবেই হৈছে উৎপাদন হ্ৰাস হোৱাৰ মাই কাৰণ। বানপানীৰ গভীৰতা আৰু জলমগ্ন হৈ থকা সময়ৰ ব্যৱধান প্ৰতি বছৰে প্ৰতি ঋতুতে একে নহয়। উচ্চ উৎপাদন ক্ষমতা বিশিষ্ট গভীৰ জলজ ধানৰ সঁচৰ অভাৱ আৰু ৰাসায়নিক সাৰৰ ব্যৱহাৰ অতি নিম্নমানৰ। ইয়াৰ মূল কাৰণ হ'ল কৃষকসকলৰ শোচনীয় আৰ্থিক অৱস্থা। তেওঁলোকৰ বেছি ভাগেই উপান্ত আৰু ক্ষুদ্ৰ খেতিয়ক। শতকৰা ৮৩ ভাগ কৃষকৰ মাটি-সম্পত্তিৰ পৰিমাণ ২ হেক্টৰৰ তলত।

নলা-নৰ্দমাৰ শোচনীয় অৱস্থা আৰু মাটিত পোষক দ্ৰব্যৰ অভাৱ আদিও শস্য উৎপাদন নিম্নমুখী হোৱাৰ কাৰণ। এই মণ্ডলৰ খেতিৰ উপযোগী মাটিৰ অধিকাংশই বছৰৰ বেছি ভাগ সময় জলমগ্ন হৈ থাকে আৰু পানী ওলাই যাবলৈও সু-ব্যৱস্থা নাই। এই মণ্ডলৰ মাটিৰ সন্দৰ্ভত আৰু বিশেষকৈ অনুপোষক দ্ৰব্যৰ পৰিমাণৰ যথোচিত জ্ঞানৰ অভাৱ পৰিলক্ষিত হয়।

শালিধানৰ খেতিয়েই হৈছে এই অঞ্চলৰ প্ৰধান শস্য। দ মাটিত বৰ্ষা ঋতুত খাৰিফ শস্য হিচাপে এই খেতি কৰা হয় আৰু সঘনে বানৰ সম্মুখীন হয়। ওখ উচ্চ উৎপাদনক্ষম প্ৰজাতিৰ ধানৰ সঁচৰ অভাৱৰ বাবে কৃষকসকলে থলুৱা ধানৰ খেতি কৰে। বহু সংখ্যক থলুৱা সঁচ অতি নিম্ন উৎপাদনক্ষম। এই মণ্ডলত আহু খেতি বহুল ভাবে কৰা হয়। অৱশ্যে এনে খেতিৰ বাবেও উপযুক্ত উচ্চ উৎপাদনক্ষম ধানৰ সঁচৰ অভাৱ পূৰণ হোৱা নাই। গ্ৰীষ্মকালীন ধান খেতিৰ বাবে শস্য চপোৱাৰ পাছত সমস্যাসমূহে অধিক ক্ষতি সাধন কৰে। কাৰণ, এনে শস্য চপোৱাৰ সময়ত বৰষুণে বিশেষকৈ শস্য শুকুৱাত বাধাৰ সৃষ্টি কৰে। বিভিন্ন ৰোগ আৰু পোকৰ উপদ্ৰৱ আৰু বালিঅঁহীয়া মাটিত জলসিঞ্চনৰ অভাৱো অন্যান্য কাৰণ।

মৰাপাট খেতি অধিক সময় জলমগ্ন হৈ থকা বাবে গছজোপাত অধিক অস্থানিক মূলৰ সৃষ্টি হয়। ইয়াৰ বাবে মৰাপাট উৎপাদন আৰু আঁহৰ গুণ হ্ৰাস পায়। গা-গছু আৰু শিপা পঁচা মৰাপাটৰ প্ৰধান ৰোগ আৰু ইয়াৰ বাবেও মৰাপাটৰ উৎপাদন যথেষ্ট হ্ৰাস পায়।

মাৰ্চ-এপ্ৰিল মাহত অনিয়মিত হাৰত আগতীয়াকৈ বৰষুণ হোৱা বাবে ঘেঁহু খেতি চপোৱা, মৰণা মৰা আৰু ভঁড়ালত সঞ্চয় কৰাত যথেষ্ট অসুবিধা হয়। আগতীয়াকৈ হোৱা বৰষুণৰ পৰা হাত সাৰিব পৰা আৰু কম দিনত চপাবপৰা উচ্চ উৎপাদন ক্ষম ঘেঁহুৰ সঁচ এতিয়ালৈকে উদ্ভাৱন হোৱা নাই।

সাধাৰণতে কৃষি গৱেষণাৰ ফল আৰু খেতি-পথাৰত তাৰ প্ৰয়োগৰ মাজত বৈষম্য দেখিবলৈ পোৱা যায়। এনে ব্যৱধানৰ লগত জড়িত মূল কাৰণসমূহ হ'ল ঃ

১। অনুমোদিত আৰু উন্নত কৃষি পদ্ধতিৰ গ্ৰহণৰ প্ৰতি অনাগ্ৰহ।
২। অনুমোদন পদ্ধতি সমূহৰ আংশিক গ্ৰহণ।
৩। নতুন প্ৰযুক্তি জ্ঞান সন্দৰ্ভত অজ্ঞতা।
৪। সঠিক সময়ত উৎপাদনৰ বাবে প্ৰয়োজনীয় সামগ্ৰীৰ অভাৱ।
৫। কৃষকসকলৰ প্ৰাচীন পৰম্পৰাযুক্ত মন।
৬। ক্ষুদ্ৰ কৃষকসকলৰ মনোভাব সলনি কৰাত আশাতীত কম সফলতা।
৭। কৃষি সম্প্ৰসাৰণ শিক্ষাৰ অভাৱ।
৮। কৃষকসকলে কৃষি কাৰ্যত ল'বলগীয়া সিদ্ধান্ত আৰু দায়িত্বৰ অভাৱ।
৯। উপযুক্ত জলসিঞ্চন ব্যৱস্থাৰ অভাৱ।
১০। উপযুক্ত পৰিমাণৰ মাটি সম্পত্তিৰ অভাৱ।
১১। খণ্ডিত মাটি সম্পত্তি।
১২। ক্ষুদ্ৰ কৃষকসকলৰ বাবে সঠিক প্ৰযুক্তি বিদ্যাৰ অভাৱ।

বৰ্তমান এই মণ্ডলত অসম ৰাজ্যিক কৃষি বিভাগৰ জৰিয়তে দুটা ক্ষেত্ৰ পৰীক্ষণ কেন্দ্ৰ স্থাপিত হৈছে। ইয়াৰ এটা উত্তৰ লক্ষীমপুৰ জিলাৰ চুকুলি ভৰিয়া আৰু আনটো শোণিতপুৰ জিলাৰ চাৰি-দুৱাৰত অৱস্থিত। এনে ক্ষেত্ৰ পৰীক্ষণ কেন্দ্ৰৰ গৱেষণা সম্পন্ন কৰাৰ সুবিধা অতি সীমিত। সেয়ে অসম কৃষি বিশ্ববিদ্যালয়ৰ অধীনত উত্তৰ লক্ষীমপুৰ জিলাত এখন আঞ্চলিক কৃষি গৱেষণা কেন্দ্ৰ স্থাপিত হয়। ১৯৮৪ চনৰপৰা এই কেন্দ্ৰক কাৰ্যক্ষম কৰা হয়। এই কেন্দ্ৰটোৰ জৰিয়তে সম্পন্ন হ'বলগীয়া কাৰ্যসমূহ হৈছে ঃ

(১) গভীৰ জলজ ধান আৰু আন শ্ৰেণীৰ ধানৰ উৎপাদন বৃদ্ধিৰ বাবে উন্নতি সাধন কৰা (২) মাহ জাতীয় শস্য, তৈলবীজ আৰু মৰাপাটৰ উৎপাদনৰ বৃদ্ধিৰ বাবে উন্নতি সাধন কৰা (৩) মাটিৰ গুণাগুণ অনুসৰি উপযুক্ত শস্যৰ ক্ৰম উদ্ভাৱন আৰু সম্পদসমূহৰ দক্ষ ব্যৱহাৰ, আৰু (৪) অন্য প্ৰয়োজনীয় শস্যসমূহৰ নিৰ্ণয় আৰু পৰীক্ষণ।

অসম কৃষি বিশ্ববিদ্যালয়ৰ অধীনত বিশ্বনাথ কৃষি মহাবিদ্যালয় নামেৰে অসমৰ দ্বিতীয় এখন কৃষি মহাবিদ্যালয় বিশ্বনাথ চাৰিআলিত স্থাপিত হয় আৰু ১৯৮৮ চনৰ ফেব্ৰুৱাৰী মাহৰপৰা এই মহাবিদ্যালয়ৰ পাঠদান কাৰ্য আৰম্ভ হৈছে। কৃষি আৰু বনবিজ্ঞান বিষয়ৰ স্নাতক পৰ্যায়ত ছাত্ৰৰ নাম ভৰ্তি কৰোৱা হৈছে। নিয়মিত পাঠদান কাৰ্যৰ উপৰিও এই মহাবিদ্যালয়ৰ শিক্ষকসকলে শোণিত-পুৰ জিলাৰ মুখ্য শস্যসমূহৰ ওপৰত গৱেষণা আৰম্ভ কৰিছে আৰু ইয়াৰ বাবে এই চৌহদত কেইবাখনো আঁচনি অনুমোদন কৰা হৈছে। এনে গৱেষণা আঁচনিসমূহৰ ভিতৰত (১) কৃষি বনানী-কৰণ (২) কৃষি উদ্যান শস্য (৩) চয়াবিন (৪) ওখ মাটিৰ আহধানৰ ওপৰত গৱেষণাই প্ৰধান।

এই মহাবিদ্যালয়ৰ কৃষি সম্প্ৰসাৰণ শিক্ষকৰ জৰিয়তে এই জিলাৰ কৃষকসকলক প্ৰশিক্ষণ দিয়াৰ উপৰিও কৃষি সম্পৰ্কীয় বিভিন্ন কাৰ্যত পৰামৰ্শ প্ৰদান কৰে। এনে সম্প্ৰসাৰণ শিক্ষা কাৰ্য এতিয়া-লৈকে অধিক ফলৱতী আৰু সক্ৰিয় কৰিবলৈ গৱেষক আৰু শিক্ষকসকললৈ বিশ্বনাথ কৃষি মহা-বিদ্যালয়ত আঞ্চলিক সমন্বয়ৰক্ষী বিষয়াৰ কাৰ্যালয় স্থাপিত হৈছে। আঞ্চলিক সমন্বয়ৰক্ষী বিষয়াৰ



জৰিয়তে এই কাৰ্য পৰিচালিত হয়।

বিশ্বনাথ কৃষি মহাবিদ্যালয়ৰ দ্বাৰা বিশ্বনাথ দগাঁৱক আদৰ্শ গাঁও হিচাপে গ্ৰহণ কৰিবলৈ প্ৰস্তাৱ লোৱা হৈছে। অসম কৃষি বিশ্ববিদ্যালয়ত উদ্ভা-ৱন কৰা উন্নত প্ৰযুক্তি জ্ঞানৰ প্ৰয়োগ ঘটাবৰ বাবে সকলো প্ৰচেষ্টা অব্যাহত ৰখা হ'ব। আৰু ইয়াৰ জৰিয়তে গাঁওখনক এখন অধিক উৎপাদনশীল আদৰ্শ গাঁও ৰূপে গঢ়ি তোলাই হ'ব ইয়াৰ মূল লক্ষ্য।

উদ্ভাৱিত প্ৰযুক্তি জ্ঞান ঃ

অসমৰ প্ৰতিটো কৃষি জলবায়ু মণ্ডলত মাটিৰ পৰিস্থিতি বিভিন্ন প্ৰকাৰৰ হোৱা দেখা যায়। যেনে, ওখ মাটি, মধ্যম মাটি, দ মাটি, গভীৰ জলজ আৰু অধিক জলজ পৰিস্থিতি। অসম কৃষি বিশ্ববিদ্যালয়ৰ জৰিয়তে শস্য, শস্যৰ ক্ৰম আৰু শস্য পৰিচালনাৰ ক্ষেত্ৰত পৰিস্থিতি বিশেষে অনুমোদন উদ্ভাৱন কৰিছে। বৰষুণৰ ওপৰত নিৰ্ভৰশীল শস্যকৰ্ষণ পৰিস্থিতিৰ বিশ্লেষণৰ ওপৰত ভিত্তি কৰি অনুমোদন কৰা হৈছে আৰু ইয়াৰ মূল লক্ষ্য হৈছে শস্যৰ উৎপাদন বৃদ্ধিকৰণ।

অসম কৃষি বিশ্ববিদ্যালয়ে বহু বছৰ ধৰি কৰি অহা গৱেষণাৰ জৰিয়তে শস্য উৎপাদনৰ বহু উন্নত প্ৰযুক্তি জ্ঞানৰ উদ্ভাৱন কৰিছে আৰু এই উদ্ভাৱন সমূহৰ মুখ্য শস্যসমূহৰ বাবে উন্নত কৃষি পদ্ধতি (পেকেজ অৱ প্ৰেক্‌টিচ) ৰূপে প্ৰকাশ পাইছে। আমাৰ অভিজ্ঞতাৰপৰা ইয়াকে ক'ব পাৰো যে উক্ত উদ্ভাৱিত প্ৰযুক্তি জ্ঞানৰ যথাযথ ব্যৱহাৰ কৰি সকলো শস্যৰ উৎপাদন বৃদ্ধিত সহায় কৰা হ'ব। এই উৎপাদন বৃদ্ধিৰ বাবে বিভিন্ন শস্য, যেনে, ঘেঁহু, মচুৰ, মগুমাহ, খেচাৰী, ৰহৰ, বুট, তিল, তৈলবীজ, তিচি, মৰাপাট, কুঁহিয়াৰ আৰু আলুৰ ক্ষেত্ৰত শতকৰা দুশৰো অধিক; ধান, গোমধান, মাটিমাহ আৰু মটৰ মাহত শতকৰা তিনিশৰো অধিক আৰু মিঠা আলুৰ ক্ষেত্ৰত শতকৰা সাতশৰো অধিক উৎপাদন আশা কৰিব পাৰি। ০০০

সহায়কাৰী প্ৰবন্ধ আৰু প্ৰতিবেদন ঃ

১। নেছনেল এগ্ৰিকালছাৰেল ৰিছ'াচ প্ৰজেক্ট ঃ ভাৰতীয় কৃষি গৱেষণা পৰিষদৰ পৰ্য্যালোচনা সমিতিয়ে অসম কৃষি বিশ্ব-বিদ্যালয়ৰ বাবে প্ৰকাশ কৰা প্ৰতিবেদন (১মে, ১৯৮১)।
২। নেছনেল এগ্ৰিকালছাৰেল ৰিছাৰ্চ প্ৰজেক্ট : দি ছাব প্ৰজেক্ট ইন্‌প্ৰগ্ৰেছ। গৱেষণা সঞ্চালকালয়, অসম কৃষি বিশ্ব-বিদ্যালয়, যোৰহাট (ডিচেম্বৰ ১৯৮৩ চন)।
৩। ফিল্ড মেনুৱেল ফৰ্ ৰেইন ফেড এগ্ৰিকালছাৰ ইন আসাম : ড০ বি. চি. বৰঠাকুৰ আৰু অন্যান্য, গৱেষণা সঞ্চা-লকালয়, অসম কৃষি বিশ্ববিদ্যালয়, যোৰহাট (১৯৮৫)।

কৃতজ্ঞতা স্বীকাৰ : অধ্যাপক ড০ মুনীন্দ্ৰ নাথ বৰগোঁহাই আৰু সহঃ অধ্যাপক কৃষ্ণ কুমাৰ দাস, বিশ্বনাথ কৃষি মহাবিদ্যালয়।



# শিশু অনুষ্ঠান সংগঠনত বিশ্বনাথ চাৰিআলি

পৰমানন্দ দাস

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ পাছত দেশৰ অন্যান্য ঠাইৰ দৰে অসমৰো কিছুমান ঠাইত কেইবাটাও শিশু কল্যাণমূলক অনুষ্ঠান গঢ়ি উঠিছিল। ১৯৪৮ চনতে যোৰহাটৰ 'সাদিনীয়া জনমভূমি' কাকতত 'মইনামেল' নামৰ এটি শিশু শিতান মুকলি কৰা হৈছিল। ১৯৫১ চনত উক্ত মইনামেলক অসম প্ৰাদেশিক মইনামেল নামকৰণ কৰি ৺মহাদেৱ শৰ্মাক সভাপতি আৰু শ্ৰীত্ৰৈলোক্য নাথ শৰ্মাক সাধাৰণ সম্পাদক নিৰ্বাচিত কৰা হয়। ১৯৪৯ চনত তেজপুৰত ৺মহাদেৱ শৰ্মাই সদৌ অসম ভিত্তিত পাৰিজাত সংঘ নামৰ এটি অনুষ্ঠান গঠনৰ চেষ্টা কৰিছিল। ১৯৫০ চনত গুৱাহাটীত শ্ৰীবজ্ৰ কুমাৰ গৌতমৰ চেষ্টাত 'আৱতি সংঘ' নামেৰে আন এটি শিশু অনুষ্ঠান গঠন হৈছিল। ১৯৫২ চনত পদ্মশ্ৰী নলিনীবালা দেৱীৰ পৰিকল্পনাৰে 'সদৌ অসম পাৰিজাত কানন' নামৰ এটি অনুষ্ঠান গঢ় লৈ উঠে। ১৯৫৫ চনত কেইবাজনো গুণী-জ্ঞানী ব্যক্তিৰ প্ৰচেষ্টাত 'অসম প্ৰাদেশিক মইনামেল' আৰু সদৌ অসম 'পাৰিজাত কানন' অনুষ্ঠান দুটা একত্ৰিত কৰি 'সদৌ অসম মইনা পাৰিজাত' গঠন কৰা হয়। এই সংগঠনৰ প্ৰথম সভাপতি ৺মহাদেৱ শৰ্মা আৰু যুটীয়া সম্পাদক হেমন্ত বৰদলৈ আৰু ৰামচৰণ দাস। সদৌ অসম মইনা পাৰিজাতৰ বৰ্তমান সভানেত্ৰী শ্ৰীমতী কমল কুমাৰী বৰুৱা, সাধাৰণ সম্পাদক শ্ৰীভবানন্দ গোস্বামী।

অসমৰ জিলাসমূহত সদৌ অসম মইনা পাৰিজাতৰ অন্তৰ্গত জিলা মইনা পাৰিজাত আছে। ১৯৫৬ চনত তেজপুৰ জিলা মইনা পাৰিজাত গঠিত হয় আৰু তেতিয়াৰেপৰা ১৯৬৯ চনলৈকে প্ৰথম সম্পাদক শ্ৰীতিলক ভূঞাই কাৰ্যনিৰ্বাহ কৰে। সেই বছৰেই জিলা সম্পাদকৰ কাৰ্যভাৰ শ্ৰীপৰমানন্দ দাসে গ্ৰহণ কৰে আৰু জিলাৰ কাৰ্যালয় স্থায়ীভাৱে বিশ্বনাথ চাৰিআলিলৈ স্থানান্তৰিত কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। বিশ্বনাথ চাৰিআলিৰ বালিপুখুৰী নিবাসী শ্ৰীমহিম চন্দ্ৰ মেধি ডাঙৰীয়াই বীণাপাণি নাট্য সমাজৰ সমুখত অলপ মাটি আৰু কিছু নিৰ্মাণ সামগ্ৰী দান কৰে। সেই দান আৰু লগতে বিশ্বনাথ গাঁও পঞ্চায়তৰ জৰিয়তে পোৱা পানীভঁৰাল গাঁও পঞ্চায়তৰ পুৰণি ভৱনৰ সামগ্ৰীৰে জিলা কাৰ্যালয় ভৱনটি নিৰ্মাণ কৰা হয়। মেধিদেৱৰ স্বৰ্গগত পুত্ৰৰ স্মৃতিত সেই ভৱনটিৰ নাম ৺যতীন মেধি স্মৃতি ভৱন ৰখা হয়। উল্লেখযোগ্য যে শিশুপ্ৰেমী শ্ৰীমহিম চন্দ্ৰ মেধি ডাঙৰীয়াক তেজপুৰত বহা সদৌ অসম মইনা পাৰিজাতৰ ৩য় দ্বিবাৰ্ষিক অধিবেশনত সম্বৰ্ধনা জনোৱা হৈছিল। বৰ্তমান জিলা মইনা পাৰিজাতৰ সভাপতি শ্ৰীখৰ্গেশ্বৰ বৰা আৰু সাধাৰণ সম্পাদক শ্ৰীভবানন্দ গোস্বামী।

অসমৰ আন আন ঠাইৰ দৰে বিশ্বনাথ চাৰিআলিতো ১৯৫৫ চনলৈকে মইনা মেলৰ শাখা গঠন কৰা হৈছিল যদিও সদৌ অসম মইনা পাৰিজাত



গঠন কৰাৰ পিছত ১৯৫৬ চনত মইনা মেলৰ পৰিবৰ্তে পাৰিজাতৰ শাখা গঠন কৰা হয়। ১৯৫৬ চনলৈকে মইনামেল আৰু মইনা পাৰিজাতৰ প্ৰতিষ্ঠাতা সভাপতি আৰু সম্পাদিকা আছিল ক্ৰমে শ্ৰীতীৰ্থেশ্বৰ শৰ্মা আৰু শ্ৰীমোক্ষদা দেৱী। এই অঞ্চলত মইনা পাৰিজাতৰ সংখ্যা ক্ৰমে এটি দুটিকৈ বাঢ়ি যোৱাত আঞ্চলিক মইনা পাৰিজাত গঠন কৰা হয়। অৱশ্যে প্ৰথম কেইটামান বছৰ বিশ্বনাথ চাৰিআলি কেন্দ্ৰীয় মইনা পাৰিজাত বুলিহে নামকৰণ কৰা হৈছিল যদিও পিছত জিলা মইনা পাৰিজাতৰ নিৰ্দেশক্ৰমে আঞ্চলিক মইনা পাৰিজাত কৰা হয়। ১৯৫৭ চনৰপৰা ১৯৭৮ চনলৈকে সুদীৰ্ঘ একৈছ বছৰ কাল আঞ্চলিক মইনা পাৰিজাতৰ সভানেত্ৰীৰ দায়িত্ব বহন কৰিছিল সেই সময়ৰ চাৰিআলি বুনিয়াদী প্ৰশিক্ষণ কেন্দ্ৰৰ অধ্যক্ষা ৺পূৰ্ণিমা দাসে। ১৯৫৭ চনৰ পিছত আঞ্চলিক সম্পাদকৰ দায়িত্ব বহন কৰা ব্যক্তিসকল হৈছে ক্ৰমে (সৰ্বশ্ৰী) দামোদৰ বৰা, কৰুণা শৰ্মাবৰুৱা, প্ৰফুল্ল শৰ্মা, পৰমানন্দ দাস, ভবানন্দ গোস্বামী, হেৰম্ব হাজৰিকা আৰু বৰ্তমান সম্পাদক শ্ৰীসূৰ্য বৰা, সংগঠক সম্পাদক শ্ৰীশৈলেন্দ্ৰ বৰা। সেইদৰে ৺পূৰ্ণিমা দাসৰ পিছত আঞ্চলিক সভাপতিৰ দায়িত্ব বহন কৰা লোকসকল হৈছে ক্ৰমে (সৰ্বশ্ৰী) তীৰ্থেশ্বৰ শৰ্মা, ভৱানী দাস আৰু দামোদৰ বৰা; বৰ্তমান ভাৰপ্ৰাপ্ত সভাপতি শ্ৰীভূমিধৰ হাজৰিকা।

সদৌ অসম মইনা পাৰিজাতৰ জিলা শাখা সমূহৰ ভিতৰত যিদৰে তেজপুৰ জিলা মইনা পাৰিজাতৰ শিশুসকল সকলো কাৰ্যক্ৰমণিকাতে আগবঢ়া, সেইদৰে তেজপুৰ জিলা মইনা পাৰিজাতৰ আঞ্চলিকসমূহৰ ভিতৰত বিশ্বনাথ চাৰিআলি আঞ্চলিক মইনা পাৰিজাতৰ শিশুসকল জিলাৰ ভিতৰতে আগবঢ়া বুলি ক'লে হয়তো বঢ়াই কোৱা নহ'ব। কিয়নো জিলা শিশু সমাৰোহ সমূহত আৰু লগতে ৰাজ্যিক শিশু সমাৰোহ সমূহতো এই অঞ্চলৰ শিশুসকলে নিয়ম-শৃংখলা, কুচকাৱাজ, খেলা, আকস্মিক বক্তৃতা, আবৃত্তি, চিত্ৰাঙ্কন, নৃত্য, গীত আদি প্ৰায়বোৰ বিষয়তে বিশেষ দক্ষতা দেখুৱাই গৌৰৱ অৰ্জন কৰি আহিছে। গুৱাহাটীত অনুষ্ঠিত এটি অৱসৰ বিনোদন শিবিৰত যোগদান কৰা বিশ্বনাথ চাৰিআলিৰ দুজন মইনা প্ৰদীপ গোস্বামী আৰু নৱজ্যোতি চৌধুৰীয়ে আকাশবাণী গুৱাহাটী কেন্দ্ৰই অসমৰ পাঁচখন জিলাৰ ৪০ জন মইনাৰ ভিতৰত আয়োজন কৰা আকস্মিক বক্তৃতা প্ৰতিযোগিতাত যোগদান কৰি ক্ৰমে প্ৰথম আৰু দ্বিতীয় স্থান অধিকাৰ কৰে। সেইদৰে আন এটি অৱসৰ বিনোদন শিবিৰত শ্ৰীদেৱব্ৰত মেধিয়ে শ্ৰেষ্ঠ মইনাৰ সন্মান লাভ কৰিবলৈ সক্ষম হৈছে। এইবিলাকৰ উপৰিও সদৌ অসম মইনা পাৰিজাতৰ ১৯৭৫ চনত দেৰগাঁৱত অনুষ্ঠিত ৰূপালী জয়ন্তী শিশু সমাৰোহত মইনা শ্ৰীপঙ্কজ বৰুৱাই সভাপতিৰ দায়িত্ব বহন কৰি আৰু ১৯৮৯ চনত দুলীয়াজানত অনুষ্ঠিত শিশু সমাৰোহত মইনা শ্ৰীসুমন্ত বৰুৱাই সভাপতিৰ দায়িত্ব বহন কৰি সুচাৰুৰূপে কাৰ্য সম্পাদন কৰি গুৱলা বক্তৃতা দি তেওঁলোকৰ পাৰদৰ্শিতা দেখুৱাবলৈ সক্ষম হৈছে। সেইদৰে যোৰহাট জিলাত শ্ৰীঅপূৰ্ব কুমাৰ বৰাই, লক্ষীমপুৰ জিলাত শ্ৰীৰঞ্জন কুমাৰ ভট্টাচাৰ্যই আৰু শ্ৰীসংগীতা বৰুৱাই আৰু মংগলদৈ জিলাত শ্ৰীসুমন্ত বৰুৱাই জিলা শিশু সমাৰোহৰ সভাপতিৰ দায়িত্ব বহন কৰিছে। লক্ষীমপুৰ জিলাৰ শিশু সমাৰোহত এবাৰ শ্ৰীসঞ্জয় হাজৰিকাই আন এবাৰ শ্ৰীসমৰজ্যোতি কলিতাই নিৰ্দিষ্ট বক্তাৰ ভাষণ দি তেওঁলোকৰ পাৰদৰ্শিতা দেখুৱাইছে।

বিশ্বনাথ চাৰিআলি আঞ্চলিক মইনা পাৰিজাতৰ দুটা ডাঙৰ প্ৰচেষ্টা হ'ল বিজ্ঞান শিবিৰ আৰু চিত্ৰাঙ্কন প্ৰশিক্ষণ শিবিৰ। ১৯৮৬ চনৰ ২-৫ অক্টোবৰ তাৰিখে অনুষ্ঠিত হোৱা প্ৰথম বিজ্ঞান শিবিৰত ৫৫ জন মইনাই অংশ গ্ৰহণ কৰে। এই প্ৰশিক্ষণ দান কৰে (সৰ্বশ্ৰী) ক্ষীৰধৰ বৰুৱা, গগণ

বৰুৱা, ৰাণা হাজৰিকা, দিলীপ ভূঞা আৰু ইনু দেবী হাজৰিকাই। ১৯৮৬ চনৰ ৫-৭ মাৰ্চ তাৰিখে অনুষ্ঠিত হোৱা চিত্ৰাংকন প্ৰশিক্ষণ শিবিৰত মুঠ ৬৭ জন মইনাই অংশ গ্ৰহণ কৰে। এই প্ৰশিক্ষণত পাঠদান কৰে (সৰ্বশ্ৰী) মনোৰাম নাথ, জগৎ বড়া আৰু ক্ষীৰধৰ বৰুৱাই। ১৯৮৭ চনৰ ২৫-২৬ ডিচেম্বৰ তাৰিখে ২য়টো বিজ্ঞান শিবিৰ অনুষ্ঠিত হয়। ইয়াত প্ৰায় ৪২ জন মইনাই অংশ গ্ৰহণ কৰে। এই প্ৰশিক্ষণত পাঠদান কৰে (সৰ্বশ্ৰী) হেৰম্ব শইকীয়া, হৰিদেৱ মহন্ত আৰু দিলীপ ভূঞাই। ১৯৮৮ চনৰ ৩ জুনৰ পৰা ২ জুলাই তাৰিখলৈ ২য়টো চিত্ৰাংকন প্ৰশিক্ষণ শিবিৰ অনুষ্ঠিত হয় আৰু ইয়াত প্ৰায় ৬৭ জন মইনাই অংশ গ্ৰহণ কৰে। বিশ্বনাথ চাৰিআলি আঞ্চলিক মইনা পাৰিজাতৰ আন এটি প্ৰশংসনীয় প্ৰচেষ্টা হ'ল শিক্ষামূলক ভ্ৰমণ। ১৯৮৭ চনৰ ২০-২৪ ফেব্ৰুৱাৰী তাৰিখে মুঠ ৬৪ জন মইনাক কাজিৰঙা, শিৱসাগৰ, যোৰহাটৰ আঞ্চলিক গৱেষণাগাৰ দেখুৱাই অনা হৈছে। সেইদৰে ১৯৮৮ চনৰ ২৯ ফেব্ৰুৱাৰীৰপৰা ৩ মাৰ্চ তাৰিখলৈ মুঠ ৫৫ জন মইনাক গুৱাহাটী, বৰপেটা, জাগীৰোড আৰু বৰদোৱা দেখুউৱা হয়।

বিশ্বনাথ চাৰিআলি অঞ্চলৰ কিছু সংখ্যক শিশুৱে মইনা পাৰিজাতৰ জৰিয়তে দুই তিনিবাৰ লক্ষ্ণৌত অনুষ্ঠিত সৰ্বভাৰতীয় শিশু সমাবেশ আৰু বেলেগ বেলেগ বছৰত বিহাৰ, উৰিষ্যা, নাছিক, চণ্ডীগড়, ইন্দোৰ আদিত অনুষ্ঠিত আন্তঃৰাজ্যিক অৱসৰ বিনোদন শিবিৰ সমূহত যোগদান কৰি সেই ঠাই সমূহ ভ্ৰমণ কৰি সেই ঠাইৰ শিশুসকলৰ লগত চা-চিনাকি হৈ চিঠি-পত্ৰৰ আদান-প্ৰদান কৰি বন্ধুত্ব স্থাপন কৰিছে।

বৰ্তমান বিশ্বনাথ চাৰিআলিত শাখা মইনা পাৰিজাতৰ সংখ্যা ২২ টা, মইনা সভ্যৰ সংখ্যা প্ৰায় ২২০০ জন আৰু সহযোগী সভ্যৰ সংখ্যা ১৫০ জন। এই অঞ্চলত শিশুসকলৰ বাবে দুখন প্ৰাক্‌প্ৰাথমিক বিদ্যালয় আৰু এটি পাৰিজাত কুঞ্জ মইনা পাৰিজাতে পৰিচালনা কৰি আছে।

তেজপুৰ জিলা মইনা পাৰিজাত আৰু সদৌ অসম মইনা পাৰিজাত সংগঠনত বিশ্বনাথ চাৰিআলিৰ শিশুৰ সেৱাৰ্থে আত্ম নিয়োগ কৰা ব্যক্তিৰ ভূমিকা যে উল্লেখনীয়, সেইখিনি সহজেই বুজিব পৰা যায়। ১৯৫৭ চনৰপৰা ১৯৬৯ চনলৈকে জিলা মইনা পাৰিজাতৰ সভাপতিৰ দায়িত্ব বহন কৰে ৺চেনিৰাম দাসদেৱে। শ্ৰীজিতেন ভাগৱতীয়ে ১৯৬২ চনৰ জুন মাহৰপৰা ১৯৭১ চনৰ মে মাহলৈকে জিলা মইনা পাৰিজাতৰ সভাপতি আৰু ১৯৭০ চনৰপৰা ১৯৭৩ চনলৈকে সদৌ অসম মইনা পাৰিজাতৰ উপ-সভাপতিৰ দায়িত্ব বহন কৰে। শ্ৰীপৰমানন্দ দাসে ১৯৬৯ চনৰপৰা ১৯৭৯ চনৰ মে' মাহলৈকে জিলা মইনা পাৰিজাতৰ সাধাৰণ সম্পাদক আৰু ১৯৭০ চনৰপৰা ১৯৮২ চনৰ জুলাইলৈকে সদৌ অসম মইনা পাৰিজাতৰ সহকাৰী সম্পাদকৰ দায়িত্ব বহন কৰে। শ্ৰীভবানন্দ গোস্বামীয়ে ১৯৭৯ চনৰ জুন মাহৰপৰা বৰ্তমানলৈকে জিলা মইনা পাৰিজাতৰ সাধাৰণ সম্পাদক, ১৯৮২ চনৰ জানুৱাৰীৰপৰা ১৯৮৭ চনৰ ১৬ জানুৱাৰীলৈকে সদৌ অসম মইনা পাৰিজাতৰ সহঃ সম্পাদক, ১৯৮৭ চনৰ ১৭ জানুৱাৰীৰপৰা বৰ্তমানলৈকে সদৌ অসম মইনা পাৰিজাতৰ সাধাৰণ সম্পাদকৰ দায়িত্ব বহন কৰি আছে।

বিশ্বনাথ চাৰিআলি আঞ্চলিক মইনা পাৰিজাতে অঞ্চলটোৰ শিশুৰ সেৱাত ব্ৰতী বয়োজ্যেষ্ঠ ব্যক্তিসকলক কেইবা বছৰো ধৰি শিশু দিৱসত সম্বৰ্ধনা জনাই আহিছে। সেই সকল হ'ল ৺চেনিৰাম দাস, ৺পূৰ্ণিমা দাস, সৰ্বশ্ৰী মোক্ষদা দেবী আৰু তীৰ্থেশ্বৰ শৰ্মা (১৯৭২), ৰবি শইকীয়া (১৯৮৩), প্ৰমোদ গোস্বামী (১৯৮৮), গোপাল শৰ্মাবৰুৱা আৰু থানুৰাম বৰা (১৯৮৯)। ১৯৮৭ চনত মইনা পাৰিজাতৰ



জিলা পৰিষদে শিশুপ্ৰেমী শ্ৰীতিলেশ্বৰী দাস আৰু শ্ৰীসুখলতা হাজৰিকাক সম্বৰ্ধনা জনায়।

মইনা পাৰিজাতৰ উদ্দেশ্য মহান। এই মহান উদ্দেশ্য লৈয়ে অসমৰ নগৰ আৰু গাঁওসমূহত সংগঠিত মইনা পাৰিজাতসমূহৰ শিশুসকলে নিজে নিজে সংঘবদ্ধ হ'বলৈ শিকিছে আৰু তেওঁলোকৰ সহজাত বৃত্তিবোৰ বিকাশ কৰিবলৈ সুবিধা পাইছে। আঞ্চলিক, জিলা, ৰাজ্যিক আন্তঃ ৰাজ্যিক আৰু সৰ্বভাৰতীয় শিশু সমাবেশ আৰু শিশু শিবিৰ সমহৰ জৰিয়তে কিছুসংখ্যক শিশুৱে প্ৰথমে নিজ নিজ অঞ্চলৰ তাৰ পিছত নিজ নিজ জিলা আৰু ৰাজ্যৰ আৰু কিছুসংখ্যক শিশুৱে ভাৰতৰ আন আন ৰাজ্যৰ শিশুৰ লগত পৰিচয় হৈ মিলাপ্ৰীতি, বন্ধুত্ব গঢ়ি তুলিব পাৰে।

এই মহান শিশু অনুষ্ঠানটিক সকলোৱেই মৰমৰ চকুৰে চাই আহিছে আৰু ভৱিষ্যতলৈও সকলোৱে মৰমৰ চকুৰে চাব বুলি আশা ৰাখিছোঁ। 'আমি পোহৰ বিচাৰি যাওঁ'। ০০০



## জন্ম শতবাৰ্ষিকীৰ শ্ৰদ্ধাৰ্ঘ :

# অসমীয়া সাহিত্যলৈ গোপীনাথ বৰদলৈৰ অৱদান

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

অসম ৰাজ্যখন ভাৰতীয় গণৰাজ্যৰ সংবিধানৰ গণ্ডীত স্বৰাজোত্তৰ কালত এখন অংগ ৰাজ্য ৰূপে গঢ় দি উঠি, ক্ৰমে খণ্ডিত ৰূপত কুৰি শতিকাৰ শেষ দশক পালেহি। আধুনিক অসম ৰাজ্যই সৃষ্টিছ শাসনৰপৰা সৰ্বভাৰতীয় পটভূমিত মহাত্মা গান্ধীৰ নেতৃত্বাধীন ভাৰতীয় জাতীয় কংগ্ৰেছৰ আন্দোলনৰ ফলশ্ৰুতিৰূপে খণ্ডিত ৰূপত স্বাধীনতা পালে। ভাৰতবৰ্ষ পাকিস্থান আৰু ভাৰত নামেৰে দুভাগত ভগাইহে বৃটিছে আমাক ৰাজনৈতিক স্বাধীনতা অৰ্পণ কৰিলে ঃ লগে লগে ঘোৰতৰ সমস্যাৰ জাউৰি, সাম্প্ৰদায়িক সংঘৰ্ষ, জন-প্ৰব্ৰজন, হত্যাকাণ্ড, লুণ্ঠন, নাৰীধৰ্ষণ আৰু বহুতো। মহাত্মা গান্ধী প্ৰমুখ্যে বহুতো ভাৰতীয় নেতাই ভাৰতবৰ্ষৰ বিভাজন বিচৰা নাছিল ঃ কিন্তু সেই সময়ত মহম্মদ জিন্নাৰ আঁকোৰগজালিৰ বাবে এই বিভাজনৰ গত্যন্তৰো অসম্ভৱ হৈ পৰিছিল। অসমৰ কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, ছাৰ চৈয়দ মহম্মদ ছাদুল্লা, ৰোহিনী কুমাৰ চৌধুৰী আদিৰ দৰে (লোকপ্ৰিয়) গোপীনাথ বৰদলৈও বৃটিছ যুগীয় অসম তথা ভাৰতবৰ্ষৰ এজন জন-কাৰাবৰণ তথা স্থিতপ্ৰজ্ঞমুখী ধাৰণাৰ বাবেই আধুনিক অসম প্ৰদেশ গঠন তথা কংগ্ৰেছৰ শাসনভাৰ গ্ৰহণৰ পটভূমিত তেওঁৰ বৰঙণি ৰাজনৈতিক, সামাজিক ক্ষেত্ৰত সোণৰ আখৰেৰে চিত্ৰিত হৈ পৰিছে। বৰদলৈৰ সাহিত্য প্ৰতিভাৰ জিলিঙনি দিবলৈ গৈ মৰ্মে মৰ্মে অনুভৱ কৰিছোঁ যে তেওঁৰ ৰাজসিক ক্ষমতাৰ পৰিসৰে সাহিত্য কৰ্মৰ চৌপাশে আবৰণ টানি দিছে। সেয়েহে আমি ইতিপূৰ্বে বৰদলৈৰ জীৱন চৰিত, কৰ্ম-কৃতিত্ব আদিৰ বিষয়ে সুলেখক মহাদেৱ শৰ্মা, চিত্ৰ মহন্ত, হৰেন্দ্ৰনাথ বৰুৱা, অমিয় কুমাৰ দাস আদিৰ জৰিয়তে পোৱা লোকপ্ৰিয় বৰদলৈৰ জীৱন-কৃতিত্বই সাহিত্যকৃতিৰ পূৰ্ণ পৰিচয় নিদিয়ে।

গোপীনাথ বৰদলৈৰ সাহিত্য কৃতিৰ পৰিচয় দিবলৈ যাওঁতে তেওঁৰ ৰচনা সম্ভাৰৰ পৰিমাণ জানিব লাগিব। এই ক্ষেত্ৰত অসম প্ৰকাশন পৰিষদৰ প্ৰকাশিত (১৯৭৯ খ্ৰীঃ, আগষ্ট, প্ৰথম প্ৰকাশ) 'গোপানাথ বৰদলৈ' (হৰেন্দ্ৰনাথ বৰুৱাৰ চমু জীৱনী সম্বলিত) গ্ৰন্থখনত সন্নিবিষ্ট ৰচনাৱলীৰ শিতানত (২৫০ পৃঃ, ৭৬৪ পৃঃ) শ্ৰীৰামচন্দ্ৰ, বুদ্ধদেৱ, যীশুখ্ৰীষ্ট, হজৰত মহম্মদ, গান্ধীজী, তৰুণৰাম ফুকন আৰু অনাসক্তি যোগৰ বিষয়ে লিখা গদ্যময়ী কৃতিবোৰলৈ আঙুলিয়াব লাগিব। ব্যক্তিগতভাৱে গোপীনাথ বৰদলৈ ডাঙৰীয়াক আমি শিক্ষাৰ্থীৰূপে (বি বৰুৱা কলেজঃ ১৯৪৩ খ্ৰীঃ) সন্মানিত অধ্যক্ষ তথা কলেজ পৰিচালনা পৰিষদৰ সভাপতি ৰূপে প্ৰায় এবছৰ কালৰ দূৰ সান্নিধ্যত পাইছিলোঁ আৰু তেওঁৰ গুৱলা-সহজ ভাষণ একাধিকবাৰ শুনিছিলোঁ। পৰৱৰ্তী কালত বিগত বৰদলৈৰ ঘৰুৱা জীৱনৰ সামান্য পৰিচয় সাংবাদিকতাৰ দৃষ্টিৰে লিখিছিলোঁ যদিও তেওঁৰ সাহিত্য প্ৰতিভাৰ সম্পূৰ্ণ পৰিচয় পোৱাৰ সুযোগ নিমিলিল। বৰদলৈ ডাঙৰীয়াৰ সন্মিলিত ডায়েৰী জন্ম শতবাৰ্ষিকীৰ শুভক্ষণত প্ৰথম পোৱাৰ আশাৰে আমি তেওঁৰ পত্ৰসাহিত্যৰ (চিঠি-পত্ৰ), কথ্যভংগী বিজড়িত শ্ৰীৰামচন্দ্ৰ, বুদ্ধদেৱ, যীশুখ্ৰীষ্ট, হজৰত মহম্মদ আৰু গান্ধীজীৰ শিশু উপযোগী জীৱন চৰিতৰ প্ৰাপ্ত লেখনীৰ আধাৰত, জাতীয় নেতা তৰুণৰাম ফুকনৰ আদৰ্শ-কৃতিৰ প্ৰতি সশ্ৰদ্ধভাৱে লিখা জীৱন-চৰিত আৰু মহাত্মা গান্ধীৰ 'অনাসক্তি যোগ'ৰ অসমীয়া ভাঙনিৰ মূল্যায়ন আগবঢ়ালো। 'তোমাৰ কৃতিৰ চেয়ে তুমি যে মহৎ' বাক্যশাৰী গোপীনাথ বৰদলৈৰ ক্ষেত্ৰতো প্ৰযোজ্য বুলি অনুভৱ কৰিছোঁ।

ইংৰাজী ১৯৪০-৪১ চনত সত্যাগ্ৰহ আন্দোলনৰ পটভূমিত গোপীনাথ বৰদলৈয়ে তেওঁৰ ডাঙৰ ল'ৰাৰ (৺ধীৰেন্দ্ৰনাথ বৰদলৈ) উদ্দেশ্যে 'মৰমৰ বাপা' সম্বোধনেৰে শ্ৰীৰামচন্দ্ৰ, বুদ্ধদেৱ, যীশুখ্ৰীষ্ট, হজৰত মহম্মদ ৰছুল আৰু মহাত্মা গান্ধীৰ পাঁচখন জীৱন চৰিত চমুকৈ পত্ৰ-ভংগীৰে শিশুৰ উপযোগীকৈ 'পঞ্চপুষ্প' ৰূপে লিখিছিল। বৰদলৈৰ ভাষাত ঃ 'অৱশেষত মই মোৰ জনাৰ ভিতৰত পৃথিৱীৰ সৰ্বোৎকৃষ্ট পাঁচজন মহাজনৰ জীৱনী এখন তোমাক উপহাৰ দিম বুলি ঠিক কৰিছোঁ। সৃষ্টিৰ পাঁচজনা ডাঙৰ মহাজন হৈছে শ্ৰীৰামচন্দ্ৰ, বুদ্ধদেৱ, প্ৰভু যীশুখ্ৰীষ্ট, হজৰত মহম্মদ ৰছুল আৰু বৰ্তমান যুগৰ মাথো গান্ধীজী। মহাপুৰুষৰ ভিতৰত কোনো প্ৰকাৰৰ তুলনা বাঞ্চনীয় নহয়। স্থান আৰু সময় প্ৰভেদে তেওঁলোকে জন্ম গ্ৰহণ কৰি বিশ্ব নিয়ন্তা ভগৱানৰ ইচ্ছা পৃথিৱীত পূৰণ কৰি ইহ সংসাৰ ত্যাগ কৰে। ---" এইধৰণৰ লেখনীৰ জৰিয়তে বৰদলৈ ডাঙৰীয়াই 'মৰমৰ বাপা'ৰ উদ্দেশ্যে অসমৰ 'উঠি অহা ল'ৰা-ছোৱালীবিলাক'ৰ প্ৰতি লক্ষ্য ৰাখি পঞ্চ-জীৱন চৰিত হাতী মাৰি ভুৰুকাত ভৰাই পণ্ডিত জৱাহৰলাল নেহৰুৰ 'পিতৃৰপৰা জীয়েকলৈ লিখা চিঠি'ৰ দৰেই জ্ঞান-কোষ ৰূপে আগবঢ়াইছে। ১৯৪৭ ইং চনৰ ১৮ নৱেম্বৰত স্বৰাজোত্তৰ কালত 'বুদ্ধদেৱ' পুথিখনৰ প্ৰকাশৰ পটভূমিত বৰদলৈয়ে 'পাতনি'ত লিখিছিল ঃ --- ১৯৪০-৪১ চনত সত্যাগ্ৰহ আন্দোলন সম্বন্ধে জেলত থকা সময়ত কেনেকৈ উঠি অহা ল'ৰা-ছোৱালীৰ মনৰপৰা সাম্প্ৰদায়িক বিৰোধ ভাব দূৰ কৰি সমতা ভাব আনিব পাৰি ইয়াকে চিন্তা কৰি ভাৰতবাসীয়ে মনা অৱতাৰী পুৰুষসকলৰ জীৱনী লেখিবলৈ স্থিৰ কৰো ইয়াকে দেখুৱাবলৈ যে সকলো ধৰ্মৰ মৌলিক তত্ত্ব একেই আৰু আমাৰ বুজনিৰ ভুলৰ কাৰণেহে আমি ধৰ্ম লৈ নিজৰ ভিতৰতে বিৰোধ কৰো। --- এনেধৰণৰ বিশেষ উদ্দেশ্যধৰ্মী জীৱনী ৰচনা আৰু তাত্ত্বিক আলোচনা-অনুবাদৰ জৰিয়তে বৰদলৈয়ে সহজ-সৰল ভাষাৰে অসমীয়া সাহিত্যলৈ চুটি পৰিসৰৰ হ'লেও গভীৰ বিধৰ বৰঙণিকে আগবঢ়াইছে।

বৰদলৈৰ ৰচিত পাঁচখন জীৱন-চৰিতৰ প্ৰথমখনি 'শ্ৰীৰামচন্দ্ৰ' অসম্পূৰ্ণ আৰু সুন্দৰাকাণ্ডত হনুমানে সীতাৰ খবৰ আনিবলৈকে অংগীকাৰ কৰালৈকেহে পোৱা গৈছে। বাকীখিনি হেৰাল। --- যীশুখ্ৰীষ্টৰ জীৱনীৰো আগছোৱা হেৰায় বুলি বৰদলৈয়ে 'বুদ্ধদেৱ'ৰ পাতনিত বেজাৰ মনেৰে উনুকিয়াইছে। বাকীকিখনৰ অৰ্থাৎ গান্ধীজী হজৰত মহম্মদ আৰু বুদ্ধদেৱৰ জীৱন-চৰিতৰ পূৰ্ণ পাঠে আৰু অন্যান্য ৰচনা, যেনে তৰুণৰাম ফুকনৰ আদৰ্শ চৰিত তথা মহাত্মা গান্ধী প্ৰণিত 'অনাসক্তি যোগ'ৰ অসমীয়া অনুবাদে বৰদলৈৰ ৰচনা-শৈলীৰ নিমজ চানেকি আমাৰ আগত দাঙি ধৰিছে।

আগতে উনুকিয়াই অহা হৈছে যে পত্ৰ-সাহিত্যৰ কথ্যভংগী তেওঁৰ ৰচনা-শৈলীৰ এটি বিশেষত্ব। উদাহৰণ স্বৰূপে, বাপা, ৰামায়ণ বা শ্ৰীৰামচন্দ্ৰৰ জীৱনী ভালকৈ বুজিবলৈ হ'লে ভাৰতবৰ্ষৰ মানচিত্ৰখন ভালকৈ বুজিব লাগে। --- ৰাৱণ অতি অসৎ স্বভাৱৰ ৰজা আছিল। শিৱক পূজা কৰি আৰু শক্তিৰ সাধনা কৰি শাৰীৰিক বল পাইছিল

সঁচা ; কিন্তু তাৰ গাত ৰাক্ষস স্বভাৱ পূৰামাত্ৰাই আছিল। ইতিপূৰ্বে তেওঁ কত লোকৰ সুন্দৰী তিৰোতা হৰণ কৰিছিল তাৰ সীমা নাই। আজিও শূৰ্পণখা ভনীয়েকৰ মুখে সীতাৰ সৌন্দৰ্যৰ কথা তেওঁ শুনি সীতাক হৰণ কৰিবলৈ ঠিক কৰিলে। ---এনে-ধৰণৰ কথ্যভংগীয়ে গদ্যৰ ৰীতি সাধুকথাৰ লেখীয়া কৰাৰ উপৰিও মাজে মাজে নাটকীয় ওজস্বিতা প্ৰদান কৰিছে। শূৰ্পণখা আৰু ৰাৱণৰ কথা-বতৰা, ৰাৱণ-মাৰীচৰ মন্ত্ৰণা বৰদলৈয়ে নাটকীয় বচনৰ আহিঁৰে দি জীৱন-চৰিতখনত সজীৱতা দান কৰিছে। তদুপৰি 'কুৎচিতা', তাহাঁতক', 'আতাহ পাৰিলে' আদি শব্দাৱলীৰ ব্যৱহাৰ নামনি অসমৰ কথিত উপ ভাষাৰ প্ৰভাৱ বুলিব পাৰি।

বুদ্ধদেৱৰ আলোচনা প্ৰসংগত অৱতাৰ বাদৰ নিজস্ব ব্যাখ্যা দাঙি ধৰি বৰদলৈয়ে এনেদৰে লিখিছেঃ --বুদ্ধদেৱক আমাৰ পুৰাণত এজনা অৱতাৰ বুলি ধৰা হৈছে। আজি যদিও ভাৰতবৰ্ষত সেই অৱতাৰৰ পূজা নাই বা তেওঁৰ অস্তিত্বকে বিশেষভাৱে দেখা পোৱা নাযায় তথাপি তেওঁ নিশ্চয় এনে কিছুমান অসাধাৰণ শক্তি আৰু মহান আদৰ্শ দেখুৱাই গৈছে যে হিন্দু শাস্ত্ৰকাৰসকলে বুদ্ধদেৱক ঈশ্বৰ, প্ৰেৰিত মহাপুৰুষ বা অৱতাৰ বুলি মানিবলৈ বাধ্য হৈছে। ---কিছুমান ধাৰ্মিক লোকে ভাবে যে যীশু-খ্ৰীষ্টৰ জীৱনৰ মূল আদৰ্শ অৰ্থাৎ ঈশ্বৰ যে প্ৰেমময় এই ভাবটো যীশুৱে সেই ঠাইত বৌদ্ধ ধৰ্মৰ প্ৰভাৱৰ পৰাহে গ্ৰহণ কৰিছিল। ---এনে পটভূমিত লেখকে বৌদ্ধ ধৰ্মৰ মূল নীতি আৰু দশ শীলৰ বৰ্ণনা কৰি শিশু তথা কিশোৰৰ বাবে সহজ ভাষাৰে শিকনি দিবলৈ প্ৰয়াস কৰিছে।

যীশুখ্ৰীষ্টৰ জীৱন-চৰিত মনোৰমকৈ আলো-চনা কৰি বৰদলৈয়ে লেখিছেঃ বাপা, যীশুৰ মৃত্যুৰ আগতে বহুতে তেওঁক মানিছিল সঁচা, কিন্তু আচলতে মৃত্যুৰ সময়ত তেওঁৰ শিষ্য মাত্ৰ ১১ জনহে আছিল। আজি পৃথিবীত খ্ৰীষ্টধৰ্মাৱলম্বীৰ সংখ্যা কিমান চোৱা। আজি তেওঁ পৃথিবীৰ মানুহ জাতিৰ প্ৰায় তিনি ভাগৰ এভাগ লোক খ্ৰীষ্টিয়ান। ---সেই কাৰণে তোমালোকে বুজি ল'বা যে সজ কাম, সজ কথা, ত্যাগ আৰু ঈশ্বৰ বিশ্বাসীহে পৃথিবীত অমৰ হৈ থাকিব আৰু মানুহক উন্নত কৰিব। --এয়া তেওঁৰ জীৱন দৰ্শনৰে জিলিঙনি যেন অনুভৱ হয়। 'হজৰত মহম্মদ'ৰ জীৱন চৰিত খনৰ 'নিবেদন' স্বৰূপে প্ৰয়াত (ৰাষ্ট্ৰপতি) ফকৰু-দ্দিন আলি আহমেদে এনেদৰে লিখিছিল ঃ ----বৰদলৈদেৱে অসমীয়াতে লেখা মহাপুৰুষ হজৰৎ মহম্মদৰ জীৱনীখনক মই এই কাৰণেই প্ৰশংসা কৰো যে ই মাত্ৰ তেজঁৰ মহান শিক্ষা আৰু তেওঁৰ জীৱনক সমাদৰ কৰিবলৈকে শিকোৱা নাই ; লোক-প্ৰিয় বৰদলৈদেৱে এই ধৰ্মক অতি শুদ্ধভাৱে বুজাই দিছে যিটোৱে আমাৰ দেশৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত থকা ভুল ধাৰণা আঁতৰাই একতাৰ ডোলেৰে বান্ধিব। ···(৫।৬।৬৩ ইং), বৰদলৈ দেৱৰ ভাষাত-- ৰছুলৰ জীৱন এজন অকপট, নিষ্ঠাবান সাধকৰ জীৱন। ই এজন অসাধাৰণ লোকৰ প্ৰতিভা, সবলতা দয়াশীলতা, সাহস, সহৃদয়তা, সহনশীলতা আদি সকলো সৎ গুণৰ বিকাশ মাত্ৰ। --গান্ধীজীৰ জীৱন চৰিতত বৰদলৈৰ বিশেষ প্ৰতিভা স্বকীয় অভিজ্ঞ-তাৰ ৰহণেৰে সমুজ্বল হৈ উঠিছেঃ মহাত্মাৰ জীৱনী এজন জীৱিত পুৰুষৰ জীৱনী। তেওঁৰ সমগ্ৰ জীৱনেই সত্যৰ অন্বেষণত চলি আছে, সেই অন্বে-ষণ আজিলৈকে শেষ হোৱা নাই। --উল্লেখযোগ্য, ১৯৬৪ চনত আচাৰ্য কাকা কালেলকাৰে এই জীৱন চৰিতৰ 'পাতনি'ত শ্ৰদ্ধাৰে সুঁৱৰিছিল-- "ভাৰতবৰ্ষৰ স্বাধীনতাৰ কাৰণে পৃথিবীক নতুন প্ৰেৰণা যোগাবলৈ আৰু পীড়িত সকলক সত্যাগ্ৰহৰ সাত্ত্বিক অমোঘ অস্ত্ৰ দেখুৱাবলৈ যেতিয়া ভগবানে গান্ধীজীক ভাৰতলৈ পঠায়, তেতিয়া তেওঁৰ কাৰ্য সিদ্ধিৰ উদ্দেশ্যে ঠায়ে ঠায়ে ভগবানে তেওঁৰ সৰু সৰু সহায়কৰ সৃষ্টি কৰে। এনে বন্ধুসকলৰ ভিতৰত মোৰ পৰম বন্ধু স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱৰ এক উত্তম স্থান আছিল। মহাত্মাজীয়ে এবাৰ কৈছিল যে ভাৰত প্ৰতিষ্ঠাত ব্যাঘাত হোৱা কাম গোপীনাথজীয়ে কেতিয়াও নকৰে।--" দেশভক্ত ফুকনৰ ব্যক্তিত্বৰ ক্ষেত্ৰত গুণমুগ্ধ গোপীনাথ বৰদলৈয়ে লেখিছিলঃ ফুকনৰ জীৱনৰ সজ কাৰ্য বিলাকৰ উদাহৰণবিলাক মুক্তামালা সদৃশ। গান্ধী-জীৰ অনাসক্তি যোগ সম্বন্ধে তেওঁ বিশ্বাস কৰিছিলঃ 'সবল অন্তঃকৰণেৰে উপলব্ধি কৰিবলৈ বিচাৰিলে গান্ধীজীৰ অনাসক্তিযোগে পাঠকক বিশেষভাৱে সহায় কৰিব বুলি ক'ব পাৰি।' (১৯৪৮ চন)।

গোপীনাথ বৰদলৈৰ ৰচনাৱলীক নিজস্ব আৰু অনবাদমূলক ৰূপে দুভাগত ভগাব পাৰি। গান্ধী-জীৰ একান্ত অনুগামী শিষ্য ৰূপে কাৰাবাসী জীৱনত জীৱন-চৰিত পাঁচখন লিখাৰ উপৰিও গান্ধীজীৰ ৰচিত গীতাৰ সাৰবস্তু অনাসক্তি যোগৰ অসমীয়া অনুবাদ লিখি উলিয়ায়। 'আৱাহন'ৰ সম্পাদক দীননাথ শৰ্মাৰ অনুৰোধ অনুসৰি প্ৰথমে ফুকনৰ জীৱনী সম্বন্ধে প্ৰবন্ধ লেখিবলৈ আৰম্ভ কৰি পিছত কিদৰে ই পুস্তিকাৰ আকাৰ ল'লে সেই সম্বন্ধে পুথিখনৰ ভূমিকাত বৰদলৈয়ে নিজে লিখি গৈছে। পাঁচটা অধ্যায়ত তৰুণৰাম ফুকনৰ বিষয়ে জীৱনা-দৰ্শৰ যিখিনি তথ্য—অন্তিমত তেওঁ দিছে সেয়া পৰ্য্যাপ্তৰ মাজতে অপৰ্য্যাপ্ত। বৰদলৈ ডাঙৰীয়া ৰাজনৈতিক আন্দোলনত ইমান ব্যস্ত যে সাহিত্য-চৰ্চাত তেওঁৰ মনোনিবেশৰ আহৰি অতিকৈ কম। তথাপিও তেওঁৰ সাহিত্য-প্ৰীতি আৰু নিষ্ঠা অনু-কৰণীয়। বহুতো সাময়িক আৰু অনুজৰ বাবে বৰদলৈ ডাঙৰীয়া প্ৰেৰণাৰ প্ৰতীক। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ বৰুৱাৰ লেখ-নীত বৰদলৈৰ সাহিত্য-কৰ্মৰ প্ৰতি থকা পৃষ্ঠ-পোষকতাৰ উমান পোৱা যায়।

গোপীনাথ বৰদলৈৰ অসমীয়া সাহিত্যৰ প্ৰতি থকা অশেষ প্ৰীতি-অনুৰাগ তেওঁৰ সীমিত প্ৰকাশ আৰু অপ্ৰকাশিত বহুতো দিন-পঞ্জী, ভাষণ আদিতে অন্তনিহিত হৈ আছে। আগ্ৰহশীল উদীয়মান সকলে বৰদলৈৰ লেখনীত সাৱলীলতা, যুক্তিনিষ্ঠতা আৰু স্বকীয় গদ্যশৈলীৰ কথনভংগী, ঘৰুৱা উপ-ভাষাৰ শব্দাৱলী, প্ৰকাশ চাতুৰ্য আদি বৈশিষ্ট্য দেখিবলৈ পাব। উদাহৰণৰ বাহুল্যলৈ নগৈ আমি অনুভৱ কৰিছোঁ যে সাহিত্যৰ অধিষ্ঠাত্ৰী বাণীদেবীয়ে নিজে আহি ধৰা দিয়া সত্বেও বৰদলৈদেৱে হিয়া উজাৰি সাহিত্য ভঁৰালত বৰঙণি যোগাবলৈ সুচল আৰু কাল নাপালে। খণ্ড ৰূপত যিখিনি আছে- সেয়া মাথোন বৰঙণিৰ সৰ্বস্ব নহয়— জিলিঙনিহে।

০০০



# কমলাকান্তৰ আঁৰৰ মানুহজন / দুৰ্গা বৰা

যিগৰাকী মহান ব্যক্তিয়ে আজীৱন নিৰৱচ্ছিন্ন সাহিত্য সাধনাৰে জীৱনৰ শেষ কালছোৱা সকলো সুখ-সম্ভোগ পৰিহাৰ কৰি ভাষা জননীৰ সেৱাত আত্মোৎসৰ্গ কৰিলে সেইজনেই হ'ল কবি কমলাকান্ত। দেশৰ অগণন জনসাধাৰণৰ দুখৰ বিননিয়ে কবিৰ হৃদয় তুহঁ জুইৰ দৰে দগ্ধ কৰিলে আৰু তাৰেই অগ্নিশিখা সময়ৰ বতাহত জিকাৰ খাই উঠি আত্মপ্ৰকাশ কৰিলে তেখেতৰ কবিতাৰ মাজেদি; সেয়ে হ'ল তেওঁ অগ্নি কবি। প্ৰকৃত জাতীয়তাবাদী কবিয়ে জাতিৰ অৰ্থনৈতিক বুনিয়াদ শিল্প-বাণিজ্যৰ মাজেদি গঢ়ি তুলিবলৈ সমগ্ৰ জীৱনত চলালে বিভিন্ন পৰীক্ষা-নিৰীক্ষা; সেয়ে কবিয়ে নাম পালে 'হাতীবাবু'। সাম্ৰাজ্যবাদী শোষণৰ মহাপয়োভৰ কালত বিচ্ছিন্নতাবাদী ধুমুহাই গছকি মষিমুৰ কৰিব ধৰা অসমীয়া জাতিৰ ভৱিষ্যত সম্পৰ্কে প্ৰগতিশীল দৃষ্টিভংগীৰে কবিয়ে তেওঁৰ লেখনীত মুকলিভাৱে নানান প্ৰাণোদ্দীপ্ত মন্তব্য দাঙি ধৰিলে; সেয়ে কবি খ্যাত হ'ল মহৰ্ষি কমলাকান্ত ৰূপে।

১৯২৯ চনত অসম সাহিত্য সভাৰ সভাপতিৰ সন্মানীয় আসনত উপবিষ্ট এই গৰাকী কমলাকান্তৰ কথাকে ক'বলৈ ওলাইছোঁ। এই প্ৰবাদপুৰুষ কমলাকান্তৰ জীৱন সঁচাকৈয়ে ঘটনা বহুল। কবিৰ জীৱনৰ এনে কিছুমান ঘটনা আছে, তাৰ কোনোটোৱে হয়তো তেখেতৰ স্বাধীনতাৰ পিপাসা, আন এটাই হয়তো তেখেতৰ সাম্প্ৰদায়িক ভাবশূন্য উদাৰ হৃদয়ৰ কথা, আকৌ কোনোটোৱে হয়তো নিৰ্ভীক সিংহ চেতনাক উন্মুক্তভাৱে প্ৰকাশ কৰি তোলে। শোণিতপুৰ জিলাৰ বিশ্বনাথৰ জনবহুল গড়েহাগি গাঁৱৰ মুক্ত প্ৰকৃতিৰ মাজত, খেতি প্ৰধান গাঁৱৰ পঙ্কিলতাৰ বুকুত ফুলা এই পদুমৰ দুই এটি পাহিৰ সৌৰভ লৈ আপুনিও জানো গৌৰৱ অনুভৱ নকৰিব?

এনে স্মৰণীয় কেইটিমান ঘটনা কবিৰ সমসাময়িক একে গাঁওবাসী খামিডাঠ ॰মিনাই সূত্ৰধাৰ আৰু ॰দীঘলা গায়নৰ নিজৰ মুখৰপৰা শুনি সযতনে সংগ্ৰহ কৰি আপোনালোকৰ মৰম বিচাৰি প্ৰকাশ কৰিলোঁ।

--ভাৰতবৰ্ষই স্বাধীনতা লাভৰ পূৰ্বৰ এটি ঘটনা। গড়েহাগি গাঁৱৰ পৰা নাতিদৰতে ঘোগসাধাৰু চাহ বাগিচা। এদিন কবি কমলাকান্ত মূৰত অসমীয়া পাগ মাৰি ঘোঁৰাত উঠি বাগিচাৰ মাজৰ বাটেৰে ফুৰিবলৈ গৈছিল। সেই বাটৰ কাষতে বাগিচাৰ চাহাবৰ বঙলা। ভট্টাচাৰ্যদেৱে গৈ বঙলাৰ সংমুখৰ ৰাস্তাত উঠাৰ লগে লগে বঙলাৰপৰা কেইজনমান বনুৱা আহি ঘোঁৰা ৰাখিবলৈ ক'লে। অনিচ্ছা সত্বেও কবি নামিবলৈ বাধ্য হ'ল। তাৰ পাছত তেখেতৰ ওপৰত নিৰ্দেশ হ'ল মৰৰ পাগ খোলাৰ। কবি অগ্নিশৰ্মা হৈ উঠিল; কিন্তু পৰিস্থিতি নিয়ন্ত্ৰণৰ বাবে তেখেতে মূৰৰ পাগ খুলি খোজকাঢ়ি বঙলাৰ আগেদি যাবলৈ বাধ্য হ'ল। এয়া হ'ল বৃটিছ সাম্ৰাজ্যবাদীৰ দাম্ভিকতা। কিন্তু কবিৰ নিৰ্ভীক হৃদয়ে এই কথা সহজভাৱে গ্ৰহণ কৰিব নোৱাৰিলে। কবিৰ অন্তৰত পৰাধীনতাৰ গ্লানিয়ে যি দুখ আৰু ক্ষোভৰ উদ্ৰেক কৰিলে সেই ক্ষোভ সময়ত থং আৰু প্ৰতিহিংসালৈ ৰূপান্তৰ হ'ল।

আন এদিনৰ কথা। কমলাকান্ত গড়েহাগিৰ পুৰণি নামঘৰৰ সমুখৰ ॰শনিবৰ গাঁওবুঢ়াৰ আগচোতালত আবেলি বহি গাঁৱৰ কেইজনমান ডেকাক গাঁও উন্নয়নৰ উপদেশ দি আছিল। গাঁৱৰ ৰাস্তাপদূলিবিলাক বহল হ'ব লাগে, ভৱিষ্যতে জনসংখ্যা আৰু যানবাহনৰ সংখ্যা বাঢ়িলে যাতায়াতৰ অসুবিধা হ'ব, গাঁৱৰ মানুহে বাৰীবিলাক ডাঙৰকৈ ৰাখিব লাগে- নহ'লে আগলৈ বিদেশীৰ প্ৰব্ৰজনৰ ফলত আমি নিজৰ দেশতে ভূমিহীন হৈ পৰিম, ইত্যাদি ইত্যাদি। (আপুনি যদি এতিয়াও কেতিয়াবা কবিৰ জন্মগাঁওখনত এপাক মাৰে তেন্তে দেখিবলৈ পাব একোখন ৮০ বিঘা মাটিৰ বাৰী, আৰু দেখিবলৈ ৰাস্তাবোৰ আহল-বহল, অসংখ্য চাৰিআলিযুক্ত)।

হঠাতে কবিক ঘোঁৰাৰপৰা নমাই দিয়া সেই চাহাবজন ঘোঁৰাবাগীত উঠি সেইফালেদি বিশ্বনাথ ঘাট অভিমুখে আহি থকা দেখা গ'ল। নামঘৰৰ ওচৰ পোৱাৰ লগে লগে কবিয়ে ডেকা কেইজনক পঠাই দি চাহাবক বাগীৰপৰা নামিবলৈ নিৰ্দেশ দিয়ালে। বৃটিছ সিংহৰ প্ৰতিনিধি চাহাব ইমান সহজে মান্তি হ'ব জানো? শেষত কবি নিজেই আহিল আৰু শক্তি প্ৰয়োগেৰে চাহাবক নামিবলৈ বাধ্য কৰালে। কবিয়ে গম্ভীৰ কণ্ঠেৰে চাহাবক ক'লেঃ "তোমাৰ বঙলাৰ সমুখেদি দেশী মানুহ পাগ মাৰি ঘোঁৰাত উঠি যোৱাটো তোমাৰ বাবে যেনেকৈ সন্মানহানিকৰ, ঠিক তেনেকৈ অসমীয়া মানুহৰ নামঘৰৰ আগেদি বিদেশী এজন বাগীত উঠি দপ্‌দপাই যোৱাটো অসমীয়া জাতিৰ বাবে সন্মান হানিকৰ, আৰু ই ধৰ্ম মন্দিৰৰ পৱিত্ৰতা হানিকৰ।' কবি নিৰ্ভীক আৰু কবিৰ যুক্তি অকাট্য, সেয়ে চাহাব বাধ্য হৈ খোজকাঢ়িয়েই গ'ল। আপাত



দৃষ্টিত ঘটনাটো নিচেই সাধাৰণ। কিন্তু সেই কালত এজন ইংৰাজৰ ওচৰত এজন ভাৰতীয় বা অসমীয়াই এনে আচৰণ কৰাটো সহজ কথা নাছিল; কাৰণ তাৰ পৰিণতি হয়তো ভয়াবহো হ'বগে পাৰে। এই ঘটনাই কবি কমলাকান্তক সিংহ পুৰুষ কমলাকান্ত ৰূপে আমাৰ আগত প্ৰকাশমান কৰি তুলিছে।

আন এটি ঘটনা। কবিৰ এগৰাকী পত্নী অসবৰ্ণৰ আছিল। এই গৰাকী পত্নীৰ ফালৰ পুত্ৰটিৰ উপনয়নৰ সময় হ'লহি। উপনয়নৰ সকলো যো-জা হ'ল; কিন্তু পুৰোহিত ক'তো নোলাল। শেষত গাঁৱৰ কাষৰে এজন পুৰোহিতৰ ওচৰ চাপি কামফেৰা চলাই দিবলৈ বিশেষ অনুৰোধ কৰা হ'ল। কিন্তু তেওঁ কবিৰ অনুৰোধ প্ৰত্যাখ্যান কৰিলে। ভট্টাচাৰ্যদেৱৰ তীব্ৰ ক্ৰোধৰ সৃষ্টি হ'ল আৰু একেকোবই পুৰোহিতৰ ঘৰৰ ভিতৰ সোমাই হাতত ধৰি টানি লৈ আহিল। এই কাণ্ড দেখি গাঁওবাসী ৬লাই আহি কবিক আক্ৰমণ কৰিবলৈ উদ্যত হ'ল। পুৰোহিতৰ হাত এৰি হাতৰ ছাটিটো আৰু লাঠি ডালেৰে গঁৎ্ৰা ৰাইজৰ সমুখত নিশ্চলভাৱে কবি থিয় হ'ল আৰু ৰাইজলৈ অপলক দৃষ্টিৰে চালে। কিছু সময়ৰ পাছত ৰাইজে নিজৰ ভিতৰতে কিবা কোৱাকুই কৰিলে আৰু এজন দুজনকৈ লাহে লাহে ঘৰমুৱা হ'ল। কবিও চিন্তিত মনেৰে ঘৰলৈ উভটিল। এই ঘটনাত কিবা বিশেষ বৈচিত্ৰ আছে বুলি ক'ব নোৱাৰি। কিন্তু কথা হ'ল- গাঁওবাসী কিয় থমকি ৰ'ল? আক্ৰমণৰ বাবে উদ্যত ৰাইজ কিয় নিমাওমাও ভাবে ঘৰলৈ গুচি গ'ল? বিশ্লেষণে নিশ্চয় দেখুৱাব যে কবি আছিল সাম্প্ৰদায়িকতাৰ উৰ্ধত মহাবলবান হৈ- সেয়েই আছিল তেখেতৰ পাশুপাত অস্ত্ৰ, আনহাতে গাঁওবাসী কবিৰ সমুখত হৈ পৰিছিল শক্তিহীন; কাৰণ অন্ধসংস্কাৰত বুৰ গৈ তেওঁলোকে হেৰুৱাই পেলাইছিল নৈতিক সাহস।

আৰু এটি ঘটনাৰ কথা নক'লে হয়তো

আপোনালোকে মোক দুষিব। ভাৰতবৰ্ষই তেতিয়াও স্বাধীনতা লাভ কৰা নাই। সাধাৰু, নীলপুৰ, প্ৰতাপগড় আদি ভালেমান বাগিচাৰ চাহ-পাতৰ বাকচবোৰ সেই কালৰ গৰু গাড়ীৰে বিশ্বনাথ ঘাটলৈ কঢ়িয়াই জাহাজেৰে কলিকতালৈ পঠায়। সেই গাড়ীবিলাক গড়েহাগি গাঁৱৰ সোঁ মাজৰ বাটেদি যায়। এইদৰে শ শ গাড়ী প্ৰায়ে চলাচল কৰাত গাঁৱৰ ৰাস্তাটো বৰ বোকা হৈ পৰে। গাঁৱৰ ৰাইজে কষ্ট কৰি ৰাস্তা বান্ধে; কিন্তু বাগিচাৰ চাহাবে ৰাস্তা খান্দে, কেতিয়াও বন্ধাত সহায় নকৰে। এই কথাই গাঁৱৰ ৰাইজৰ মাজত ক্ষোভ আৰু অসন্তুষ্টিৰ সৃষ্টি কৰিবলৈ ধৰিলে। এদিন গাড়ী আহি থাকোতে কেইজনমান ডেকাই গাড়ীৰ চালক-হঁতক দুই চাৰিটা 'গৰম' কথা শুনালে। তাৰ ঠিক পিছদিনা পুৰা দহ মান বজাত চাহপাত অনা আঢ়ৈ কুৰি মান গাড়ী আৰু আগে আগে লাঠি-টাঙোন লোৱা বহুতো চাহ শ্ৰমিক দেখা গ'ল। ঘটনা দেখি গাঁৱৰ ৰাইজ ওলাই আহিল। দুয়ো পক্ষৰ মাজত নানা তৰ্ক-বিতৰ্ক চলিল আৰু শেষত এনে এটি পৰ্যায় পালেগৈ যে উভয়পক্ষ সংঘৰ্ষৰ বাবে সাজু হ'ল। ঠিক এনে মুহূৰ্তত কমলাকান্ত ঘটনা স্থলীত উপস্থিত হ'লগৈ। তেখেতে চাহ শ্ৰমিকসকলক বুজাবলৈ ধৰিলে; এই গাঁৱৰ মানুহে যেনেকৈ হাড় ভঙা শ্ৰম কৰি পেটৰ ভাত মোকালাই তোমালোকেও তেনেকৈ চাহবাগিচাত দেহৰ ঘাম মাটিত পেলাই দুবেলা দুসাজ খাবলৈ পোৱা। তেমালোক আৰু আমাৰ মাজত পাৰ্থক্য একো নাই। মুঠতে তেমালোকো শ্ৰমজীৱী আৰু আমিও শ্ৰমজীৱী। প্ৰকৃততে আমি একেটা জাতৰে মানুহ। গতিকে আমি দ্বন্দ্ব নকৰি মিলা-প্ৰীতিৰে থকাহে ভাল। আচল কথা হৈছে তোমালোকৰ 'চাহাব'। বাগিচাৰ গাড়ীবিলাকে ৰাস্তা খান্দে, বাবিষা বোকা হয়, গাঁৱৰ মানুহে কষ্ট পায়। কিন্তু তোমালোকৰ চাহাবে এই কথা নাভাবে আৰু তোমালোকৰো নকয়। গতিকে ইয়াৰে বাবে জগৰীয়া তোমালোকৰ চাহাব। এতিয়া এটা কাম কৰা। তোমালোকৰ চাহাবক খবৰ দিয়া-- ইয়ালৈ আহক, এটা মীমংসা কৰা যাওঁক। চাহাবক খবৰ দিয়া হ'ল। কিছু সময় পাছত বগা চাহাব খণ্ডত টিঙিৰিতুলা হৈ ওলালহি। আৰু গঞা ৰাইজক নানান কথা শুনালে, চিপাহীৰ ভয় দেখুৱালে। কমলাকান্তও আগবাঢ়ি গৈ চাহাবক উদ্দেশ্য কৰি ক'বলৈ ধৰিলে ঃ তোমাকেৰ বাগিচাৰ গাড়ীয়ে আমাৰ ৰাস্তা খান্দে, কষ্ট পাও আমি- তুমি কিন্তু চিন্তা নকৰা। তুমি সভ্য জাতিৰ প্ৰতিনিধি বুলি ভাবা- তোমাৰ সভ্যতাই ইয়াকে শিকাইছে নেকি? চাহপাতৰ গাড়ী যেতিয়া এই ৰাস্তাইদি যায় এই ৰাস্তাটো ভালকৈ ৰখা তোমাৰ দায়িত্ব নহয়নে? ইত্যাদি। শেষত চাহাবৰ ৰঙা মুখ কিছু শেতা পৰিল। কবিৰ অকাট্য যুক্তি তেওঁ মৌনভাবে মানি ল'লে। তেতিয়াৰপৰা বাগিচাৰ বনুৱা আহি বছৰি এবাৰকৈ ৰাস্তাটো মেৰামতি কৰাত সহায় কৰাৰ ব্যৱস্থা প্ৰৱৰ্তন হ'ল।

ঠিক একেধৰণৰ আন এটা চমু কাহিনী কোৱাৰ লোভ সামৰিব নোৱাৰিলো। কৰ্মজীৱনৰ ব্যস্ততাৰে অসমৰ চুকে-কোণে ঘৰি ফুৰোতে এদিন কবিক জন্মগাঁৱৰ স্মৃতিয়ে আমনি কৰিলে। কবি টাপলি মেলিলে গড়েহাগিলৈ। গাঁৱৰ ৰাইজ উদ্বাৱল-কমলাকান্ত আহিছে। সকলো গোট খাই কবিক আদৰি-সাদৰি নামঘৰলৈকে লৈ গ'ল। কিছু সময় পাছত ৰাইজৰ মাজত কোৱা-কুই চলিল- অন্ন মুঠি কোনে সিজাব? কথা গৈ কমলাকান্তৰ কাণত পৰিল। তেখেতে ৰাইজক ক'লে- তোমালোকে মোৰ অন্ন তৈয়াৰীৰ বিষয়ে চিন্তা কৰিব নালাগে-মই ৰান্ধনি লগতে লৈ আহিছোঁ। এখেত কুৰ্মি এজন চাহ শ্ৰমিক- এখেতেই মোৰ পাকৈত ৰান্ধনি। বৰ পৰিষ্কাৰ জাতৰ মানুহ।

এনেবিলাক ঘটনা আমি গতানুগতিক বুলি



ধৰিব পাৰো; কিন্তু এইবিলাকৰ মাজেদিয়েই অসমৰ বিভিন্ন সম্প্ৰদায় বা জনগোষ্ঠীৰ লোকৰ মাজত সংঘৰ্ষ নালাগি কেনেকৈ মিলাপ্ৰীতিৰে বাস কৰা সম্ভৱ হয় আৰু তাৰ যোগেদি ভৱিষ্যতে কেনেকৈ এটি বৃহৎ অসমীয়া জাতি গঠন হয় কবিৰ এনে মহান চিন্তাধাৰাৰ উমান পোৱা যায়।

'That no native can dream in foreign language is as true as day-light' ছাত্ৰ অৱস্থাতে এইদৰে ভৱা কমলাকান্তই হৃদয়ৰ গভীৰ কোণত ভাষা জননীক স্থান দি গোটেই জীৱন নিজৰ সকলো মৰম-চেনেহ নৈবেদ্য হিচাপে চৰণত অৰ্পণ কৰি পূজা কৰিছিল। এই গৰাকী ব্যক্তি একেধাৰে মহান কবি, দাৰ্শনিক, চিন্তাবিদ, জাতি সংগঠক আৰু সমাজ সংস্কাৰক। হে অমৰ কবি, আজিৰ এই শুভক্ষণত তোমালৈ প্ৰণাম, সহস্ৰ প্ৰণাম।

ooo



# ৰাজ্যভাষা প্ৰয়োগত হেমাহি: দায়ী কোন?

মহম্মদ মতিউৰ ৰহমান (দূত)

অসমত ১৯৬০ চনতে চৰকাৰী ভাষা আইন গৃহীত হয়। চৰকাৰী ভাষা অসমীয়া অসমৰ ৰাজ্যভাষা। ভাষা আইন গৃহীত হোৱাৰ ২৯ বছৰ পিছতো অসমৰ চৰকাৰী কাৰ্যালয়বোৰত চৰকাৰী ভাষা প্ৰয়োগ হোৱা নাই। ইয়াৰ বাবে দায়ী চৰকাৰ। আগৰ চৰকাৰবোৰে ৰাজ্যভাষা প্ৰয়োগত কৰি অহা অপৰাধমূলক হেমাহিৰ কথা ৰাইজে জানে। কিন্তু জাতীয় অস্তিত্ব ৰক্ষাৰ আন্দোলন কৰি অসমৰ কল্যাণৰ স্বাৰ্থত ৰাজনৈতিক ক্ষমতা দখল কৰা অসম গণ পৰিষদ চৰকাৰৰ দিনতো চৰকাৰী ভাষা প্ৰয়োগত কোনো গুৰুত্ব নিদিয়াটোহে ডাঙৰ অপৰাধ। ১৯৮৫ চনৰ পৰা আজি চাৰি বছৰে ইচ্ছা কৰা হ'লে বহুখিনি কৰিব পাৰিলেহেঁতেন। উল্লেখযোগ্য যে অ গ প চৰকাৰে শাসনৰ দায়িত্ব লৈ প্ৰথমে ১৯৮৫ চনৰ ডিচেম্বৰ মাহত চৰকাৰী ভাষা আইনৰ ৰূপালী জয়ন্তী পালন কৰিছিল। চৰকাৰৰ চাৰিবছৰীয়া কাৰ্যকালে প্ৰমাণ কৰিছে যে চৰকাৰী ভাষা প্ৰয়োগৰ প্ৰতি চৰকাৰৰ কোনো আন্তৰিকতা নাই।

অসমত চৰকাৰী ভাষা তথা ৰাজ্যভাষা অসমীয়াৰ বাবে অসমৰ মাটি ছহিদৰ তেজেৰে ৰাঙলি হৈছিল। সেই কথা ৰাজনৈতিক নেতাসকলে পাহৰিলেও অসমৰ প্ৰকৃত অধিকাৰী কৃষক-শ্ৰমিক তথা আবাল-বৃদ্ধ-বনিতাই কেতিয়াও নেপাহৰে। অসমৰ দৰে এনে ঘটনা দেশৰ ক'তো হোৱা নাই। অথচ অসমত আজিও চৰকাৰী ভাষা অৱহেলিত।

অসমৰ পিছত চৰকাৰী ভাষা গৃহীত হোৱা ভাৰতৰ আন ৰাজ্যত চৰকাৰে যি দক্ষতাৰে খৰতকীয়াকৈ চৰকাৰী ভাষা প্ৰয়োগ ব্যৱস্থা কটকটীয়া কৰিছে সেয়া সকলোৰে বাবে আদৰ্শস্বৰূপ। অতি পৰিতাপৰ কথা যে অ গ প চৰকাৰৰ দ্বাৰা গঠিত 'অসম চৰকাৰী ভাষা প্ৰয়োগ মূল্যায়ন আৰু পৰামৰ্শ সমিতি'ৰ এটা দলে যোৱা ২০।১১।৮৭ৰ পৰা ৫।১২।৮৭ তাৰিখলৈ কৰ্ণাটক আৰু মহাৰাষ্ট্ৰলৈ তাত চৰকাৰী ভাষা কেনে ধৰণে প্ৰয়োগ কৰা হৈছে সেই বিষয়ে অধ্যয়ন কৰিবলৈ গৈছিল। দলটোত আছিল শ্ৰীঅতুলচন্দ্ৰ বৰুৱা (দলপতি), ডঃ মহম্মদ তাহেৰ (সদস্য), ডঃ বীৰেন্দ্ৰনাথ দত্ত (সদস্য), শ্ৰীবিশ্বেশ্বৰ হাজৰিকা (সদস্য) আৰু শ্ৰীনগেন চৌধুৰী (অসম চৰকাৰী ভাষা প্ৰয়োগ সঞ্চালকালয়ৰ প্ৰতিনিধি)। এই প্ৰতিনিধি দলটোৱে দিয়া প্ৰতিবেদন আৰু পৰামৰ্শাৱলী আজিলৈকে ৰাজ্য চৰকাৰে কাৰ্যকৰী কৰা নাই।

ইয়াতকৈ পৰিতাপৰ কথা যে অসম চৰকাৰে গঠন কৰা 'অসম চৰকাৰী ভাষা প্ৰয়োগ, মূল্যায়ন আৰু পৰামৰ্শ সমিতি'য়ে সময়ে সময়ে আগবঢ়োৱা প্ৰস্তাৱ আৰু পৰামৰ্শ সমূহো চৰকাৰে কাৰ্যকৰী কৰা নাই। অন্ততঃ গণ পৰিষদ চৰকাৰে এনে কাম কৰিব বুলি অসমৰ ৰাইজে ধাৰণা কৰিব পৰা নাছিল।

আজিলৈকে সচিবালয়ত মুদ্ৰালিখন যন্ত যোগান ধৰিব নোৱাৰাটো চৰকাৰৰ হেমাহি। চৰকাৰে মুদ্ৰালিখন যন্ত্ৰীৰ বাবে বিজ্ঞাপন দিলে কেৱল টাইপিষ্ট বুলিহে উল্লেখ কৰে আৰু ফলস্বৰূপে ইংৰাজী মুদ্ৰালিখন যন্ত্ৰীহে নিয়োগ কৰা দেখা যায়। চৰকাৰে অসমীয়া মুদ্ৰালিখন যন্ত্ৰীৰ প্ৰয়োজন বা অসমীয়া মুদ্ৰালিখন জনাটো বাধ্যতামূলক বুলি উল্লেখ কৰি বিজ্ঞাপন দিয়া উচিত।

চৰকাৰী ভাষা যিখন ৰাজ্যৰ ৰাজধানীতেই অৱহেলিত সেইখন ৰাজ্যত অন্য ক্ষেত্ৰত চৰকাৰী ভাষা প্ৰয়োগ আকাশত চাংপতা কথা। গণ পৰিষদ চৰকাৰে শাসনৰ গাদীত চাৰিবছৰ বহাৰ পিছতো চৰকাৰী ভাষা প্ৰয়োগত এনে হেমাহি অব্যাহত থকাটো অতি দুখ আৰু পৰিতাপৰ কথা।

গণ পৰিষদ চৰকাৰে গঠন কৰি দিয়া অসম চৰকাৰী ভাষা প্ৰয়োগ, মূল্যায়ন আৰু পৰামৰ্শ সমিতিয়ে ২৪।৬।৮৬ তাৰিখে বহা বৈঠকত 'সচিবালয়ৰ কাম-কাজত অতি সোনকালে ৰাজ্যভাষা (চৰকাৰী ভাষা) প্ৰয়োগ হ'ব লাগে আৰু আৱশ্যকীয় ক্ষেত্ৰত অসমীয়াৰ লগতে ইংৰাজী পাঠান্তৰ (অনুবাদ) দিব লাগে" বুলি লোৱা সিদ্ধান্ত আজিও অৱহেলিত। এই বৈঠকতে লোৱা আন সিদ্ধান্তসমূহ হ'ল---(ক) চৰকাৰী, অনা-চৰকাৰী আৰু ব্যক্তিগত অনুষ্ঠানসমূহৰ চৰকাৰৰ লগত সকলো যোগাযোগ ৰাজ্যভাষাত (চৰকাৰী ভাষাত) কৰিব লাগে; (খ) সচিবালয়ৰ আন্তঃবিভাগীয় যোগাযোগসমূহ ৰাজ্যভাষাত (চৰকাৰী ভাষাত) হ'ব লাগে; (গ) জিলা আৰু মহকুমাৰ সকলো কাৰ্যালয়ৰ লগত যোগাযোগ ৰাজ্যভাষাত (চৰকাৰী ভাষাত) হ'ব লাগে; (ঘ) সচিবালয়ৰ বিভাগসমূহৰ বিভাগীয় মুৰব্বীক লৈ একোখন সমিতি গঠন কৰি নিজ নিজ বিভাগত ৰাজ্যভাষা (চৰকাৰী ভাষা) প্ৰয়োগৰ ক্ষেত্ৰত দৃষ্টি ৰাখিব আৰু দিহা-পৰামৰ্শ দিব লাগে। এই সিদ্ধান্ত কাৰ্যকৰী কৰা সম্পৰ্কে ২৯।৭।৮৬ তাৰিখ আৰু ২০।৪।৮৭ তাৰিখৰ বৈঠকত পুনৰ আলোচনা হয় কিন্তু তাক আজিলৈকে কাৰ্যকৰী কৰা নহ'ল। সচিবালয়ত চৰকাৰী ভাষা প্ৰয়োগ কৰিবলৈ অসম চৰকাৰৰ মুখ্য সচিবে দিয়া ২।১২।৭০ তাৰিখৰ পি-এল-পি ২।৭০।১০ নং নিৰ্দেশ ৪।১২।৭০ তাৰিখৰ পৰা কাৰ্যকৰী কৰিবলৈ জাননী জাৰি কৰা আজি ১৮ বছৰৰ পিছতো অৱহেলিত হৈ থাকিল।

ভাষা আন্দোলন, মাধ্যম আন্দোলন আৰু জাতিৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ নেতাসকলে আজি দিছপুৰত শাসনৰ বাঘজৰী হাতত লোৱাৰ পিছতো যদি চৰকাৰী ভাষা সঠিকভাৱে প্ৰয়োগ নহয় তেনেহলে দেশৰ জনসাধাৰণে কাৰ ওপৰত ভৰষা কৰিব? গণ পৰিষদৰ মন্ত্ৰীসকলে সচিবালয়ত চৰকাৰী নথিত টোকা, আদেশ আদিত চৰকাৰী ভাষা ব্যৱহাৰ নকৰে। বিধান সভাৰ বিধি, কাৰ্যবিবৰণী, প্ৰতিবেদন আদিত, ৰাজপত্ৰত চৰকাৰী ভাষা প্ৰয়োগ কৰা নাই।

অসম চৰকাৰী ভাষা আইন ১৯৬০ৰ ৩ নং ছেদ অনুসৰি ৰাজ্যিক বিধান সভাত উথ্থাপিত আৰু গৃহীত সকলো আইন চৰকাৰী ভাষাত হ'ব লাগে। ১৯৭৮ চনত অনুষ্ঠিত হোৱা মুখ্যমন্ত্ৰী-সকলৰ সন্মিলনৰ ৩৩ নং সিদ্ধান্ত মতেও ৰাজ্যৰ সকলো আইনৰ খচৰা চৰকাৰী ভাষাত হ'ব লাগে।

ভাৰতৰ বিভিন্ন ৰাজ্যত আমাতকৈ পিছত চৰকাৰী ভাষা আইন গৃহীত হৈছিল। কিন্তু সেই ৰাজ্যবোৰত আজি পূৰ্ণোদ্যমে চৰকাৰী ভাষাত সকলো কামকাজ চলিছে। কৰ্ণাটকত ১৯৬৩, মহাৰাষ্ট্ৰত ১৯৬৪, পঞ্জাৱত ১৯৬৭ চনত চৰকাৰী ভাষা আইন গৃহীত হয়। এই তিনিখন ৰাজ্যত চৰকাৰী চাকৰিৰ বাবে চৰকাৰী ভাষা জনাটো বাধ্যতামূলক। চৰকাৰী ভাষা প্ৰয়োগ নকৰা লোকক শাস্তি বিহাৰ ব্যৱস্থা আইনত সন্নিবিষ্ট আছে। তামিলনাডুতো একে ধৰণৰ ব্যৱস্থা বাহাল আছে।

ভাৰতৰ বিভিন্ন ৰাজ্যত থকা ব্যৱস্থাৰ দৰে

অসমতো চৰকাৰী ভাষা আইন সংশোধন কৰি অসমৰ যিকোনো চৰকাৰী চাকৰিত চৰকাৰী ভাষা জনাটো বাধ্যতামূলক কৰা উচিত। লগতে চৰকাৰী ভাষা প্ৰয়োগত অৱহেলা কৰা সকলৰ বিৰুদ্ধে শাস্তিমূলক ব্যৱস্থা সন্নিবিষ্ট কৰা দৰকাৰ। জানিব পৰা মতে চৰকাৰী ভাষা প্ৰয়োগ সমিতিয়ে ৫।১২।৮৬ তাৰিখৰ বৈঠকত 'কাৰ্যালয়সমূহত চৰকাৰী ভাষা প্ৰয়োগ সফলভাবে নোহোৱাৰ বিষয়ে আলোচনা প্ৰসঙ্গত সদস্যবৰ্গই বিষয়া, কৰ্মচাৰী আদিৰ চৰকাৰী ভাষা প্ৰয়োগৰ প্ৰতি অনীহাৰ বাবে অসন্তুষ্টি প্ৰকাশ কৰে আৰু ভাষা আইনত শাস্তিমূলক বিধি ব্যৱস্থা থকা উচিত বুলি মত প্ৰকাশ কৰি ভাষা আইন অমান্য কৰা বিষয়া, কৰ্মচাৰীৰ ওপৰত অনুশাসনমূলক বিধি ব্যৱস্থা সংযোজনৰ কাৰণে পৰামৰ্শ আগবঢ়ায়।' এই বিষয়ে ২৭।৮।৮৭ আৰু ১৬।১০।৮৭ তাৰিখৰ বৈঠকতো আলোচনা হয়। উল্লেখযোগ্য যে সমিতিৰ চৰকাৰী সদস্যকেইজনে এই সিদ্ধান্ত কাৰ্যকৰী কৰাত বাধা প্ৰদান কৰে।

আইন থাকিলেই নহয়, আইন কাৰ্যকৰী কৰিবলৈ নিৰ্ধাৰিত সময়সীমা বান্ধি কাম কৰা উচিত। কৰ্ণাটকৰ কথাই আমি উদাহৰণ হিচাপে দাঙি ধৰিব পাৰো। কৰ্ণাটক ভ্ৰমণ কৰি অহা অধ্যাপক শ্ৰীবিশ্বেশ্বৰ হাজৰিকাৰ পৰা জানিব পৰা মতে, কৰ্ণাটকত চৰকাৰী ভাষা আইন গৃহীত হয় ১৯৬৩ চনত, অসমতকৈ তিনিবছৰ পাছত। ইয়াক চাৰিটা পৰ্যায়ত ভাগ কৰি প্ৰয়োগ কৰা হৈছে। ভাগকেইটা যথাক্ৰমে তালুক (মহকুমাৰ অংশ), মহকুমা, জিলা আৰু সচিবালয়। কৰ্ণাটকত ১৯৬৮ চনৰ ভিতৰত তালুক পৰ্যায়ত চৰকাৰী ভাষা প্ৰয়োগ সম্পূৰ্ণ কৰা হয়। লগে লগে ইংৰাজী মুদ্ৰালিখন যন্ত্ৰ গুচাই নি সেইবোৰৰ ঠাইত চৰকাৰী ভাষা কানাড়া মুদ্ৰাযন্ত্ৰ দিয়া হয়। এই ৰাজ্যত সচিবালয় পৰ্যায়লৈকে চৰকাৰী ভাষা প্ৰয়োগ সম্পূৰ্ণ হৈছে। প্ৰয়োগ সম্পূৰ্ণ হোৱাৰ পাছত ইংৰাজী মুদ্ৰালিখন যন্ত্ৰ আঁতৰাই কানাড়া মুদ্ৰাযন্ত্ৰ দিয়া হৈছে। মহকুমা পৰ্যায়লৈকে কানাড়া মুদ্ৰাযন্ত্ৰৰ বাহিৰে ইংৰাজী মুদ্ৰাযন্ত্ৰ কাৰ্যালয়বোৰত নাই। জিলা পৰ্যায়ত কেৱল প্ৰশাসনীয় মূৰব্বীৰ কাৰ্যালয়ত এটাকৈ ইংৰাজী মুদ্ৰাযন্ত্ৰ ৰখা হৈছে। সচিবালয়ত কেৱল বিভাগীয় মূৰব্বীজনৰহে ইংৰাজী মুদ্ৰাযন্ত্ৰ এটা আছে। যি পৰ্যায়ত চৰকাৰী ভাষা প্ৰয়োগ হৈছে সেই পৰ্যায়ত চাকৰিৰ বাবে চৰকাৰী ভাষাৰ জ্ঞান বাধ্যতামূলক কৰা হৈছে। কৰ্ণাটকত এতিয়া কানাড়া নজনা কোনো লোকে চৰকাৰী চাকৰিৰ বাবে আবেদন কৰিব নোৱাৰে। চাকৰিৰ বাবে চৰকাৰী ভাষাৰ জ্ঞান বাধ্যতামূলক হোৱা গুণে কৰ্ণাটকৰ সকলো বিদ্যালয়তে কানাড়া এটা বাধ্যতামূলক ভাষা। কৰ্ণাটকত ত্ৰিভাষা মানে— প্ৰথম ভাষা আঞ্চলিক ভাষা, দ্বিতীয় ভাষা হিন্দী, তৃতীয় ভাষা ইংৰাজী। কৰ্ণাটকত ইংৰাজী মাধ্যমৰ মাধ্যমিক বিদ্যালয়ক কোনো ধৰণৰ স্বীকৃতি, অনুদান বা সাহায্য দিয়া নহয়। ইংৰাজী মাধ্যমৰ প্ৰাথমিক বিদ্যালয়ত শিক্ষা গ্ৰহণ কৰা ছাত্ৰ-ছাত্ৰীয়ে কানাড়া মাধ্যমৰ প্ৰাথমিক শিক্ষান্ত পৰীক্ষাত উত্তীৰ্ণ হৈহে মাধ্যমিক বিদ্যালয়ত নামভৰ্তি কৰিব পাৰে। এই ব্যৱস্থাৰ ফলত ইংৰাজী মাধ্যমৰ প্ৰাথমিক বিদ্যালয় কৰ্ণাটকত সম্পূৰ্ণ লোপ হৈছে।

ভাষা প্ৰয়োগৰ বাবে গঠিত চৰকাৰী ভাষা প্ৰয়োগ সঞ্চালকালয়ৰ অৱস্থা অতি দুখলগা। দিছপুৰত সচিবালয় প্ৰশিক্ষণ কেন্দ্ৰৰ কাৰ্যালয়ৰ এফালে এই সঞ্চালকালয় চলি আছে। আজিলৈকে এটা পূৰ্ণ পৰ্যায়ৰ সঞ্চালকালয় নহ'ল। আৱশ্যকীয় পুঁজি কম। প্ৰয়োজন অনুযায়ী বিষয়া-কৰ্মচাৰীৰ অভাৱ। কাম-কাজ চলোৱাৰ বাবে কোঠাৰ অভাৱ। অতি প্ৰয়োজনীয় টেলিফোন নাই। অনুবাদ শাখা নাই।

বৰ্তমান সঞ্চালকালয়ৰ অৱস্থা এনে ধৰণৰ— (১) এজন সঞ্চালক (২) উপ-সঞ্চালক এজন (৩) ভাষা বিষয়া এজন (৪) গৱেষণা বিষয়া এজন (৫) জনসম্পৰ্ক ৰক্ষী বিষয়া এজন (৬) সহকাৰী ভাষা বিষয়া এজন (৭) উচ্চ বৰ্গৰ সহায়ক এজন (৮) নিম্ন বৰ্গৰ সহায়ক এজন, (৯) পিয়ন ৪ জন (১০) ষ্টেনোগ্ৰাফাৰ এজন (১১) টাইপৰাইটাৰ যন্ত্ৰ চালক এজন। যোৱা ১৯৮৫ চনত উপ-সঞ্চালকৰ পদ সৃষ্টি কৰা হয়। এই উদ্দেশ্যে ১৯৮৭ আৰু ১৯৮৮ চনত দুটা সাক্ষাৎকাৰো অনুষ্ঠিত হয়। কিন্তু আজিলৈকে কাকো নিযুক্তি দিয়া নাই।

আমি পৰ্যালোচনা কৰি দেখিলো যে অসমত চৰকাৰী ভাষা আজিলৈকে সকলো পৰ্যায়ত প্ৰয়োগ



নোহোৱাৰ মূলতে দায়ী হ'ল ৰাজ্য চৰকাৰ। স্বাধীনতাৰ পিছত আটাইতকৈ বেছিদিন শাসনত থকা কংগ্ৰেছ চৰকাৰ আৰু পৰৱৰ্তী কালত জনতা চৰকাৰ, ইন্দিৰা কংগ্ৰেছ চৰকাৰ আৰু বৰ্তমান অসম গণ পৰিষদ চৰকাৰ দায়ী। অসমৰ জনসাধাৰণে চৰকাৰৰ হেমাহি, অৱহেলা আৰু পলায়নবাদী মনোভাৱৰ বিৰুদ্ধে ব্যাপক সংগ্ৰাম গঢ়ি তোলাৰ প্ৰয়োজন। অসম সাহিত্য সভাই এই ক্ষেত্ৰত সবল ভূমিকা গ্ৰহণ কৰা উচিত আছিল। অসমৰ ৰাইজে এতিয়াও আশা কৰে যে সাহিত্য সভাই পলমকৈ হ'লেও চৰকাৰী ভাষা প্ৰয়োগৰ বাবে চৰকাৰক বাধ্য কৰাব। ০০০



# জামুগুৰিহাটৰ বাৰেচহৰীয়া ভাওনা

ঘন শইকীয়া

( জামুগুৰিহাটৰ কবি-সাহিত্যিক স্বৰ্গীয় ঘন শইকীয়াই লেখা ১৯৬৯ চনৰ ২২ ফেব্ৰুৱাৰীৰ 'দৈনিক অসম'ত প্ৰকাশিত এই প্ৰবন্ধটো হুবহু পুনৰ ছপোৱা হৈছে। প্ৰয়াত সাহিত্যিক গৰাকীলৈ আমি শ্ৰদ্ধা নিবেদন কৰিছোঁ। --সম্পাদক )

জামুগুৰিহাট অঞ্চলত প্ৰায় পাঁচ-ছয় বছৰৰ মূৰে মূৰে অভিনীত হোৱা ঐতিহ্যপূৰ্ণ বাৰেচহৰীয়া ভাওনাৰ বিষয়ে ইতিপূৰ্বে প্ৰণালীবদ্ধভাৱে আলোচনা হোৱা নাছিল বুলিলেও হয়। প্ৰসংগক্ৰমে দুই এক সংবাদ পত্ৰত মাত্ৰ সংবাদৰ খাতিৰতে ঘাইকৈ ভাওনা আৰু ৰভাৰ বৈচিত্ৰ লৈ চমু খবৰ পৰিবেশন কৰা হৈছিল। সুখৰ কথা বৰ্তমানে উৎসাহী শিল্পী শ্ৰীগজেন বৰুৱাৰ চেষ্টাত অসম আৰু অসমৰ বাহিৰতো চিত্ৰাদিৰে সৈতে ইয়াৰ চিনাকি মঞ্চ নিৰ্মাণ কৌশল আৰু মনোহাৰিত্ব সম্পৰ্কে ভিন ভিন ভাষাৰ সাময়িকীত থূলমূল ভাৱে আলোচনা কৰা হৈছে। স্বৰূপতে বাৰেচহৰীয়া ভাওনা আমাৰ সংস্কৃতি আৰু ঐতিহ্যৰ বৰ্ণাৰ নোৱাৰা এবিধ অভিনয় সম্পদ। অনেক ঠাইত প্ৰায় একে সাজতে থকা বিভিন্ন উৎসৱ পাৰ্বনৰ দৰে বাৰেচহৰীয়া ভাওনা আমাৰ ৰাজ্যৰ অন্যান্য ঠাইত নাই বুলিয়েই জনা যায়। ইয়াৰ মূল অনুষ্ঠান প্ৰবৰ্তনৰ সময় আৰু উত্তাৱনৰ প্ৰয়োজনীয়তা আদি বিষয়সমূহ বৰ্তমানে নিৰ্ণয় কৰা একান্ত বাঞ্চনীয় হৈ পৰিছে। আমি জনাত বাৰেচহৰীয়া ভাওনাৰ প্ৰায় সমতুল্য হেজাৰী নামেৰে পৰিচিত একশ্ৰেণীৰ ভাওনাৰো নগাঁও জিলাৰ ঘাইকৈ কলিয়াবৰ অঞ্চলত চলন্তি আছে। এটাতকৈ অধিক ওঠৰ-বিশটা লৈকে পৃথক এনে ভাওনা অনুষ্ঠানত একে মণ্ডপতে একে সময়তে অভিনয় কৰা হয়---কিন্তু বাৰেচহৰীয়া ভাওনাৰ দৰে কৌশলপূৰ্ণ মনোৰম-মণ্ডপ আৰু নয়নাভিৰাম জাকজমকতাৰ প্ৰদৰ্শন হেজাৰী ভাওনাত কৰা নহয়। সেয়ে হ'লেও লুইতৰ উত্তৰ কূলত কৰা বাৰেচহৰীয়া ভাওনা আৰু দক্ষিণত অনুষ্ঠিত হেজাৰী ভাওনা এই দুয়োবিধৰ মঞ্চসজ্জা আৰু অভিনয়ৰ মাজত এটি নিবিড় সম্পৰ্ক থকা যেন লাগে। পুবণিগুদাম অঞ্চলত শ্ৰীমন্ত শংকৰদেৱৰ জন্মোৎসৱ উপলক্ষে হোৱা আলোচনা সভা আদিৰ অন্তত ৰাতি সাধাৰণ ৰভাতে দুই তিনিখন নাটৰ অভিনয় চোৱা আমাৰ সৌভাগ্য ঘটিছে।

বাৰেচহৰীয়া ভাওনা বাৰচহৰৰ সামূহিক সৃষ্টি। বহু খেল ৰাইজৰ গোট বা সমষ্টিকেই বাৰ চহৰ বোলা হয়। কলিয়াবৰ অঞ্চলত এই একে অৰ্থতে হাজাৰ শব্দ প্ৰয়োগ কৰা হয়। এনে ধৰণৰ প্ৰয়োগত বাৰ সংখ্যাই গণিতৰ নিৰ্ধাৰিত বাৰ সংখ্যাকে নুবুজায়। বাৰতকৈ কম বা বাৰ সংখ্যাতকৈ বহু গুণে বেছিকো বুজাব পাৰে। পঁচিশ ত্ৰিশখন গাঁৱৰ ৰাইজ বহি কিবা গুৰুত্বপূৰ্ণ আলোচনা বা সিদ্ধান্ত গ্ৰহণ কৰিলে ৰাইজে বাৰচহৰৰ সিদ্ধান্ত বা আলোচনা বুলিয়েই এনে সিদ্ধান্ত আদি মানি লয়। বাঘচোং ধৰ্মীয় সভা সমিতি ফাগুৱা উৎসৱ আদি অভিনয় আৰু অন্যান্য সামাজিক গোচৰ, সংস্কাৰমূলক বা সামূহিক শ্ৰম দানৰ বেলিকা সংঘবদ্ধ হোৱা বিভিন্ন খেলৰ থূলক ইয়াত পৰম্পৰাগতভাৱে বাৰচহৰ বুলি সন্মান জনাই অহা হৈছে। এনে বাৰচহৰৰ কোনো লিখিত সংবিধানো নাই, নিৰ্দিষ্ট বিষয়বৰীয়াও নাই। পৰ্বৰে পৰা চলি অহা নিয়মেই বাৰচহৰৰ বেলিকা আইন। অৱশ্যে সময়ে সময়ে প্ৰয়োজনৰ খাতিৰত সমূহীয়া সন্মতিত নিয়মৰ পৰিবৰ্তন হৈ আহিছে যদিও মৌলিক নিয়মসমূহ আজিও অপৰিবৰ্তিত হৈ আছে। দক্ষিণ কূলত ব্যৱহৃত হাজাৰতো এনে পৰম্পৰাকে মানি অহা হৈছে। কলিয়াবৰ আৰু জামুগুৰিহাট অঞ্চলৰ মানুহৰ সম্পৰ্কও অতি নিবিড়। সামাজিক নিয়মবিধিত সম্পূৰ্ণ মিল থকা উপৰোক্ত দুয়ো ঠাইত বাৰ আৰু হেজাৰে একে অৰ্থকে বাইজক বহু কালৰে পৰা কৈ আহিছে। বোধকৰো প্ৰসিদ্ধ বাৰ বৈষ্ণৱ, বাৰ মাহ, বাৰকুৰি বৰগীত আদিৰ পৰাই এই সন্মানিত বহু বচনান্ত ধাৰণাযুক্ত শব্দৰ সৃষ্টি হৈছে।

আমাৰ বিশ্বাস বাৰচহৰ আৰু হাজাৰ মূলতে এক আৰু আলোচ্য দুয়ো ঠাইৰ ভিতৰত মাত্ৰ পূৰ্বতে ই সীমাবদ্ধ নাছিল। শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ আৰু তেৰাসকলৰ অনুগামী---ধৰ্মীয় ঐক্যৰে সামূহিক ভাৱে মিলিত হোৱা সদৌ মহাপুৰুষীয়া ৰাইজৰ বাৰ চহৰ একালত সম্প্ৰতি আছিল। কিবা অনিবাৰ্য কাৰণত হয়তো ইয়াৰ বিবৰ্তন আৰু বিলুপ্তি ঘটিছে। এনে ধৰণৰ অৱক্ষয়ৰ পৰা হাত সৰুৱাই জীয়াই ৰখা বাৰ চহৰীয়া ভাওনা আমাৰ সাংস্কৃতিক আভিজাত্য আৰু সুৰুচিৰ নিদৰ্শন হিচাপে জামুগুৰিহাটত এতিয়াও চলি আছে। বাৰচহৰ মণ্ডপৰ নিৰ্মাণ কৌশল আৰু ইয়াৰ পৃষ্ঠভূমিৰ ৰেখায়িত কৌণিক দূৰত্বৰ ব্যৱস্থা সঁচায়েই কৌশলপূৰ্ণ আৰু উপভোগ্য। বাৰচহৰ ৰাইজে পতা বিশেষ ধৰণৰ এই বাৰেচহৰীয়া ভাওনা সঘনে পতাও নহয়---কাৰণ ইয়াত ধন আৰু শ্ৰমৰ প্ৰয়োজন বহুত বেছি। অস্থায়ী থাপনা বা সিংহাসনক কেন্দ্ৰ কৰি এটি পদুম ফুলৰ আহিত নিৰ্মিত বিশেষ ৰভাখনিৰ মধ্য ভাগ---এটি দেউলৰ দৰে জিলিকি থাকে আৰু সকলো ফালৰ পৰা অস্থায়ী ব্যৱস্থাৰে ৰুচিসন্মত ভাৱে বেষ্টিত কৰা হয়। সংযোগী ৰভাৰে সংলগ্ন কৰা প্ৰতিখন ৰভা শেষত এটা বৃত্তৰ ৰূপ লয় আৰু এই বৃত্তৰ ভিতৰত থকা প্ৰতিখন অভিনয় উপযোগী মুকলি মঞ্চকে থলুৱা ভাষাত 'খলা' বুলি কোৱা হয়। পৃষ্ঠভূমিৰ ওপৰ ভাগ গছ-লতা-ফুল আদিৰে সুদৃশ্য কৰা হয়। খেল বা ৰাইজৰ সামূহিক আনন্দ উপভোগৰ থলীক 'খলা' নাম দিয়াটোও তাৎপৰ্যপূৰ্ণ। প্ৰতিখন খলা বা প্ৰতিটো মুকলি মঞ্চৰ সন্মুখত বাট চ'ৰা সাজি তোৰণ আৰু মঞ্চক নয়নাভিৰাম কৰি তোলা হয়। মূল মল ভাৱে এয়ে মঞ্চৰ নিৰ্মাণ কৌশল। ইয়াত জ্যামিতিক জ্ঞানেই মঞ্চ নিৰ্মাণৰ মূল বস্তু।

এই সকলোবোৰ জোখ-মাখ, নক্সা-আঁহি আৰু তাৰ নিৰ্মাণ কাৰ্য গাঁৱৰ অভিজ্ঞ ব্যক্তিসকলৰ দ্বাৰাই কৰোৱা হয়। ইয়াৰ বাবে কাকো পাৰিশ্ৰমিক যঁচাও নহয় আৰু কাৰো দ্বাৰা লোৱাও নহয়। এই কামবোৰ ধৰ্মানুৰাগী ৰাইজৰ দ্বাৰা স্বেচ্ছাপ্ৰণোদিত ভাৱেই কৰা হয়। জামুগুৰিহাটত কোনোবা কালৰে পৰা এই অনুষ্ঠান চলাই অহা হৈছে। অনুষ্ঠানৰ অন্যান্য অংশত সামূহিক নাম-কীৰ্তন, প্ৰসাদ বিতৰণ, দূৰৈৰ পৰা নিমন্ত্ৰণ কৰি অনা খেলসমূহক জলযোগেৰে আপ্যায়ন কৰা হয়। প্ৰতিখেল ৰাইজৰ দ্বাৰা আছুতীয়াকৈ সজা প্ৰতিখন খলাতে একো একোটা ভাওনা পতা হয়। কিন্তু গায়ন বায়ন বা ভাৱৰীয়াই এই সকলো খলাকে প্ৰণালীবদ্ধভাৱে প্ৰদক্ষিণ কৰে আৰু প্ৰায় প্ৰতি খলাতে নিৰ্ধাৰিত সময়ত তেওঁলোকে অভিনয়ৰ অংশবিশেষ সংলাপ আদিৰে সৈতে পৰিবেশন কৰে। এনে কৰোতে কোনো এখন ৰভা খালী পৰি নাথাকে। সময়ত একেখন খলাতে দুই-তিনিটা পৃথক ভাওনাৰ অংশ বিশেষ চলি থাকিব পাৰে। প্ৰতিখন খলাৰ পৰা নিবেদিত ভাওনাৰ সূত্ৰধাৰজনে এই চলন্ত মুকলি মঞ্চত হোৱা অভিনয়ৰ আঁত ধৰে। অভিনয়ৰ বাবে প্ৰতি খেলেই সুকীয়া সুকীয়া নাট ব্যৱহাৰ কৰে। অভিজ্ঞ দৰ্শকে এনে কৰোতে নাট্য বস্তুৰ আঁত ধৰাত অসুবিধা নাপায়। মণ্ডপৰ নিৰ্মাণ কৌশলে একে ঠাইৰে পৰা সকলো নাটৰ অভিনয় চোৱাত একো বাধাৰ সৃষ্টি নকৰে। এই মেলাধৰ্মী ভাওনাৰ মনোহাৰিত্বই বিপুল দৰ্শকৰ চিত্তক আনন্দ দান কৰি আহিছে।

জামুগুৰিহাট অঞ্চলৰ ভাওনাসমূহ, অঙ্কীয়া আহিতে কৰা হয়। ধৰ্মভাৱ ভাওনাৰ প্ৰধান উপলক্ষ্য কৰি জীয়াই ৰখা হৈছে। আধুনিক মঞ্চ আৰু নাটৰ লগত সমানে তাল মিলাই পবিত্ৰভাৱে অঞ্চলৰ নামঘৰসমূহত বিবিধ উৎসৱ পাৰ্বনত ভাওনাক আজিও অবিকৃত ভাৱে আগ ঠাই দি অহা হৈছে। কিছুমান ঠাইত বৰ্তমান কৰাৰ দৰে জামুগুৰিহাট অঞ্চলত চলিত ভাষাত ভাওনাত সংলাপ গোৱা নহয়। বিভিন্ন সৰ, পদ, পয়াৰ-বিলাপ, মধ্যাৱলী, পীতাম্বৰী, ছন্দ পয়াৰ, চপয় আদি সুৰত ব্ৰজবুলি সংলাপেৰে প্ৰাচীন নৃত্য গীতৰ পয়োভৰেৰে ইয়াত ভাওনা অনুষ্ঠিত হয়। বৰ্তমানে কোনো কোনো ঠাইত চলা 'মাতৃ ভাষাৰ নাট' (?) ইয়াত ভাওনাৰ ক্ষেত্ৰত অচল আৰু আচহুৱা। প্ৰাচীন বাৰচহৰীয়া ভাওনাতো এই সকলো গুণ আৰু বৈশিষ্টা যত্নেৰে ৰক্ষা কৰা হয়। গায়ন-বায়ন উঠা বা ঘোৰাউঠাৰে পৰা বাৰচহৰীয়া ভাওনা অন্তলৈকে উপভোগ কৰিলেহে সততে অন-ভ্যস্ত দৰ্শকৰ বাবে এইবিধ নাট্যবস্তুৰ আঁত ধৰা সম্ভৱ হয়গৈ। মেলাধৰ্মী এই ভাওনা ইয়াৰ মঞ্চ আৰু প্ৰৱৰ্তনৰ কালে এই সম্পৰ্কত পণ্ডিত সকলে আলোচনা কৰিলে হয়তো আমি ভালেমান নতুন কথা জানিব পাৰিম।

শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা সৃষ্ট পোনপ্ৰথম অভিনয় 'চিহ্নযাত্ৰা'ৰ যি অনুপম বৰ্ণনা চৰিত্ৰ আদিত ঘাইকৈ ৰামচৰণ ঠাকুৰৰ দ্বাৰা কৃত চৰিত্ৰত আছে সেই বৰ্ণনাৰ অনুৰূপ ক্ৰিয়া বাৰ চহৰীয়া ভাওনাৰ দৰ্শকৰ অন্তৰত আজিও সৃষ্টি হয়। আমাৰ বিশ্বাস 'চিহ্ন যাত্ৰা'ৰ বিতোপন অভিনয় আৰু ইয়াৰ সাৰ্বজনীন মনোময়তাই পৰবৰ্তী কালত বাৰচহৰীয়া ভাওনাৰ দৰে আলোচ্য অভিনৱ মঞ্চৰ জন্ম দিয়ে। ৰামচৰণ ঠাকুৰ কৃত চৰিত্ৰৰ এই অংশটোৰ পঠনত হোৱা মানসিক ক্ৰিয়াৰ লগত বাৰচহৰ দৰ্শনৰ ক্ৰিয়াৰ এটা আনুভূতিক আৰু আবেগিক সাদৃশ্য আছে। আমাৰ অনুমান এইবিধ নাট্য মঞ্চত মহাপুৰুষৰ স্মৃতিৰ লগত প্ৰত্যক্ষভাৱে জড়িত ভক্তসকলৰ সামূহিক সৃষ্টি। 'চিহ্ন যাত্ৰা'ৰ অনুপম বৰ্ণনা আৰু বাৰে-চহৰৰ নিৰ্মাণ কৌশল এই দুইটাৰ মাজত মিলন ঘটাবলৈ ইয়াত যথাসাধ্য চেষ্টা কৰা হৈছে যেন লাগে। যদিও চৰিত্ৰ আদিত চিহ্ন যাত্ৰাত কৌশলী মণ্ডপ আৰু বিভিন্ন পৃথক নাটৰ উল্লেখ নাই তথাপিও দৰ্শকৰ মনত পবিত্ৰ কৃষ্ণ ভাওনাৰ হিল্লোল তুলিবলৈকে পৰবৰ্তী বাৰচহৰ সামূহিক চেষ্টা বুলি অনুমান কৰিলে বোধকৰো অসঙ্গত নহ'ব।

আধ্যাত্মিক দিশত হিন্দুৰ সনাতন ভাৱধাৰাকে ইয়াত সন্নিবিষ্ট কৰা যেন লাগে। পদ্মাকৃতি মঞ্চই ব্ৰহ্মাৰ নাভি কমল তথা হিন্দুৰ সৃষ্টিৰ বিশ্বাসকে সূচায়। প্ৰতিখন ৰভাত লগোৱা চৈধ্যযোৰা খুটাই পবিত্ৰ হিন্দু শাস্ত্ৰৰ চৈধ্য পৰিষদৰ অৱস্থানকে বুজাইছে। পাপ-পুণ্যৰ সাক্ষী হৈ চৈধ্যজন পৰিষদ আমাৰ প্ৰত্যেকৰে অন্তৰত জাগ্ৰত অৱস্থাত আছে। পাপ-পুণ্য এই সকলোৰে বিচাৰ এদিন পৰমপিতাৰ ওচৰত হ'ব। এই ধাৰণাকে বাৰচহৰে বহন কৰি আহিছে। বাৰচহৰৰ বাণীয়েই হৈছে নৈতিক উন্নতিৰ বাবে সৰ্বতোভাৱে সৎ আৰু সংযত হোৱা। ইয়াৰ চাৰুকলাগত বৈশিষ্ট্যৰ বাবে সন্ধানী সকলে চেষ্টা চলালে নিশ্চয় আমাৰ আগলৈ নতুন পোহৰ আহিব।

জামুগুৰিহাট অঞ্চলত কোনোবা অতীতৰে পৰা চলি অহা এই অনুষ্ঠানক প্ৰণালীবদ্ধভাৱে প্ৰচাৰ-প্ৰসাৰৰ চেষ্টা কৰিবলৈ কলা-কুশলী সকলক আমি ইয়াতে অনুৰোধ জনালো। আজি নানান বিভেদৰ পৰত এনে ধৰণৰ অনুষ্ঠানে আমাৰ আবেগিক ঐক্যক, জাতীয় সংহতিক অধিক বলিষ্ঠ কৰাৰ আশা কৰিব পাৰি। জামুগুৰিহাটৰ উৎসাহী ৰাইজেও সদৌ অসমবাসীকে বাৰচহৰৰ পৰা বুট-লিব পৰা আমাৰ সাংস্কৃতিক ঐতিহ্যৰ এই মূল্যবান সম্পদৰ প্ৰচাৰ-প্ৰসাৰ, সংৰক্ষণ আৰু অধ্যয়নৰ বাবে এই বছৰৰ চ'ত মাহৰ পূৰ্ণিমাত বাৰেচহীৰয়া ভাওনাৰ আয়োজন কৰি আহ্বান জনাইছে। ০০০

# অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্য: এটি চমু আলোচনা / ক্ষীৰধৰ বৰুৱা

বৰ্তমান যুগত বিজ্ঞান আৰু বৈজ্ঞানিক দৃষ্টি-ভংগী সুসভ্য আধুনিক মানৱ-জীৱনৰ অপৰিহাৰ্য অংগ হৈ উঠিছে। সম্প্ৰতি বিজ্ঞান আৰু প্ৰযুক্তি-বিদ্যাৰ প্ৰভাৱ সমাজত এনেভাৱে পৰিছে যে বৈজ্ঞানিক অৱদানসমূহৰ অবিহনে আধুনিক মানুহৰ স্বচ্ছল জীৱনযাত্ৰাৰ কথা ভাবিবই নোৱাৰি। সেয়ে সাহিত্যৰ দৰে আজি বিজ্ঞানো মানৱ-সংস্কৃতিৰ এৰাব নোৱৰা অংগ হৈ উঠিছে। মানৱ জীৱন আৰু সমাজৰ বিভিন্ন বিষয় আৰু সমস্যাক কেন্দ্ৰ কৰিয়েই বিভিন্ন যুগত বিভিন্ন সাহিত্যকৰ্মৰ সৃষ্টি হৈছে। সেয়ে আধুনিক জীৱন আৰু সমাজৰ অংগ বিজ্ঞানৰ বিষয়-বস্তুৱেও আধুনিক সাহিত্যত বিশেষ স্থান পোৱাটো স্বাভাৱিক।

সাধাৰণতে বিজ্ঞান-সাহিত্য বুলিলে বিজ্ঞানৰ কোনো বিষয়-বস্তু সৰ্বসাধাৰণৰ বোধগম্য হোৱাকৈ বিভিন্ন পদ্ধতিৰে লিখি উলিওৱা ৰচনাসমূহৰ কথাই সততে আমাৰ মনলৈ আহে। এনে ৰচনাত বিজ্ঞানৰ যুক্তিনিষ্ঠ ধৰ্ম অটুট ৰাখি বৈজ্ঞানিক তথ্য, তত্ত্ব আদি যথাস্থানত সন্নিবিষ্ট কৰি সেই ৰচনাক সাহিত্যিক ৰস-সৃষ্টিৰ জৰিয়তে পঢ়ুৱৈৰ মনোগ্ৰাহী কৰি তুলিবলৈ চেষ্টা কৰা হয়। বিজ্ঞান-সাহিত্যত কল্পনাৰ বোল থাকিলেও অলৌকিক বা অতিভৌতিক কল্পনাই স্থান পাব নোৱাৰে। এনে ধৰণেৰে জন-সাধাৰণৰ মাজত বৈজ্ঞানিক জ্ঞানৰ সঞ্চাৰ আৰু বিকাশ, আৰু সমসাময়িক বিজ্ঞান-জগতৰ উদ্ভাৱন-সমূহৰ বিষয়ে প্ৰচাৰৰ জৰিয়তে বিজ্ঞানক জনমুখী কৰাৰ উদ্দেশ্যেৰে যি সাহিত্য ৰচনা কৰা হয়, সেয়ে জনপ্ৰিয় বিজ্ঞান-সাহিত্য।

জনপ্ৰিয় বিজ্ঞান-সাহিত্যৰ আন এটা উদ্দেশ্য হ'ল জনসাধাৰণৰ মাজত বৈজ্ঞানিক দৃষ্টিভংগী আৰু বৈজ্ঞানিক সচেতনতাৰ সৃষ্টি আৰু বিকাশ ঘটোৱা। জনপ্ৰিয় বিজ্ঞান-সাহিত্যই জন-মানসক অন্ধবিশ্বাস, কুসংস্কাৰ আৰু ৰক্ষণশীলতাৰ অন্ধ-কূপৰ পৰা উদ্ধাৰ কৰি সুস্থ নাগৰিক হিচাপে জীৱন নিৰ্বাহ কৰাত সহায় কৰিব পাৰে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অপপ্ৰয়োগৰ দ্বাৰা মানৱ জীৱন, সমাজ তথা সমগ্ৰ পৃথিৱীতে উদ্ভৱ হ'ব পৰা অশুভ আৰু অবাঞ্চিত পৰিস্থিতিৰ প্ৰতি জনসাধাৰণক সচেতন কৰি ৰখাত অগ্ৰণী ভূমিকা ল'ব পাৰে এই জনপ্ৰিয় বিজ্ঞান-সাহিত্যই। এই শতিকাৰ ষাঠিৰ দশকৰ আৰম্ভণিতে প্ৰখ্যাত মাৰ্কিন লেখিকা ৰাকেল্ কাৰ্চনৰ 'ছাইলেন্ট স্প্ৰিং' নামৰ গ্ৰন্থখনে বিশ্ববাসীক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অপপ্ৰয়োগে প্ৰাকৃতিক ভাৰসাম্য বিনষ্ট কৰা সম্পৰ্কে সচেতন কৰি তোলাটো উল্লেখনীয়।

বৰ্তমান সময়ত যিহেতু মানুহে বিজ্ঞানৰ একোটা বিষয়তহে পাৰদৰ্শিতা লাভ কৰিব পাৰে, সেয়ে তেনে লোকে বিজ্ঞানৰ অন্যান্য শাখাৰ বিষয়ে জনাৰ ক্ষেত্ৰতো জনপ্ৰিয় বিজ্ঞান-সাহিত্যই সেঁতুৰ দৰে কাম কৰে। উদাহৰণ স্বৰূপে, এজন ৰসায়নৰ

ছাত্ৰ বা ব্যক্তিয়ে জনপ্ৰিয় সাহিত্যৰ সহায়তেই জ্যোতিৰ্বিজ্ঞানৰ বিষয়েও জানিব পাৰে। আনহাতে, বিজ্ঞানৰ ছাত্ৰক কোনো বিষয়ৰ প্ৰসংগ-পুথি হিচাপেও জনপ্ৰিয় বিজ্ঞানৰ পুথিয়ে সহায় কৰে।

বিজ্ঞানৰ বিষয়-বস্তু প্ৰকাশৰ আন দুটা লিখিত মাধ্যম হ'ল পাঠ্যপুথি আৰু মৌলিক ৰচনাসমূহ। বিজ্ঞানৰ পাঠ্যপুথি আৰু মৌলিক ৰচনাৰাজিৰ আটাইবোৰকে বিজ্ঞান-সাহিত্যৰ পৰ্যায়ত পেলাব নোৱাৰি যদিও কিছুমানক প্ৰকাশ-ভংগী আৰু ভাষাৰ সাহিত্যিক মূল্যলৈ লক্ষ্য ৰাখি বিজ্ঞান-সাহিত্যৰ অন্তৰ্ভুক্ত কৰিব পৰা যায়। এই ৰচনা-সমূহ বিদ্যাৰ্থী আৰু সীমিত সংখ্যক শিক্ষিত পঢ়ুৱৈৰ বাবেহে প্ৰস্তুত কৰা হয়। গতিকে এনে ৰচনা জনপ্ৰিয় বিজ্ঞান-সাহিত্যৰ অন্তৰ্ভুক্ত হ'ব নোৱাৰে।

অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্য ঃ

আধুনিক অসমীয়া সাহিত্যৰ দৰেই অসমীয়া বিজ্ঞান-সাহিত্যৰো আৰম্ভণি হৈছিল ঊনবিংশ শতিকাৰ মাজভাগত 'অৰুণোদই' কাকতত। সেই কাকতত প্ৰথমবাৰে পৰাই বিজ্ঞানৰ ৰচনা প্ৰকাশত মুখ্য স্থান দিয়া হৈছিল। 'অৰুণোদই'ত প্ৰকাশ হোৱা বিজ্ঞানৰ প্ৰথম ৰচনা দুখন আছিল 'গ্ৰহৰ বিৱৰণ' আৰু 'পৃথিৱীৰ আকাৰৰ বিষয়'। 'অৰুণো-দই'ৰ উপৰিও তাৰ পাছৰ আলোচনী অসম বন্ধু, জোনাকী, বিজুলী, বাঁহী, মিলন, আসাম হিতৈষী, আৱাহন আদিতো বিজ্ঞানৰ ৰচনা, বা-বাতৰি আদি প্ৰকাশ হৈছিল। সেই প্ৰৱন্ধবোৰত ঠাই পোৱা বিজ্ঞানৰ বিষয়-বস্তুবোৰ আছিল চুম্বকত্ব, বিজুলী-শক্তি, মধ্যাকৰ্ষণ, পোহৰ, মাটি, পানী, গছ-গছনি, প্ৰাণীজগত, জ্যোতিবিদ্যা, স্বাস্থ্যবিজ্ঞান, বস্তুজগত ইত্যাদি। সেই সময়ত ভূগোল, গণিত, জ্যামিতি আদি বিষয়ৰ পাঠ্যপুথিৰ বাহিৰে জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশ হোৱা নাছিল বুলিয়েই ক'ব পাৰি।

১৯৩৯ চনৰ পৰা ১৯৬১ চনৰ মাজৰ কাল-ছোৱাত আমি প্ৰায় ৩০ খন জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশ হোৱা দেখা পাওঁ। তাৰ ভিতৰত বিজ্ঞানৰ বিচিত্ৰ কাহিনী (১৯৩৯, মূল ঃ মঃ কুদৰৎ-ই-খুদা, অনুবাদ ঃ আহমেদ হুচেইন), বিজ্ঞানৰ সাধু (১৯৪৩, ৰোহিণীকান্ত বৰুৱা), বিজ্ঞানৰ কথা (১৯৫১, শান্তি দাস), বিজ্ঞানৰ বিস্ময় বাতৰি (১৯৫৬, দ্বীপেন্দ্ৰনাথ শৰ্মা), বিজ্ঞানৰ বিজয় কাহিনী (১৯৬০, প্ৰসন্ন গোস্বামী), বিজ্ঞান আৰু বৈজ্ঞানিক (১৯৬০, পাৰুকুটি বৰুৱা আৰু হিতেন্দ্ৰকুমাৰ বৰুৱা), বিজ্ঞানৰ সাধু (১৯৬১, যোগেন্দ্ৰনাথ বৰুৱা), বিশ্বৰহস্য, মহাকাশ অভিযান (দুয়োখন বিনয় কুমাৰ তামুলীৰ), পৰমাণু শক্তি (যোগেন্দ্ৰনাথ বৰুৱা), এলবাৰ্ট আইনষ্টাইন আৰু আপেক্ষিকতা-বাদ, আপেক্ষিকতাবাদ (দুয়োখন মৃগেন্দ্ৰনাৰায়ণ মহন্তৰ), বিজ্ঞানৰ আগকথা (ডিম্বেশ্বৰ নেওগ), বিজ্ঞান আৰু বিশ্বাস (ৰবীন্দ্ৰনাথ বৰুৱা), পৰিপুষ্টি বিজ্ঞান (ৰোহিণীকান্ত বৰুৱা), পতংগৰ কথা (যোগেন্দ্ৰনাথ শইকীয়া), ভিটামিন আৰু কেঞ্চাৰ (ডাঃ ৰাজেন্দ্ৰনাথ ভূঞা) আদি পুথিৰ নাম উল্লেখ-যোগ্য।

প্ৰকৃততে ক'বলৈ গ'লে ১৯৬১ চনৰ ছেপ্তেম্বৰ মাহত অসম বিজ্ঞান সমিতিয়ে প্ৰথম অসমীয়া বিজ্ঞান আলোচনী প্ৰকাশ কৰাৰ লগে লগেই অসমীয়া জনপ্ৰিয় বিজ্ঞান-সাহিত্যৰো আনুষ্ঠানিক আৰম্ভণি হয়। অসমীয়া ভাষাত বিজ্ঞান-সাহিত্য ৰচনা কৰিছে ঘাইকৈ বিজ্ঞানী, আৰু বিজ্ঞানৰ শিক্ষাদানত ব্ৰতী শিক্ষক-অধ্যাপকসকলে। বিজ্ঞান জেউতিৰ প্ৰকাশে এই লিখকসকলৰ মাজত বিজ্ঞানৰ বিষয় অসমীয়া ভাষাত প্ৰকাশৰ কাৰণে উৎসাহ আৰু প্ৰেৰণাৰ উদ্ৰেক কৰিলে। সেই দায়বদ্ধতাই কেইবাজনো নতুন লিখক সৃষ্টি কৰা দেখা যায়। উল্লেখযোগ্য যে সৰ্বভাৰতীয় পৰ্যায়ত বহু প্ৰচাৰিত বিজ্ঞান-আলোচনী 'চায়েন্স ৰিপোৰ্টাৰ' আৰু 'চায়েন্স টু-ডে' বিজ্ঞান জেউতিৰ পাছতহে, অৰ্থাৎ ক্ৰমে ১৯৬৪ আৰু ১৯৬৬ চনত প্ৰকাশ পাইছিল।

একুৰি ন বছৰৰ আগতে হোৱা আনুষ্ঠানিক আৰম্ভণিৰ পৰা বৰ্তমানলৈকে অসমীয়া জনপ্ৰিয় বিজ্ঞানৰ শতাধিক গ্ৰন্থ প্ৰকাশ হৈছে। মন কৰিবলগীয়া কথা হ'ল এই পুথিসমূহৰ সৰহ ভাগেই শিশু আৰু চেমনীয়াৰ উপযোগীকৈ ৰচিত। অসমীয়া জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশত অগ্ৰণী ভূমিকা লৈছে অসম বিজ্ঞান সমিতিয়ে। অসম সাহিত্য সভা আৰু অসম প্ৰকাশন পৰিষদেও কেইবাখনো জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশ কৰিছে। তদুপৰি কেইবাটাও ব্যক্তিগত প্ৰতিষ্ঠানেও কেইবা-খনো জনপ্ৰিয় বিজ্ঞানৰ পুথি প্ৰকাশ কৰি অসমীয়া জনপ্ৰিয় বিজ্ঞান-সাহিত্যৰ অগ্ৰগতিত অৰিহণা যোগাইছে।

জনপ্ৰিয় বিজ্ঞানৰ গ্ৰন্থসমূহৰ উপৰিও বিভিন্ন বাতৰি কাকত-আলোচনীত প্ৰকাশিত প্ৰৱন্ধ, বিজ্ঞান-ভিত্তিক গল্প, উপন্যাস, জীৱনী আদিয়ে অসমীয়া জনপ্ৰিয় বিজ্ঞান-সাহিত্যৰ গতিধাৰা অব্যাহত ৰাখিছে। তুলনামূলকভাৱে এই ৰচনাসমূহ সংখ্যাত কম হ'লেও গুণগত মানৰ পৰা বিবেচনা কৰিলে এই সাহিত্য-কৰ্মসমূহ উচ্চ খাপৰ বুলি ক'বপাৰি।

আলোচনী আৰু বাতৰি কাকতত সাম্প্ৰতিক জন-প্ৰিয় বিজ্ঞান-সাহিত্য ঃ

জনপ্ৰিয় বিজ্ঞান-সাহিত্যৰ চৰ্চা, প্ৰচাৰ আৰু প্ৰসাৰত আলোচনী আৰু বাতৰি কাকতসমূহে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। এই আলোচনীসমূহ দুই প্ৰকাৰৰ হ'ব পাৰে ঃ (১) সম্পূৰ্ণভাৱে বিজ্ঞান বিষয়ৰ ৰচনা প্ৰকাশ কৰা, (২) বিজ্ঞানৰ নিয়মীয়া শিতান থকা বা মাজে মাজে বিজ্ঞানৰ প্ৰৱন্ধ, গল্প, উপন্যাস আদি প্ৰকাশ কৰা। অসমীয়া ভাষাৰ একমাত্ৰ বিজ্ঞানৰ আলোচনী দুখন হ'ল বিজ্ঞান জেউতি আৰু দৃষ্টি। বিজ্ঞান জেউতি ১৯৬১ চনৰ পৰা তিনিমহীয়া হিচাপে প্ৰকাশ পাই থাকি ১৯৭৬ চনৰ পৰা দুমহীয়াকৈ ওলাই আছে আৰু বৰ্তমান ইয়াক মাহেকীয়া কৰাৰ প্ৰস্তুতি চলিছে। এই আলোচনীত বিজ্ঞানৰ তত্ত্বগধুৰ প্ৰৱন্ধৰ পৰা আৰম্ভ কৰি ছাত্ৰ-ছাত্ৰী আৰু সাধাৰণ পঢ়ুৱৈৰ উপযোগী ৰচনা, বিজ্ঞানীৰ জীৱনী, বাতৰি, প্ৰশ্নোত্তৰ আদি পৰিবেশন কৰা হয়। বিজ্ঞান জেউতিৰ আৰম্ভণিৰ যুগত তেতিয়াৰ সম্পাদক ডঃ মীনধৰ বৰঠাকুৰ, ডঃ ভবেন্দ্ৰনাথ শইকীয়া, ডঃ ভুৱনমোহন দাস আদিৰ সম্পাদকীয় স্তম্ভত অসমীয়া বিজ্ঞান-সাহিত্য, বিজ্ঞান-শিক্ষা, বিজ্ঞান-মানসিকতা আদি সম্পৰ্কে সময়োপযোগী আলোচনা আগ বঢ়োৱাটো উল্লেখ-যোগ্য। বিজ্ঞান জেউতিত মহাকাশ অভিযান, চন্দ্ৰ বিজয়, জিন সংশ্লেষণ, পৰমাণু শক্তি, ভূমিকম্প, সূৰ্যগ্ৰহণ, কৃত্ৰিম জীৱ-সৃষ্টি, অসমৰ কৃষি, উদ্যোগ আৰু বনজ সম্পদ, প্ৰদূষণ আৰু পৰিবেশ সংৰক্ষণ আদি সময়োপযোগী আৰু গুৰুত্বপূৰ্ণ বিষয়ৰ ওপৰত জনপ্ৰিয় প্ৰৱন্ধ-পাতি প্ৰকাশ পাই আছে। উল্লেখ-যোগ্য যে অধ্যাপক শ্যামাপ্ৰসাদ শৰ্মা, ডঃ চন্দ্ৰ শৰ্মা আৰু দীনেশ বৈশ্যৰ সম্পাদনাৰ কালত বিজ্ঞান জেউতিৰ জেউতি অধিক চৰিছিল আৰু ইয়াৰ জনপ্ৰিয়তা বৃদ্ধি পাইছিল।

অসমীয়া ভাষাত নিয়মীয়াকৈ প্ৰকাশ পাই থকা আনখন জনপ্ৰিয় বিজ্ঞান আলোচনী হ'ল অসম চৰকাৰৰ বিজ্ঞান, প্ৰযুক্তিবিদ্যা আৰু পৰিবেশ বিভাগৰ দ্বাৰা প্ৰকাশিত ডঃ দীনেশচন্দ্ৰ গোস্বামী সম্পাদিত 'দৃষ্টি'। এই আলোচনীৰ বৈশিষ্ট্য হ'ল এই যে ইয়াত যিকোনো দৰকাৰী বিষয়ৰ বৈজ্ঞানিক আলোচনা এটাক জনপ্ৰিয়ভাৱে উপস্থাপন কৰা হয়। এতিয়ালৈকে প্ৰকাশ পোৱা কিছুমান বিষয় হ'ল— আহাৰ আৰু পুষ্টি, জন্ম, পানী, প্ৰদূষণ, ধাতু আৰু মানুহ, পশুৰ জগত, অণুজীৱ, চাহ. জুই, পানী ইত্যাদি। সম্প্ৰতি অসমৰ ৰাজ্যিক বিজ্ঞান শিক্ষা সংস্থায়ো 'বিজ্ঞান সঁফুৰা' নামৰ এখন তিনিমহীয়া আলোচনী প্ৰকাশ কৰি আছে। ইয়াৰ উপৰিও প্ৰায় জন্মিয়েই মৃত্যুৰ মুখত পৰা দুখন বিজ্ঞান আলোচনী হ'ল 'বিজ্ঞান ভাৰতী' আৰু ছাত্ৰবিজ্ঞান সমিতিৰ 'নিউক্লিয়াছ'। অসম বিজ্ঞান সমিতিৰ কেইবাটাও শাখায়ো অনিয়মীয়াকৈ

কেইখনমান বিজ্ঞান আলোচনী প্ৰকাশ কৰি আছে। তাৰ ভিতৰত লক্ষীমপুৰ শাখাৰ 'বিজ্ঞান-বাৰ্তা', ধেমাজি শাখাৰ 'পৰমাণু', নলবাৰী শাখাৰ 'বিজ্ঞান-পত্ৰ' আৰু নগাঁও শাখাৰ 'বিজ্ঞান-বৰ্ণালী' উল্লেখযোগ্য। কেইবছৰমানৰ আগতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ পৰা 'পদাৰ্থ বিজ্ঞান পত্ৰিকা' নামৰ এখন আলোচনী প্ৰকাশ পাইছিল।

এসময়ত ৰামধেনু, আমাৰ প্ৰতিনিধি, দীপক, নৱযুগ আদি আলোচনীত জনপ্ৰিয় বিজ্ঞানৰ ৰচনা প্ৰায় নিয়মীয়াকৈ প্ৰকাশ পাইছিল। বৰ্তমান প্ৰান্তিক, সূত্ৰধাৰ, সমকাল, প্ৰকাশ আৰু বিস্ময়ত বিজ্ঞান বিষয়ৰ প্ৰবন্ধ-পাতি প্ৰকাশ হৈ থাকে। বৰ্তমান অসমৰ নিয়মীয়া শিশু আলোচনী মৌচাক, সঁফুৰা আৰু মুকুতাৰ ভিতৰত প্ৰথম দুখনতেই শিশুৰ উপযোগী বিজ্ঞানৰ লেখনীক প্ৰাধান্য দি প্ৰকাশ কৰা হয়। ইয়াৰ আগতে সুৰেশচন্দ্ৰ ৰাজখোৱা সম্পাদিত 'ৰ'দালি' আৰু প্ৰীতি বৰুৱাৰ 'আকাশ'তো বিজ্ঞানৰ ৰচনা নিয়মীয়াকৈ প্ৰকাশ কৰা হৈছিল। শ্ৰীশান্তনু তামুলী সম্পাদিত শিশুৰ বিজ্ঞান আলোচনী নতুন আৱিষ্কাৰে অসমীয়া বিজ্ঞান সাহিত্যৰ এটা বহুদিনীয়া অভাৱ পূৰণ কৰিছে।

সম্পূৰ্ণভাৱে বিজ্ঞানক প্ৰকাশ কৰা অসমীয়া বাতৰি কাকতখন হ'ল অধুনালুপ্ত 'জন-বিজ্ঞান'। অসমৰ অন্যান্য বাতৰি কাকতবোৰৰ ভিতৰত অসম বাণী, অগ্ৰদূত, দৈনিক অসম, জনমভূমি (দৈনিক আৰু সাপ্তাহিক), নতুন দৈনিক, মহাজাতি আৰু আজিৰ অসমত বিজ্ঞানৰ প্ৰবন্ধ আৰু বাতৰি প্ৰকাশ হৈ আছে। অসম বাণীত ১৯৮০ চনৰ পৰা নিয়মীয়াকৈ প্ৰকাশ হৈ থকা ক্ষীৰধৰ বৰুৱাৰ ব্যংগ চিত্ৰ সম্বলিত শিতান বিজ্ঞান-বিচিত্ৰা, সাদিনৰ ঘৰে ঘৰে বিজ্ঞান আৰু অগ্ৰদূত কাকতৰ ডঃ অমৰজ্যোতি চৌধুৰীৰ নিয়মীয়া শিতান 'জ্ঞান-বিজ্ঞান' উল্লেখযোগ্য। তেজপুৰৰ পৰা নতুনকৈ প্ৰকাশিত সাদিনীয়া সংবাদত বিজ্ঞানৰ প্ৰবন্ধ আৰম্ভণিৰ পৰা নিয়মিতভাৱে প্ৰকাশ হোৱাটো উল্লেখযোগ্য। মুঠতে এই আলোচনী, বাতৰি কাকতসমূহে বিজ্ঞানক জনসাধাৰণৰ মাজলৈ লৈ যোৱাৰ উপৰিও বিজ্ঞান-সাহিত্যৰ ন-ন লিখক সৃষ্টিতো কম অৰিহণা যোগোৱা নাই।

জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধ ঃ

জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধ লিখাটো অতিশয় জটিল কাম। বৈজ্ঞানিক তথ্য-সম্বলিত কৰি আৰু তথ্যৰ অন্তৰ্গত গণিতীয় জটিলতা পৰিহাৰ কৰি ৰচনা কৰিব নোৱাৰিলে সেই লেখা জনপ্ৰিয় হ'ব নোৱাৰে। সেই কাৰণেই বৰ্তমান আমাৰ আলোচনী, বাতৰিকাকত আদিত প্ৰকাশ হোৱা সাহিত্যৰ ৰস-বৰ্জিত আৰু গণনা, গ্ৰাফ, ফৰ্মুলা আদিৰে পৰিপৰ্ণ হৈ পাঠ্যপুথিগন্ধী হোৱা বহুত বিজ্ঞানৰ প্ৰবন্ধই সাধাৰণ পঢ়ুৱৈৰ মন আকৰ্ষণ কৰিব নোৱৰা দেখা যায়। সেই প্ৰবন্ধবোৰৰ পাঠকৰ সংখ্যা অতি সীমিত। কিন্তু অসমীয়া বিজ্ঞান-সাহিত্যৰ কেইগৰাকীমান লেখকে নিজস্ব প্ৰতিভা আৰু ৰচনাশৈলীৰে জনপ্ৰিয় বিজ্ঞান সাহিত্য ৰচনাত বিশেষ দক্ষতা দেখুৱাবলৈ সমৰ্থ হোৱাটো গৌৰৱৰ কথা। মনোগ্ৰাহী বিজ্ঞানৰ ৰচনা হিচাপে ডঃ বিজয়কৃষ্ণ দেৱশৰ্মাৰ 'মস্তিষ্ক কথা-চৰিতম্' (বিজ্ঞান জেউতি, ২য় বছৰ, ১ম সংখ্যা, ১৯৬৬), ডঃ কালীনাথ শৰ্মাৰ জীৱবিজ্ঞানৰ প্ৰবন্ধসমূহ, সুৰেন্দ্ৰনাথ মেধি আৰু ডঃ দীনেশচন্দ্ৰ গোস্বামীৰ প্ৰবন্ধসমূহৰ কথা উনুকিয়াব পাৰি। আমি নিজেও মাজে সময়ে অসমবাণী, দৈনিক অসম আদিত কম্পিউটাৰ ডাক্তৰ, কম্পিউটাৰ শিল্পী' কথা কোৱা কম্পিউটাৰ, নিঃশব্দতাৰ শব্দ, পোহৰৰ ছুৰী আদি প্ৰবন্ধত কেতবোৰ বৈজ্ঞানিক আৱিষ্কাৰৰ কথা জনপ্ৰিয়ভাৱে উপস্থাপন কৰিবলৈ চেষ্টা কৰিছোঁ।

বৰ্তমান জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধ আৰু পুথি ৰচনাৰে অসমীয়া বিজ্ঞান-সাহিত্যলৈ নিজৰ আশাশুধীয়া প্ৰচেষ্টাৰে বিশেষভাৱে বৰঙণি আগবঢ়োৱা ব্যক্তিসকল হ'ল---ডঃ বিজয়কৃষ্ণ দেৱশৰ্মা, সুৰেন্দ্ৰনাথ মেধি, ডঃ ভুৱনমোহন দাস, ডঃ প্ৰতুল গোস্বামী, শ্যামাপ্ৰসাদ শৰ্মা, ডঃ দীনেশচন্দ্ৰ গোস্বামী, ডঃ বিনয় কুমাৰ তামুলী, শান্তনু তামুলী, ডঃ অমৰজ্যোতি চৌধুৰী, ডঃ শিৱনাথ বৰ্মন, ডিম্বেশ্বৰ চলিহা, ডঃ মহেন্দ্ৰনাথ বৰা, ডঃ সোণেশ্বৰ শৰ্মা, ডঃ ৰমেশচন্দ্ৰ গোস্বামী, ডঃ কিশোৰীমোহন পাঠক, ডঃ কুলেন্দু পাঠক, ডঃ পৰমানন্দ মহন্ত, ডঃ পবিত্ৰ কুমাৰ বৰগোহাঞি, ক্ষীৰধৰ বৰুৱা, ডঃ প্ৰদীপকুমাৰ দাস আৰু দীনেশ বৈশ্য। ইয়াৰ বাহিৰেও ভালেকেইজন ব্যক্তিয়ে মাজে মাজে উৎকৃষ্ট মানৰ প্ৰবন্ধ-পাতিৰে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ ভঁৰাল চহকী কৰি আছে।

ৰম্য বা ব্যংগ ৰচনাৰ মাধ্যমেৰেও বিজ্ঞানক জনপ্ৰিয় কৰাৰ সম্ভাৱনা আছে। অসমীয়া ভাষাত এই ক্ষেত্ৰত প্ৰচেষ্টা একেবাৰে চলোৱা হোৱা নাই বুলিব পাৰি। ডঃ পবিত্ৰকুমাৰ শৰ্মা সম্পাদিত 'লহৰ' নামৰ আলোচনীত ১৯৭৩-৭৪ চনত অধ্যাপক ফটিকচন্দ্ৰ হাজৰিকাই 'আৱিষ্কাৰ' আৰু 'মানৱদেহৰ অলেখ প্ৰাণী' শীৰ্ষক দুখন বিজ্ঞানৰ সুন্দৰ ব্যংগ ৰচনা লিখিছিল।

জীৱনী সাহিত্য ঃ

দেশ-বিদেশৰ বৰেণ্য বিজ্ঞানীসকলৰ জীৱনীসমূহ লেখি আলোচনী-বাতৰিকাকতত বা পুথিৰ আকাৰত প্ৰকাশ কৰাৰ প্ৰচেষ্টা কেইবাজনো অসমীয়া বিজ্ঞান-সাহিত্যিকে কৰি আহিছে। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল--- ডঃ পাৰুকুটি বৰুৱা আৰু ডঃ হিতেন্দ্ৰ কুমাৰ বৰুৱাৰ 'বিজ্ঞান আৰু বৈজ্ঞানিক' (১৯৬০), সত্যব্ৰত শৰ্মাৰ 'মাডাম কুৰী, ডঃ মহেন্দ্ৰনাথ বৰাৰ 'কুৰিজন বিজ্ঞানী আৰু চৌবিশজন বিজ্ঞানী, ক্ষীৰধৰ বৰুৱাৰ 'বিশ্ববিখ্যাত মহিলা বিজ্ঞানী', হেৰম্ব বৰদলৈৰ ডঃ হিতেন্দ্ৰকুমাৰ বৰুৱাৰ জীৱনী, ডিম্বেশ্বৰ চলিহাৰ আৱিষ্কাৰৰ আঁৰে আঁৰে, ডঃ ৰবীন্দ্ৰকুমাৰ শৰ্মাৰ ভাৰতীয় বিজ্ঞানী আৰু ৰাজ্যিক বিজ্ঞান শিক্ষা সংস্থাই প্ৰকাশ কৰা ভাৰতীয় বিজ্ঞানী। ইয়াৰ বাহিৰেও বিজ্ঞান জেউতি প্ৰমুখ্যে আলোচনী আৰু বাতৰি কাকতসমূহত, ঘাইকৈ শিশুৰ শিতানত বিজ্ঞানীৰ জীৱনী প্ৰকাশ হৈয়েই থাকে। ডঃ শিৱনাথ বৰ্মনে বিজ্ঞান জেউতিৰ পাতত কেইবাজনো বিজ্ঞানীৰ সুন্দৰ জীৱনী ৰচনা কৰিছে। তেখেতৰ 'আলবাৰ্ট আইনষ্টাইন আৰু পদাৰ্থবিজ্ঞান' এখন অতি উচ্চ মানদণ্ডৰ গ্ৰন্থ।

অনুদিত জনপ্ৰিয় বিজ্ঞান-সাহিত্য ঃ

সংখ্যাত অতি তাকৰ হ'লেও ইংৰাজীৰ পৰা অনুবাদ কৰা কেইখনমান অসমীয়া বিজ্ঞানপুথিয়ে আৰম্ভণিৰে পৰা বিজ্ঞানক জনপ্ৰিয় কৰাত সহায় কৰিছে। সেয়া হ'ল---ছাৰ জেম্ছ জিন্‌ছৰ 'ৰহস্যময় বিশ্ব' (অনুবাদ ঃ যোগেন্দ্ৰনাথ শইকীয়া), চকা কেনেকৈ ঘূৰে (অনু ঃ অমূল্য কুমাৰ হাজৰিকা), শ্ৰীপদ্ম বৰকটকী অনুদিত গ্ৰন্থ মানুহ আৰু যন্ত্ৰ, টমাছ আল্‌ভা এডিছন, ৰবাৰ্ট ফুলটন আৰু তেওঁৰ ভাপ নাও, মহাকাশ অভিযান, আধুনিক চিকিৎসা বিজ্ঞানৰ আৱিষ্কাৰৰ কাহিনী, সুৰেন্দ্ৰনাথ মেধি অনুদিত 'শিল্পৰ জনক', ডঃ যোগেন্দ্ৰনাথ বৰুৱাৰ বিদ্যুৎ শক্তিৰ এটি কথা, আৰু শ্ৰীহেমেন বৰঠাকুৰ অনুদিত 'বিশ্বব্ৰহ্মাণ্ডৰ আহ্বান'। ইয়াৰ উপৰিও বিজ্ঞান জেউতি প্ৰমুখ্যে বিভিন্ন আলোচনীত কেইবাজনো প্ৰখ্যাত লেখকৰ ৰচনাৰ অসমীয়া অনুবাদ প্ৰকাশ হৈছে। বিজ্ঞান জেউতিত অনিলকুমাৰ শৰ্মা অনুদিত জুল ভাৰ্নৰ 'চন্দ্ৰলোকলৈ', দুলাল গোস্বামী অনুদিত জৰ্জ গেম'ৰ 'পৃথিৱী নামৰ গ্ৰহটি' আৰু ব্ৰজেন বৰবৰা অনুদিত আইজাক এছিম'ভৰ 'পৰমাণুৰ অন্তৰ্ভাগ' প্ৰকাশ হৈছিল। ডঃ দীনেশচন্দ্ৰ গোস্বামীয়ে অনুবাদ কৰা জুল ভাৰ্ণৰ বিজ্ঞানভিত্তিক উপন্যাস 'সাগৰৰ তলিয়েদি ২০,০০০ লিগ', অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যত অন্যতম সংযোজন। তেওঁৰ 'পৰমাণুৰ কথা' আৰু ডঃ ৰমেশচন্দ্ৰ গোস্বামীৰ 'পৃথিৱীৰ সমস্ত কথা' আন দুখন অনুবাদ গ্ৰন্থ।

বিজ্ঞানভিত্তিক গল্প আৰু নাট্য সাহিত্য ঃ

বিজ্ঞানভিত্তিক গল্প কাহিনীয়ে বহুকালৰ আগৰে পৰাই ইংৰাজী সাহিত্যত এক বিশিষ্ট স্থান অধিকাৰ কৰি আছিছে। জুল ভাৰ্ণ, এইছ, জি, ওৱেলছ, আৰ্থাৰ ক্লাৰ্ক, এছিম'ভ প্ৰমুখ্যে লেখক-সকলৰ বিজ্ঞানভিত্তিক গল্প-উপন্যাসসমূহে বিজ্ঞানক জনপ্ৰিয় কৰি তোলাৰ লগতে সাহিত্যৰ ভঁৰালো চহকী কৰিছে। অসমীয়া ভাষাতো কেইবাজনো লেখকে ইংৰাজী কাহিনীৰ আলম লৈ বা নিজৰ মৌলিক কাহিনীৰে বিজ্ঞান-ভিত্তিক গল্প লেখিবলৈ চেষ্টা কৰিছে। সেইসকলৰ ভিতৰত আগৰণুৱা ব্যক্তি হ'ল ডঃ বিজয়কৃষ্ণ দেৱশৰ্মা। তেখেতে ষাঠিৰ দশকৰ আৰম্ভণিতেই জনপ্ৰিয় বিজ্ঞানৰ প্ৰবন্ধ আৰু গল্প লিখা আৰম্ভ কৰিছিল। তেখেতে 'আমাৰ প্ৰতিনিধি' আৰু 'দৈনিক অসম'ত নিয়-মীয়াকৈ বিজ্ঞান-স্তম্ভ লিখিছিল। বিশেষ দক্ষতাৰে বিজ্ঞান-ভিত্তিক গল্প-উপন্যাস ৰচনা কৰা আন দুজন লেখক হ'ল ডঃ দীনেশচন্দ্ৰ গোস্বামী আৰু শান্তনু তামূলী। এই তিনিওজন লেখকৰ ৰচনাত স্বকীয় প্ৰকাশ-ভংগী, আৰু শৈলী ফুটি উঠা দেখা যায়। ডঃ বিজয়কৃষ্ণ দেৱশৰ্মাৰ গল্প-উপন্যাসত গ্ৰহান্তৰ অভিযান আৰু ডঃ দীনেশচন্দ্ৰ গোস্বামীৰ ৰচনাত বিজ্ঞানৰ অত্যাধুনিক উদ্ভাৱনসমূহে মানৱ সমাজত পেলোৱা প্ৰভাৱে প্ৰাধান্য লাভ কৰা দেখা যায়। অসমীয়াত প্ৰকাশ হোৱা বিজ্ঞান-ভিত্তিক গল্প-সংকলন হ'ল ডঃ বিজয়কৃষ্ণ দেৱ-শৰ্মাৰ 'সূৰ্য্যৰ সোণালী আপেল', ডঃ দীনেশচন্দ্ৰ গোস্বামীৰ 'ভদ্ৰতামাপক যন্ত্ৰ' আৰু 'পোৰ্টেবল হেম'ল এবজৰ্বাৰ', আৰু অমূল্যকুমাৰ হাজৰিকাৰ উপন্যাস 'আক্ৰমণ'।

অসমীয়াত জনপ্ৰিয় বিজ্ঞান-ভিত্তিক নাট্য সাহিত্যও বৰ বেছিকৈ ৰচিত হোৱা নাই। আমি জনাত অসমীয়াত ৰচিত প্ৰথম বিজ্ঞান-ভিত্তিক নাটক হ'ল বিজ্ঞান জেউতিত (৫ম বছৰ, ২য় সংখ্যা, ১৯৬৯) প্ৰকাশিত শ্যামাপ্ৰসাদ শৰ্মাৰ 'দেৱতাৰ অন্যৰূপ'। আকাশবাণী যোগে প্ৰচাৰিত ডঃ দীনেশচন্দ্ৰ গোস্বামীৰ বিজ্ঞান-ভিত্তিক অনাতাঁৰ নাটসমূহ অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যৰ অনুপম সৃষ্টি।

কেতিয়াবা একোখনি বিজ্ঞান ৰচনাত কবিতাৰ সংযোজনেও ৰচনাখনি অধিক মনোগ্ৰাহী কৰি তোলা দেখা যায়। আইনষ্টাইনৰ আপেক্ষিকতাবাদ সম্পৰ্কীয় ৰচনাত কোনোবা অনামী কবিৰ এটি সুন্দৰ লিমাৰিকৰ প্ৰয়োগ উল্লেখযোগ্য ঃ

"There was a young girl called Bright
Who could travel much faster than light
She went out one day
In a relative way
And returned the previous night".

ইয়াৰ সুন্দৰ অনুবাদ কৰিছে সুৰেন্দ্ৰনাথ মেধিয়ে এইদৰে ঃ

"আছিল এজনী ছোৱালী শ্ৰীমতী জেউতি
পোহৰতকৈও আছিল তাই বেগৱতী
এদিন আপেক্ষিকভাৱে তাই
ঘৰৰ পৰা গ'ল ওলাই
আৰু উভতি আহিল আগদিনা ৰাতি।"

কবিতাৰ মাধ্যমেৰেও বিজ্ঞানৰ একোটা বিষয়, অন্ততঃ শিশু আৰু কিশোৰৰ কাৰণে, মনোগ্ৰাহী কৰি প্ৰকাশ কৰিব পৰা যায়। এইক্ষেত্ৰত উল্লেখ কৰিব পাৰি যে, ১৯৮৬ চনৰ অক্টোবৰ মাহত বিশ্বনাথ চাৰিআলিত অনুষ্ঠিত অসম সাহিত্য সভাৰ শিশু সাহিত্য ৰচনাৰ কৰ্মশালাত প্ৰশিক্ষাৰ্থী-সকলে কেইবাটাও বিজ্ঞানভিত্তিক শিশুৰ উপযোগী উন্নতমানৰ কবিতা ৰচনা কৰিছিল।

কবিতাৰ দৰে গীত, সংগীতালেখ্য আদিও জনপ্ৰিয় বিজ্ঞান প্ৰচাৰৰ সম্ভাৱ্য মাধ্যম। সামাজিক বনানিকৰণৰ উপকাৰিতাৰ বিষয়ে জনসাধাৰণৰ মাজত সচেতনতা জগাই তোলাৰ উদ্দেশ্যে ডঃ ভূপেন হাজৰিকাই সৃষ্টি কৰা সংগীতালেখ্য এখনিত উদ্ভিদ আৰু প্ৰাণীৰ পাৰস্পৰিক নিৰ্ভৰশীলতাৰ বৈজ্ঞানিক তত্ত্বখিনি গীতৰ মাধ্যমেৰে প্ৰকাশ কৰাত সফল হোৱাটো এই ক্ষেত্ৰত উল্লেখযোগ্য।

অনাতাঁৰ আৰু দূৰদৰ্শন মাধ্যম ঃ

জনপ্ৰিয় বিজ্ঞান-সাহিত্য প্ৰকাশৰ অন্যতম মাধ্যম হ'ল অনাতাঁৰ আৰু দূৰদৰ্শন। অসমত থকা আকাশবাণীৰ কেন্দ্ৰ দুটাৰ যোগেদি বিজ্ঞানৰ বিভিন্ন বিষয়ক কেন্দ্ৰ কৰি ৰচিত নাটক, ৰূপক, কথিকা আদিৰ প্ৰচাৰেও বিজ্ঞান-সাহিত্যৰ চৰ্চাত কম সহায় কৰা নাই। ডঃ দীনেশচন্দ্ৰ গোস্বামীৰ 'বিজ্ঞানীৰ সৈতে কাল্পনিক সাক্ষাৎকাৰ' এখনি অতি মনোগ্ৰাহী ৰূপক। এই কেন্দ্ৰ দুটাই নিয়-মীয়াকৈ বিজ্ঞান আলোচনী প্ৰচাৰ কৰাৰ উপৰিও শিশু, চেমনীয়া আৰু মহিলাৰ অনুষ্ঠান, স্বাস্থ্য আৰু কৃষি-বিষয়ক অনুষ্ঠান আদিত বিজ্ঞানৰ ৰচনা প্ৰচাৰ কৰে।

জনপ্ৰিয় বিজ্ঞানমূলক দূৰদৰ্শন কাৰ্যসূচী যুগুত কৰাটো অতিশয় দুৰুহ আৰু ব্যয়বহুল কাম। বোধহয় এই ক্ষেত্ৰত অসমত কোনো প্ৰচেষ্টা হাতত লোৱা হোৱা নাই।

উপসংহাৰ ঃ

কেইবাটাও প্ৰতিবন্ধকৰ কাৰণে অসমীয়া জনপ্ৰিয় বিজ্ঞান সাহিত্যই আশা কৰা মতে গা কৰি উঠিব পৰা নাই। সেই প্ৰতিবন্ধকবোৰ হ'ল পৰিভাষা, লিখক, পঢ়ুৱৈ আৰু প্ৰকাশন সম্পৰ্কীয় সমস্যা। যিহেতু বিজ্ঞান সাহিত্য ৰচনা কৰোঁতে গৌণ উৎস হিচাপে ঘাইকৈ ইংৰাজী ভাষাত ৰচিত ৰচনাসমূহৰ সহায় ল'ব লগা হয়, সেয়ে উপযুক্ত পৰিভাষাৰ অবিহনে বিজ্ঞান ৰচনা তৈয়াৰ হ'লেও বিজ্ঞান-সাহিত্য সৃষ্টি হ'ব নোৱাৰে। এই ক্ষেত্ৰত অসমৰ বিশ্ববিদ্যালয় দুখনৰ পাঠ্যপুথি প্ৰস্তুতিত



ব্যৱহৃত পৰিভাষাই কিছু পৰিমাণে সহায় কৰিছে। কিন্তু অকল পাৰিভাষিক শব্দৰ প্ৰয়োগেই বিজ্ঞান-সাহিত্যক সহজবোধ্য তথা জনপ্ৰিয় কৰি তুলিব নোৱাৰে। লেখকৰ নিজস্ব দক্ষতা, কৌশল আৰু প্ৰকাশ-ভংগীয়েই বিজ্ঞান ৰচনা একোটিক মনোগ্ৰাহী কৰি তুলিব পাৰে। কোনো এটা বিজ্ঞানৰ বিষয়-বস্তুৰ বিষয়ে লেখাৰ আগতে সেই সম্পৰ্কে লেখকৰ সম্যক জ্ঞান থকাটো দৰকাৰ। তেতিয়াহে লেখনিৰ ভাষা প্ৰাঞ্জল আৰু সাৱলীল হ'ব আৰু ই তথ্যগত ভুল-ভ্ৰান্তিৰ পৰা বিমুক্ত হ'ব।

আমাৰ বিজ্ঞান-সাহিত্যিকৰ সংখ্যা তেনেই কম। অসমত বহু সংখ্যক বিজ্ঞানী, গৱেষক, বিজ্ঞানৰ শিক্ষক-অধ্যাপক, চিকিৎসক, অভিযন্তা আদি থকা সত্ত্বেও ভাল লেখকৰ সংখ্যা অতি কম আৰু আশানুৰূপভাৱে নতুন লেখকো ওলোৱা নাই। কেইবাগৰাকীও জ্ঞান-পুষ্ট আৰু অভিজ্ঞ প্ৰবীণ বিজ্ঞান-সাহিত্যিকে কলম বন্ধ কৰাটো অসমীয়া বিজ্ঞান-সাহিত্যৰ বাবে ক্ষতিকাৰক হৈছে।

অসমীয়া বিজ্ঞান-সাহিত্যৰ পঢ়ুৱৈৰ পৰিসৰো বৰ সীমিত। কেৱল ছাত্ৰ-ছাত্ৰীসকলৰ বাহিৰে প্ৰাপ্তবয়স্ক বা আন পৰ্যায়ৰ মানুহৰ বিজ্ঞানৰ লিখনি পঢ়াৰ আগ্ৰহ বৰ কম। তথাপি ছাত্ৰ-ছাত্ৰীৰ ক্ৰমবৰ্ধমান সংখ্যাৰ কাৰণেই হওক, বা অভি-ভাৱকসকলৰ হেঁচাতেই হওক, বৰ্তমান পঢ়ুৱৈৰ সংখ্যা বাঢ়িছে বুলি ক'ব পৰা যায়। সেই কাৰণেই জনপ্ৰিয় বিজ্ঞানৰ পুথি আৰু আলোচনী আৰু বেছি প্ৰকাশ হোৱাটো বাঞ্ছনীয়। কাৰণ, অসমীয়া ভাষাত দৰকাৰী বিজ্ঞানৰ পুথি নাই বুলিও শিক্ষা-দানৰ ইংৰাজী মাধ্যমৰ সমৰ্থক আৰু সচেতন অভিভাৱকসকলৰ বহুতেই অভিযোগ কৰা শুনা যায়।

বিজ্ঞানৰ পুথি বা লিখনিৰ ভাষা সঠিক, শুদ্ধ আৰু পোনপটীয়া হ'ব লাগে, আৰু সুপৰিকল্পিত-

ভাবে যথাস্থানত ৰেখাচিত্ৰ আৰু আলোকচিত্ৰ সন্নিবিষ্ট হ'ব লাগে। মুঠতে, লেখক, চিত্ৰশিল্পী, সম্পাদক, প্ৰকাশক আৰু পঢ়ুৱৈৰ উমৈহতীয়া প্ৰচেষ্টাইহে অসমীয়া জনপ্ৰিয় বিজ্ঞান-সাহিত্যৰ আশানুৰূপ উন্নতি সম্ভৱ কৰি তুলিব পাৰিব।

অসমীয়া বিজ্ঞান সাহিত্য সম্পৰ্কে বৰ বেছি আলোচনা-বিলোচনাও কৰা হোৱা নাই। আমি জনাত প্ৰকাশিত তিনিটা আলোচনা হ'ল---অসম সাহিত্য সভা পত্ৰিকাত ১৯৭৩ চনত প্ৰকাশ হোৱা ডঃ সোণেশ্বৰ শৰ্মাৰ 'অসমীয়া বিজ্ঞান সাহিত্য' আৰু ১৯৮০-৮১ চনত প্ৰকাশিত ডঃ মহেন্দ্ৰনাথ বৰাৰ 'সত্তৰৰ দশকৰ অসমীয়া বিজ্ঞান সাহিত্য' আৰু প্ৰকাশৰ ৰূপালী জয়ন্তী সংখ্যাত (১৯৮৪) প্ৰকাশিত ডঃ কিশোৰী মোহন পাঠকৰ 'যোৱা পঁচিশ বছৰৰ অসমীয়া বিজ্ঞান সাহিত্য'। কিছু বছৰৰ আগলৈকে অসম সাহিত্য সভাই বাৰ্ষিক অধিবেশনৰ লগতে একোখনি 'বিজ্ঞান সাহিত্য সন্মিলন' পতাৰ কথা শুনা যায়।

১৯৮০ চনত অসম বিজ্ঞান সমিতিৰ উদ্যোগত গুৱাহাটীত 'অসমীয়া বিজ্ঞান সাহিত্য' শীৰ্ষক এখনি আলোচনাচক্ৰ অনুষ্ঠিত হৈছিল। সেই গুৰুত্বপূৰ্ণ আলোচনা-চক্ৰত অংশ গ্ৰহণ কৰা ১৯ গৰাকী বিশিষ্ট সাহিত্যিকৰ নিবন্ধ-সংকলন এটি ১৯৮২ চনত প্ৰকাশ হৈ ওলায়। এই সংকলনটি অসমীয়া সাহিত্যৰ এটি আপূৰুগীয়া সম্পদ।

অসম সাহিত্য সভাই ১৯৮৬ চনত বিশ্বনাথ চাৰিআলিত অনুষ্ঠিত কৰা 'শিশু সাহিত্য ৰচনাৰ কৰ্মশালা'ত 'শিশুৰ উপযোগী অসমীয়া বিজ্ঞান-সাহিত্য' বিষয়ৰ অধিবেশন এখনি অন্তৰ্ভুক্ত কৰাটো উৎসাহজনক কথা। ১৯৮৭ চনত অসম সাহিত্য সভাই দুলীয়াজান শাখাৰ সৌজন্যত অসমীয়া বিজ্ঞান-সাহিত্য বিষয়ক এখন আলোচনাচক্ৰ অনুষ্ঠিত কৰিছিল। এনে ধৰণৰ আলোচনাচক্ৰই অসমীয়া বিজ্ঞান সাহিত্যৰ ধাৰাক আগবঢ়াই নিয়াত অৰিহণা যোগাব পাৰে।

০০০



# বিশ্বনাথ চাৰিআলিৰ ক্ৰীড়াজগত

তৰুণ শইকীয়া

একালৰ বৃন্দাবন একালত পৰিল ছন। এই কথাষাৰ বিশ্বনাথ চাৰিআলিৰ ক্ৰীড়াজগতৰ ক্ষেত্ৰতো খাটে। সহস্ৰ জনৰ পদধ্বনি, আনন্দ-কোলাহল, বিভিন্ন ৰঙী সাজেৰে নিপুণ খেলুৱৈৰ সহস্ৰ কৰ-তালি আৰু উৎসাহৰ মাজত ক্ৰীড়াশৈলী প্ৰদৰ্শনেৰে মুখৰিত, প্ৰাণ-চাঞ্চল্যেৰে ভৰা বিশ্বনাথ চাৰিআলিৰ খেল-পথাৰ কেইখনৰ আজিৰ উচুপনি যি শুনিছে, হাহাকাৰ যি অনুভৱ কৰিছে, ক'বলৈ, ভাবিবলৈ বাধ্য---একালৰ বৃন্দাবন---।

সিও এটা সময় আছিল আজিও এটা সময় হ'ল।

বিশ্বনাথ চাৰিআলিৰ ক্ৰীড়াজগতৰ ইতিহাস মানেই ফুটবল আৰু ভলীবল খেলাৰ ইতিহাস। অন্যান্য খেলাৰ ধাৰাবাহিক লিখিত বিৱৰণো পাবলৈ নাই। তথাপি জ্যেষ্ঠসকলৰ পৰা জানিব পৰা মতে এথলেটিক্সত একালত নাম থকা খেলুৱৈ-সকলৰ ভিতৰত তৰুণ বৰুৱা, দুৰ্গা দাস, ঠানু বৰা, বদন বৰা, সোনাৰাম হাজৰিকা, পদ্মকান্ত বৰুৱা, কুলধৰ শৰ্মা, খগেশ্বৰ হাজৰিকা, দেবেন হাজৰিকা, ভোলা শৰ্মা, ডম্বৰু শইকীয়া, কমি ভূঞা, ৰুচি দাস, ভূমিধৰ বৰা, কৃষ্ণ হাজৰিকা, মিত্ৰধৰ কোঁচ, গোবিন কোঁচ, চুচেন হাজৰিকা, কমি শইকীয়া, বাণেশ্বৰ কলিতা, নবীন শইকীয়াৰ নাম উল্লেখযোগ্য।

আমাৰ সময়ৰ শ্ৰেষ্ঠসকলৰ ভিতৰত সৰ্বশ্ৰী, খগেন ভূঞা, ঋষভ হাজৰিকা, ৰমাই মটক, ৺নন্দেশ্বৰ হাজৰিকাৰ নাম ল'ব পাৰি। তেতিয়া আৰু বৰ্তমানো এথলেটিক্স স্কুলৰ বাৰ্ষিক ক্ৰীড়া প্ৰতিযোগিতা আৰু বিহু সন্মিলনৰ প্ৰতিযোগিতা-সমূহতেই সীমাৰদ্ধ। কিন্তু এটা কথা স্বীকাৰ্য যে এসময়ত এথলেটিক্সত বিশ্বনাথ চাৰিআলিৰ খেলু-ৱৈয়ে যি নৈপুণ্য দেখুৱাইছিল, আজিৰ দিনত হোৱা হ'লে ৰাজ্যিক পৰ্যায়ত নাম জিলিকিলহেঁতেন।

ভলীবল খেলাৰ সূচনা বিশ্বনাথ চাৰিআলিত সম্ভৱতঃ পঞ্চাশৰ দশকত হয়। সেই সময়ত চাৰিআলি বয়জ হাইস্কুলতে এই খেলৰ আৰম্ভণি হয় বুলি জনা যায়। ইয়াৰ গুৰি ধৰিছিল তেতিয়াৰ এগৰাকী শিক্ষক শ্ৰীহেম বৰুৱাই। খেলুৱৈ হিচাপে কিছুকাল ধাৰাবাহিকতা ৰক্ষা কৰিছিল সৰ্বশ্ৰী সৰ্বানন্দ বৰা, হৰেণ শৰ্মা, থুলেশ্বৰ শইকীয়া, ঠানু বৰা, দামোদৰ বৰা, অচ্যুতকৃষ্ণ মিশ্ৰ, পোৱালি (চানচেঠী), বেদ শৰ্মা, ভোলা বৰুৱা, বৰুণ শৰ্মা, জীৱন হাজৰিকা, চুচান হাজৰিকা আদিয়ে। ষাঠিৰ দশকৰ পৰা অঞ্চলটোত এই খেল খুব জনপ্ৰিয় হৈছিল। সেই সময়ৰ পৰা ৭০-৮০ৰ দশকলৈ থাওকতে মনত পৰা কেইগৰাকীমান খেলুৱৈ হ'ল ঃ সৰ্বশ্ৰী থুল শৰ্মা, প্ৰণৱ আগৰৱালা, পদ্ম শইকীয়া (সৰু), খগেন ভূঞা, তৰুণ শইকীয়া, ডিম্বেশ্বৰ বৰা, ঋষভ হাজৰিকা, ভুবন হাজৰিকা, মোহন কোঁচ, নোমল বৰা, কুশ হাজৰিকা, কাবুল (শশী) হাজৰিকা, প্ৰতাপ শইকীয়া, ৰমাই মটক, বীৰেন ভাগৱতী, ৺নন্দেশ্বৰ হাজৰিকা, নৰেন ভাগৱতী আদি। সেই সময়ত বিশ্বনাথতো এটা

